যতীন্দ্ৰনাথ দুৱৰা

# কবি আৰু কবি-প্ৰতিভা

স কলন আৰু সম্পাদনা

ড  নমিতা ডেকা

ড  লীলা গগৈ



***JATINDRANATH DUWARA KABI ARU KABI PRATIVA***
*Jatındranath Duwara poet and his poetic genius* a collectıon of essays wrıtten on lıterature of Jatındranath Duwara by dıfferent authors collected by Dr Namıta Deka compıled and edıted by Dr Lıla Gogoı Dıbrugarh Unıversıty Publıshed by Srı Makhan Hazarıka on behalf of Banalata New Market Dıbrugarh Price Rupees One hundred fifteen only

---

প্ৰকাশক

শ্ৰীমাখন হাজৰিকা

বনলতা

ডিব্ৰুগড় ৭৮৬০০১

শাখা

পাণবজাৰ

গুৱাহাটী ৭৮১০০১

বনলতা সংস্কৰণ

এপ্ৰিল ২০০৩ চন

প্ৰচ্ছদ

অৰুণ নাথ

মূল্য ১১৫ ০০ টকা

মুদ্ৰক

বৰকটকী এণ্ড কোম্পানী প্ৰা লিমিটেড

যোৰহাট ১

# কৃতজ্ঞতা জ্ঞাপন

'যতীন্দ্রনাথ দুৱৰা ঃ কবি আৰু কবি প্ৰতিভা' নামৰ এই স কলনটিত যিসকল সহৃদয় লেখকৰ ৰচনা সন্নিবিষ্ট কৰা হৈছে সদৌটিলৈকে আন্তৰিক কৃতজ্ঞতা জ্ঞাপন কৰি ঋণ স্বীকাৰ কৰিছোঁ।

স গ্ৰাহিকা

আৰু

সম্পাদক

# সম্পাদকৰ পাতনি

মই অকলে ফুৰোঁ হাঁহো কান্দো আৰু আপোন মনেৰে নিজেই নিজৰ লগত কথা পাতোঁ। জীৱনত মোৰ ইয়াকেই ভাল লাগে অইনৰ লগত বিশেষ মোৰ একো সম্বন্ধ নাই। ভাবিছিলো অইনৰ সুখ দুখলৈ আওকাণ কৰি এনেদৰেই জীৱনটো কটাই দিম। কিন্তু হঠাতে এদিন বসন্তৰ প্ৰথম পুৱাতে সাৰ পাই উঠি দেখোঁ যে মোৰ ধেমালি কৰা ঠাইডোখৰৰ ওচৰতে আৰু এজন কোনোবা আহি বহি আছেহি। মোৰ লগৰীয়া নামৰ কথা কবিতাটিৰ এইষাৰ কথা হ লেও এয়া যেন যতীন্দ্ৰনাথ দুৱৰাৰ নিজৰ জীৱনৰ কথাহে। পোন যৌৱনৰ সোণ পৰশত কবিয়ে কোনোবা এজনক অনাহুতভাৱেই লগ পাইছিল। সেয়া এক সোণ পুৱতীৰ সোণালী ক্ষণ অৰুণোদয়। অৰুণোদয় জীৱনৰ শুকতৰা মাথোন। সেই অৰুণৰ পৰশতে উজলি উঠা অৰুণাৰ কৰুণাৰে সিক্ত হৈ এখন হৃদয় কোনোবা এটা অনামী ক্ষণত শূন্য হৈ গ ল। সেই শূন্যতাৰ পাৰ বিচাৰি পাহৰণি নৈৰ পাৰে পাৰে ভটিয়াই গ ল কিন্তু বাস্তৱতাৰ এমুঠি মৰম চেনেহৰ পৰিৱৰ্তে পালে তাৰ শূন্য পৰিচয়। নিৰৱচ্ছিন্ন সেই প্ৰৱাহিনী দিখৌৰ পাৰত জন্ম লৈ যৌৱনৰ স্পৰ্শ পোৱা যতীন্দ্ৰনাথ দুৱৰাই জীয়া জুৰিৰেই স্বপ্ন দেখিছিল কিন্তু সেই জীয়া জুৰি মৰি সুতি হ ল। জীয়া জুৰিৰ পাৰত দেখা আলফুলীয়া কুসুম কোমল থুনুকা স্বপ্নবোৰ টুকুৰা টুকুৰ হৈ ভাগি পৰিল। আছিল আশা আৱৰি ধৰিলে নিৰাশাই। আছিল অতীত সেই অতীতক পাহৰি যাবলৈ প্ৰচেষ্টা চলালে কিন্তু অতীতৰ বাহিৰে কবিয়ে বৰ্তমান আৰু ভৱিষ্যতৰ বাবে একো আশা কৰিব নোৱাৰে গতিকে অতীতক পাহৰি নাযাবলৈকে কাব্যিক অনুৰোধ। যৌৱনৰ আগ বয়সত সেই ধেমালি কৰা ঠাইডোখৰত কোনোবা বহি থকাটো কবিৰ অনেক কবিতাত ছয়া ময়াকৈ দেখা যায়। দেখা দিলেই স্পৰ্শকাতৰ কবি চঞ্চল হৈ উঠে চকু পানী টোকে। তেতিয়াই সকলো পাহৰি পেলাবৰ মন যায় কিন্তু যিটি কথাই এবাৰ হৃদয়ত সাচ মাৰি থৈ গৈছে ঘনে ঘনে সোঁৱৰণিৰ বুকুত খুন্দিয়াই থাকে তাক পাহৰো বুলিয়েই পাহৰে কেনেকৈ ? কবিৰ পাহৰণিৰ প্ৰয়াস যথাৰ্থতে সোঁৱৰণিৰ প্ৰতিফলন মাত্ৰ। পদ্মধৰ চলিহাই আপোন সুৰ ৰ পাতনিত বেজবৰুৱাৰ দুহিত্ৰীসকলৰ লগত মিলা প্ৰীতিৰ কথা ইঙ্গিতসূচকভাৱে উল্লেখ কৰিছে। আনপিনে যতিনাৰায়ণ শৰ্মাই পুৰীলৈ যাওতে কোনো এক নাৰী হৃদয়ৰ লগত পৰিচিত হোৱাৰ কথা কৈছে। ছয়া ময়া চকামকাকৈ হৃদয় স্পৰ্শ কৰি সপোনৰ দৰে আতৰি যোৱা এই কাহিনীটিৰ আৰতেই দুৱৰাৰ সমগ্ৰ কাব্য সৃষ্টিৰ উৎস পুঞ্জিভূত হৈ ৰ ল। সেয়েহে ড বাণীকান্ত কাকতিয়ে বিয়েট্ৰিচ ডান্টেৰ বাস্তৱ ঘটনাটিয়ে এখনি অমৰ কাব্য সৃষ্টি কৰাৰ ইঙ্গিত দি তুলনা কৰিবলৈ প্ৰয়াস পাইছে। ইন্দ্ৰিয়গ্ৰাহ্য প্ৰেমৰ বৰ্ণনা নাই কিন্তু কিবা এক নৈৰ্ব্যক্তিক ধাৰ াই প্ৰেমৰ আদৰ্শক আচ্ছন্ন কৰি ৰাখিছে। যথাৰ্থতে প্ৰেমৰ আদৰ্শই কবিক নিৰাশ

বিষাদী ব্যক্তিমুখী আত্মমুখী অতীতপ্ৰিয় কৰি তুলিছে। সেয়েহে সমালোচকে তেওঁৰ কবিতাত উক্ত উপাদানবোৰ বিচাৰি বিশ্লেষণ কৰিছে। আপোন সুৰ বনফুল মৰমৰ সুৰ তিনিওখন পুথিতে প্ৰেম নৈৰাশ্য বিষাদ বেদনাৰ গীতিধৰ্মী অভিব্যক্তি দেখা পাইছে। সময় সলনি হৈছে সাহিত্যৰ ৰূপ আৰু ৰীতিৰে পৰিৱৰ্তন ঘটিছে কিন্তু যতীন্দ্ৰনাথ দুৱৰাই তেওঁৰ অননুকৰণীয় ৰূপ আৰু ৰীতিৰে সময়ৰ বালিত স্থায়ী খোজ থৈ যাবলৈ সক্ষম হৈছে। সেয়া ঐতিহাসিক পটভূমিৰে বিচাৰ কৰিলেহে তাৰ সমুচিত মূল্য নিৰূপণ কৰিব পৰা যাব।

কথা কবিতা অসমীয়া সাহিত্যৰ বুৰঞ্জীতে এক অনন্য স যোজন। দুৱৰাই নিজে কৈছে বনগীতৰেপৰা শ্যেলীলৈকে ওমৰ খায়ামৰপৰা জাৰ্মান কবি হাইনলৈকে সকলোৰে ফুলনিত মই বিচৰণ কৰিছো। কিন্তু যদি ক ৰবাৰ পৰা এটি তলসৰা ফুল আনিছোঁ তাক মোৰ প্ৰাণেৰে ৰহণাই তুলিবৰ বাবে যত্ন কৰিছো ৰুছদেশীয় লেখক আইভান টুৰ্গেনিভৰ কথাৰে কবিতা অৰ্থাৎ *Poems in prose Senilia* ৰ ৰূপ ৰীতি আৰু বিষয় বস্তু লৈ কথা কবিতা পুথিখন ৰচনা কৰিছিল। দুৱৰাই সততে লগত লৈ ফুৰা আন এখনি পুথি হ ল দক্ষিণ আফ্ৰিকাৰ মহিলা লেখিকা অলিভ শ্ৰীনাৰৰ এখনি গদ্য কবিতাৰ পুথি ড্ৰীম । স্বপ্নৰ বুকুতে স্বপ্ন দেখা এইগৰাকী কবিয়ে উক্ত দুয়োখন পুথিৰে গাত গইনা লৈ বুকুৰ উম দি প্ৰাণেৰে ৰহণাই কথা কবিতা লিখিছিল। স্থানান্তৰত এগৰাকী লেখিকাই লিখিছে এই দুয়োখন পুথিৰ পৰাই বাছকবনীয়া ৰচনা বুটলি আনি কেতিয়াবা ভাবানুবাদ কেতিয়াবা ছায়ানুবাদ আৰু কেতিয়াবা মুকলি অনুবাদ কৰি দুৱৰাই নোহোৱা নোপজা কথা কবিতা অসমীয়া সাহিত্যত সৃষ্টি কৰে। দুকুৰি সাতোটা কথা কবিতাৰ প্ৰায়বিলাকত টুৰ্গেনিভ আৰু দুটিমান কবিতাত শ্ৰীনাৰৰ প্ৰভাৱ দেখিবলৈ পোৱা যায়। এই প্ৰভাৱ কেতিয়াবা পোনপটীয়া কেতিয়াবা আওপকীয়া আৰু কেতিয়াবা দূৰণিবটীয়া। ভাব ভাষা আৰু প্ৰকাশ ভঙ্গীয়ে স্বকীয় সৃজনী ৰূপ দান কৰিছে। প্ৰতীকধৰ্মী কথাৰে কবিয়ে বহুতো কথাই কৈ পেলাইছে। কবিৰ জীৱন দৰ্শন অভিজ্ঞতা আশা আৰু কল্পনাৰ ছয়া ময়া ছবি এখন এই কবিতাবিলাকৰ মাজেদি ফুটি ওলাইছে।

ওমৰ তীৰ্থ আৰু মিলনৰ সুৰ দুয়োখন পুথিতেই মধ্যপ্ৰাচ্যৰ এক বিশিষ্ট ইছলামীয় দৰ্শন চুফীবাদ বা চুফীজিমৰ প্ৰতিফলন ঘটিছে। ওমৰৰ ৰুবায়াতৰ ইংৰাজী অনুবাদ কৰি এদিন বিখ্যাত হৈছিল ফিট্জেৰাল্ড। সেই ফিট্জেৰাল্ডৰে ভাঙনি পঢ়ি উদ্বুদ্ধ হয় দুৱৰা। অনুবাদ যাতে সাৰ্থক হয় এদিন চুফীবাদৰ বিষয়ে অধ্যয়ন কৰিছিল খোদাবক্স চাহাবৰ শিষ্যত্ব গ্ৰহণ কৰিছিল। অৱশেষত চুচি মাজি নিটোল ৰূপত 'ওমৰ তীৰ্থ' লিখি উলিয়াইছিল। ডিব্ৰুগড়ত থাকোঁতে অধ্যক্ষ ড যোগীৰাজ বসুৰ সান্নিধ্যলৈ আহিছিল। ড বসুৱে দীঘলীয়া পাতনি এখনি লিখি ছপা কৰিবলৈ উদগনি দিছিল। জনা যায় যে এই পুথিখনৰ নাম হেনো জীৱনৰ সুৰ দিছিল পিছতহে ইয়াৰ নাম মিলনৰ সুৰ হয়। এই দুয়োখন

পুথিৰে ভাব আৰু আদৰ্শই তেওৰ কবিতাত প্ৰভাৱ পেলাইছে কিন্তু তেওঁৰ জীৱন দৰ্শন স্পৰ্শ কৰা নাই।

শ্যেলী কীট্‌ছৰ দৰে অন্যান্য পশ্চিমীয়া কবিৰ অনেক কবিতা বা কবিতাৰ ৰাছকৱনীয়া পংক্তি দুৱৰাই বুকুৰ উমেৰে সজীৱ কৰি অসমীয়ালৈ ৰূপান্তৰ ঘটাইছে। ড মহেশ্বৰ নেওগ ছাৰে এদিন আলোচনা প্ৰসঙ্গত কৈছিল দুৱৰাই য তে এনে কৰিছে তাতে সাৰ্থকতা লাভ কৰিছে। সেই বুলি শ্যেলী কীটছৰ জীৱন দৰ্শনে দুৱৰাক স্পৰ্শ কৰা নাছিল। দুৱৰাক সমসাময়িক সমাজ, সমাজৰ মানুহে আকৰ্ষণ কৰা নাছিল যেন লাগে, কাৰণ তেও নিজৰ বিষাদ বেদনা স্মৃতি বিস্মৃতি আশা নিৰাশা ইয়াকে লৈয়েই ব্যস্ত। তেওৰ কবিতা যেনেকৈ ব্যক্তিমুখী তেনেকৈয়ে আত্মমুখী হৈ উঠিছে। তেওৰ সমকালীন ৰাষ্ট্ৰীয় ঘটনাৱলীয়ে কবিৰ স্পৰ্শকাতৰ অন্তৰতো বিশেষ ৰেখাপাত কৰা নাছিল। এক নৈৰ্ব্যক্তিক সত্তাই কবিৰ হৃদয় আচ্ছন্ন কৰি ৰাখিছিল আৰু তেৱেঁই কবিৰ মানস প্ৰীতিৰ স্বৰূপ ফুটাই তুলিছিল। দুৱৰাৰ প্ৰেম ইন্দ্ৰিয়গ্ৰাহ্য নহয় কাল্পনিক। সেয়েহে কবিতাত কোনো বিশিষ্ট ৰূপ আৰু সত্তাক ধৰা পেলাব নোৱাৰি।

যতীন্দ্ৰনাথ দুৱৰাৰ জীৱন সম্বন্ধে অধিক কথা জানিবলৈ পোৱা নাযায়। ব্যক্তিমুখী কবিতাৰ সকলো কথা তুলিপাৰি জানিবলৈ কবিৰ ব্যক্তি জীৱনৰ তাৎপৰ্যপূৰ্ণ ঘটনাৱলীৰ প্ৰয়োজন। যতীন্দ্ৰনাথ দুৱৰাৰ বিষয়ে জানিবলৈ আৰু জীৱনী লিখিবলৈকো সমল নাই । ইয়াত সন্নিবিষ্ট প্ৰবন্ধাৱলীৰপৰা জীৱনৰ গোটাচেৰেক বাতৰি পোৱা যাব।

যতীন্দ্ৰনাথ দুৱৰা ৰমন্যাসিক যুগৰ শ্ৰেষ্ঠ গীতি কবি। ড বাণীকান্ত কাকতি ড বিৰিঞ্চিকুমাৰ বৰুৱা আৰু ড যোগীৰাজ বসুৱে তাৎপৰ্যপূৰ্ণ একোটা দিশত বিশেষ একোটি সন্ধান দি গৈছে। ইয়াত সন্নিবিষ্ট প্ৰত্যেকটি প্ৰবন্ধই দুৱৰাৰ জীৱন আৰু ৰচনাৰ একো একোটি দিশৰ মূল্যায়ন কৰিছে। এই স কলনটিৰ যোগেদি যতীন্দ্ৰনাথ দুৱৰাৰ জীৱন আৰু কবি প্ৰতিভা সম্পৰ্কে পৰিচয় ফুটি ওলাওক — এয়ে কামনা।

'সুৱাগমণি' — লীলা গগৈ
ৰতনপুৰ
ডিব্ৰুগড় ২৫।১১।৮৮

# সংগ্ৰাহিকাৰ একাষাৰ

যতীন্দ্ৰনাথ দুৱৰাৰ কবিতাৰ এক সুকীয়া আকৰ্ষণ আছে। স্কুলত থাকোতে তোমাৰ প্ৰিয় কবি শীৰ্ষক ৰচনা লিখোতেও যতীন্দ্ৰনাথ দুৱৰাকে বাছি লৈছিলো। ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ স্নাতকোত্তৰ শ্ৰেণীত পঢ়ি থাকোঁতে যতীন্দ্ৰনাথ দুৱৰা আৰু তেওঁৰ কবিতা শিতানৰ এটি বিষয় লৈ এম এ পৰীক্ষাৰ বাবে এখনি গৱেষণা গ্ৰন্থ কণিকা যুগুত কৰিছিলো। সিমানতো দুৱৰাৰ কবিতা অধ্যয়ন আৰু ৰস পান কৰাৰ হেঁপাহ অপূৰ্ণ হৈ ৰ ল। সেয়ে বহল পৰিসৰত অধ্যয়ন কৰি গৱেষণাৰ বাবে দুৱৰা আৰু তেওঁৰ কবিতাসমূহকেই নিৰ্বাচন কৰি লৈছিলো। পি এইচ্ ডি উপাধিৰ অৰ্থে উচ্চ পৰ্যায়ৰ গৱেষণাৰ উদ্দেশ্যে সমল গোটাওঁতে ভালেমান প্ৰবন্ধ বিচাৰি উলিয়াইছিলোঁ। পুৰণি বাঁহী আৱাহন জয়ন্তী অসম সাহিত্য সভা পত্ৰিকা আন আলোচনী বাতৰি কাকতত কিছুমান প্ৰবন্ধ পাইছিলোঁ যিবোৰ আছিল সাধাৰণভাৱে দুষ্প্ৰাপ্য। গৱেষণাৰ বাবে যতীন্দ্ৰনাথ দুৱৰাৰ জীৱন কিম্বা কাব্য কৃতিৰ কথা থকা ন পুৰণি বহুতো প্ৰবন্ধ স গ্ৰহ কৰাত এটি ডাঙৰ টোপোলা হৈ পৰে। গৱেষণাৰ অন্তত প্ৰবন্ধবোৰ গোটাই এখন গ্ৰন্থ প্ৰকাশ কৰাৰ কথা ভাৱিছিলোঁ যদিও কিছু প্ৰবন্ধত সম্পাদনাৰ প্ৰয়োজনীয়তা অনুভৱ কৰাত ড লীলা গগৈ চাৰৰ কাষ চাপিছিলো। কাৰণ এই গধুৰ দায়িত্ব পালন কৰিবলৈ মই তেতিয়া নিজকে অসমৰ্থ বুলিয়ে অনুভৱ কৰিছিলো। শ্ৰদ্ধাৰ ছাৰে সম্পাদনাৰ দায়িত্ব লৈ মোক সহায় কৰিলে লগতে ময়ো সম্পাদনাৰ যাৱতীয় কাম কাজ শিকি পেলালো। এনেদৰেই ১৯৮৮ চনত জন্ম হৈছিল যতীন্দ্ৰনাথ দুৱৰা কবি আৰু কবিপ্ৰতিভা গ্ৰন্থখনৰ।

গ্ৰন্থখনিৰ প্ৰথম স স্কৰণ শেষ হোৱাত দ্বিতীয় স স্কৰণ প্ৰকাশৰ বাবে প্ৰকাশক প্ৰতিষ্ঠান বনলতা আগবাঢ়ি অহাত আনন্দিত হৈছো। প্ৰবন্ধ স গ্ৰহ আৰু যুগুতোৱাৰ ক্ষেত্ৰত স্বামী শ্ৰীতৰুণচন্দ্ৰ ডেকাই আগবঢ়োৱা সহায়ৰ কথা পুনৰ মনত পেলাই ঋণ স্বীকাৰ কৰিছোঁ লগতে আন্তৰিক কৃতজ্ঞতা জনাইছো। শ্ৰীযুতা চন্দ্ৰপ্ৰভা গগৈ বাইদেউৰ সহায়ত ড লীলা গগৈ ছাৰৰ ব্যক্তিগত পুথিভঁৰালৰ পৰা আৰু আন বহুজনৰ পৰা সমল আহৰণৰ অৰ্থে বিশেষভাৱে সহায় লাভ কৰিছিলো। দ্বিতীয় স স্কৰণৰ প্ৰকাশৰ প্ৰাক্‌মুহূৰ্তত পুনৰ সদৌটিলৈকে আন্তৰিক কৃতজ্ঞতা জনালো।

দ্বিতীয় স স্কৰণৰ প্ৰকাশৰ বাবে বনলতা'ই দেখুওৱা আগ্ৰহৰ বাবে শ্ৰীমাখন হাজৰিকা আৰু শ্ৰীঅনন্ত হাজৰিকাৰ শলাগ লৈছো লগতে ধন্যবাদ জ্ঞাপন কৰিছো। এই স স্কৰণত কিছু নতুন স যোগৰ সতে সূচীপত্ৰৰ সালসলনি কৰা হৈছে।

পুথিখনিয়ে যতীন্দ্ৰনাথ দুৱৰাৰ জীৱন আৰু কাব্যকৃতিত পোহৰ পেলাবলৈ সক্ষম হ লেই আমাৰ শ্ৰম সাৰ্থক হ ব। আশাকৰোঁ দ্বিতীয় স স্কৰণটিয়েও পাঠকৰ আদৰ পাবলৈ সক্ষম হ ব।

ৰাজগড় — ড° নমিতা ডেকা

গুৱাহাটী ৭৮১০০৭

## দ্বিতীয় স স্কৰণৰ পাতনি
## যতীন্দ্ৰনাথ দুৱৰা এক অনন্য প্ৰতিভা আৰু সুপ্ৰভ ব্যক্তিত্ব

যতীন্দ্ৰনাথ দুৱৰাৰ জন্ম অসমৰ এটি প্ৰাচীন সম্ভ্ৰান্ত পৰিয়ালত। চন ১৮৯২ মাৰ্চ মাহৰ চতুৰ্থ দিন। ৰজাঘৰীয়া খিতাপ আৰু সা সুবিধা ভোগ কৰা দুৱৰাৰ পৰিয়ালৰ লোকসকলে ই ৰাজ আমোলতো আমোলাৰ চাকৰি কৰি জীৱিকা নিৰ্বাহ কৰিছিল। ইংৰাজ শাসক ডেভিদ স্কটে অসমত প্ৰচলন কৰা বিত্ত অৰ্থনীতিৰ (Monitised economy) পৰিণতিস্বৰূপে ক্ষয়িষ্ণু মধ্যবিত্ত শ্ৰেণীৰ পৰিয়ালতে যতীন্দ্ৰনাথ দুৱৰাৰ জন্ম হৈছিল। শিৱসাগৰৰ বুকুৰেদি বৈ যোৱা ইতিহাস প্ৰসিদ্ধ দিখৌ নৈৰ পাৰত শিৱসাগৰ নগৰৰ দক্ষিণ কোণত দুৱৰা পৰিয়ালৰ ঘৰ। তিনিফালে দিখৌৱে বেৰি থকা এই ঠাইডোখৰৰ নাম আছিল চলিহা টুপ। উল্লেখযোগ্য যে বিখ্যাত ফণীধৰ চলিহাই ইয়াত বসবাস কৰিছিল বাবেই ঠাইডোখৰৰ নাম চলিহা টুপ হৈছিল। দুৱৰা কাকতী ব শৰ শ্যামসুন্দৰ দুৱৰা আৰু পুণ্যদা দুৱৰা আছিল ক্ৰমে তেওঁৰ পিতৃ আৰু মাতৃ। যতীন্দ্ৰনাথ দুৱৰাৰ পূৰ্বপুৰুষ হিচাপে গৌৰধ্বজ সি হৰ নাম পোৱা যায়। গৌড়ৰ সেনাপতি তুৰ্বকে দ্বিতীয়বাৰ অসম আক্ৰমণ কৰিবলৈ আহোঁতে সৈন্য শক্তি বৃদ্ধি কৰিবলৈ লগত কিছুস খ্যক হিন্দুস্থানী চিপাহীও আনিছিল। ইয়াৰ লগতে সাহসী আৰু কৰ্মনিপুণ গৌৰধ্বজ সি হও আহিছিল। যুদ্ধত তুৰ্বক পৰাস্ত হৈছিল। তুৰ্বকৰ সৈন্য সামন্ত স্বাভাৱিকতে ছেদেলি ভেদেলি হৈ পৰিছিল। গৌৰধ্বজো নামনি অসমৰ কোনো এঠাইত ৰৈ যায়। পিছলৈ গৌৰধ্বজে আহোম ৰজাৰ প্ৰিয়পাত্ৰতা লাভ কৰি বাৰভূঞাসকলৰ ওচৰতে কপিলী নৈৰ পাৰত বাস কৰে। গৌৰধ্বজৰ তিনিজন পুতেক – কমলাকান্ত হৰিচৰণ আৰু হৰিকান্ত। হৰিকান্তৰ ঠালতে যতীন্দ্ৰনাথ দুৱৰাৰ জন্ম। সেয়া গৌৰধ্বজৰ অধস্তন দশমপুৰুষ।

অকালতে প্ৰসৱ হোৱা সন্তান হিচাপে যতীন্দ্ৰনাথ দুৱৰাই জন্ম লাভ কৰিয়ে জীয়াই থাকিবলৈ স গ্ৰাম কৰিবলগীয়া হৈছিল। সেয়াই জীৱন স গ্ৰামৰ আৰম্ভণি। সেই সময়ত ই ৰাজ চৰকাৰৰ তলত চাকৰি কৰা বিশেষ ক্ষমতাশালী কমল দুৱৰা যতীন্দ্ৰনাথ দুৱৰাৰ সম্বন্ধীয় ককায়েক আছিল। দুৱৰাৰ কেদাৰ নামটো (পঢ়াশালিতো এইটো নামেই আছিল) তেওঁৰ মুঠেই পছন্দ হোৱা নাছিল। সেয়ে তেওঁ এটা নতুন নাম দিলে যতীন্দ্ৰ । শ্যামসুন্দৰ দুৱৰা আৰু যতীন্দ্ৰনাথ দুয়োৰে নামটো মনপুত হোৱাত কেদাৰ ৰ সলনি নাম হ ল যতীন্দ্ৰনাথ । লগৰীয়াবোৰে কেদাৰ ৰ সলনি গেদাৰ বুলি জোকোৱা কথা তল পৰিল যদিও ভালেমান দিনলৈ কেদাৰ যতীন্দ্ৰ হ ল বুলি কবিতাৰ সুৰত জোকাই থাকিল।

দিখৌ নৈৰ পানীত সাতুৰি নাদুৰি আৰু বালিত খেল ধেমালি কৰি ডাঙৰ দীঘল হোৱা যতীন্দ্ৰনাথ দুৱৰাই ১৯০৯ চনত শিৱসাগৰ চৰকাৰী উচ্চ ইংৰাজী বিদ্যালয়ৰপৰা প্ৰৱেশিকা পৰীক্ষাত উত্তীৰ্ণ হয়। দুৱৰাক উচ্চ শিক্ষা প্ৰদানৰ বাবে দেউতাক শ্যামসুন্দৰ দুৱৰা অতিশয় আগ্ৰহী আছিল। মৃত্যুশয্যাত পৰি থাকোতেও তেওঁ যতীন্দ্ৰৰ পঢ়া শুনাত যাতে ব্যাঘাত নজন্মে সেইকথা সকিয়াই গৈছিল। প্ৰৱেশিকা পৰীক্ষাত উত্তীৰ্ণ হৈ দুৱৰাই গুৱাহাটীৰ কটন কলেজত ভৰ্ত্তি হয় যদিও এই কলেজত সৰহদিন নাথাকিল। কটন কলেজ এৰি তেওঁ কলিকতাৰ স্কটিছ চাৰ্চ কলেজত নাম লগায়। কলেজত তেওঁৰ অধ্যয়নৰ বিষয় আছিল বুৰঞ্জী আৰু অৰ্থনীতি। ১৯১৩ চনত দুৱৰাই উক্ত কলেজৰপৰা স্নাতক ডিগ্ৰী লাভ কৰে। ইয়াৰ পিছত তেওঁ একেলগে আইন আৰু এম এ শ্ৰেণীত নাম লগায়। কিন্তু দুৱৰাৰ এই শিক্ষা অসম্পূৰ্ণ হ'ল। দুৱৰাৰ মাতৃসমা দুগৰাকী বৌৱেক আৰু তেওঁলোকৰ এহাল ল'ৰা ছোৱালীৰ অগাপিছাকৈ হোৱা মৃত্যুৰ শোকাবহ ঘটনাই তেওঁৰ জীৱনৰ আদৰ্শ আৰু দিক্ দুয়োটাকে সলনি কৰি পেলালে। ইয়াতেই দুৱৰাৰ জীৱনৰ নিৰাশা আৰু দুখৰ পাতনি বুলি ক'ব পাৰি। কলিকতাৰপৰা দুৱৰা শিৱসাগৰলৈ উভতি আহিল। পঢ়া শুনা বন্ধ হোৱাৰ লগতে সংসাৰৰ প্ৰতিও তেওঁৰ মনত বিৰাগ ভাৱৰ উদয় হ'ল। এইখিনিতে উল্লেখনীয় যে দুৱৰা চিৰকৌমাৰ্য্যব্ৰতী আছিল।

শিক্ষকতাৰে কৰ্মজীৱন আৰম্ভ কৰা দুৱৰা সমগ্ৰ জীৱন জুৰি শিক্ষক হৈয়ে থাকিল। তেওঁৰ অগ্ৰজপ্ৰতিম নীলমণি ফুকনে প্ৰতিষ্ঠা কৰা ডিব্ৰুগড়ৰ জৰ্জ ইন্সটিটিউচনত পোনপ্ৰথম শিক্ষক হিচাপে দুৱৰা নিযুক্ত হয় ১৯১৮ চনত। ১৯২১চনলৈ তেওঁ ইয়াতেই কাম কৰে যদিও পুনৰ কলিকতালৈ গৈ স্কটিছ চাৰ্চ কলেজিয়েট স্কুলত বুৰঞ্জীৰ শিক্ষক হিচাপে নিযুক্ত হয়। একেসময়তে তেওঁ জেন্ডাণ্ডাজ হোষ্টেলৰ চুপাৰিণ্টেণ্ডেটৰ দায়িত্বও বহন কৰে। তেওঁ কলিকতালৈ উলটি গৈ স্কটিছ চাৰ্চ কলেজিয়েট স্কুলত কিয় কামত সোমালগৈ সেইটো বুজা টান। ১৯৩৮ চনত কলিকতা বিশ্ববিদ্যালয়ে অসমীয়া এটা বিষয় হিচাপে অন্তৰ্ভুক্ত কৰাত যতীন্দ্ৰনাথ দুৱৰাক অংশকালীন অধ্যাপক হিচাপে নিযুক্তি দিয়ে (১৯৩৮ ১৯৪৩ চন)। স্কটিছ চাৰ্চৰ পৰা অৱসৰ লৈ তেওঁ অসমলৈ উলটি অহাত কেইবাখনো মহাবিদ্যালয়ে তেওঁক অধ্যাপক হিচাপে নিযুক্তি দিব খুজিছিল। ডিব্ৰুগড়ৰ হনুমানবক্স সুৰযমল কানৈ কলেজে ১৯৪৮ চনত দুৱৰাক অসমীয়া বিভাগৰ মুখ্য অধ্যাপক পদত নিযুক্তি দিয়ে। ইয়াত তেওঁ ছাত্ৰাবাসৰ চুপাৰিণ্টেণ্ডেণ্টৰ দায়িত্ব গ্ৰহণ কৰিছিল। উক্ত কলেজত দুৱৰাই বাৰ বছৰ সুখ্যাতিৰে অধ্যাপনা কৰিছিল। দুৱৰাৰ স্বাস্থ্যৰ অৱনতি ঘটাত ১৯৬১চনত তেওঁ অধ্যাপনাৰ পৰা অৱসৰ গ্ৰহণ কৰে। বাৰ বছৰীয়া সুখ্যাতিপূৰ্ণ অধ্যাপনাৰ প্ৰতি সন্মান জনাই কানৈ কলেজে আনুষ্ঠানিকভাৱে ১৯৬১ চনৰ ১২জানুৱাৰীত দুৱৰাক বিদায় সম্ভাষণ জনায়। এইখিনিতে উল্লেখনীয় যে শিক্ষক হিচাপে যতীন্দ্ৰনাথ দুৱৰা কৃতী মিঠামুখীয়া আৰু সকলোৰে শ্ৰদ্ধাৰ পাত্ৰ আছিল। পঢ়া শুনাত কৃতিত্ব প্ৰদৰ্শন কৰিব নোৱাৰা ছাত্ৰসকলে মৰমিয়াল দুৱৰাৰ পৰা সততে অনুগ্ৰহৰ সুবিধা বিচাৰিছিল।

১৮৭২ চনতে অসমৰ স্কুল আৰু আদালতত চৰকাৰী আদেশ অনুসৰি অসমীয়া ভাষাৰ প্ৰচলন হ লেও যথাৰ্থতে ই সকলো ক্ষেত্ৰতে কাৰ্যকৰী হোৱা নাছিল। সেইবাবে অসমীয়া ছাত্ৰসকলৰ মনত ক্ষোভ আৰু অসন্তুষ্টিৰ সৃষ্টি হৈছিল। এদিন যতীন্দ্ৰনাথ দুৱৰাই শিৱসাগৰ চৰকাৰী স্কুলৰ প্ৰধান শিক্ষক ৰামমোহন মিত্ৰক মাতৃভাষাৰে শিক্ষাদান কৰিবলৈ অনুৰোধ কৰিছিল। তেতিয়া মিত্ৰই খঙেৰে মাতৃভাষা কাক বোলে বুলি সোধা প্ৰশ্নৰ উত্তৰত দুৱৰাই কৈছিল — কেচুৱাই মাকৰ কোমল কোলাত শুই গাখীৰ খাই থাকোতে পোনতে যি ভাষাৰে আই বুলি মাতিবলৈ শিকে সেয়ে মাতৃভাষা দু খৰ বিষয় আমি সেই মাতৃভাষাৰপৰা বঞ্চিত। এনেদৰে কৈ হুকহুকাই কান্দি উঠা দুৱৰাক প্ৰধান শিক্ষকজনে কৈছিল বাছা শোক নকৰিবা তুমি এদিন তোমাৰ মাতৃভাষাৰ মুখ উজ্জ্বল কৰিবা। সেইজন দুৱৰাই প্ৰধান শিক্ষকৰ আশীৰ্বাদ শিৰত লৈ ডেকা বয়সতে কবিতা লিখি কবি হিচাপে প্ৰতিষ্ঠা লাভ কৰিছিল। এইখিনিতে উল্লেখযোগ্য যে দুৱৰাই চতুৰ্থমান শ্ৰেণীতে Twinkle Twinkle little star কবিতাৰ ভাঙনি কৰিছিল এনেদৰে

চিকিমিকি চিকিমিকি সৰু তৰাটি
কেনেকৈ শোভা কৰে ওখ আকাশত
চিক্ মিক্ কৰি কৰি হীৰাৰ নিচিনা জ্বলি
সন্ধিয়া দিয়েহি পোহৰ।

বেণুধৰ ৰাজখোৱাই হেনো এই কবিতাটো পঢ়ি দুৱৰাক বিশেষ উৎসাহ দিছিল। অ ভা উ সা (১৮৮৮) সভা আৰু জোনাকী (১৮৮৯) কাকতৰ উদ্ভৱ হোৱাত শক্তি আৰু সাহসেৰে অসমীয়া সাহিত্যক সমৃদ্ধ কৰিবলৈ লক্ষ্মীনাথ বেজবৰুৱা পদ্মনাথ গোঁহাই বৰুৱা চন্দ্ৰকুমাৰ আগৰৱালা ৰজনীকান্ত বৰদলৈ আদি আগবাঢ়ি আহে। এইসকল সাহিত্যিকৰ প্ৰেৰণা আৰু আদৰ্শৰ ছাত ঘাইকৈ ৰমন্যাসিক আদৰ্শত বুৰগৈ জনচেৰেক নতুন সাহিত্যিকে মূৰ দাঙি উঠে। তাৰে ভিতৰৰে এজন হ ল যতীন্দ্ৰনাথ দুৱৰা (১৮৯২ ১৯৬৪)।

যতীন্দ্ৰনাথ দুৱৰা কথা বতৰা ব্যৱহাৰ পাতি আদিত যেনেদৰে সুন্দৰ আছিল সেইদৰে দেখাতো আছিল অতিশয় শুৱনি। কিন্তু ১৯৩৩ চনত কলিকতাত ঘটা এটা মটৰ দুৰ্ঘটনাৰ ফলত তেওৰ বাকীবোৰ সৌন্দৰ্য অটুট থাকিল যদিও ধুনীয়া মুখখন কিছু সলনি হৈ গ ল। এই দুৰ্ঘটনাৰপৰাই তেও জীৱনলৈ ঘৃণীয়া হয়। দুৰ্ঘটনাই আনি দিয়া জীৱন মৃত্যুৰ সন্ধিক্ষণত দুৱৰাৰ একমাত্ৰ সহায় আৰু সাৰথি আছিল ড আৰ্কহাৰ্ট চাহাব।

যতীন্দ্ৰনাথ দুৱৰাই বেণুধৰ ৰাজখোৱা ফণিধৰ চলিহা ৰবীন্দ্ৰনাথ ঠাকুৰ পাৰ্বতীপ্ৰসাদ বৰুৱা নীলমণি ফুকন নকুলচন্দ্ৰ ভূঞা অমিয়কুমাৰ দাস তীৰ্থনাথ শৰ্মা তৰুণৰাম ফুকন বিৰিঞ্চিকুমাৰ বৰুৱা লক্ষ্মীধৰ শৰ্মা আদি সাহিত্যিকসকলৰ উৎসাহ প্ৰেৰণা সান্নিধ্য লাভ কৰিছিল যদিও তেওৰ ব্যক্তিগত তথা সাহিত্যিক জীৱনৰ লগত সাহিত্যৰথী

লক্ষ্মীনাথ বেজবৰুৱাৰ নাম নিবিড়ভাৱে জড়িত হৈ আছে। বয়সৰ ফালৰপৰা ২৪বছৰৰ পাৰ্থক্য থাকিলেও দুয়োৰে মাজত আছিল ঘনিষ্ঠ সম্পৰ্ক। একে আষাৰে ক বলৈ হ লে বেজবৰুৱা আছিল দুৱৰাৰ বন্ধু দাৰ্শনিক আৰু বাটকটীয়া – friend philosopher & guide

দুৱৰা আছিল লাজুকী লতাৰ দৰে চুলেই জয় পৰি যোৱা বিধৰ। নিজৰ লাজকুৰীয়া স্বভাৱৰ বিষয়ে তেওঁ এনেদৰে কৈছে I am very shy before ladies and I get nervous You will be surprised to know that I cannot go to privy even in a family where there are ladies কিন্তু এই লাজকুৰীয়া ব্যক্তিজনেই আছিল অতিশয় দায়িত্বশীল ব্যক্তি। শিক্ষকৰ দায়িত্ব সঠিকভাৱে পালন কৰাৰ উপৰিও হোষ্টেল চুপাৰিণ্টেণ্ডেণ্ট হিচাপেও তেওঁ সুচাৰুৰূপে দায়িত্ব বহন কৰিছিল। ব্যৱহাৰত সাদৰী অহঙ্কাৰবিহীন দুৱৰা আছিল নম্ৰতাৰ প্ৰতিমূৰ্তি। মৰমিয়াল দুৱৰাৰ আছিল এখনি স্পৰ্শকাতৰ অন্তৰ। চকুপানী দুৱৰাৰ সহ্য নহৈছিল। মৃত্যু অথবা দুখৰ বাতৰিয়ে দুৱৰাৰ কোমল অন্তৰত গভীৰ আঘাত হানিছিল। যতীন্দ্ৰনাথ দুৱৰা সদায়েই ভতিজাকহঁতৰ অতি মৰমৰ বাপুতা। কোমল অন্তৰৰ গৰাকী দুৱৰা এখন নিৰ্মল অন্তৰৰো অধিকাৰী। দৈনন্দিন জীৱনত বৰ পৰিপাটী দুৱৰাই ভাল কাপোৰ পিন্ধি ভাল বস্তু খাই(মিঠা বস্তু বেছি প্ৰিয়) আৰু ভাল কথা আলোচনা কৰি আনন্দ লাভ কৰিছিল। চুৰীয়াৰ থোৰত পদুমফুল ফুলাব জনা দুৱৰাই জাৰৰ দিনত মাখন ৰঙৰ বা ডাঠ চকলেট ৰঙৰ গৰম কোট পিন্ধিছিল। কেতিয়াবা আলোৱান এখনো মেৰিয়াই লৈছিল। গৰমৰ দিনত কামিজৰ ওপৰত বাওপিনে কান্ধত চাদৰ এখন জাপি পেলাই লৈছিল। নিয়মৰ মাজেৰে চলা দুৱৰাই প্ৰসাধন কৰি ভাল পাইছিল। দামী প্ৰসাধন সামগ্ৰীসমূহ ডাকযোগে ডাৰ্গেটি এণ্ড ৰামছডেল কোম্পানীৰ পৰা আনিছিল। সৰু ল ৰাৰ দৰে দুৱৰা আছিল অতিশয় অভিমানী। জ্যোতিষ শাস্ত্ৰত দুৱৰাৰ বিশ্বাস আছিল গভীৰ। যতীন্দ্ৰনাথ দুৱৰাৰ এনেধৰণৰ ব্যক্তিত্বৰ প্ৰতিফলন ঘটিছিল কবিতাৰ মাজতো। দায়িত্বশীল ব্যক্তি বাবেই তেওঁ ওমৰ তীৰ্থ অনুবাদ কৰিবলৈ গুৰুদায়িত্ব বহন কৰিছিল। লাজকুৰীয়া দুৱৰাই হয়তো এনে স্বভাৱৰ বাবেই অন্তৰৰ গুপুত প্ৰেমৰ কথা ব্যক্ত কৰিব নোৱাৰিলে। যাৰবাবে বাস্তৱৰ সলনি সপোন কবিৰ আপোন হ ল আৰু ভালপাও অসীমৰ দূৰৰ আভাস ভালপাও সুখৰ সপোন বুলি নিজকে সান্ত্বনা দিবলগীয়া হ ল। কবিতাত তেওঁৰ অভিমান দুখ আৰু বেদনাৰে স মিশ্ৰিত।

নেচাপো তোমাৰ কাষ দূৰতে আতৰি ৰ ম
অন্তৰত ৰব মাথোঁ মধু সোৱৰণী।

অভিমানেই তেওঁক ভগৱানৰ সতে মিলিত হোৱাতো বাধা দিছে। তাৰবাবে কবিৰ গভীৰ আক্ষেপ

থাকোতে কাষত কিয়নো তোমাক
নল লো আদৰ চেনেহ্ কৰি
কিনো অভিমানে হিয়া আৱৰিলে
কিনো ভুলে নিলে পোহৰ কৰি।

যেতিয়া একোজন ব্যক্তিৰ মাজত সুকীয়া সুকীয়া ব্যক্তিত্বই গঢ় লৈ উঠে তেতিয়া স্বাভাৱিকতেই সমানে খোজ মিলাই বিকশিত হৈ উঠে অনন্য প্ৰতিভাৰ। দুৱৰাও তেনেদৰে প্ৰস্ফুটিত হোৱা এক অনন্য প্ৰতিভা। ককায়েকহঁতৰ ইচ্ছা আছিল দুৱৰাই আইন পঢ়ি সুখ্যাতিৰে উপাধি লৈ উলটি আহি আইন ব্যৱসায় কৰিব আৰু তাৰ যোগেদি সেই পৰিয়ালটিৰ আৰ্থিক উন্নতি সাধিত হ ব। দুৱৰাই সেই ইচ্ছা পূৰণ কৰিব নোৱাৰিলে। কিন্তু আধুনিক শিক্ষাৰে শিক্ষিত হ বলৈ কলিকতালৈ গৈ বিশ্বসাহিত্যৰ লগত চিনাকি হৈ তাৰপৰা মৌকোহ বুটলি আনি অসমীয়া ভাষা সাহিত্যৰ ভৰালত একোটুপি সুৱদি মৌ সঞ্চয় কৰিবলৈ স কল্প গ্ৰহণ কৰাৰ পৰিৱেশ লাভ কৰিছিল আৰু এইক্ষেত্ৰত দুৱৰা কৃতকাৰ্য্যও হৈছিল। ১৮৩৬ চনত অসমত সৰ্বনশীয়া চৰকাৰী নিৰ্দেশ অনুযায়ী স্কুল কাছাৰি আদিত অসমীয়া ভাষাৰ পৰিৱৰ্তে বঙলা ভাষাৰ প্ৰচলন ঘটিছিল। দুৱৰাই তেওঁৰ শিক্ষা জীৱনত নিজৰ মাতৃভাষাৰপৰা বঞ্চিত হৈ যি তিক্ত অভিজ্ঞতা লাভ কৰিছিল আৰু সিয়ে তেওঁৰ মনলৈ যি প্ৰৱল প্ৰতিৰোধৰ ধাৰণা আনিছিল তাৰ পৰিণতি স্বৰূপে দুৱৰাই জননী জন্মভূমি আৰু মাতৃভাষাৰ সেৱা কৰিবলৈ আন্তৰিকতাৰে আগবাঢ়ি গৈছিল। দুৱৰাই উচ্চশিক্ষাৰ দুৱাৰ দলিলৈকে আগবাঢ়ি গৈছিল যদিও তেওঁৰ সৰ্বশেষ নৈপুণ্য ফুটি নুঠিল। কিন্তু সাহিত্য ক্ষেত্ৰত অসমৰ খ্যাতনামা সাহিত্যিকসকলৰ ভিতৰত এজন লেখত ল বলগীয়া লোক হৈ উঠিল।

যতীন্দ্ৰনাথ দুৱৰাৰ কাব্য প্ৰতিভা বিকশিত হয় বাঁহী আলোচনীৰ জৰিয়তে। দুৱৰাই কবিতা ৰচনা কৰে কিন্তু সেই কবিতা তেওঁ হৃদয়তে সামৰি থ ব খোজে। তদুপৰি তেওঁ যেতিয়াই ইচ্ছা কৰে তেতিয়াই একেৰাহে কবিতা লিখিব পৰা গুণ তেওঁৰ আছিল। ৰাজশেখৰৰ কাব্যমীমা সা ৰ ব্যাখ্যা অনুসৰি যতীন্দ্ৰনাথ দুৱৰাক এনে গুণৰ বাবে হৃদয় কবি আৰু অবিচ্ছেদী কবি আখ্যা দিব পাৰি। তদুপৰি অসমীয়া ৰাইজে দুৱৰাক যদুকবি গীতি কবি অসমীয়া শ্যেলী প্ৰেমৰ কবি দৰদী কবি কাব্যযোগী আদি আখ্যাৰে বিভূষিত কৰিছে। দুৱৰাৰ কবিতাৰ পুথিকেইখন – ওমৰ তীৰ্থ (১৯২৫চন) কথা কবিতা (১৯৩৩চন) আপোন সুৰ (১৯৩৮ চন) বনফুল (১৯৫২ চন) মিলনৰ সুৰ (১৯৫৮ চন) আৰু মৰমৰ সুৰ (১৯৭৬ চন)। মৰমৰ সুৰ কবিৰ মৃত্যুৰ পিছত প্ৰকাশিত হয়। মুঠ পঞ্চাশটা কবিতাৰে সমৃদ্ধ বনফুল কবিতাপুথিৰ বাবে দুৱৰাই ১৯৫২ চনত সাহিত্য অকাডেমী পুৰস্কাৰ লাভ কৰে। দুৱৰাৰ সৰহ কবিতাৰ পুথি প্ৰকাশিত হোৱা নাই সচা কিন্তু তেখেতৰ কবিতাৰ মূল্য স খ্যা সাপেক্ষ নহয় গুণসাপেক্ষহে। যতীন্দ্ৰনাথ দুৱৰা নি সন্দেহে বিংশ শতিকাৰ শ্ৰেষ্ঠ গীতিকবি। নিজকে গীতিকবি হিচাপে

প্ৰতিষ্ঠা কৰাত আৰু গীতি কবিতা সৃষ্টিত দুৱৰাই সাফল্য অৰ্জন কৰিছে। ড বাণীকান্ত কাকতিৰ ভাষাত কুৰি শতিকাৰ নানা বৰণীয়া ভাৱৰ সমাৱেশেৰে পুষ্ট হোৱা আদৰ্শক সৌন্দৰ্যৰ মাজেৰে আমাৰ আগত দাঙি ধৰাসকলৰ ভিতৰত আদি শ্ৰেষ্ঠ কবি শ্ৰীযুত যতীন্দ্ৰ নাথ দুৱৰা।

ঊনবি শ শতিকাৰ শেহভাগত অসমীয়া সাহিত্যলৈ ৰমন্যাসিক আদৰ্শৰ এটি ঢৌ আহে। কলিকতাতে গঢ় লৈ উঠা অসমীয়া ভাষা উন্নতি সাধিনী সভাই জোনাকী কাকতৰ মাধ্যমেদি ঘাইকৈ গীতিকবিতা আৰু ৰমন্যাসিক আদৰ্শৰ বীজ সিঁচি দিছিল আৰু তাৰেই পুলি গজি পিছৰ শতাব্দীৰ আগভাগতে যতীন্দ্ৰনাথ দুৱৰাৰ হাতত ৰমন্যাসিক ভাৱ আৰু আদৰ্শ লগতে আধুনিক ৰূপ আৰু ৰীতি সম্পূৰ্ণৰূপে পূৰ্ঠ হৈ উঠিছিল। ৰমন্যাসিক কাব্যৰ লক্ষণসমূহ আৰু গীতিধৰ্মীতাই যতীন্দ্ৰনাথ দুৱৰাৰ কাব্য সাহিত্যক সমৃদ্ধ কৰি তুলিছে। যতীন্দ্ৰনাথ দুৱৰাৰ অনন্য প্ৰতিভাই যথাৰ্থতে ৰমন্যাসিক কাব্য সাহিত্যৰ মাজেদিয়েই পূৰ্ণতা লাভ কৰিছে। অৱশ্যে এই কথাও উল্লেখযোগ্য যে যতীন্দ্ৰনাথ দুৱৰা যদিও আধুনিক ৰমন্যাসিক আদৰ্শৰেই কবি তেওৰ ভাব আৰু আদৰ্শত ভাৰতীয় দৰ্শন আৰু ঐতিহ্যৰ ফিৰিঙতি আহি নপৰাকৈ থকা নাই। ৰমন্যাসিক যুগৰ কবিসকলৰ কবিতাত বস্তু ধৰ্মিতাতকৈ সকলো সময়তে ব্যক্তিনিষ্ঠতাই প্ৰাধান্য লাভ কৰে। ব্যক্তিনিষ্ঠ কবিতাসমূহত কবিৰ ব্যক্তিগত জীৱনৰ ভাৱ উচ্ছাস আশা আকাঙ্খা পাহৰণি সোৱৰণী আদি স্বত স্ফুৰ্তভাৱে ফুটি উঠা দেখিবলৈ পোৱা যায়। দুৱৰায়ো কৈছে

নিৰলে থাকিম বুলি সাজিছোঁ ইয়াতে পঁজা
দাঁতিয়েদি বৈ যায় পাহৰণি ন'ই
ধুনীয়া জোনাক ৰাতি বহি তাৰ পাৰতেই
শুনাম জীৱন গীতি বীণধ্বনি লই।

ই ৰাজ কবিয়ে বুকুত সৃষ্টিৰ নতুন পাতনি তৰাৰ যি আহ্বান জনাইছে তেনে আহ্বান দুৱৰাৰ কবিতাত প্ৰত্যক্ষভাৱে নাই যদিও পুৰণিৰ বুকুত নৱ আহ্বানৰ আদৰ্শ ফুটি ওলাইছে।

আধুনিক অসমীয়া কাব্য সাহিত্যৰ ইতিহাসত এটি নতুন বস্তুৱে গা কৰি উঠে। সি হ ল ছন্দ বৈচিত্ৰ্য। প্ৰচীন অসমীয়া কাব্যত সততে দুলড়ী লেচাৰি ছবি কুসুমমালা একাৱলী ঝুনা আদি ছন্দ দেখিবলৈ পোৱা যায়। কিন্তু অসমীয়া সাহিত্যলৈ ৰোমাণ্টিক ভাৱ আদৰ্শ অহাৰ লগে লগে কবিতাত ছন্দই বৰণ সলালে আৰু সি বিচিত্ৰৰূপত গঢ় লৈ উঠিল। এইক্ষেত্ৰত অৱশ্যে যতীন্দ্ৰনাথ দুৱৰাই তেওৰ প্ৰথম কবিতাপুথি ওমৰ তীৰ্থ' দেখাত এক নতুন ছন্দেৰে ৰচনা কৰিলেও সি প্ৰচীন ত্ৰিপদী ছন্দৰ সমধৰ্ম্মী। সেইদৰে দুৱৰাৰ প্ৰায় অধিকাংশ কবিতাতে তেওৰ সুৰধৰ্মিতাৰ লগত সঙ্গতি ৰাখি ত্ৰিপদী ছন্দৰ ছন্দস্পন্দেৰে কবিতাসমূহ আগবাঢ়ি গৈছে আৰু ইয়ে দুৱৰাৰ কবিতাৰ বৈশিষ্ট্য সৃষ্টি কৰিছে।

দুৱৰাৰ কবিতাৰ এক নিজা বৈশিষ্ট্য আছে। সেই বৈশিষ্ট্য ফুটি উঠিছে তেওৰ বছা

বছা শব্দৰ সমন্বয়ত গঢ় লৈ উঠা সুৰ আৰু সৌন্দৰ্যৰ সমাৱেশেৰে। এই বৈশিষ্ট বিলাকেই প্ৰকৃততে দুৱৰাক জনপ্ৰিয় কৰি তুলিছে। আৰম্ভণিৰেপৰা শেষলৈকে দুৱৰাৰ কবিতাসমূহে ঘাইকৈ প্ৰেম আৰু কাৰুণ্যই ৰসসিক্ত কৰি তুলিছে। মন কৰিবলগীয়া যে দুৱৰাৰ বহুসংখ্যক কবিতাৰ নামকৰণ সুৰ যুক্ত। সিয়ে তেওৰ কবিতাৰ ঘাই লক্ষণ যে সুৰধৰ্মী তাক প্ৰতীয়মান কৰিছে। আনপিনে দুৱৰাই সপোন বিষাদ পাহৰণি সোঁৱৰণী আদি কেতবোৰ সূক্ষ্ম বিষয়কো কবিতাৰ বিষয় কৰি সামৰি লৈছে। সপোনৰ কথা তেও বহুত ঠাইত উল্লেখ কৰিছে। দুৱৰা কোনো কোনো সময়ত বাস্তৱবিমুখ হৈ উঠা দেখিবলৈ পোৱা যায়। তেওৰ অৱচেতন মনত সাচ বহি যোৱাকৈ বৈ যোৱা নোপোৱাৰ বেদনাখিনি অবাস্তৱ সপোনৰ মাধ্যমত পাবলৈ হাবিয়াস কৰাৰ ভাৱ এই সপোনধৰ্মী কবিতাসমূহত ফুটি উঠা দেখা যায়। দুৱৰাৰ কল্পনাই পাঠকৰ হৃদয় সহজতে স্পৰ্শ কৰে আৰু কবিৰ বক্তব্য অনুধাৱন কৰিবলৈ তেওৰ কল্পিত জগতখনলৈ সংগোপনে লৈ যায়। সেয়েহে যতীন্দ্ৰনাথ দুৱৰাৰ কবিতা বুজিবলৈ পাঠকক সৰহ সময় নালাগে। শব্দবোৰে সাৱলীলতাৰে চিত্ৰকল্পবোৰ আগবঢ়াই লৈ আহে আৰু এসময়ত সহৃদয় পাঠকৰ মনত স্পষ্টৰূপত দাঙি ধৰে। দুৱৰাই তেওৰ ভাৱ আৰু কল্পনাক নিচেই চিনাকি কোমল কোমল শব্দৰে সততে অঙ্কণ কৰে। ৱৰ্ডছৱৰ্থ আদি ৰমন্যাসিক কবিয়ে যি আদৰ্শত সাধাৰণ মানুহৰ মুখৰ ভাষা কাব্যৰ মাধ্যম কৰি তুলিছিল সেই আদৰ্শকে অনুসৰণ কৰি যতীন্দ্ৰনাথ দুৱৰাই ফাৰ্চী কবি ওমৰৰ ৰুবায়তসমূহ অসমীয়ালৈ ৰূপান্তৰিত কৰিছিল।

দুৱৰাৰ কবিতাত প্ৰকৃতিপ্ৰীতিও ফুটি উঠা দেখিবলৈ পোৱা যায়। অসমৰ চিৰসেউজীয়া প্ৰকৃতিৰ বুকুত নৈ পৰ্বত হাবি বননিৰ কিছু সুকীয়া বৈশিষ্ট্য থাকিলেও দুৱৰাৰ কবিতাত সাৰ্বজনীন প্ৰকৃতিৰ ৰূপ আৰু ছবিহে অঙ্কণ কৰা দেখিবলৈ পোৱা যায়। দুৱৰাৰ সৌন্দৰ্যপ্ৰীতি কোনো কোনো সময়ত প্ৰকৃতি প্ৰীতিৰে সৈতে একীভূত হৈ পৰিছে। জোন বেলি তৰাই যেনেকৈ তেওক সৰল সৌন্দৰ্যৰ সন্ধান দিছে সেইদৰে কথা কবিতা ত সৌন্দৰ্যৰূপিনী দেৱী যেও কবিৰ অন্তৰত অনন্য সৌন্দৰ্যৰ সত্তা জগাই তুলিছে।

যতীন্দ্ৰনাথ দুৱৰাই অসমীয়া সাহিত্যত ভুমুকি মাৰিয়েই অনন্য কবি হিচাপে প্ৰতিষ্ঠা লাভ কৰিছিল ওমৰ তীৰ্থ ৰ মাধ্যমত। নকুলচন্দ্ৰ ভূঞাই যতীন্দ্ৰনাথ দুৱৰাৰ সান্নিধ্যত থাকি উপলব্ধি কৰিছিল –কবিতা মানেই দুৱৰা আৰু দুৱৰা কবিতাৰ মাজতে অমৰ হৈ থাকিব। দুৱৰা আছিল নতুন দৃষ্টিৰ কবি। ১৯৫৫চনত গুৱাহাটীত অনুষ্ঠিত অসম সাহিত্য সভাৰ ২৪শ অধিৱেশনত তেও সভাপতিত্ব কৰিছিল আৰু ভাষণত নতুন কবিতাৰ কথা ক বলৈ গৈ এনেদৰে কৈছিল শ্বেলী কীটছ্, বাইৰণ টেনিছন আদিৰ প্ৰভাৱ আমাৰ সাহিত্যত পৰিছিল সেই যুগৰ বঙালী কবিসকলৰ মাধ্যম এই বিষয়ত অনস্বীকাৰ্য। কিন্তু এইবোৰৰ প্ৰভাৱৰ ফলত অসমীয়া কবিতা অসমীয়া কবিতাই হ ল সি ইংৰাজী বা আন সাহিত্যৰ নকল নবিছৰ দলৰ ব্যৰ্থ প্ৰয়াস মাথোন হৈ নৰ ল। মুনীন বৰকটকীয়ে কবি যতীন দুৱৰাৰ সোৱৰণত নামৰ ৰচনাত ঘাইকৈ দুটা তাৎপৰ্যপূৰ্ণ কথা উল্লেখ

কৰিছে। এক — আমাৰ সৰ্বসাধাৰণৰ কবি ৰ যিটো ইমেজ বা ভাৱমূৰ্ত্তি সেই ইমেজ দুৱৰাৰ বাহিৰে কিজানি আন কোনো অসমীয়া কবিৰ গাতে তেওঁতকৈ পৰিপূৰ্ণভাৱে মূৰ্ত্তিমন্ত হোৱা নাই। দুই — এই হিচাপে কিজানি যতীন দুৱৰাই আধুনিক অসমীয়া কবিৰ আটাইতকৈ নিভাজ আটাইতকৈ সম্পূৰ্ণ কবি। যতীন্দ্ৰনাথ দুৱৰাৰ সেই অনবদ্য বৈশিষ্ট্য সম্পৰ্কে বৰকটকী ডাঙৰীয়াই আৰু দুটিমান প্ৰণিধানযোগ্য মন্তব্য আগবঢ়াইছে।

> আমাৰ অসমীয়া কবি যতীন দুৱৰাই ওমৰৰ অমৰ ৰুবাইয়াতবোৰ অনবদ্য ভাষা আৰু ব্যঞ্জনাৰে অসমীয়াৰ মানসিক ভূমিলৈ প্ৰৱাহিত কৰাটো এটা জয়জয়কাৰ কীৰ্ত্তি । অনুবাদ ভাঙনি — কিন্তু এনেকুৱা মৌলিক অনুবাদ এনেকৈ এজন চেণ্ডেলীয়া কবিৰ অনুভূতি অভিজ্ঞতা আপোন কৰি লৈ নিজৰ থলুৱা মন আৰু মাতৰ সাচত ঢালি প্ৰত্যেককে অন্তৰ জিনিব পৰাকৈ পৰিৱেশন কৰিব পৰাৰ কৃতিত্ব কোনো অনুবাদকৰ পক্ষে সম্ভৱ নহ লহেতেন যদিহে লগতে — তেও এজন প্ৰথম শ্ৰেণীৰ কবিও নহ লহেতেন। কবি যতীন দুৱৰাৰ শ্ৰেষ্ঠতা এইখিনিতে যে অনুবাদকৰূপে আৱিৰ্ভাব হৈয়ো তেও এজন শ্ৰেষ্ঠ কবিৰূপে এখন ভাঙনি কবিতাৰ জৰিয়তে অপ্ৰতিদ্বন্দ্বীভাৱে প্ৰতিষ্ঠিত হ ব পাৰিলে।
>
> যতীন দুৱৰাৰ কাব্য কৃতিত্ব এইখিনিতেই যে মানুহ কবি আৰু লিখক কবিৰ মাজৰ যিটো সমন্বয় আৰু সঙ্গতি লক্ষ্য কৰা যায় তেনে সামঞ্জস্য তেনে একত্ব অসমীয়া কবিতাত বিৰল। যতীন দুৱৰা কেৱল কবি বুলিয়েই প্ৰসিদ্ধ হৈছিল আৰু সেই কবিৰ খ্যাতি লৈয়ে তেও শেষলৈকে বৈ গ ল।

যতীন্দ্ৰনাথ দুৱৰা প্ৰকৃতাৰ্থত এজন কবি। সমসাময়িক যুগৰ কবিৰ মানসিকতাই তেওক আৱৰি আছিল। ৰমন্যাসিক ধ্যান ধাৰণাই তেওৰ ৰূপ ৰীতি আৰু বিষয়বস্তুত ধৰা দিছিল অথচ আধুনিকতাৰ ফালেও আগবাঢ়ি গৈছিল। কবিতাত আছিল সুৰধৰ্মী সৰলতা আৰু মাধুৰ্য কথা আছিল সহজ সৰল অথচ অৰ্থবহ। স্বদেশৰ প্ৰকৃতিৰ পৰা স্বচ্ছ চিত্ৰবোৰ বুটলি আনিছিল আৰু সেইদৰে বিদেশৰ মৌ কোহৰ পৰা আহৰণ কৰি অনা মৌ সানি অসমৰ ভাষা সাহিত্যক মধুৰ কৰি তুলিছিল। আধুনিক অতি সাম্প্ৰতিক যুগৰ কবিতাৰ ৰূপ ৰীতি আৰু বিষয়বস্তুৱে কালক্ৰমে নতুন ৰূপ ললেও ঐতিহাসিক পটভূমিত থিয় কৰি যতীন্দ্ৰনাথ দুৱৰাক মূল্যায়ন কৰিলে সেই যুগৰ এজন বিশিষ্ট অনন্যসাধাৰণ কবি বুলি স্বীকৃতি দিব লাগিব আৰু ক্ৰমবিৱৰ্তনশীল ভাষা সাহিত্যৰ ইতিহাসত যতীন্দ্ৰনাথ দুৱৰা কষটি শিলত এটি স্বৰ্ণৰেখা হৈ জিলিকি থাকিব।

ৰাজগড়, গুৱাহাটী ৭ ড নমিতা ডেকা

# সূচী

যতীন দুবৰা　　　　　　বিৰেশ্বৰ বৰুৱা

## ক　জীৱনবৃত্ত আৰু ব্যক্তিগত সান্নিধ্য



## খ　পুথি পৰিচিতি



## গ　ওমৰ তীৰ্থ

## ঘ আপোন সুৰ



## ঙ কথা কবিতা



## চ দুৱৰাৰ কবিতাৰ বিষয় বিচাৰ



## ছ কবি প্রতিভাৰ আলোচনা

# যতীন দুৱৰা

বীৰেশ্বৰ বৰুৱা

আনে নুবুজিলে। নুবুজক ক্ষতি নাই।
আপুনি বুজিছে, আপোনাৰ পথ কেনি।
স্তাৱকৰ দলে ৰচিছে স্তুতিৰ সৌধ
নিন্দুক দলে ঢালে বিচিত্ৰ পানী।
আনে নুবুজিলে । নুবুজক ক্ষতি নাই।
আপুনি বুজিছে, আপোন আবাস পাব।
স্তাৱকৰ দলে কৰক যিমান ক্ষতি
নিন্দুক দলে অমৰ উচ্চাৰিব।

## ৰত্ন সঙ্গম

## তীৰ্থনাথ শৰ্মা

কবি দুৰ্বৰাৰ বাঁহী কাকতত অলপ অলপকৈ ওলোৱা ওমৰ তীৰ্থৰ কেইছোৱামান স্কুলীয়া জীৱনতে পঢ়িছিলো পঢ়ি মুখস্থ হোৱাদি হৈছিল। পাছে দুৰ্বৰা মানুহজনৰ কথাও স্কুলীয়া জীৱনৰপৰাই বৰকৈ শুনিছিলোঁ। শুনাৰ এটা ডাঙৰ সুযোগ হৈছিল। তেজপুৰ চৰকাৰী হাইস্কুলত স্বৰ্গীয় দণ্ডিনাথ কলিতাদেৱে পঢ়োৱা অসমীয়াৰ ঘণ্টাটোত। কলিতাদেৱৰ অসমীয়া পঢ়োৱাৰ এটা বৈশিষ্ট্য আছিল। শিক্ষকৰ চকীখনত তেখেত খুব কমেইহে বহিছিল। শিক্ষকৰ মেজখন আৰু ল ৰা বহা ডেস্ক বেঞ্চৰ মাজৰ ঠাইখিনিত কোঠাটোৰ ইমূৰৰপৰা সিমূৰলৈ গম্ভীৰভাৱে অহাযোৱা কৰি থাকে। জোতাৰ কটপ্ কটপ্ শব্দই সেই ধীৰ গতিত তাল বহুৱাই যায়। অসমীয়া পাঠ্যপুথি মেলি লোৱা তেখেতৰ অভ্যাস নাছিল। টান অ শ ল ৰাই পঢ়ি দিলে তেখেতে বুজাই দিছিল। সৰহ সময় অসমীয়া সাহিত্য আৰু সেই সময়ৰ বা তাৰ আগৰ চাম লেখকৰ বিষয়ে নানা কথা কৈছিল। অসমীয়া ভাষাৰো সুপ্ৰয়োগ সম্পৰ্কে লাগতিয়াল পৰামৰ্শ দিছিল। মাজে মাজে সন্দিগ্ধ প্ৰয়োগবোৰৰ শুদ্ধাশুদ্ধ আলোচনা কৰিছিল। ভিৰাই লৰ মৰা নে ভিৰাই ধৰি লৰ মৰা যত্ন কৰা নে যত্ন লোৱা ইত্যাদি জতুৱা ঠাচৰ প্ৰয়োগবোৰৰ বিষয়ে তেখেতৰ মতামত শুনি আমি ছাত্ৰবিলাক উপকৃত হৈছিলো। দণ্ডিনাথ কলিতা চাৰৰ এনেবোৰ অসমীয়া শ্ৰেণীতে কবি দুৰ্বৰাৰ কথাও শুনিছিলো। যদু নামৰ ৰচনাবোৰ য যতীন দুৰ্বৰাৰ সেই কথাও প্ৰথমে কলিতা ডাঙৰীযাৰ পৰাই জানিবলৈ পাইছিলো। মানুহজন যে পোছাক পৰিচ্ছদত তপ তিয়াৰ থকা মেলা ফুৰণ চাকনত যে পৰিপাটি এইবোৰ কথাও তেতিয়াই শুনিছিলো। সাহিত্যৰথী লক্ষ্মীনাথ বেজবৰুৱাৰ ঘৰৰ লগত দুৰ্বৰাৰ বিশেষ ঘনিষ্ঠতা থকাৰ বিষয়েও কথাই কথাই কলিতা ডাঙৰীযাৰ মুখৰপৰাই প্ৰথমতে আভাস পোৱা যেন মনত পৰে।

কটন কলেজৰ আই এ শ্ৰেণীত পঢ়ি থাকোতে এদিন শুনিবলৈ পালো কলিকতাৰ আলিবাটত অকলশৰীয়াকৈ ক ৰবালৈ যাওতে দুৰ্বৰা ডাঙৰীয়া এদিন দুৰ্ঘটনাৰ মুখত পৰিল মটৰে খুন্দিয়ালে। তেতিয়া কলিকতাৰ মেডিকেল কলেজ হাস্পতালত চিকিৎসাধীন হৈ আছিল। আইন অমান্য আন্দোলনৰ পিছৰ গান্ধী আৰউইন সন্ধিৰ সময়ৰ দিন কেইটা। এই আন্দোলনৰ সময়ত ত্যাগবীৰ হেম বৰুৱা দেশপ্ৰাণ অমিয় দাস আৰু শ্ৰদ্ধেয় বিষ্ণুৰাম মেধি আদি স্বৰাজ যোদ্ধাসকলক মাজে মাজে লগ পোৱাৰ সুযোগ ঘটিছিল। এদিন ত্যাগবীৰ হেম বৰুৱা প্ৰভৃতি কেইজনমানৰ সৈতে মেধি ডাঙৰীয়া গধূলি ফুৰোতে আমিও দুজন নে এজন লগত আছিলো। দুৰ্বৰা ডাঙৰীয়াৰ দুৰ্ঘটনাৰ কথা উঠিল কোনোবা এজনে কলে বোলে মুখ মণ্ডলত বিশেষ আঘাত পাইছে সম্ভৱত মুখৰ আকৃতিৰ পৰিৱৰ্তন ঘটাব। এই কথা শুনি মেধি ডাঙৰীয়াই দুখ কৰি কৈছিল – মানুহজনে মুখখনৰ কাৰণে বৰ যত্ন

কৰিছিল। তাৰ যদি বিকৃতি ঘটে দুখৰ কথা হব। দুৱৰা ডাঙৰীয়া ডাক্তৰসকলৰ অশেষ যত্নত ভাল হৈ উঠিল আৰু আশঙ্কা কৰা মতে মুখৰ আকৃতিৰো বিশেষ সাল সলনি নঘটিল। অৱশ্যে দুৰ্ঘটনাৰ আগৰ কবি দুৱৰাক আমি দেখা নাছিলো। তেখেত সৰ্বতিকাল কলিকত্তা প্ৰবাসী। অসমলৈ নাহিছিলেই বুলিব লাগে আহিলেও গুৱাহাটীত স্বৰ্গীয বিষ্ণুপ্ৰসাদ দুৱৰাৰ ঘৰত কেইৰাতিমান কটাই শিৱসাগৰ পাইছিলগৈ। সভা সমিতিলৈ নগৈছিল মানুহৰ ঘৰে ঘৰেও বৰকৈ নুফুৰিছিল। দুৱৰা সম্পৰ্কে এনে অকলশৰীয়া চলন ফুৰণৰ পৰিপাটি বেশভুষাৰ আৰু শাৰীৰিক সুদৰ্শনতাৰ প্ৰতি যত্নশীল মৃদু স্বভাৱৰ মানুহ এজনৰ ধাৰণা লৈয়ে কটন কলেজৰ শিক্ষা সা কৰি কলিকতাত এম এ পঢ়িবলৈ গৈছিলো ১৯৩৪ চনৰ জুলাই মাহত। দুৱৰা ডাঙৰীয়া তেতিয়া স্কটিছ চাৰ্চ কলেজিয়েট স্কুলৰ শিক্ষক – সেই কলেজৰে ডানডাচ নামৰ ছাত্ৰাবাসৰ অধীক্ষক (Warden)।

মানুহজন দেখা নাছিলো – তেখেতৰ ছয়ামযা মূৰ্তি এটাহে কল্পনা কৰি গৈছিলো। কবিতাবিলাকৰ সৈতে কিন্তু ইতিমধ্যে অলপ অচৰপ পৰিচয ঘটিছিল। স্কুলীযা জীবনত তেখেতৰ দুই এটা খুচুৰা কবিতা বাঁহী ত পঢ়িবলৈ পাইছিলো। কলেজীয়া কালত ওমৰ তীৰ্থ আৰু কথা কবিতা দুইখনেই আমাৰ হাতত আহি পৰিছিল। ওমৰ তীৰ্থখন ছপা হোৱাৰ পিছতে কলিকতাৰপৰা কোনোবা এজনে নি আমাৰ গুৱাহাটীৰ হোষ্টেলত দুই চাৰি কপি বেচিছিল। মই নিজে এখন কিনি লৈছিলো। সেইখন মোৰ ব্যক্তিগত পুথিভৰালত এতিয়াও আছে। পাছে তেখেতৰ কবিতাৰ ফালে মোৰ মনটো ঢাল খালে এম এ পঢ়িবলৈ যোৱাৰ আগৰ কৰ্মহীন সুৰুঙাখিনিত। সেই সময়লৈ অলপ দিন অগা পিছাকৈ বাঁহী আৰু আৱাহনত – অতীতক যোৱাহে পাহৰি অতীতক নাযাবা পাহৰি শূন্য পৰিচয আৰু আজি মোক যোৱাহে পাহৰি – এই চাৰিটা কবিতা প্ৰকাশিত হৈছিল। সেই কবিতা চাৰিটাৰ নাম কেইটা শুনাত আপাত বিৰোধী। এটাত পাহৰি যোৱা আনটোত নাযাবা আকৌ এটা আজি পাহৰি যোৱা এনেবোৰ ভাবৰ দেখাত মিল নথকা শিৰোনামাই মনত কৌতুহলৰ সৃষ্টি কৰিছিল। কবিতা কেইটা পঢ়ি হলে ৰস পাইছিলো তাৰ ছন্দৰ নিমজ গতি আৰু ললিতা কান্তা ভাষাৰ মোহিনী শক্তিৰ এটা প্ৰাথমিক আকৰ্ষণ আছিল। কবিতা কেইটা মন দি পঢ়িছিলো। তাৰ মাজত ভাবৰ ক্ৰমগতি উলিয়াবলৈ আৰু আপাত বিৰোধ কেনেকৈ পৰিহাৰ কৰিব পাৰি তাৰ বিষয়ে চিন্তা কৰিও চাইছিলো। সেই বিষয়ে এটা আলোচনামূলক প্ৰবন্ধ লিখিবলৈ মনতে ইচ্ছাৰ উদয় হৈছিল। কবিজনৰ লগত কথা বতৰাহে নালাগে দেখা সাক্ষাতেই হোৱা নাছিল।

কলিকতা বিশ্ববিদ্যালয়ৰ এম এ শ্ৰেণীত ভৰ্তি হোৱাৰ পিছতে কলিক ত্তা এ এছ এল ক্লাবৰ কিবা উপলক্ষে এখন সভা হৈছিল। সেই সভাতে দুৱৰাদেৱক পোন প্ৰ মে লগ পাও। প্ৰথম দেখাতে মানুহজন আদৰ সনা মাত কথাবোৰ শুনি আৰু আকৃতি দেখি ওচৰ চাপি কথা হবৰ মন গ ল। কলিকতাৰ পুৰণি প্ৰবাসী ছাত্ৰ কিন্তু তেতিয়া ৰেলৰ কিবা চাকৰি কৰিবলৈ আৰম্ভ কৰা স্বৰ্গীয় বন্ধু হৰেন্দ্ৰনাথ কলিতাক অনুৰোধ কৰিলো। কলিতাই

মোক নি চিনাকি কৰি দিলে। কথা বতৰা বিশেষ একো নহ'ল। মইহে ক'লো আপোনাৰ অতীতক যোৱাহে পাহৰি আদি পাহৰণি কবিতা কেইটা মোৰ বৰ ভাল লাগিছে কেবাবাৰো পঢ়িছো। দুৱৰা যেন নির্লিপ্ত এনে এটা ভাব দেখুৱাই ক'লে অ তুমি হ বলা সেই কবিতা কেইটাক পাহৰণি কবিতা নাম দিছা যি বোলা বোলা। ইয়াৰ পিছত অলপ দিন দুৱৰা ডাঙৰীয়াৰ লগত দেখা সাক্ষাৎ হোৱাৰ সুযোগ হোৱা নাছিল।

ইতিমধ্যে সেই কবিতা চাৰিটাৰ বিষয়ে আলোচনা কৰি এটি প্ৰবন্ধ লিখি পেলালো। লিখি অতাই ভাব হ'ল দুৱৰা ডাঙৰীয়াক এবাৰ পঢ়ি শুনালে কেনে হয়। বন্ধু শ্ৰী শিৱপ্ৰসাদ বৰুৱা(শিপ্ৰা বৰুৱা) তেতিয়া দুৱৰা থকা ছাত্ৰাবাসতে থাকি স্কটিছ চাৰ্চ্চ কলেজত বি এ শ্ৰেণীত ভৰ্তি হৈছিল। তেওৰ লগত কথা বতৰা হৈ তেওৰ যোগেই এদিন কোনোবা এটা শনিবাৰে আবেলি দুৱৰাৰ তালৈ গৈ প্ৰবন্ধটো পঢ়ি শুনোৱাৰ ঠিক ঠিকনা হ'ল। সেইদিনা যথাসময়ত ব্ৰান ছাত্ৰাবাসৰ দুৱৰা থকা এমূৰীয়া কোঠাত উপস্থিত হলোগৈ। দুৱৰা ডাঙৰীয়াই কিবা কিতাপ পঢ়ি আছিল আৰু মোলৈকে বাট চাই আছিল। মই গৈ পাওতেই আহা বাহিৰতে বহো বুলি বাৰান্দাত পাৰি থোৱা বেতৰ চকী দুখনলৈ আঙুলিয়াই দি নিজেও উঠি আহিল। দুয়ো মুখা মুখিকৈ বহিলো।

নিচেই আপোন পুৰণি পৰিচিত বা আগৰপৰা হলি গলি নথকা মানুহ নহলে পোন ছাটেই ঘৰুৱা সুখদুখৰ বা ব্যক্তিগত কথাবতৰাত লিপ্ত হ'ব নোৱাৰিছিল। ঘনিষ্ঠ হ'বলৈ বা স্বভাৱ সুলভ সাদৰি কথাৰ সোৱাদ পাবলৈ দুৱৰাৰ ওচৰলৈ কিছুদিন অহা যোৱা কৰিব লাগিব তেহে দুৱৰা মানুহজনে নিজকে প্ৰকাশ কৰিবলৈ মুকলি মুকলি যেন পায। পোন প্ৰথম দিনাই অপৰিচিত মানুহে চিনাকি হৈ দুৱৰাক গঙাটোপ বুলি ভাবি যদি উলটি আহে তাৰো আচৰিত হবলগীয়া একো নাই। সেইদিনাও মোৰ লগত আন কথা বতৰা একো হোৱা নাছিল মই কাৰ ল'ৰা ক'ত ঘৰ কি পঢ়োঁ এইবোৰৰ একোৰে একো নুসুধি ঘনিষ্ঠতাৰ ওৰা পাতিবলৈ যত্ন নকৰি কেৱল সুধিলে তোমাৰ প্ৰবন্ধটো আনিছা নেকি? চাও কি লিখিছা পঢ়াচোন। ময়ো আন আন কথাৰ পাতনি নেমেলি প্ৰবন্ধটো উলিয়াই পঢ়ি যাবলৈ ধৰিলো। পঢ়া শেষ হ'লত খৰামূৰা প্ৰশ সাবাক্য এষাৰ মাথোন বুলিলে ভালেই হেহে। অলপপৰ টলকা মাৰি কলে তোমাৰ প্ৰবন্ধটোৰ আৰম্ভণিতে ছেলিৰ Our sweetest songs are those that tell of saddest thought এই শাৰীটো লগাই দিলে ভাল হব। দুৱৰাৰ দিনৰ বা তাৰ আগৰ সাহিত্যিকসকলৰ মাজত ই ৰাজ কবিৰ বাক্য একাষাৰেৰে প্ৰবন্ধ বা অধ্যায় আৰম্ভণিতে মৰুৱা ফুল পিন্ধোৱা এটা সজ হৈ পৰিছিল। কবিৰ ইচ্ছা মতে সেই শাৰী কথা প্ৰবন্ধৰ শিতানত লগাই দিয়া হ'ল। হোষ্টেলত আহি প্ৰবন্ধটোৰ চাফ নকল এটা কৰি দুৱৰা কবিতাত পাহৰণি এই নাম দি আৱাহন লৈ পঠাই দিলো। আৱাহনত প্ৰকাশ পোৱা এইটো মোৰ দ্বিতীয় প্ৰবন্ধ আছিল। প্ৰবন্ধটো প্ৰকাশিত হোৱাৰ পিছত আমাৰে সহপাঠী ই ৰাজী সাহিত্যৰ এম এৰ ছাত্ৰ এজনে মোক অলপ মস্কৰা কৰি কৈছিল ই ৰাজ কবি

এজনৰ উক্তি প্ৰবন্ধ বা আন লিখাৰ শিতানত দিলে প্ৰবন্ধৰ মূল্য বাঢ়ে বুলি ভবা এই মনোবৃত্তি মই ভাল নাপাওঁ। আপুনি ছেলিৰ বিষয়ে কিমান পঢ়িছে যে ছেলিৰ উদ্ধৃতি দি প্ৰবন্ধটো আকৰ্ষণীয় হ ব বুলি ভাবিছে। মই আচল কথাৰ গুৰিকথাটো কোৱাতহে তেও মনে মনে থকিল। মোৰ এই বন্ধুজন উচ্চ চৰকাৰী চাকৰিৰপৰা অৱসৰ লৈ এতিয়া বিভিন্ন বিষয়ৰ অধ্যয়নত মনপুতি লাগিছে। নামটো নকলো তেও বা কি বুলি ভাবে?

দুৱৰা ডাঙৰীয়া ছাত্ৰাবাসৰ যিটো কোঠাত আছিল সেইটো ছাত্ৰাবাসৰ এমূৰীয়াকৈ আছিল। সমুখত এখন বাৰান্দা। কোঠাটোৰ এজন লোকৰ কাৰণে লগাখিনি আয়তন আছিল। পাছে দুৱৰাদেৱৰ আচবাব লাম লাকটুও যিমান লাগে তাতকৈ বেছি নাছিল । থকাৰ ভিতৰত সাধাৰণতে আনৰ নথকা কিতাপৰ আলমাৰি কেইটা যেনিবা অধিক। এই আলমাৰিত দেশ বিদেশৰ সাহিত্যৰ কিছুমান উৎকৃষ্ট কিতাপৰ স গ্ৰহ আছিল। দুৱৰা স্বভাৱতে সকলো বিষয়ত পৰিপাটি আৰু চাফচিকুণ। কোঠাটোত সোমালেই মুকলি মুকলি ভাব এটা মনলৈ আহে লগতে পঢ়াশুনা কৰাৰ প্ৰবৃত্তিয়ে ভূমুকি মাৰে। হাৰ্ডিঞ্জ হোষ্টেলত থকা কালছোৱা সময় সুযোগ পালেই দুৱৰাৰ এই কোঠাটোত সোমাই কিছু সময় কটাই আহিছিলোগৈ। দুৱৰাদেৱৰ ওমৰতীৰ্থ ৰ অনুকৰণত সেই কোঠাটোক দুৱৰাতীৰ্থ বুলিছিলো। তেঁখেতে ধেৎ দুষ্ট ল ৰা বুলি মিচিকিয়াইছিল। এই সময়খিনিতে তেখেতে লিখা নতুন কবিতা কিবা থাকিলে পঢ়ি শুনাইছিল কিন্তু এটা বিশেষ কথা লক্ষ্য কৰিছিলো – কবিতা একোটা পঢ়ি শুনাই তেখেতে কেতিয়াও কেনে হৈছে বুলি নুসুধিছিল। এইটো নিজ সৃষ্টিৰ প্ৰতি নিস্পৃহতাই নে স কোচ বুজিব নোৱাৰিছিলো। তেখেতৰ হৃদয় অলপতে ব্যথিত হৈছিল। বিৰূপ মন্তব্য আৰু তজ্জনিত ব্যথাৰ আশঙ্কাতে কিজানি ভাল বেয়া সুধিবলৈ তেখেত আগ নাবাঢ়িছিল। এই প্ৰসঙ্গত তেখেতৰ চুটি গল্প লিখাৰ প্ৰথম প্ৰযাস আৰু তাৰ জয়পাতে ইতি হোৱাৰ বৃত্তান্তষাৰ শুনিবলগীয়া।

দুৱৰা ডাঙৰীয়া তেতিয়াও ডানডাচ হোষ্টেলতে আছিল তাৰ অলপ দিন পিছতহে থকা ঠাই সলাইছিল। সেই সময়তে কলিকতা বিশ্ববিদ্যালয়ত পূৰ্ণ পৰ্যায়ত অসমীয়া সাহিত্যৰ এম এ বিভাগ হৈছিল। কবি দুৱৰাই এম এ শ্ৰেণীত আধুনিক অসমীয়া কাব্য আৰু বেজবৰুৱা সাহিত্য বিনা বেতনে পঢ়াবলৈ গাত লৈছিল। সপ্তাহত দুদিন আবেলি তিনি বজাত বিশ্ববিদালয়লৈ গৈছিল। বাকীখিনি সময় পূৰ্বৰ দৰে স্কটিছ চাৰ্চ কলেজিয়েট স্কুলত শিক্ষকতা কৰে। এম এ শ্ৰেণীত পঢ়াবলৈ তেখেতে ৰোমান্তিছিজম আদি বিষয়বোৰৰ আৰু বেজবৰুৱাৰ সাধুকথাৰ কুকি পঢ়াওতে চুটি গল্পৰ বিষয়ে টোকা যুগুত কৰি লৈছিল। ইয়াৰ ভিতৰত ৰোমান্তিছিজমৰ বিষয়ে লোৱা টোকাখিনি বৰ উপাদেয় আছিল। সেইবোৰ ক লৈ গ ল আছে নে নাই বা থাকিলেও কাৰ হাতত আছে একোকে কব নোৱাৰো। চুটি গল্পৰ টোকা লিখি থাকোতে দুৱৰাৰ এটা নলগা জেঙাত লগাৰ হেপাহ উপজিল – চুটি গল্প লিখাৰ হেপাহ। দুৱৰাৰ সাহিত্যকৰ্মৰ এটা উল্লেখনীয় দিশ হৈছে মধুকৰী বৃত্তি। দেশ বিদেশৰ সাহিত্য পঢ়ি থাকোতে কোনো গ্ৰন্থ কবিতা বা চুটিগল্পই তেখেতক যদি

মোহ্ লগায় তেনেহ্লে তাক নিজৰ বুকুৰ উমনি দি অসমীয়া ৰূপ দিবলৈ চেষ্টা কৰিছিল। চুটিগল্প লিখাৰ হেপাহ জন্মাৰ লগে লগে স্বভাৱতে তেখেতৰ ভাল লগা দুটামান বিদেশী গল্পলৈ মনত পৰিল। তাৰে এটা হৈছে ৰুছ গল্পকাৰ শ্বেকভৰ বিছপ নামৰ গল্পটো। এই গল্পত পাদুৰী হৈ পাছত বিছপ পদলৈকে উঠা এজন লোক প্ৰতিষ্ঠা আৰু পবিত্ৰালয়(His Holism) উপাধিৰে যেতিয়া খ্যাতিমন্ত হৈ উঠিল তেওৰ বুঢ়ী হোৱা মাকৰ মনত কেনে ক্ৰিয়া হৈছিল তাৰ সন্তেদ পোৱা যায়। আমাৰ দুৱৰাদেৱে এই গল্পটোৰ কেনেকৈ অসমীয়া ৰূপান্তৰ কৰিলে ভাল হব তাৰ এটা কল্পনাৰ কথা মোক কৈছিল। তেখেতৰ ইচ্ছা আছিল অসমৰ উদাসীন সত্ৰত বয় প্ৰাপ্ত অধিকাৰ আৰু তেওৰ মাকৰ অৱলম্বনত শ্বেকভৰ বিছপ গল্পটোৰ নৱৰূপ দিবলৈ। পাছে এই গল্পটো তেখেতৰ লিখা হৈ নুঠিল। আন এটা গল্পহে তেও লিখি পেলালে। সেই গল্পটোৰ নাম আছিল ডাং বৰলাৰ কেচুৱা দৰ্শন । গল্পটোৰ মূল উৎস আছিল জেৰম কে জেৰম ৰ গ্ৰন্থ এখন। গল্পটো আৱাহনত নে বাঁহীতে (মাধৱ বেজবৰুৱা সম্পাদিত) প্ৰকাশ হৈ যোৱাৰ পিছত অসমীয়া খবৰ কাগজত এখন সম্পাদকলৈ দিয়া চিঠি প্ৰকাশ হ ল। চিঠিখন লিখিছিল ধুবুৰীৰ পৰা (তেতিয়া ডেকা হাকিম) শ্ৰীগণেশ চন্দ্ৰ ফুকনে। চিঠিখনৰ সম্পূৰ্ণ কথা মনত নাই কিন্তু মৰ্ম এয়ে আছিল – লব্ধপ্ৰতিষ্ঠ সাহিত্যিকসকলেও পৰৰ বস্তু ধাৰ কৰি স্বীকাৰ নকৰাষাৰ অক্ষমনীয় কথা। ডা বৰলাৰ কেচুৱা দৰ্শন গল্পটো জেৰম কে জেৰমৰ পৰা সম্পূৰ্ণ ধাৰ কৰা কিন্তু দুৱৰা ডাঙৰীয়াই সেইকথা উল্লেখ নকৰিলে ইত্যাদি। দুৱৰাই জেৰম কে জেৰমৰ সম্পূৰ্ণ নকল কৰা নাছিল কিন্তু জুমুধিটো লৈছিল তাকে অসমীয়া ঘৰুৱা পৰিৱেশত সজাই পৰাই আকৰ্ষণীয় কৰি তুলিছিল। ফুকন ডাঙৰীয়াৰ বাক্যবাণত দুৱৰা অত্যন্ত মৰ্মাহত হৈ পৰিল। সেইআবেগতে এটা কবিতাও লিখি পেলালে আজি মই সামৰিলো গান। সচাকৈয়ে তাৰ পিছত দুৱৰাই একো নিলিখো বুলি ওফোন্দ পাতি থাকিল। অলপ দিনৰ কাৰণে দুৱৰাৰ কবিতা সোত ৰোহ বালিত ফল্গুত্ব গ্ৰহণ কৰিলে।

এনেতে দুৱৰা ডাঙৰীয়াই থকা ঠাই সলনি কৰিব লগা হ ল। ডানডাচ হোষ্টেলৰ কোঠাত থাকি কিবা কাৰণত ভাল নলগা হ ল বিশেষকৈ হোষ্টেল অধীক্ষকৰ দায়িত্ব তেখেতৰ কাৰণে লৰাব নোৱৰা শিল যেন হ ল আৰু পৰি নমস্কাৰ জনোৱাকে স্থিৰ কৰিলে। মাণিকতলা বজাৰৰ কাষত বিডন ষ্ট্ৰীটৰ ফালে মুখ কৰি এটা দীঘলীয়া ঘৰ আছিল। তাৰে তিনতলাৰ ওপৰত এটা ফ্লেট তেখেতে ভাড়া ললে। ফ্লেটটোত দুটা আহল বহল কোঠা আৰু আনুসঙ্গিক ৰান্ধনি ঘৰ গা ধোৱা ঘৰ ইত্যাদি সকলো সুবিধা আছিল। বিডন ষ্ট্ৰীটৰ ফালে মুখ কৰি এখন বাৰান্দা। এই ফ্লেটটোলৈকে দুৱৰা উঠি আহিল লগত আহিল এটি কাম বন কৰা ল ৰা নাম সাধন। এই সাধন পিছলৈ তেওৰ স সাৰ চলোৱা সকলো কথাৰে সাধন যেন হৈ পৰিছিল। কলিকতা বিশ্ববিদ্যালয়ৰ অধ্যাপক নিযুক্ত হোৱাৰ পিছত ছমাহমান মই বোৰ্ডিং হাউচ এটাত আছিলো তাৰ পিছত শান্তি বিয়া কৰাই সপৰিয়ালে বাস কৰাৰ কাৰণে মোকো এটা তেনেকুৱা ফ্লেট লগা হ ল।

দুৱৰাই তেখেতে থকা ঘৰটোৰে আন এটা ফ্লেট তেখেতৰ এজন বন্ধুৰ যোগে ঠিক কৰাই দিলে আৰু ১৯৩৯ চনৰ জুলাই মাহত ময়ো দুৱৰাৰ সৈতে ওচৰা ওচৰিকৈ আন এটা ফ্লেটত থাকিবলৈ ললোঁ। তেতিয়াৰেপৰা দিনটোত দুবাৰমানকৈ দুয়ো লগালগি হবলৈ ধৰিলো। পাছে দুৱৰাৰ বীণৰ তাঁৰ তেতিয়াও ছিগা হৈয়ে আছিল।

ব্যক্তিগতভাৱে মোৰ এই কালছোৱা সাহিত্যিক ফালৰপৰা ফলপ্ৰসূ। স্কুল কলেজত থাকোঁতে দুই এটা কবিতা লিখাৰ অভ্যাস আছিল যদিও পিছলৈ সি অনাভ্যাসে হতবিদ্যা হৈ পৰিছিল। দুৱৰাৰ নিত্য সান্নিধ্যই মোৰ শুই থকা বৃত্তি জাগ্ৰত কৰি দিলে আকৌ কবিতা লিখাৰ মোহে পালে। মোৰ কবিতা শুনোতা কোনো নাছিল – শুনাইছিলো কেৱল কবি দুৱৰাক অৱশ্যে লুকোৱা উচিত নহয় আমাৰ ঘৰত ত ত এগৰাকী শ্ৰোত্ৰী বা পাঠিকা আছিল। দুৱৰাৰ সূচনি পাই তেতিয়াৰ বাঁহীৰ সম্পাদক মাধৱ বেজবৰুৱাই দুৱৰাৰ হাতৰপৰাই পৰশুৰাম নামৰ এটা কবিতা লৈ গৈ বাঁহীত প্ৰকাশ কৰিছিল। মই কবিখ্যাতি লাভ কৰিব নোৱাৰিলো হয় কিন্তু সেই সময়ৰ কেইবাজনো ডেকা ল ৰাক দুবৰা সাি ধ্যই সাহিত্য কৰ্মত উৎসাহ আৰু প্ৰেৰণা দান কৰিছিল। সেই কেইজনৰ ভিতৰত শ্ৰী যতিনাৰায়ণ শৰ্ম্মা আৰু ⁄অমূল্য বৰুৱা এই দুজনৰ াম পোনতে মনত পৰে।

মোৰ কথাবিঁ ঠেক হেৰাল। ওৰা পাতিছিলো সমালোচনা কাতৰ দুৱৰাৰ অভিমান মৌন কথাবে ওলা োগ ক ৰবাত। দুৱৰাৰ আপোন সুৰ ইতিপূৰ্বে ওলাই গৈছে। াতুনকৈ একো লিখা নাই অ িৎ নিলিখো বুলি কৰা অনুচ্চাৰিত প্ৰতিজ্ঞাৰ যুগ চলি আছে। এদি া দেওবাৰে ন দহমান বজাত তেখেতৰ ফ্লেটত গৈ বহিছো। দেওবাৰৰ দিনা তেখেতে এনেকুৱা সময়ত একাপ চাহ আৰু লগতে কিবা অলপীয়া বস্তুও খাইছিল। সেইদিনা সেই সমযৰ চাহৰ ভাগ ময়ো লৈছিলো– লগত একোটা সিজোৱা বিলাহী বেঙেনা তাব লগতে বাইগুলি আৰু লোণ। চাহ খাই থাকোতে তেখেতক আকৌ লিখা আৰম্ভ কৰিবলৈ অনুৰোধ কৰিলো। তেখেতে কলে নাই আৰু সেইদিন আৰু সেই মন নাই। কথা সেইখিনিতে থাকিল। পিছদিনা আবেলি মই এটা কবিতা লিখি তেখেতৰ হাতত দি পঢ়িবলৈ কলোঁ। কবিতাটোৰ নাম আছিল কিয় সামৰিবা গান। কবিতাটো তেখেতকে উদ্দেশ্য কৰি লিখা। অলপ পঢ়ি তেখেতে ৰস পালে নে কি লিখা পঢ়া কৰা মেজখনৰপৰা কলমটো লৈ আহি মাজে মাজে কলম ফুৰাবলৈ ধৰিলে। মোৰ কৌশলে গুটি ধৰিলে। তেখেতৰ যেন অনুৰাগ বাঢ়িল। মই এই কবিতাটো তেখেতক উপহাৰ দিছিলো। তেখেতেও কাগজ পত্ৰৰ মাজত থাপি থুপি থৈ দিলে। এনেতে যোৰহাটৰ ছাত্ৰ সাহিত্যিক যতিনাৰায়ণ কলিকতালৈ গৈ দুৱৰাতীৰ্থৰ নিয়মীয়া যাত্ৰী হৈ পৰিল। যতিনাৰায়ণৰ প্ৰতি দুৱৰাৰ স্নেহ প্ৰকাশ পাবলৈ ধৰিলে কবিতাত । দুৱৰাই মৌন ভঙ্গ কৰি প্ৰথম কবিতা লিখিলে মোৰ বাবে তুমি নুৰুবা মালতী ফুল। জীৱনত কিয় মিছাতে বঢ়োৱা ভুল। এই কবিতাটো যতিনাৰায়ণৰ প্ৰতি স্নেহোপহাৰ আৰু পিছত বনফুল ত ওলোৱা কবিতাসমূহ ৰ এটা । বনফুলৰ কবিতাসমূহৰ মূল ভাবধাৰা যেন এই কবিতাটোতে উজাৰি লুকোৱাভাবে সোমাই আছে।

দুৰৰাই ছিন্ন তাঁৰ আকৌ জোৰাই ললে।

দুৱৰা ডাঙৰীয়াৰ কাপ কঠী আকৌ সজীৱ হৈ উঠিল। দুৱৰা মৰম আকলুৱা আছিল। এষাৰি আঐ দেহি আৰু এফেৰি মৰমে তেখেতক অভিভূত কৰি পেলাইছিল। তেখেত পৰিযালৰ নুমলীয়া ল ৰা নুমলীয়া ল ৰাৰ স্বভাৱটো শেহ'লকে অলপ অচৰপ গাত লাগিয়ে থাকিল। সৰু কালতো তেখেতে নিজৰ কাণ সমনীয়া ল ৰাৰ লগতকৈও ডাঙৰৰ লগত ফুৰি চাকিহে ভাল পাইছিল। দুৱৰা যেতিয়া সৰু ল ৰা মোৰ পিতৃদেৱতা তেতিয়া শিৱসাগৰ বেজবৰুৱা হাইস্কুলৰ ওপৰ শ্ৰেণীৰ ছাত্ৰ। পিতৃদেৱতাৰ মুখেই শুনিছিলোঁ ধুনীয়া সৰু ল ৰা এটি প্ৰায়ে ৰায়বাহাদুৰ ফণীধৰ চলিহাৰ লগত আলিবাটত ফুৰিছিল। সেই ধুনীযা ল ৰাটিযেই যতীন্দ্ৰনাথ দুৱৰা। ✓ৰায়বাহাদুৰ চলিহা শিৱসাগৰত চলিহা চাহাব বুলিহে সাধাৰণতে প্ৰসিদ্ধ আছিল। যেই সেই মানুহে যেতিয়াই তেতিয়াই লাগ বুলিয়েই তেখেতক লগ পোৱাৰ উজু কথা নাছিল। গৃহস্থৰূপেও চলিহা ডাঙৰীয়াৰ হেনো অনুশাসন বৰ কঠোৰ আছিল আৰু নিজেও নিৰ্ধাৰিত নিয়মত সকলো কাম কাজ কৰিছিল। তেনেহেন লোক এজনৰ সৰু ল ৰা এটি নিত্য ভ্ৰমণৰ লগৰীয়া কথাষাৰ শুনোতে নহয় নহয় যেন লাগে। তথাপি সৰুকালৰেপৰা ডাঙৰৰ লগত ফুৰা চকা কৰা আৰু ডাঙৰৰ মৰম চেনেহৰ সৰহীয়া ভাগ পোৱা দুৱৰাৰ স্বভাৱত যে এটা বিশেষত্ব গঢ় লৈছিল তাক এনেবোৰ কথাৰপৰাই গম ধৰিব পাৰি। এনেভাৱে ডাঙৰ হোৱা দুৱৰাই মৰম দিয়াতকৈ পোৱাৰ কাৰণেহে যে বেছিকৈ হাবিলাস কৰিছিল তাত একো বিচিত্ৰতা নাই। কেইজনমান নৱযুৱকে দুৱৰাক আপোন যেন কৰি লৈ সততে অহা যোৱা কৰিবলৈ ধৰিলে ইজনৰ পাছত সিজনকৈ। তেওঁবিলাকৰ প্ৰথম আবদাৰ হ ল কবিতা লাগে দুৱৰাই তেওঁলোকক কবিতা লিখি উপহাৰ দিব লাগে। দুৱৰা গলি যোৱাদি গ ল আৰু এটা দুটাকৈ কবিতা লিখি উপহাৰ দিবলৈ ধৰিলে সেই কবিতাবোৰৰ কোনোবাটোৰ নকল ৰাখিছিল কোনোটোৰ নকল নাৰাখিছিল। সেইবোৰ কবিতাৰ কিছুমান কাৰ হাতত পৰি কলৈ গ ল আজি সেই উৰহি গছৰ ওৰ কোনে পাব? তথাপি দুৱৰাৰ ভতিজাক শ্ৰীমান বসন্তলাল দুৱৰাই অ ৰ ত ৰ পৰা গোটাই আনি নতুনকৈ ওলোৱা মৰমৰ সুৰ নামৰ সংকলনত ঠাই দি তাক ৰক্ষা কৰিলে। আজি মোৰ যিমানখিনি মনত পৰে ৰোহ ভগাৰ পিছত দুৱৰাই যিটো প্ৰথম কবিতা লিখিছিল সেইটো হ ল তুমি মোৰ ঈশ্বৰৰ দান (মৰমৰ সুৰ পৃ ৪৭) কবিতাটোৰ শেহৰ চৰণ কেইটা হৈছে –

তুমি মোৰ অকাল অতিথি  
অকালত তুলিলা জোৱাৰ  
জয়পৰা জীৱনকো কৰি সুমহান  
তুমি মোৰ ঈশ্বৰৰ দান।

এই কবিতাটো যতিনাৰায়ণ শৰ্মাক উদ্দেশ্য কৰি লিখা। যতিনাৰায়ণ এজন সচাকৈয়ে

কাব্যামোদী যুৱক আছিল। কবিতাৰ প্ৰেমতে দুৱৰাকো কবিতা ভাল পোৱাদি ভাল পাইছিল। যতিনাৰায়ণৰ সান্নিধ্য আৰু কবিতা নিষ্ঠাই দুৱৰাৰ কন্দ্ধ দুৱাৰ মুকলি কৰি দিছিল আৰু এই কথা তেওঁ নিজেও বঢ়িয়াকৈ উপলব্ধি কৰিছিল। সেই কাৰণেই যতি সংযোগ দুৱৰাৰ পক্ষে ঈশ্বৰৰ দান।

ইয়াৰ পিছত দুৱৰা ডাঙৰীয়াই বহুত কবিতা লিখিছিল। দুৱৰাৰ নিতৌ একোটা বা দুটাকৈ কবিতা লিখাৰ অভ্যাস নাছিল কাব্য প্ৰেৰণাৰ সোঁতো অবিচ্ছিন্ন ধাৰাৰে নবৈছিল। একোটা কবিতাৰ বিষয়বস্তু আৰু ভাবটো মূৰত লৈ ভালেকেইটা দিন ধৰি মগজুত পক ধৰিবলৈ এৰি দিয়ে তাৰ পিছত তাক ছন্দোবদ্ধ কৰে। ছন্দোবদ্ধ কৰোঁতেও কাপ কাকত লৈ মেজৰ গুৰিত বহি কবিতা লিখা দেখা মোৰ মনত নপৰে। অন্তিমৰূপ দি চাফা নকলটোহে মেজত থৈ লিখিছিল। বাটে পথে গৈ থাকোঁতে কবিতাৰ একোটা স্তৱক মনে মনে ৰচনা কৰিছিল। এনেৰূপে কবিতা পাগুলি গৈ থাকোতেহে তেখেত পথ দুৰ্ঘটনাৰ কবলত পৰিছিল। নহলে তেখেতে আগফালে নোচোৱাকৈ খপ কৰে ট্ৰেমৰপৰা নামি নগলহেতেন। এই দুৰ্ঘটনাত বহুদিন শাৰীৰিক কষ্ট ভুগিবলগা হৈছিল। পিছে এই অভ্যাস হলে এৰিব নোৱাৰিলে। পিছলৈ অকলে অকলে বৰকৈ ফুৰিবলৈ বা আন কামতো ওলাই নগৈছিলু। মই বহুতদিন তেখেতৰ লগত ফুৰিবলৈ গৈছিলো আৰু একোখণ্ড কবিতাৰ সৃষ্টিকালৰ লগৰীয়া আছিলোঁ। আমি কেতিয়াবা কলিকতাৰ পাৰ্শ্বনাথৰ মন্দিৰৰ ফুলনিত গৈ বহিছিলো। তাৰ পৰিৱেশটো যিমানেই ভাল নহওক কৃত্ৰিম কৃত্ৰিম যেন অনুভৱ হৈছিল। এদিন মাণিকতলা পুল পাৰ হৈ কিছুদূৰ আগুৱাই গৈ শ্ৰীৰামকৃষ্ণ পৰমহ সৰ সমাধি স্থানৰ আশ্ৰম পালোঁগৈ। সেই আশ্ৰমত সোমালে কলিকতাহে নেলাগে কলিকতাৰ উপকণ্ঠৰ ক ৰবাত আছো বুলিও মনলৈ ভাব নাহে। শান্ত আৰু সুখদায়ক প্ৰাকৃতিক চৌপাশ এটাই ঠাইকণ আগুৰি থৈছিল। তাত সোমাই দুৱৰাই ঠাইডোখৰ নোপোৱাই পোৱাদি পালে আৰু প্ৰায়ে এদিন দুদিনৰ অন্তৰে অন্তৰে তালৈ যাবলৈ মোক লগ ধৰে। দুই এদিন মোৰ সহধৰ্মিণীকো উচটাই আমাৰ লগতে লৈছিল। এই ঠাইৰ এচুকত বহিও দুৱৰাই কেইটামান কবিতাৰ প্ৰাথমিক ৰূপ দিছিল। এই সময়ছোৱাত দুৱৰাৰ মনলৈ পূৰ্ব সোৱৰণ এটাই আবেলিৰ ৰ দ চেৰেঙাৰ দৰে পুৱাৰ কোমল মধুৰ স্বৰ্ণিম ৰ দালিৰ পূৰ্বানুভূতি জাগ্ৰত কৰি তুলিছিল। সেইদিন কেইটা অতীতৰ মধু সোৱৰণ ৰ দিন বুলিও কব পাৰি। এইছোৱা কালতে লিখা এটি কবিতা মোৰ প্ৰায় মুখস্থ আছে। তাৰ আৰম্ভণি স্তৱকটো হৈছে—

বসন্তৰ ফুলকুৱৰীয়ে
কোচ ভৰি মাধুৰি বিলায়
উজনিত উলাহ বিলাহ
নাৱৰীয়া যায় ভটিয়ায়।

উজনি বয়সৰ উলহমালহ সোৱৰণৰ আবেগ অনুভৱ কৰিলেও ভাটি বয়সৰ ৰিঙা

জীৱনৰ নিৰাশায়ো কৰ নোৱাৰাকৈয়ে ভুমুকি মাৰিছিল তাকে থোৰতে কৈ সামৰিছিল – নাৱৰীয়া যায় ভটিয়ায়।

এইছোৱা কালতে দুৱৰাই ভালেমান কবিতা লিখিছিল যদিও সেই এটাইবোৰ নাই। নাই মানে স্রষ্টাই নিজেই সংহাৰ কৰিলে। দুই এটা কবিতাত তেখেতৰ প্ৰণয়ৰ অৰুণ উদয়ৰ সোৱৰণ আবেগ এনে মধুৰ অথচ তীব্ৰতাৰে প্ৰকাশ পাইছিল যে থকা হলে তাৰ দুই এটাই দীৰ্ঘকাললৈ কাব্যৰসিক মন উপচাই থলেহেতেন। পিছে কি হব সেইবোৰ হেৰোৱা ৰতন! তেনে একোটা কবিতা অলাগতিয়াল কাগজত লিখি মোক পঢ়ি শুনাইছিল শুনায়ে কাগজখিলা মোটোকাই সামৰি থৈ দিছিল মোকো দুনাই পঢ়ি চাবলৈ দিব নুখুজিছিল। তেখেতৰ কোঠালিটোৰ ঘাই দুৱাৰৰ ফালে বেৰত লগাই দুখন আৰামী ধৰণৰ চকী(Hortingden library chair)আৰু এখন কেনভাছ কাপোৰ লগোৱা আওঁজা চকী। দুৱৰাই কেনভাছ লগোৱা চকীখনতে বহি ভাল পাইছিল কাৰণ তাত ভৰি দুখন থাপিবলৈকো সজুক আছিল। এই চকীতে আঁউজি এই কবিতাবিলাক শুনাইছিল। আৰু কাষৰ লাইব্ৰেৰী চেয়াৰ এখনত বহি মই বা আন কোনো শুনোতা থাকিলে শুনিছিলোঁ। নহলে কেতিয়াবা

মোৰ গান
মইয়ে গাও
শুনি শুনি
মইয়ে তল যাও।

এনেকুৱা আপোনাৰ গান আপুনি গোৱা আৰু শুনি শুনি আপুনি তল যোৱা কবিতাও ভালে কেইটা আছিল তাৰে কেইটামানৰ এদাতিত Not be published বুলি মন্তব্য একোটা লিখা আছিল। বাকী কেইটামান কি হ্ ল জনাৰ উপায় নাই। মই শুনিবলৈ পোৱা দুটামান কবিতা কি কৰিলে বুলি সোধাত দুৱৰাই গহীনাই উত্তৰ দিছিল প্ৰেছলৈ পঠিয়ালো। কোন প্ৰেছলৈ বুলি সোধাত সমান গহীনতাৰেই উত্তৰ দিছিল – অগ্নি প্ৰেছলৈ । কথাটোৰ মৰ্ম এনেকুৱা – নিজৰ কাৰণে লিখা কবিতা হলে তাক হাতত অলপ দিন ৰাখে আৰু দুপৰীয়া কোনো নাথাকোতে পঢ়ে। এনেকৈ কেইদিনমান যোৱাৰ পিছত ডুখৰীয়া কাগজত লিখা সেই কবিতা মোহাৰি মুচৰি ফটা কাগজৰ খাণ্ডত পেলাই দিয়ে। কেইদিনমানৰ অন্তৰে অন্তৰে কাম বন কৰা সাধন নামৰ ল ৰাটোৱে ফটা কাগজ সোপাকে লৈ গৈ বাল্টিৰ চৌকাত কয়লা জলোৱাৰ কামত লগায়গৈ । এয়ে দুৱৰা কবিৰ অগ্নি প্ৰেছ।

দুৱৰা থকা কোঠাটো বৰ ডাঙৰ নহলেও নিচেই সৰুও নাছিল। কোঠাটো পৰিপাটিকৈ ৰাখিছিল। বস্তুবোৰ চিজিল লগাই থোৱা দুৱৰাৰ এটা সুঅভ্যাস আছিল। কোঠাটোৰ একাষে তেখেতৰ লোহাৰ স্প্ৰি লগা খাট এখন তাতে দুৱৰাৰ ঢাৰিপাটি। বন্ধৰ দিনা বিশেষকৈ ডাৱৰীয়া বতৰ হলে সেইখনৰ ওপৰতে দুটা ডাঙৰ গাৰুত ভেজা দি বহি

দুৱৰাই পঢ়া শুনা কৰে। মাজে মাজে কেতিয়াবা লিখা বাদ দি কেৱল পঢ়ে। গাৰুত ভেজা দি বিছনাত বহি পঢ়ি থাকোতে কেতিয়াবা আমি গলে ধেমালি কৰি সি হাসনত বহা বুলি কয়। দুৱৰাৰ মতে সেইখন তেখেতৰ সি হাসন। দুৱৰাৰ লগত কথা কওতে কওতে মই লাই পাই গৈছিলো। এদিন এই সি হাসনত বহি থাকোঁতেই দুপৰীয়া মই গৈ তেখেতৰ চকী এখনত বহিলোঁ। সাধনে দুইকো দুপিয়লা চাহ দি গ ল। দুৱৰাৰ তাৰ চাহটোপা বৰ উপাদেয় আছিল। তাৰ সুগন্ধ আৰু ৰং দুয়োটাই বেছ পাগত উঠা। তেখেতে এখন বিশেষ দোকানৰপৰা সদায় চাহপাত আৰু মেৰি বিস্কুট কিনিছিল। চাহপাতৰো মিশ্ৰণ (blend) তেখেতৰ নিজা অনুপাত অনুসাৰে কৰাই লৈছিল। তেখেতৰ মিশ্ৰণৰ অনুপাত আছিল তিনি কোৱাৰ্টাৰ পাউণ্ড অসম চাহ আৰু দুই কোৱাৰ্টাৰ পাউণ্ড দাৰ্জিলিং চাহ। চাহ কৰাৰ প্ৰণালীও সাধন নামৰ লগুৱা ল ৰাটিক বঢ়িয়াকৈ শিকাই লৈছিল। গাখীৰ চেনী মিহলোৱাৰ পিছত চাহৰ ৰ টো কেনেকুৱা হ ব লাগে সেই বিষয়ে দুৱৰাৰ এটা নিজা উপমা আছিল। চাহটোপাৰ ৰ টো হেনো মেমনীৰ গালখনৰ নিচিনা হ্ব লাগে(দুৱৰাই কেৱল মেম নুবুলি মেমনী বুলিছিল) । তেনে এটোপা চাহ খাই লৈ দুবৰাক সেইদিনা কৈছিলো – আপোনাৰ সি হাসন ৰাণী নোহোৱা অৰ্ধসি হাসন আপুনি সি হাসন নুবুলি অৰ্ধসি হাসন বুলিলেহেঁ শুৱাব। দুৱৰাই কলে – তোমাৰ কথাৰ উত্তৰ মই কাইলৈহে দিম।

পিছদিনাও কিবা বন্ধ আছিল। দুপৰীয়া গৈ বহাৰ লগে লগে সোধ নাই পোছ নাই কাগজ এখন হাতত গুজি দি কলে – তোমাৰ কালিৰ কথাৰ উত্তৰ মোৰ সিংহাসন অৰ্ধ নহয় পূৰ্ণ। কাগজখিলাৰ ভাজ মেলি চাও এটা কবিতা। কবিতাটো মোৰ মনত নাই ভাবটোহে মনত আছে। তাত আছিল মোৰ সি হাসনৰ একাষত ৰাণীয়ে ভুমুকি মাৰি যায়। চকুলৈ চাই সাত সাগৰৰ অমৃত সিঁচি দিয়ে আকৌ অন্তৰ্ধান হয় – এনেকৈ আকৌ কেতিয়াবা আহে পাহৰা গান এটিৰ কলি এটা মনত পেলাই দি আকৌ হাহি মাৰি গুচি যায়। এই পলৰীয়া কুৱৰীক লৈয়ে মোৰ সি হাসন পূৰ্ণ। – কবিতাটো মৰ্মস্পৰ্শী আছিল কিন্তু মোক এবাৰতকৈ দুবাৰ পঢ়িলৈকো নিদিলে। পিছত জানিবলৈ পালো সেই কবিতাও অগ্নি প্ৰেছলৈ পঠালে।

কথাৰ পাকতে দুৱৰাৰ চাহপানীটোপাৰ বৰ্ণনা দিলো কিন্তু আন খোৱা বোৱা সম্পৰ্কেও ষাৰচেৰেক কবৰ মন যায়। ৰন্ধা বঢ়াৰ বিষয়ে দুৱৰাৰ ৰাপ আছিল। কোন বস্তু কিহেৰে কেনেকৈ ৰান্ধিলে উপাদেয় হ্ব তাক তেখেতে বিধে বিধে জানিছিল। এই বিদ্যাৰ গুৰু আছিল সাহিত্যৰথী বেজবৰুৱাৰ সহধৰ্মিণী প্ৰজ্ঞাসুন্দৰী দেৱী আৰু কোনো কোনো পদ আঞ্জাৰ ক্ষেত্ৰত ৰসৰাজ নিজেই । দুপদ এপদ আঞ্জাৰ কথা দুৱৰাৰ মুখৰপৰা শুনি আজিও ঘৰত মাজে মাজে কও। মাটিমাহৰ খাৰৰ বেলিকা চড়িবাইকাৰ্বৰ জোৰ আন কোনো খাৰেই নাপায়। মাটিমাহৰ খাৰত চড়িবাইকাৰ্ব যিমান মিলে কলাখাৰো সিমান নহয়। তাতে আকৌ কেইটুকুৰামান অমিতা পেলাই দিব লাগে। এই বুলি হেনো প্ৰজ্ঞাসুন্দৰী ডাঙৰীয়ানীয়ে তেখেতক কৈছিল আৰু সেইমতে ৰান্ধিও খুৱাইছিল। তেখেতৰ

লগুৱা সাধনো এইবিধ খাৰৰ আঞ্জা ৰন্ধাত পাকৈত হৈ পৰিছিল। আমিও কেতিয়াবা তাৰ জুতি লোৱাৰ সুযোগ পাইছিলো। বনশাকৰ বিবিধ আঞ্জাও দুৱৰাৰ বৰ প্ৰিয় আছিল। কলিকতাৰ বজাৰৰ মানিমুনি মাটিকাদুৰি, হেলচি তেঙেচি আদি অসমীয়াৰ প্ৰায় ব্যৱহাৰ্য শাকবোৰ সদায় বতৰত পায়। দুৱৰাই নিজে বজাৰ নকৰে সাধনেই কৰে। পিছে ফুৰিবলৈ যাওতে বজাৰ সোমাই দুই এবিধ এনেকুৱা শাক পালে হাতত লৈ আহে। কেতিয়াবা একোটা ঔটেঙা লৈ অহাও দেখা মনত পৰে। ঔটেঙা আনোতে মাজে মাজে একোবাৰ শুঙি শুঙি চাই আহে। ঔটেঙা দিয়া মাটিমাহ তেখেতৰ বৰ প্ৰিয় আছিল। এইবোৰ বস্তু আনি কেনেকৈ ৰান্ধিব লাগে সাধনক তাৰ দিহা দিয়ে কিন্তু ৰন্ধা বঢ়াৰ বিষয়ে দুৱৰাৰ বক্তৃতা শুনি সাধনে ভাল নাপায় কাৰণ সেই বিষয়ত সি নিজকে পাকৈত বুলি ভাবে। তাক বোলে এইবোৰ ৰন্ধা কোনোবা এবাৰ শিৱসাগৰলৈ যাওতে দুৱৰাৰ নবৌয়েকে শিকাই দিছিল। গতিকে ইমান ডাঙৰ অথৰিটিৰ পৰা শিকাৰ পিছত চকুটো তললমুৱাকৈ পাতে নে ওপৰমুৱাকৈ পাতে তাক নজনা দুৱৰাৰপৰা শিকিবলগীয়া একো নাই। দুৱৰাৰ কথা কলে কি হব মোৰ নিজৰো এনে ধৰণৰ শাকপাছলিৰ জুতিৰ প্ৰতি অহৈতুকী প্ৰীতি আছিল। মাণিকতলা বজাৰখন আমি থকা ফ্লেটটোৰ গিচেই কাষতে ওলালেই গোটেই বজাৰখন দেখা পায়। সেই বজাৰতো শাকপাত বিধে বিধে পোৱা যায়। মই নিজেই বজাৰ কৰি তেনে কিবা পালেই ননাকৈ নাথাকো। এনে কিবা অসমীয়া ঘৰুৱা আঞ্জা ৰান্ধিলেই ইঘৰে সিঘৰলৈ পঠাইছিলোহক। এইদৰেই কলিকতা প্ৰৱসুৱা অসমীয়া পৰিয়াল কেউটাই তিতা টেঙা খাৰৰ জুতি যৎকিঞ্চিৎ লবলৈ যত্নৰ ক্ৰুটি নকৰিছিল। এবাৰ শিৱসাগৰৰ পৰা ভতিজাকেই নে কোনোবাই যাওতে দুৱৰাই ভাল পায় দেখি অলপ শুকান খৰিচা লৈ গৈছিল। সেই খৰিচাৰ ভাগ অলপ আমিও পাইছিলো। মাণিকতলা বজাৰৰপৰা পাভ মাছ আনি তাৰ সদ্ ব্যৱহাৰ কৰা হৈছিল। বহুতদিন প্ৰবাসত থাকিয়েই নে কি সৰুকালৰ খোৱা বোৱাৰ জুতিবোৰ ডাঙৰ হলে বেছিকৈ মনত পৰে। অকল খোৱা বোৱাতে নহয় ৰীতি নীতি পূজা সবাহ আৰু গাৱলীয়া আৰু পুৰণি কালৰ প্ৰাকৃতিক পৰিৱেশবোৰৰ কথা কৈ দুৱৰাই বৰ ভাল পাইছিল।

শিৱসাগৰতে ডাঙৰ দীঘল হলেও নগৰীয়া জীৱনক দুৱৰাই অসমীয়া জীৱন বুলি কব নুখুজিছিল। আৱাহনৰ ৯ম বছৰৰ ৮ম স খ্যাত ছদ্ম নামত আপোন পৰ নামৰ মোৰ এটা চুটি গল্প ওলাইছিল। সেই গল্পটো বহুতকাল পিছত শ্ৰী হোমেন বৰগোহাঞি আৰু শ্ৰী নন্দ তালুকদাৰে সংকলন কৰা ৰৌদ্ৰ নীলিমা নামৰ গল্প স গ্ৰহত এই গল্পটোৱে ছদ্ম নামেৰেই ঠাই পাইছিল। গল্পটো আৱাহনত ওলোৱাৰ পিছত তাক পঢ়ি দুৱৰাই বৰকৈ শলাগিছিল। বিশেষকৈ শলাগিছিল মুগা চোমনিৰ পৰিৱেশটো। তেখেতৰ শলাগনিৰ ঘাই কাৰণ গল্পটোৰ মুগা চোমনিখনেই। এই কাৰণেই তেখেতে মোক কৈছিল— ইয়াকে অসমীয়া জীৱনৰ চুটি গল্প বোলে। তেতিয়া শুনি বৰ ভাল লাগিছিল আৰু উৎসাহিত

বোধ কৰিছিলোঁ কিন্তু এই কথাও বুজিছিলো যে সেই গল্পটোৰ অন্য ভাল বেয়া দিশ দুৱৰাই বিচাৰ কৰা নাছিল কেৱল অসমীয়া গাঁৱলীয়া পৰিৱেশটোৱেই তেখেতৰ ল ৰালি কালৰ পাহৰি যোৱা অসমৰ ছবিখন উজলাই দিছিল আৰু সেই কাৰণেই কিজানি মনটো প্ৰফুল্লিত হৈছিল। কলিকতা জীৱনৰ শেহৰফালে তেখেতৰ মনটো ঘৰমুৱা হৈ আহিছিল।

১৯৪০ চন মানৰপৰাই তেখেতৰ শিৱসাগৰৰ পৰিয়ালবৰ্গৰ লগত অহাযোৱা সম্বন্ধ অলপ ঘনাই আৰম্ভ হৈছিল। ইয়াৰ পূৰ্বে ভতিজাকহতৰ লগত বৰ বিশেষ আদান প্ৰদান নহৈছিল। ঘৰৰ ফালেও তেখেত বৰকৈ নগৈছিল। তেখেতৰ ওমৰ তীৰ্থ খন প্ৰকাশ হওতে মাতৃদেৱী জীৱিত আছিল। কপি এটা পঠাই দিছিল। মাকে বোলে কিতাপখনকে লিৰিকি বিদাৰি হেৰুৱা ল ৰাক পোৱা দি পাইছিল এই কথা দুৱৰাৰ মুখে শুনিছিলোঁ। ওমৰতীৰ্থৰ প্ৰথম সংস্কৰণৰ আগলি পাতখনত ওমৰ খৈয়ামৰ বিখ্যাত পংক্তি —

এই নিৰলাত থাকিম দুজনে কাষত তোমাৰ মধুৰ গান।
ৰুটি এটুকুৰা সুৰাৰ পিয়লা কবিতা কুৱৰী আকুল প্ৰাণ।।

এই অধো ামাৰে সৈতে দটীয়া বৃদ্ধ কবিৰ কাষতে বহি থকা এগৰাকী মনোহাৰিণী গাভৰুৰ ছবি এখন আছিল। দুৱৰাৰ মাকে হেনো কৈছিল — সি বিয়া নকৰালে এতিয়া এইদটীয়া বুঢ়াজনৰ লগত ধুনীয়া গাভৰুজনীক বিয়া পাতি দিছে কেলৈ। এই ৰহ লগা কথাও দুৱৰাৰ মুখেই কেইবাবাৰো শুনিছিলোঁ।

বিয়া নকৰাটোও দুৱৰাৰ এটা জীৱনব্যাপী ৰোহ। তেখেতে বিয়া নকৰোৱাৰ কাৰণ সম্বন্ধে দহে দহ কথা কয়। তাৰ বেছিভাগেই কল্পিত বা ৰহণ ৰঞ্জিত বুলি তেখেতে মোক মাজে মাজে কৈছিল। সাহিত্যৰথী বেজবৰুৱাৰ পৰিয়ালৰ লগত তেখেতৰ আহ যাহ মৰম চেনেহৰ আদান প্ৰদান থকাৰো সচা। কি জানিবা আকাশে সেইখিনিতে অলপ হেঙুলী ৰহণ সানি ললে তাকো নুই কৰিব নোৱাৰি। তথাপি দুৱৰাৰ মতে বিবাহৰ প্ৰস্তাৱ তাৰে আকৌ প্ৰত্যাখ্যান এইবোৰ হেনো কল্পনাপ্ৰৱণ লোকৰ মনেগতা কথা। হয়তো ককাইদেৱেক বা আন বয়সীয়া আত্মীয়স্বজনে দুৱৰাক বিয়া কৰাবলৈ যেতিয়া কৈছিল বা আৰ তাৰ মুখে কোৱাইছিল তেতিয়াও দুৱৰাৰ মন আকাশত সেই হেঙুলীয়া বোল সতেজ হৈ আছিল আৰু বিয়া কৰোৱাৰ কথাত উৎসাহবোধ নকৰিছিল। দুৱৰাৰ স্বজনসকল হুৰিল পিছলৈ আশা এৰি দি উদাসীন হৈ পৰিল। যেতিয়া অলপ টানি ধৰিলে তেখেতে বিয়া বাৰু কৰাবলৈ মন মেলিলেহেঁতেন তেতিয়া কওতাই নোলাল। লাজকুৰীয়া স্বভাৱ নিজে কবলৈ বেয়া পায় অথচ সময়ৰ শৰ মাৰোতাও নোলাল এই আক্ষেপ দুৱৰাৰ মনৰ চুকত থাকি গ ল। পিছৰ অকলশৰীয়া জীৱনৰ দিনবোৰ যেতিয়া উকা উকা লগা হ ল বিবাহ কৰোৱাৰ সময় অতীত হৈ গ ল তেতিয়া তাৰ বাবে আত্মীয় স্বজনকে জগৰৰ ভাগী কৰি সান্ত্বনা লভিছিল। দুৱৰাই বিয়া নকৰাৰ কাৰণ মোক কৈছিল —

আমাৰ দিনত মোৰ নিচিনা বহুত ডেকা ল ৰাই পোনতে বিয়া নকৰাও বুলি ফোৰোহনি মাৰি দেখুৱায় মাক দেউতাকে টানি ধৰিলে সুৰ সুৰ কৰে ৰভাতলত বহেগৈ। মোক

সেইদৰে টানি ধৰোতা নোলাল। পিছে দুৰ্বাৰ শিৱসাগৰীয়া আত্মীয় স্বজনৰপৰা শুনিছিলোঁ বোলে তেখেতলৈ বিয়াৰ প্ৰস্তাৱ দি ককাইদেৱেক বা আনেও চিঠি দিছিল। তেনে চিঠিৰ কোনো উত্তৰকে নিদিছিল উত্তৰ যি নিদিছিলেই ঘৰৰ ফালেও বহুত দিনলৈ নগৈছিল যে হেঁচি ধৰি বিয়াখন পাতে। বিয়াৰ নামত লাজকুৰীয়া দুৰ্বা লাজতে মুচকচ গৈছিল পিছে সেই কথা কোনেও নুবুজিলে। দুৰ্বাৰ জীৱনলৈ ঠেহ এটা বৈ গ ল।

দুৰ্বাৰ বিয়া কৰোৱা নহ ল। অকলশৰীয়া জীৱনৰ একমাত্ৰ সঙ্গী হ ল সাধন নামৰ ল ৰাজন । সাধনেই তেখেতৰ জীৱন যাত্ৰাৰ নামে গামে সাধন হৈ পৰিল। সাধনক লগুৱা ল ৰা বুলি তেখেতে কস্মিন কালেও নাভাবিছিল। তেখেতৰ ঘৰলৈ যোৱা আন কোনোবাই তেনেভাৱে সাধনক ব্যৱহাৰ কৰিলে বৰ দুখ পাইছিল। আমি সেই কাৰণেই সাধনক ঘৰৰ এজনৰ দৰে ব্যৱহাৰ কৰিছিলো কেতিয়াবা চুপতিও কৰিছিলোঁ। সাধনে দুৰ্বাক লৈয়ো হাঁহি ধেমালি কৰিছিল। দুৰ্বা আৰু মই এদিন ওচৰৰ গেলামালৰ দোকান এখনলৈ গৈছিলো। দোকানীজন বিহাৰী মানুহ আছিল। সেই দোকানখনৰ পৰাই দুৰ্বাৰ চাউল দাইল প্ৰভৃতি ভোজদ্ৰব্য সদাই অনা হৈছিল। সেইদিনা বিহাৰী দোকানীজনৰ ভাব ভক্তি অলপ চৰা বিধৰ যেন পালোঁ। দুৰ্বাই ভাল মাটিমাহ আছেনে সুধিছিল মাটিমাহৰ আঞ্জাত দুৰ্বাৰ বিশেষ প্ৰীতি আছিল। দোকানীজনে মাটিমাহৰ দালি আনি দেখুৱালে। দুৰ্বাই সুধিলে – সিজিবতো? দোকানীজনে কলে আপোনাক নিসিজা পুৰণি বস্তু দিমনে? আপতো বালব্ৰহ্মচাৰী হে আপ দেৱতা হে। দুৰ্বা যে ডা বৰলা এই কথা কেইদিনমান আগতে দোকানীজনে সাধনৰ মুখে শুনিছিল। বিহাৰী দোকানীজনৰ মুখত দেৱতা কথাষাৰ দেওতা হিচাপে উচ্চাৰিত হৈছিল। দোকানৰ পৰা ঘৰলৈ আহি সাধনক কথাটো কলোহি। সাধনে বৰ ৰহইচ পালে। সেই দিনাৰপৰা দুৰ্বাৰ কথা কলে সি দেওতা বুলি কয় মইও দুৰ্বাৰ ফ্লেটত সোমায়ে সাধনক সোধো তোৰ দেওতা আছেনে। দুৰ্বাই নিজেও এনেবোৰ ৰ ৰহইচত ভাগ লৈছিল আৰু হাহি ধেমালিত যোগ দিছিল।

নিৰাশাবাদী কবি দুখবাদী কবি অকলশৰীয়া াাৱৰীয়া আদি দুৰ্বা সম্বন্ধীয় উক্তিবোৰ শুনি দুৰ্বাক নজনা আৰু নেদেখা মানুহে তেখেতক গোমোঠা মাৰি থকা অৰসিক গম্ভীৰ মূৰ্তিৰ মানুহ বুলি ভাবি থাকিব পাৰে। প্ৰকৃততে কিন্তু তেখেত ধেমেলীয়া আৰু ৰং ৰহইচ কৰিব জনা মানুহ। কবি দুৰ্বাৰ চৰিত্ৰত হাস্য পৰিহাসৰ এটা লঘু দিশো আছিল। তাৰ প্ৰমাণ দিবলৈ বহুত ক্ষুদ্ৰ ঘটনাৰ উল্লেখ কৰিব পাৰি। তাৰে এটা এই প্ৰসংগত উল্লেখ কৰিবৰ মন গৈছে। দুৰ্বা থকা ফ্লেটটোৰ আগফালৰ বাৰাণ্ডাখনত থিয় দিলেই মাণিকতলা বজাৰখন সমুচাকৈ দেখা পোৱা গৈছিল। তাতে থিয় হৈ দুৰ্বাই বজাৰখনৰ আলেখলেখ চাই থাকে। তেনে অৱস্থাতে কেতিয়াবা মইও গৈ কাষতে থিয় দিও। বজাৰৰ কিনা বেচা হাই কাজিয়া বিবিধ বস্তুৰ পোহাৰ চাই দুৰ্বাই ভাল পায়। বজাৰ বেহোতাৰ ভিতৰতো দুৰ্বাৰ কাৰণে এটাইতকৈ আকৰ্ষণীয় আছিল এটা হৃষ্টপুষ্ট বিৰাট বপু কৃষ্ণবৰ্ণকায়

ষাড় গৰু। বজাৰখনৰ মাজত সি ৰাজোচিত খোজেৰে অকুতোভয়ে ঘূৰি ফুৰে। ফুৰোতে যিখিনিত যিটো বস্তু মন যায় টান মাৰি মুখত ভৰাই পেলায় কালৈকো ভ্ৰুক্ষেপ নকৰে। দুৱৰাব তাৰ প্ৰতি এটা বিশেষ প্ৰেম আছিল আৰু তাৰ ৰেহৰূপ গতিগোত্ৰ চাই থাকি আমনি নাপাইছিল। চাই থাকিয়েই ক্ষান্ত নাথাকি সাধনৰ যোগে ষাঁড়টো ক ত থাকে কি কথা সেইবোৰৰ তন্ন তন্ন খবৰ সংগ্ৰহ কৰিছিল। সেই খবৰবোৰৰ ভিতৰত এই কেইটাই প্ৰধান – ষাঁড়টোৰ নাম মহাদেউ, ওচৰৰে দেছুৱালি বস্তিত তাৰ বুঢ়ী মাকজনীৰ ওচৰতে গধূলি গৈ আশ্ৰয় লয়। তাৰ আগমনৰ লগে লগে দেছুৱালি গোৱালবিলাকে জয় মহাদেউ বুলি জয়ধ্বনি দিয়ে। চাৰি পাঁচটা মানুহে তাৰ গা পিটিকি দিয়ে মহাদেউ পু গবেও নিৰ্বিকাৰ চিত্তে অৰ্ধনিমীলিত চকুৰে ভক্তবৃন্দৰ সেৱা গ্ৰহণ কৰে। এইদৰেই দুৱৰাই মহাদেউৰ কীৰ্ত দৰ্শন আৰু শ্ৰৱণ কৰি আছিল। এদিন আবেলি দুৱৰাই গৈ মোৰ ফ্লেটত টুকুৰিয়াই তীৰ্থ তীৰ্থ বুলি এনেভাৱে মাতিবলৈ ধৰিলে যে মই উধাতু খাই দুৱাৰ মেলি ওলাই আহিলোঁ। মই শুদা গাৰে আছিলো মোক দেখিয়েই ক লে বনিয়নটো পিন্ধি লৰালৰিকৈ ওলাই আহা মহাদেউৰ কাণ্ড চোৱাহি। বাহিৰৰ বাৰাণ্ডালৈ গৈ দেখো ক ৰবাৰ আন এটা বগা ষাঁডৰ লগত মহাদেৱে তুমুল ৰণ দিছে। স্বাভাৱিকতে দুৱৰা মহাদেউৰ ফলীয়া। দুৱৰাই যেন মোহনবাগান আৰু মহম্মদান স্পটিঙৰ ফুটবল খেলাহে চাইছে। (তেতিয়া এই দুটা দলৰ খেলাই সৰ্বোচ্চ উত্তেজনাৰ সৃষ্টি কৰিছিল।) । দুই ষাডৰ থৈয়া ৰথৈয়া ৰণ লাগি থাকোতেই ক ৰবাৰপৰা টিপিবা ষাঁড় এটা আহি বগা ষাডটোক পাছফালৰপৰা খুন্দা মাৰি দিলে। আগন্তুক শ্বেত ষাড়টোৱে গতি বিসঙ্গতি দেখি পৃষ্ঠভঙ্গ দিলে। অদূৰত ৰ চাই থকা দেছুৱালি কেইটামানে জয় মহাদেউ হে ধ্বনিৰে বজাৰখন কপাই তুলিলে। দুৱৰাই জয় মহাদেউ ধ্বনিত বাৰাণ্ডাৰপৰাই যোগ দিলে। দুৱৰাৰ সেইদিনা শিশুসুলভ আনন্দোৎসাহ দেখি তবধ মানিছিলোঁ। সেইদিনাৰ উত্ৰাৱলচিত্ততালৈ চাই কোনে ক ব এইজনেই ড কাকতিৰ মতে বি শ শতিকাৰ অসমীয়া সাহিত্যৰ শ্ৰেষ্ঠ কবি।

মহাদেউক লৈ মই এটা পশু জীৱনৰ বীৰৰসাভাসিক (mock heroic)কবিতা এটা লিখি কেইদিনমান পিছত দুৱৰাক পঢ়ি শুনাইছিলো। কবিতাটোৰ নাম আছিল জয় মহাদেউ । দুৱৰাই এই কবিতাটো শুনি আৰু পিছত কেবাবাৰো পঢ়ি বৰ ৰগৰ পাইছিল। বেতিয়াবা আৰ তাৰ আগত মোৰ এই কবিতাৰ কথা কোৱাও শুনিছিলোঁ। কবিতাটো মোৰ কামসেন্দুৰ নামৰ কবিতাৱলীত প্ৰকাশিত হৈ গৈছে। সেই কবিতাটো দুৱৰাৰ মৃদু হস্তাৱলেপৰ চিন কেইবাঠাইতো আছে। শব্দচয়ন শব্দৰ শ্ৰুতি মধুৰতা আৰু স্থানযোগ্যতা সম্বন্ধে দুৱৰাৰ এটা সহজাত বিচক্ষণতা আছিল। একোটা শব্দ নিজে প্ৰয়োগ কৰি নিজেই সন্তুষ্টি নাপায়। শব্দবোৰ লিৰিকি বিদাৰি থাকে আৰু শেহান্তত শুৱলা আৰু খাজে খোপে লাগি যোৱা শব্দ এটা ভাবি উলিয়াই আগৰটো কাটি তাৰ ঠাইত বহুৱাই দিয়ে। শব্দৰ আৰু ৰচনাৰ তক্ষকৰ্মত দুৱৰাই হেলা নকৰিছিল আৰু সেই কামত পটুও আছিল। আগতে কৈ আহিছো যে শেহৰ বীণ নামৰ কবিতাত দুৱৰাই প্ৰতিজ্ঞা কৰিলে আজি মই

সামৰিলোঁ গান তাৰ উত্তৰত মই এটা কবিতা লিখি তেখেতক উপহাৰ দিলো — কিয় তুমি সামৰিবা গান — তাত এঠাইত দুৱৰাৰ অতীতৰ কথালৈ উনুকিয়াই লিখিছিলোঁ খহিল সৰগ বীণা তোমাৰ হাতত'। দুৱৰাই কবিতাটো পঢ়ি তেখেতৰ হেলনীয়া চকীখনৰপৰা চিপ এটা মাৰি উঠি গৈ মেজৰ পৰা কলমটো আনিলে আৰু অ ত ত ত হাত বুলালে। খহিল সৰগ বীণা তোমাৰ হাতত এই অ শৰ খহিল শব্দটো কাটি নামিল কৰি দিলে আৰু কলে খহিলটো ধ্ব সসূচক গা খহে খহ'ীয়া বেমাৰ হয় ইত্যাদি অসোভন স্মৃতি আনি দিয়ে নামিল বুলিলে ধীৰে ধীৰে আকাশৰপৰা নমাৰ ছবি এটা আনি দিয়ে। ভাৱি চালোঁ হয় — তেতিয়া বুজিছি'লো কোমল নিমজ আৰু যথাযোগ্য শব্দ বাছনিত দুৱৰা কেনে নৈপুণ্য। তেখেতৰ ব াফুলত থকা নোহোৱা সমল নামৰ কবিতাটোৰ তলত দিয়া স্তৱকটোৰ শেহৰ চৰণৰ কথা আজিও ছবিৰ দৰে মনত আছে। স্তৱকটো হৈছে —

সিপাৰৰ পাওখনি নিতউ গধূলি পুৱা
উলাহে উজলি উঠে ৰঙে ভৰপূৰ।
পুৱাৰ কিৰণ ামে জোনায়ে সুষমা ঢালে
সমীৰত পমি যায় কেতেকীৰ সুৰ।

পোনতে দুৱৰাই লিখিছিল সমীৰত উটি যায় কে'তকীৰ সুৰ কিন্তু মনটোৱে মা াছিল যে উটি শব্দৰ পৰিৱৰ্তে আন কিবা এটা হলেহে ভাল হব। এই কবিতা ফাকি কে মূৰত লৈ সেইদি া দুৱৰা আবেলি ফুৰিবলৈ ওলাল লগত মই। মাণিকতলা দলও পাৰ হৈ শ্ৰীৰামকৃষ্ণৰ সমাধি আশ্ৰমৰ ফালে খোজ ললো। বাটে বাটে আন কথাৰ মাজত এই ফাকি কবিতা গাই উটি ৰ ঠাইত কি হলে ভাল হব বিমৰিষ কৰিবলৈ ধৰিলে। মই দুই এটা শব্দৰ সূচনা দিও দুৱৰাৰ মন পুত নহয়। এনেদৰে গৈ থাকোতে দুৱৰাই এবাৰ ঘপহকৰে ডাঙৰকৈ কলে পালো পালো কি হব জানা উটি নহয় পমি সমীৰত পমি যায় কেতেকীৰ সুৰ। দুৱৰাই যে হেৰুৱা ৰত াহে পালে। এনেকুৱাই আছিল দুৱৰা কবি শব্দ জহুৰি আৰু শব্দ সুৰজ্ঞ।

ইতিমধ্যে কিবা কাৰণত মই থকা ঠাই সলনি কৰিব ল া হ ল। দুৱৰাক আগৰ দৰে ঘ াই লগ পোৱাৰ সুবিধাকণ হেৰাল। যুদ্ধৰ অশান্তিকৰ পৰিস্থিতি দুৰ্ভিক্ষৰ কৰাল মূৰ্তি এইবোৰৰ দুৰ্ভোগ কলিকতাই মূৰ পাতি লবলগীয়া হৈছিল। এই সময়তে মই থকা ঠাই কেবাটাও সলনি কৰি ফুৰিছিলো এটা নহয় এটা অসুবিধাৰ হাত সাৰিবলৈ। এবাৰ শাখাঁৰিটোলা বজাৰৰ ওচৰৰ শশীভূষণ দে ষ্ট্ৰীটৰ এটা ফ্লেটত কিছুদিন আছিলো। সেই সময়তে মোৰ পৰিবাৰৰ এটা তিৰোতাৰ অসুখ হোৱাত বৰ চিন্তিত হৈ পৰিছিলোঁ। দুৱৰাই শুনি তেখেতৰ পৰম বন্ধু ড সুবোধ দত্ত এফ আৰ চি এছ ডাঙৰীয়াক নিজে গৈ লৈ আহি দেখুৱাইছিল। ডা দত্তই যেতিয়া ভিতৰত পৰীক্ষা কৰে বাহিৰৰ কোঠাত বহি দুৱৰাই উচপিচ কৰি থকা দৃশ্যটো মোৰ এতিয়াও মনত আছে। যেন দেউতাকে জীয়েকৰ অসুখৰ ভাল খবৰ এটা পাবলৈ উদগ্ৰীৱ হৈ আছে। দুৱৰাৰ চৰিত্ৰৰ এই কৰুণাদ্ৰ দিশটো

বহুতৰে দেখাৰ সৌভাগ্য হোৱা নাই আৰু সম্ভৱত দুৱৰাৰ চৰিত্ৰৰ এই ফালটোৰ কথা বহুতে নাজানেই। ১৯৪৫ চনত মোৰ পৰিবাৰৰ চিকিৎসাৰ কাৰণে দূৰলৈ যাবলগীয়া হোৱাত কলিকতাৰ ঘৰ এৰি দি গৈছিলোঁ। তেতিয়া কলিকতাত ঘৰ পোৱাৰ অসুবিধা নাছিল। চিকিৎসাৰ পিছত সপৰিবাৰে উভটি আহি বিশ্ববিদ্যালয়ৰ ওচৰত বলে পৰা সুবিধাজনক ঘৰ নাপালো। কলিকতাৰ পৰা চৌধ্য মাইল দক্ষিণে চম্পাহাটী নামৰ এখন ঠাইত বালিগঞ্জৰ এজন ভদ্ৰলোকৰ বাগান বাড়ী বোলা এবিঘামান মাটিত এটা পুখুৰী আৰু তিনিকুঠলীয়া এটা ঘৰ আছিল। ভদ্ৰলোকজনৰ নামটো পাহৰিছো কোনোবা মুখাৰ্জী। কটন কলেজৰ প্ৰাক্তন স স্কৃত অধ্যাপক স্বৰ্গীয় লক্ষ্মীনাৰায়ণ চট্টোপাধ্যায়দেৱৰ বিয়েয়েক। পিছে এই ঘৰটোৰো সন্ধান পালো দুৱৰাৰ মুখে। দুৱৰাৰ লগৰীয়া এজন শিক্ষক তাৰ ওচৰতে থাকে তেওৰ মাৰফতে ঘৰটো দুৱৰায়ে একৰকম ঠিক কৰি দিয়াইছিল। তাত থাকি সুবিধা পাইছিলো। কলিকতালৈ নিতৌ ৰেলেৰে অহা যোৱা কৰিব লাগে যাক বোলে ডেলি পেছেঞ্জাৰি কৰা। নতুন ঘৰত ঠিকঠাককৈ লৈ এদিন দুৱৰাক লৈ গৈ ঘৰটো দেখুৱালো। তেখেতে পৰিৱেশটো বৰ ভাল পালে। সেই ঘৰটোৰ পাছফালে বহুত দূৰ বিস্তৃত ধাননি পথাৰ । সেই দৃশ্যই দুৱৰাক যেন অভিভূত কৰি পেলালে আৰু ক লে বন্ধ পালেই মই ইয়ালৈ আহিম আৰু প্ৰায়ে আহিছিলো। তাত পুখুৰীটোৰ সুবিধা পাই আমাৰ তেও দুজনী হাহ পুহিছিল। হাহ দুজনী ভাল সচৰ আছিল। মাহেকত ২২।২৩ দিন কণী পাৰে সাতদিনমান জিৰণি লৈ আকৌ পাৰিবলৈ আৰম্ভ কৰে। দুৱৰা গলে পুৱাভাগতে যায় আৰু দুপৰীয়া ভাত তাতে খায়। আবেলি ৫ বজাৰ ৰেলত কলিকতালৈ উভতি আহে। মোৰ পৰিবাৰে ফটাকানি এখনত হাহকণী কেইটামান বান্ধি দিয়ে। দুৱৰাই সেই টোপোলাটো আতৌ পুতৌকৈ লৈ কলিকতা পায়গৈ। কলিকতাত গৈ সাধনক কণীৰ টোপোলাটো সগৰ্বে আগবঢ়াই দিয়ে যেন জীয়েকৰ ঘৰৰ পৰা এভাৰকৈ বযবস্থ কঢ়িয়াই নিছে। দুৱৰাৰ স্নেহময় হৃদয়ৰ কথা বহুতে নাজানে অলপমান মৰমকে কিমান আতোলতোলকৈ সামৰি থয় তাক এনেবোৰ ঘটনাই উজলাই দেখুৱায়।

আগেয়ে কৈ আহিছোঁ অলপ দিনৰপৰা দুৱৰাৰ মন ঘৰমুৱা হৈছিল। ১৯৪৭ চনত এবাৰ টাযফয়ড ৰোগত ভুগিছিল। সেই সময়ত মই কলিকতাত নাছিলো। অসুখৰ কথা শুনি ভতিজাকহত গ ল আৰু আৰোগ্য হোৱাৰ পিছত শিৱসাগৰলৈ লৈ আহিল। সেই অহাই অহা কলিকতালৈ উভতি নগ ল। মোৰ ৰত্ন সঙ্গমৰ এক অধ্যায়ৰ সমাপ্তি ঘটিল।

# কবি দুৱৰাৰ লগত

## নকুল চন্দ্ৰ ভূঞা

যতীন্দ্ৰনাথ দুৱৰা বিখ্যাত দুৱৰা কাকতিৰ ব শৰ শিৱসাগৰৰ শ্যামসুন্দৰ দুৱৰাৰ চতুৰ্থ পুত্ৰ। তেখেতসকলৰ ঘৰ শিৱসাগৰৰ(ৰ পুৰ) নগৰৰ বশিষ্ঠ গঙ্গা দিখৌ নৈৰ উত্তৰ পাৰত। এই ঘৰতেই যতীন্দ্ৰনাথ দুৱৰাৰ জন্ম। দিখৌ নৈৰ পানী আৰু বালিত সাতুৰি নাদুৰি ল বি ঢাপৰি সৰুৰে পৰা চেঙেলীয়া ডেকা হৈ গুৱাহাটী আৰু কলিকতাৰ কলেজলৈও গৈছিল।

যতীন্দ্ৰনাথ দুৱৰাৰ জন্ম দিখৌ নৈৰ পাৰত ১৮৯২ চনত । দিখৌ নৈৰ পাৰতে জন্মহোৱা বাৰীখনতেই অতি চেনেহৰ ভতিজাকহঁতৰ আদৰৰ কোলাতেই ১৯৬৪ চনৰ জুলাইৰ ৫ তাৰিখে পুৱা নৰলীলা সম্বৰণ কৰে। দুৱৰা চিৰকুমাৰ আছিল।

১৯৫৫ চনত গুৱাহাটীৰ অধিবেশনত অসম সাহিত্য সভাই দুৱৰাক সৰ্বশ্ৰেষ্ঠ সন্মান দি সভাপতিৰ আসনত বহুৱাইছিল। বনফুল কবিতা পুথিখনৰ ভাৱৰ সৌন্দৰ্যত মুগ্ধ হৈ দিল্লীৰ ভাৰতীয় অকাডেমীয়ে দুৱৰাক এটি মূল্যবান পুৰস্কাৰ (৫০০০ টকা) দি সন্মান কৰিছিল।

যতীন্দ্ৰৰ য আৰু দুৱৰাৰ দু এই আখৰ দুটা গোটাই যদু কৰি চন্দ্ৰকুমাৰ আগৰৱালাদেৱে যতীন্দ্ৰ দুৱৰাক যদু নাম দিছিল। তেখেতৰ প্ৰায়বিলাক কবিতাৰ তলত তেখেতে যদু বুলিহে লিখিছিল। ইয়াৰ পৰা বুজিব পাৰি দুৱৰাই আগৰৱালা ডাঙৰীয়াই দিয়া যদু নামটোত গৌৰৱ অনুভৱ কৰিছিল।

১৯০৩ ৪ চনৰ কথা। তেতিয়া দুৱৰাৰ ঘৰৰ বাৰীৰ সীমাতে দেউতাই অস্থায়ী ঘৰ এখন তৈয়াৰ কৰি আছিলগৈ। তেতিয়া মোৰ বয়স সাত বছৰমান হ ব। মোক তেতিয়া দুখীযা স্কুলত পঢ়িবলৈ দিছিল। তেতিয়াৰ ভালেমান কথা এতিয়াও মনলৈ আহে। দুৱৰা তেতিযা হাইস্কুলৰ ছাত্ৰ। কোন শ্ৰেণীৰ ছাত্ৰ নেজানিছিলো। দুৱৰা যে পঢ়াত চোকা আছিল সেইটো সকলোৰে মুখত শুনিছিলো। দুৱৰাৰ চেহেৰা মৰম লগাকৈ ধুনীয়া আছিল। নগৰৰ আপোন পৰ সকলোৱেই দুৱৰাক বাপু বুলি মাতিছিল। সেয়েই পাছলৈ ভতিজাকহঁতৰ মুখত বাপুদা বা বাপুতা হলগৈ।

দুৱৰাক মই মাতিছিলোঁ ককাইদেউ বুলি।(দুৱৰা এটা সম্বন্ধত মোৰ ককাইদেৱ আৰু এটা সম্বন্ধত মোমাইদেৱ ) । তেখেতে মোক তই বুলিছিল। তেখেতৰ এই তই শব্দটোত বহুত মৰম আৰু চেনেহ অনুভৱ কৰিছিলোঁ।

ইয়াৰ পাছত দেউতা শিৱসাগৰৰপৰা যোৰহাটলৈ আহিছিল। দুৱৰাক আৰু সেইদৰে লগ পোৱা নাছিলো। ইযাৰ পাছত মাহেকীয়া আলোচনীত দুৱৰাৰ কবিতাহে পঢ়িছিলোঁ। ১৯১৯ ১৯২০ চনৰ পৰা মই ডিব্ৰু সদিয়া ৰেলৱেৰ ইঞ্জিনিয়াৰি ডিপাৰ্টমেণ্টৰ চাকৰিত

সোমাও। এইটো চাকৰিত মই মাহেকত পোন্ধৰ দিন ৰিহাবাৰী অফিচত আৰু বাকী পোন্ধৰ দিন মাৰ্ঘেৰিটাৰ অফিচত কাম কৰিব লাগিছিল।

শ্ৰদ্ধেয় শ্ৰীযুক্ত নীলমণি ফুকন ডাঙৰীয়াই জৰ্জ স্কুলত কাম কৰিবলৈ যতীন্দ্ৰ দুৱৰাক কলিকতাৰ পৰাই ডিব্ৰুগড়লৈ লৈ আহিছিল। স্কুলৰ কম্পাউণ্ডতে ঘৰ এটা সাজি দুৱৰাক থাকিবলৈ দিছিল। আমাৰ অফিচৰ পৰা দুৱৰা থকা ঘৰটোলৈ প্ৰায় দেৰ ফাৰ্লং মান দূৰ সদায় দুপৰীয়া এক বজাত অফিচৰ পৰা দুৱৰাৰ ঘৰত চাহ খাবলৈ যাও। অলপ পাছতে দুৱৰাও টিফিনৰ ঘণ্টাত চাহ খাবলৈ আহে। তেতিয়া বাঁহী খন চন্দ্ৰকুমাৰ আগৰৱালা ডাঙৰীয়াৰ অসমীয়া প্ৰেছত ছপা হৈছিল। বেজবৰুৱা ডাঙৰীয়াই প্ৰবন্ধবিলাক চাই, কলিকতা সম্বলপুৰৰ পৰা দুৱৰালৈ পঠাইছিল। দুৱৰাই ঠিক ঠাক কৰি ছপাখানালৈ দিছিল। আহিঁ কাকত আদি চোৱা দুই এটা কাম দুৱৰাই মোৰ হতুৱাই কৰাইছিল। তেতিয়া দেখিছিলো ডিব্ৰুগড়ৰ বয়সীয়াৰ পৰা ল ৰা ছোৱালীলৈকে সকলোৱেই দুৱৰাৰ ঘৰলৈ আহিছিল। দুৱৰা যেন সকলোৰেই আদৰৰ আৰু চেনেহৰ মানুহ আছিল। দুৱৰাৰ ব্যৱহাৰ সকলোলৈকে সমান আছিল। দুৱৰাৰ সতে কামত দুৱৰাৰ সম্ভাষণত সকলোৱেই সমান আছিল। সকলোকে তেখেতৰ আত্মীয় স্নেহ শ্ৰদ্ধা দিয়া চকুত পৰিছিল। সকলোৱেই যেন দুৱৰাৰ অতি আপোন আছিল। কোমল অন্তৰৰ উম যেন সকলোৱেই অনুভৱ কৰি দুৱৰাক অতি আপোন বুলিও আদৰি লৈছিল। সকলোকে আকৰ্ষণ কৰিব পৰা দুৱৰাৰ ধুনীয়া মুখৰ চেহেৰা মৰমিয়াল কথা চেনেহী আহ্বান সুন্দৰ হাহিৰ উজ্জ্বল চকু দুটিয়েই সকলোকে মুহিব পাৰিছিল। অৱশ্যে ১৯৩৩ চনৰ মটৰ দুৰ্ঘটনাৰ পাছত দুৱৰাৰ সেই ধুনীয়া মুখখন কিছু সলনি হ ল কিন্তু বাকী সৌন্দৰ্যখিনি মৃত্যুলৈকে প্ৰায় একেদৰেই আছিল। মৃত্যুৰ কেইবছৰমান আগৰে পৰা কথাবোৰ তেখেতে একেবাৰেই পাহৰিছিল। ১৯৩৩ চনৰ মটৰ দুৰ্ঘটনাত মুখ আৰু মূৰত সাংঘাতিক ভাৱে জখম হোৱাৰ ফলতেই আৰু বয়স আগবঢ়াৰ লগে লগে মগজু দুৰ্বল হোৱা বাবেই কথাবোৰ পাহৰিবলৈ ধৰিলে।

কিছুদিন জৰ্জ্জ স্কুলত কাম কৰাৰ পাছত দুৱৰা আকৌ কলিকতালৈ ঘূৰি গ ল। ময়ো ১৯২৩ চনত ডিব্ৰুগড়ৰ পৰা তেজপুৰলৈ গ লো। তাৰ পাছত বহুত দিনলৈকে দুৱৰাৰ লগত আৰু দেখা দেখি নাই।

আজি কেইবছৰমান আগতে ডিব্ৰুগড়ত কানৈ কলেজ স্থাপিত হ লত কানৈ কলেজৰ কৰ্তৃপক্ষই দুৱৰাক কলেজৰ অসমীয়া বিভাগৰ অধ্যাপক নিযুক্ত কৰিলে। এই কলেজত থাকোঁতেই ডিব্ৰুগড়লৈ যাওতে তেখেতক কেইবাবাৰো লগ পাইছিলো। তাহানিৰ মৰম চেনেহ তেখেতৰ পৰা একেদৰেই পাইছিলো। তেখেতৰ লগত মই কাহানিও অসমীয়া সাহিত্যিকৰ দৰে কথা পতা নাছিলোঁ। তেখেতে কথা কয় নতুন কবিতা পঢ়ি শুনায় মই শুনো। কথা প্ৰসঙ্গত মোক এবাৰ কৈছিল তোৰ বহাগী খনে তোক সাহিত্যিক কৰি জীয়াই ৰাখিব।

কামৰ পৰা অৱসৰ লৈ যোৰহাটত অকৰ্ম্মা হৈ বহি থাকোঁতে দুৱৰাৰ কবিতা কিতাপ

পঢ়োতে দুৰ্ৰাৰ ওমৰতীৰ্থ খন ঘূৰাই ঘূৰাই পঢ়িছিলো। দুৰ্ৰাৰ অন্তৰখন বুজিবলৈ যত্ন কৰোতে তেখেতৰ নিবেদন খনত পঢ়িছিলো —

— এই বিশ্বজনীন সুৰ যাৰ প্ৰাণত বাজে সেয়ে কবি। কবিক মানুহে ভাল পায় আপোন বুলি ভাৱে কাৰণ কবিয়ে মানুহৰ প্ৰাণৰ কথা কয় হৃদয়ৰ গভীৰতম স্থানৰ বাতৰি দিয়ে। কবি মানৱ জাতিৰ সম্পত্তি আৰু গৌৰৱ।

অনন্ত প্ৰয়াসী মানৱ আত্মাৰ চিৰন্তন প্ৰশ্ন ক ৰপৰা আহিছোঁ কলৈ যাম ? ওমৰৰ ভিতৰেদি পূৰ্ণৰূপে প্ৰকাশ হৈছে।

ক ৰপৰা আহিছো ক লৈ যাম ? এই দু'টি প্ৰশ্নৰ সমাধানৰ চেষ্টাই সকলো দৰ্শনৰ মূল। ঈশ্বৰ জগৎ সৃষ্টি সকলো প্ৰশ্নৰ উদয় হয় ইয়াৰ পৰাই।

সকলোতকৈ শ্ৰেষ্ঠ পদাৰ্থ ওমৰৰ মাজেদি প্ৰকাশ পাইছে ওমৰৰ হৃদয়ৰ গভীৰতম প্ৰদেশৰ পৰা উঠা প্ৰাণস্পৰ্শী তীব্ৰ কৰুণ সুৰ। সেই সুৰ শুনি মানুহ চমকি ৰয় ভাৱে যেন ক ৰবাত শুনিছে আৰ বাহিৰৰ জঞ্জাল নিস্তব্ধ হ লেই নিজৰ প্ৰাণতে এই সুৰ বাজি উঠা শুনে। এয়ে ওমৰৰ বিশ্বজনীন ভাৱ।

দুৰৰাই ওপৰৰ কথাখিনি লিখিছিল বিশ্বকবি ওমৰৰ উদ্দেশ্যে। কিন্তু দুৰ্ৰাৰ কবিতাবিলাক পঢ়িলে আৰু ভাৱিলে দুৰ্ৰাকো তেনে এজন কবি যিজনে যেন মানৱ জাতিৰ প্ৰাণত বিশ্ব কবিতাৰ ঝ কাৰ দিবলৈ চেষ্টা কৰিছিল এনে অনুভৱ হয়। এনেকৈয়ে চাইছিলো ৰ পুৰৰ হাবি বন নিজকে পাহৰি হও উলাহতে নিমগন।

হৃদয় মুকলি হ ব পৱিত্ৰ কিৰণ পৰি
উঠিছে প্ৰেমৰ গান সৰগ মৰত জুৰি।



সকলো প্ৰাণীৰ তুমি প্ৰাণৰ পুতলা
তোমাতেই সাৰ্থক জীৱন
মৃত্যু কি'না? ই ও এক তোমাৰ কৰুণা
আত্মাৰ প্ৰকৃত মিলন



জগতক ভাল পাও জগততে ফুৰো
সকলোটি মোৰ প্ৰিয়জন।



দেশকাল সময়ৰ সীমা হেৰুৱাই
সোঁতে যদি নিয়ে মোক বহু দূৰলৈ
ভয় নাই নাৱৰীয়া বহি কাষতেই
নাওখনি নিব মোৰ নিজ দেশলৈই।



ভালপাও জগতৰ সুখ দুখ ৰাশি
ভাল পাও মানৱ জীৱন
ভালপাও অসীমৰ দূৰৰ আভাস
ভালপাও সুখৰ সপোন।



গানে গানে ছন্দে ছন্দে যিদিনা সুৰত বাজি
কৰি ল ম তোমাক আপোন
প্ৰতি অণু পৰমাণু মিলিব তোমাৰ স তে
জীৱনত ফলিব সপোন।

দুৱৰাৰ সকলো কবিতাতে এটা বিশেষ সুৰ নৈৰ তলেদি বৈ যোৱা সোঁতৰ দৰে বৈ থকা অনুভৱ কৰিব পাৰি। দুৱৰা এজন কবি কবিয়েই নহয় তেও যেন নিজেই এটা প্ৰকৃত কবিতা। এইবাবেই মিলনৰ সুৰ পুথিখনিৰ ভূমিকাত অধ্যক্ষ পণ্ডিত শ্ৰী যোগীৰাজ বসুদেৱে লিখিছিল — তেখেত অসীম সসীমৰ মিলনৰ পূজাত বহিছে মই সেই পূজাৰ ঘণ্টা বাদক মাত্ৰ।

মহাগায়কৰ বাঁহীৰ সুৰত
কবিৰ প্ৰাণত কপিলে সুৰ
মন্দাকিনীৰ স্নিগ্ধ ধাৰাই
জীৱন শ্ৰান্তি কৰিলে দূৰ।

১৯৫৮ চনত কবি দুৱৰা আমাৰ যোৰহাটৰ ঘৰত আলহী হৈ এসপ্তাহ আছিলহি। তেখেতৰ বয়স হৈছিল মনটো কিন্তু কবি সুলভ অমায়িক বালকৰ দৰে। তেখেতৰ প্ৰাণখোলা হাহি আৰু মৰমিয়াল মাতে আমাক সেই কেইদিন মুগ্ধ কৰি ৰাখিছিল। সেই কেইদিন কত কথা দেশৰ নিজৰ সাহিত্যৰ আৰু কবিতাৰ।

নিজৰ কথা কওতে কলিকতাৰ মটৰ দুৰ্ঘটনাৰ কথা এইদৰে কৈছিল

১৯৩৩ চনৰ সেইদিনা ট্ৰামৰ পৰা নামোতেই এখন দ্ৰুতবেগে অহা মটৰে তেখেতক খুন্দিয়াই মুখ আৰু মূৰত ভীষণৰূপে জখম কৰিলে। হস্পিতালত কেইবামাহো থাকি ভাল হৈ অহাৰ পাছত শুনিবলৈ পালো মটৰৰ মালিকজনে তেওক সেই অজ্ঞান অৱস্থাত জেনেৰাল হস্পিতালত থলেগৈ। কলিকতাত থকা সকলো অসমীয়াই তেওক চাবলৈ গ ল। আৰু তেওৰ অতি সশ্ৰদ্ধ কলিকতা বিশ্ববিদ্যালয়ৰ ভাইচ চেন্সেলাৰ ড আৰ্কহাৰ্ট চাহাবে দুৰ্ঘটনাৰ খবৰটো পায়ে ততালিকে হস্পিটেললৈ গৈ দুৱৰাক যেনেতেনে ভাল কৰিবলৈ ডাক্তৰসকলক অনুৰোধ কৰিলে। অহোপুৰুষাৰ্থ চেষ্টা কৰি ভগা মুখ জোৰা লগাই তেওক নতুন জীৱন দান কৰিলে। পাছত তেও সজ্ঞান হ লত নাৰ্ছ ৰ মুখত শুনিবলৈ পালোঁ তেখেতৰ অজ্ঞান অৱস্থাত ড আৰ্কহাৰ্ট চাহাবে প্ৰায়ে গধূলি তেখেতৰ বিচনাৰ ওচৰত আঠু লৈ তেখেতৰ আৰোগ্যৰ বাবে পৰমেশ্বৰক প্ৰাৰ্থনা কৰিছিল।

ভাল হৈ আৰ্কহাৰ্ট চাহাবক যেতিয়া ক লে তেখেতৰ প্ৰাৰ্থনাতে পুনৰ জীৱন পালোঁ তেতিয়া আৰ্কহাৰ্ট চাহাবে উত্তৰ দিছিল – মই একো নহও পৰমেশ্বৰে তোমাক কৃপা কৰিলে।

কথাখিনি কৈ দুৰ্বৰাই তেতিয়া কৈছিল – পৰমেশ্বৰক একান্তমনে চিন্তিব পাৰিলে পৰমেশ্বৰে মানুহক কৰুণা কৰে।

কিন্তু সেই ঘটনাৰ পৰা তেখেতৰ বুকুত এনে এটা ভয় সোমাল যে আলিয়েদি মটৰ অহা দেখিলে আলিৰ পৰা একেবাৰে দাঁতিলৈ নামি গৈছিল আৰু সদায় কেনিবা যাবলৈ হ লে লগত এজন মানুহ বা ল ৰা লৈছিল।

এদিন কথা প্ৰসঙ্গত চুফীবাদৰ কথা কৈছিল তেতিয়াও মিলনৰ সুৰ কবিতা পুথিখন ছপা হৈ ওলোৱা নাছিল। মিলনৰ সুৰ কবিতাটি চুফীবাদৰ সুৰত লিখা। তেখেতে স্বৰ্গীয় তৰুণৰাম ফুকনৰ তেখেতলৈ থকা মৰম চেনেহৰ কথা কৈছিল আৰু কৈছিল কেনেকৈ ফুকনৰ চিঠি লৈ অধ্যাপক খোদাবক্সৰ কাষলৈ গৈছিল। দুৰ্বৰাই 'মিলনৰ সুৰ ৰ পুথিখনত মোৰ ক বলগীয়া দুআষাৰমান আগ কথাত এই কাহিনীটোৰ আভাস দিছে।

চুফীবাদ ৰ কথা কওতেই তেখেতে নিজৰ ৰচনাৰ এই কবিতা ফাকি গাই শুনাইছিল –

ক লে কাণে কাণে এন্ধাৰ বাটত  
আছিলো তোমাৰ কাষত ৰই  
পাছে পাছে মই ফুৰিছো সদায়  
কায়াৰ লগতে ছায়াটি হই।  
ভুলতেই তুমি উভটি নেচালা  
মিছাতে দূৰলৈ মেলিলা হাত  
মোক আতৰাই নিজৰ দোষতে  
নিজৰ শৰীৰ কৰিলা পাত।

চুফীবাদী আৰু হিন্দুৰ দৰ্শন শাস্ত্ৰৰ চমু আভাস দি কৈছিল – আমিহে নুবুজো পৰমেশ্বৰ সদায় আমাৰ লগতে থাকে। ঘোষাৰ প্ৰাণ প্ৰিয়তম পৰম সুহৃদ – এই বাণীটি দুৰ্বৰাই যেন তেওৰ হৃদয়ত অতি সুন্দৰকৈ অনুভৱ কৰিছিল।

সেই কেইদিন দুৰ্বৰাই ঘৰখনৰ সকলোৰে লগত ৰঙ ধেমালিৰে ঘৰখন আনন্দময় কৰি ৰাখিছিল।

চকুত পৰিছিল কোৱা কথাবোৰ পাহৰি আকৌ ন কৈ কৈছিল কিজানি সেই কথা কোৱা হোৱাই নাছিল। দুৰ্বৰাৰ এনে পাহৰণি সকলোৰে চকুত পৰিছিল। তেতিয়াও ততালিকে মুখে মুখে কবিতা ৰচিব পাৰিছিল। আমাৰ ল ৰা এটিক আপোন সুৰ পুথিখন উপহাৰ দিওতে ততালিকে লিখি দিলে

মৰমৰ শ্ৰীমান মাধৱলৈ —

পূৰ্ণিমাৰ ৰূপহী জোনায়ে
ধৰণীত সুষমা ঢালক
জীৱনৰ তোমাৰ পথত
সৰগৰ আশীষ নামক।

কাহানিও শুনা নাছিলো দুৱৰাই কাৰোবাক অবিশ্বাস কৰিছিল বুলি। দুৱৰাই সকলোকে স্নেহ আৰু শ্ৰদ্ধা কৰিছিল। কলিকতাত থাকোতে সাধন নামৰ বঙালী ল ৰা এটি লগুৱা কৰি লৈছিল। তাক ইমান মৰম আৰু বিশ্বাস কৰিছিল যে সাধনে দুৱৰাক নিজৰ পিতৃৰ দৰেই ভাবি লৈছিল।

দুৱৰাই কি খাবলৈ ভাল পায় কলেজ মিটি সকাম আদিলৈ যাওতে কি কাপোৰ পিন্ধিবলৈ বিচাৰে ইত্যাদি দুৱৰাৰ মনৰ কথা ধৰি সাধনে তেখেতৰ আলপৈচান ধৰিছিল। আনকি তেওঁৰ অসুখত সাধনে দুৱৰাৰ গু মূত পৰ্যন্ত ধুই দিছিল। দুৱৰায়ো সাধনক নিজৰ সন্তানৰ দৰে বিশ্বাস কৰি তেখেতৰ টকা পইচা সকলো তাক খৰচ কৰিবলৈ দিছিল। সাধনে ডিব্ৰুগড়লৈ তেখেতৰ লগত আহিছিল। টকা পইচা দিও সাধনক কলিকতালৈ বিয়া কৰাবলৈ পঠাইছিল। সাধনে ঘৈণীয়েকক লগতে আনি ডিব্ৰুগড়ত দুৱৰাৰ আলপৈচান ধৰি আছিলহি। ১৯৬০ চনৰ ভাষা আন্দোলনত ঘৈণীয়েকৰ বৰ ভয় হোৱাত সাধনহঁত কলিকতালৈ যায়গৈ। পাছত এবাৰ সাধন আহি দুৱৰাৰ পৰা অলপ পইচা নি কলিকতাত বহিলগৈ।

কানৈ কলেজৰ পৰা অৱসৰ লোৱাত দুৱৰাৰ ভতিজাকহঁতে শিৱসাগৰৰ ঘৰলৈ লৈ গৈছিল। মৃত্যুৰ তিনি চাৰিবছৰৰ আগৰে পৰা প্ৰায়ে মাজে মাজে দুৱৰাৰ অসুখ হ বলৈ ধৰিলে। লাহে লাহে তেখেতৰ পাহৰণিটো বেছি হ বলৈ ধৰিলে। প্ৰথমতে মানুহ গ লে দুৱৰাই কোন? বুলি সোধে। চিনাকি দিলে ভালকৈ চিনি পাই তেতিয়াহে সকলো কথা পাতিছিল। পাছলৈ অৱশ্যে ঘনে ঘনে পাহৰা হৈছিল। আমি (মই আৰু মোৰ পৰিবাৰ) প্ৰায়েই শিৱসাগৰত দুৱৰাৰ খবৰ লবলৈ গৈ আছিলো।

তেখেতৰ দ্বিতীয় গৰাকী বাইদেৱেকক বলিয়াঘাটৰ ৺চন্দ্ৰনাথ কাকতিয়ে বিয়া কৰাইছিল। এই গৰাকী বাইদেৱেকৰ ছোৱালী এটি জন্ম হোৱাৰ তিনিমাহৰ পাছতে মৃত্যু হয়। কেচুৱা ছোৱালীটিক চাবলৈ যাওতে চেঙেলীয়া দুৱৰাই কেচুৱাটিক কোলাত লৈ কুইন নাম দিলে। কুইন নামটো দুৱৰাৰ নিজৰ। আনে ছোৱালীটিক প্ৰখ্যাত নামেৰেহে মাতিছিল। দুৱৰাই কিন্তু সদায় কুইন নামেৰে মাতিছিল। আজি এবছৰমান আগলৈকে দুৱৰাই আন মানুহক সততাই চিনি নেপালেও এই গৰাকী ভাগিনীয়েক গৈ ওচৰত থিয় হ লেই গাত হাত দিয়েই কুইন বুলি মাতিছিল আৰু ততালিকে চিনি পাইছিল। (এই গৰাকী ভাগিনীয়েক লেখকৰ পৰিবাৰ)।

১৯৬৩ চনৰ ৭ এপ্ৰিলৰ দিনা দুপৰীয়া ভতিজাক শ্ৰীমান বসন্তলাল দুৱৰাৰ নিমন্ত্ৰণত আমি (শ্ৰদ্ধেয় শ্ৰীযুত নীলমণি ফুকন শ্ৰীযুত পদ্মধৰ চলিহাদেৱ আৰু মই) দুৱৰাৰ লগত একেখন মেজতে ভাত খাইছিলো। সেয়েই তেখেতৰ লগত একেলগে আমাৰ শেষ খোৱা।

ইয়াৰ পাছত দুৱৰাৰ ঘনে ঘনে অসুখ হ বলৈ ধৰিলে। আমি দুৱৰাৰ মৃত্যুৰ কেইদিনমানৰ আগতে গৈছিলো। সেয়েই আছিল শেষ দেখা দুৱৰাৰ লগত।

দুৱৰা গ ল দুৱৰ'ৰ কবিতা থাকিল। কবিতাতেই দুৱৰা সদায় আমাৰ মাজত চিৰ জীৱিত হৈ থাকিব।

# যদু কবিৰ জীৱন দৰ্শন আৰু কাব্য প্ৰতিভা

## পৰাগ চলিহা

পুট্চিনি নামৰ এজন প্ৰখ্যাত ইটালীয় স গীতজ্ঞই কৈছিল স গীত সাধনাত হাত নিদিয়া হলে এই পৃথিৱীত মই আন একোকে কৰিব নোৱাৰিলোহেতেন। কবি দুৱৰাই তেনেদৰে একো লিখি থৈ যোৱা নাই কিন্তু তেওৰ সান্নিধ্যলৈ অহা লোকে থিতাতে কব এইষাব কথা দুৱৰাৰ বেলিকাও খাটে – সঙ্গীতৰ ঠাইত কবিতা সলনিকৰি। লাজুকী লতাৰ দৰে ছুলেই জয় পৰি যোৱা জীৱনত কাকো এষাৰ টান কথা কৈ নোপোৱা সহজ সৰল গতিৰ বাহিৰে কোনো কাহানিও একাবেকা বাট নোলোৱা আনকি আওপকীয়াকৈ কেতিযাও কাকো এটি কথাও কৈ নোপোৱা দুৱৰাৰ গোটেই জীৱনটোৱেই এটি সহজ সৰল কবিতাৰ দৰে কবিসকলৰ কবি হৈয়েই জনম। তেওলোকক সাজি উলিওৱা নহয়। যদু কবি এই স জ্ঞাৰো এক সুন্দৰ নিদৰ্শন। সম্পত্তিশালী শ্যামসুন্দৰ দুৱৰাৰ(শ্যামবাবুৰ) ুমলীয়া পো বাপুৰে উচ্চ শিক্ষাৰ অৰ্থে যায় কলিকতালৈ লগত যায় ৺ভোলা কাকতি ৺গনি মৌজাদাৰ তেখেতৰ ভায়েক ৺জামায়ত চাহাব। মাকে পিঠা পনাৰ টোপোলা দি বাপু ক এওলোকৰ লগতে পঠায় – দিছা মুখৰ জাহাজঘাটৰপৰা কলিকতালৈ সুদীৰ্ঘ বাটছোৱা। মহানগৰীৰ তপত আৱেষ্টনীত সোমাই পৰে দুৱৰা পৰিয়ালৰ আলাবাদুজা। কিন্তু তাৰ মাজতো দুৱৰাৰ গতিবিধি সলনি হোৱা নাছিল। আলিবাটত ফুৰিবলৈ যাওতে ৺পদ্মধৰ চলিহা ৺যাদবপ্ৰসাদ চলিহা আদিয়ে সদায় দেখে তেও আনমনা' তেওলোকে পিছলৈ জোকায়

আহা কেনে মনোমোহা বাছ ট্ৰাম গাডী
কেউপিনে ওখপাখ পকীঘৰ শাৰী শাৰী।

মাণিকতলাৰ দুমহলীয়া ঘৰ এটাৰ ওপৰমহলাৰ দুটা কোঠা ভাৰা লৈ তাতে কলিকতীয়া জীৱনৰ শেহুৱীয়া কালছোৱা কটায় সঙ্গী সাধন নামৰ এটা (বঙালী) ল ৰা। চেমনীয়া সাধন ঘোষ দুৱৰাৰ লগতে থাকি কবিৰ সহায়তে স সাৰীও হৈ পৰেগৈ। তেওৰ সুখ দুখৰ লগৰী সাধনেই দিলে খায় নিদিলে নাখায়। ঘৰটোৰ এটা কোঠাত তেওৰ শোৱা পালে খন। কেউপিনে কিতাপেৰে ভৰি থকা কেইটামান আলমাৰী আৰু ইটো কোঠাত সাধনৰ বিচনাখনৰ কাষতে সৰু ৰান্ধনিশালখন। দুযোটি কোঠা অতি পৰিপাটি। কুটা এডালো ক তো পৰি নাথাকে। দুৱৰাৰ কলিকতীয়া জীৱন ঘডীৰ কাটাৰ লগত মিলোৱা। কাম কৰিবলৈ ওলাই আহে ঘড়ীৰ কাঁটাৰ লগত খোজ মিলাই কামৰ শেষত ঘৰলৈ ওভতে সদায় একেটা খেণ মিলাই একেটা খোজতে। বজাৰ সমাৰ পিন্ধন উৰণ এইবোৰৰ যোগাৰ যতন কৰে সাধনে। আবেলি ঘৰটোৰ চাতৰ ওপৰত ফুলৰ টাব্

কেইটামান থকা মুকলি ঠাইকণত তহল দিয়ে। দুৱৰাৰ দৈনন্দিন জীৱনৰ তালিকা এইখনেই।

১৯৪৬ চনৰ কলিকতাৰ সেই জঘন্য হত্যাকাণ্ডৰ ✓অমূল্য বৰুৱা বলি যোৱাৰ খবৰ ওলোৱাৰ লগে লগে আমাৰ সকলোৰে (কলিকতাবাসী সমূহ অসমীয়া লোকৰে) মনত চিন্তা দুৱৰাৰ বিষয়ে। একেৰাহে ৯৬ ঘণ্টীয়া সান্ধ্যআইন আবেলি দুঘণ্টালৈ ঢিলাই দিয়াৰ প্ৰথম সুযোগতে আমি গোড়া পল্টনৰ শাৰীৰ মাজে মাজে আহিলো তেওৰ খবৰ লবলৈ। বঙালী চুবুৰীয়াসকলে তেওক নি তেওলোকৰ লগতে ৰাখিছে। অমূল্য বৰুৱাৰ খবৰ ক লত কবিজন জয় পৰিল ! মুখৰ মাত হৰিল – যেন নিৰ্বাক নিস্পন্দ এটা মূৰ্তি ! আমি যেতিয়া সুধিলো তেও ক ত কেনেকৈ থকাৰ কথা ভাৱিছে তেও তেতিয়াও অলৰ অচৰ। প্ৰতিবেশীসকলে আৰু সাধনে আমাক আশ্বাস দি কলে – কোনো ভয় নাই, দিন ভাল হলেই তেখেতক আমি ঘৰলৈ নিম। এটি যেন অনাথ অসহায় শিশুৰ বাবেহে আমাৰ সকলোৰে এই ভাবনা।

১৯৪৪ চনত ৰ পুৰত বহাগী মেলা । দুৱৰা তেতিয়া শিৱসাগৰত । দুআষাৰমান কবলৈ ধৰাত লাজকুৰীয়াভাৱে বহুপৰৰ পিছত উঠি আৰম্ভ কৰিলে – মোৰ বৰ লাজ লাগিছে। মইনো ইয়াত কি কম? আকৌ নিস্তব্ধতা। বাৰু মই বিহুৰ বিষয়ে লিখা কবিতা দুফাকিমানকে গাও। কবিতা আওৰাই কবিয়ে আমালৈ চাই অকণমাণ ল ৰাটিৰ দৰে সুধিলে হ লনে বাৰু ? মই হ লে বক্তৃতা দিব নোৱাৰো দেই। অথচ কলিকতাত এম এ মহলাত আমাক আৰু স্কটিছ চাৰ্চ কলেজিয়েট স্কুলৰ শ শ ল ৰাক নিতৌ কাৰো মুখলৈ নোচোৱাকৈ সুন্দৰকৈ পঢ়ুৱাই থাকে। স্কুললৈ নিয়মৰ খাতিৰত সৰু বেতডালিও কিতাপৰ মাজতে নিয়ে। ব্যৱহাৰ কাঠৰ মেজখনৰ ওপৰতহে – ল ৰাই হাই কৰিলে এই বুলি ধমক দিবলৈ। এবাৰ আমাৰ কলেজত তেখেতক সম্বৰ্দ্ধনা দিবৰ বাবে মাতি অনা হ ল। বহু কেৰজেৰৰ পিছত কোনোমতে আহিল। সম্বৰ্দ্ধনাৰ শেষত ল ৰা ছোৱালীলৈ বুলি একেষাৰ কবলৈ কোৱাত সেই একেধৰণৰ শিশুসুলভ কেৰ্‌জেৰবোৰ । লাজত মুখখন তললৈ কৰি আমাক ভোৰভোৰাই কয় – এহ, মোকনো কেলেই এনেকুৱাখন কৰ পাই? মইনো কিটো কম? বৰকৈ ধৰাত হাতত থকা লাখুটিডাল অন্তৰখোলা হাঁহি এটা মাৰি দাঙিও লয়। এইদৰে ধেমালি ধুমুলাৰ পাছত যদু কবিয়ে বহি থকা আসনৰপৰাই মাইকটোৰ সন্মুখলৈ গাই পেলায় কবিতা এফাকি –

গোটোৱা গোলাপ কলি
থাকোতে সময় সখি
জীৱনৰ সোঁত বলি যায়
যিটি ফুলে হাহি আজি
ফুলনি ফুলাই তোলে
কালিলৈ পাহি মেলি নেহাঁহে দুনাই॥

কবিতাফাঁকি চাবিবাৰমান আওৰালে। ল ৰাহতে উচপিচাই উচপিচাই আৰু অলপ কৰলৈ খাটনি ধৰাত কবিয়ে – এহ্ হ ল আৰু দেওহে বুলি আকৌ গহীন হৈ পৰে।

কবি প্ৰেমিক আৰু বলিয়া – এইতিনিও লোক একেটা সাঁচৰ বুলি কথা এটা আছে। বলিয়াৰ সংজ্ঞা নানাজনে হয়তো নানা ভাবত লব। কিন্তু মানৱ প্ৰকৃতিৰ অসাধাৰণ উদগু ৰূপটোকে আতৰাই শান্ত ৰূপৰ কমনীয় অ শটোক সামৰি যদি সেই অৰ্থতহে বলিয়া শব্দ প্ৰকাশ কৰা হয় তেনেহলে যদু কবিৰ গাত ওপৰৰ স জ্ঞাটি খাটে। থোৰতে কবলৈ হলে দুৱৰা কবিজন কবিয়েই। দুৱৰা মানুহজন কি বুলি সুধিলেও উত্তৰ হ ব দুৱৰা মানুহজন কবিহে। অসমীয়া সাহিত্যৰ গোটেই বুৰঞ্জীৰ ভিতৰতে আন এজন মানুহক মনে প্ৰাণে ভাৱে ভাষাই চলনে ফুৰণে হাড়ে হিমজুৱে কবি বুলিব পৰা নাই। বিশ্ববিখ্যাত কবি সাহিত্যিকসকলৰ জীৱনতো তেনেধৰণৰ কাৰ্য কলাপ দেখা যায়। তেওলোকৰ বেলিকাও বলিয়াৰ ভয়াবহ বা উন্মাই কৰা অৰ্থ নিশ্চয় ব্যৱহাৰ কৰা হয়। মিল্টন দৃষ্টিহীন আছিল আৰু গোটেই জীৱন ভুগিছিল বাত(গাউট্) ৰোগৰ বিষত। কিন্তু তেওৰ বিশ্ববিশ্ৰুত কাব্য *Paradise Lost* লেখিছিল ঠেটুৱৈ ধৰা জাৰকালি। হাতত খলিহৈ মাটি এটুকুৰা লৈ এখন ভৰি পুৰণিকলীয়া চকী এখনত ভেজা দি সহচৰজনক অনৰ্গল শব্দ প্ৰবাহৰ শ্ৰুতলিপি দি দি। প্ৰখ্যাত ফৰাচী লিখক বালজাকে ৰাতিৰ আহাৰ খাযেই শুবলৈ যায়। মাজনিশা উঠি বগা পোছাক এটা পিন্ধি লৈ মূৰত সন্নাসীৰ দৰে টুপী এটা পিন্ধি পিছদিনা দুপৰীয়ালৈকে লিখি থাকিব। আগশিাৰ লেম্প জ্বলিয়ে থাকে দুৱাৰ খিৰিকীৰ পৰ্দাই বাহিৰৰ পোহৰ বন্ধ কৰিয়েই ৰাখে। সুপ্ৰসিদ্ধ মহাকবি চিলাৰৰ ওচৰলৈ এগৰাকী বন্ধু গৈ বহা মাত্ৰকে এনে এটা উৎকট গোন্ধ আহিবলৈ ধৰিলে যে তেও সেই ভেকেটাভেকেট গোন্ধ ক ৰপৰা আহিছে চাবৰ অৰ্থে কবিৰ কোঠাটো চলাথ কৰি দেখে যে কবিয়ে লিখা মেজখনৰ এটা ড্ৰয়াৰৰ ভিতৰত ভালেমান আপেল গেলি পচি পোকলগা হৈ আছে। কবিৰ কিন্তু খবৰ নাই।

দুৱৰাৰ কবিতাই আমাক দিলে কি? থিতাতে কোৱা হব – এটি অনুপম সুৰৰ লহৰী। ওপৰত উনুকিওৱা কবিতাফাকিতে এই সুললিত ছন্দ ধ্বনি নিহিত হৈ আছে। কবিতাফাকিৰ উৎস অৱশ্যে শ্যেলীৰ ই ৰাজী কবিতা এফাকি –

The flower that smiles to-day
Tomorrow dies
All that we wish today
Tempts – and then flies

দুৱৰা কবিয়ে কিন্তু তাত শ্যেলীক আতৰাই নিজকে বহুৱাই দিলে – প্ৰাণ এক হৈ গ ল।

হেমলেটক পলনিয়াচে যেতিয়া সুধিছিল – আপুনি কি পঢ়ে কোঁৱৰ? উত্তৰ পালে – *Words words words* শ্যেলীয়ে শব্দমালাৰ যাদুকৰী ব্যৱহাৰৰ যোগেদিয়েই

কবিপ্ৰাণৰ অনুভূতিবোৰ তথা সৌন্দৰ্যত সত্যৰ ব্যাখ্যা মানুহৰ মাজত কৰি দি কবিগোষ্ঠী মানৱ জাতিৰ অস্বীকৃত বিধানকাৰী বুলি অভিহিত কৰিছে। মূলৰপৰা অনুবাদ কৰোঁতে শব্দমালাৰ সলনি হ'ল— আটাইতকৈ এৰাব নোৱৰা লক্ষণ ভাবানুভূতিৰ পৰিৱৰ্তন হয়তো নহবও পাৰে। দুৱৰাৰ বেলিকা এইলক্ষণসমূহৰ তাৎপৰ্য বিশেষভাৱে মন কৰিবলগীয়া।

কোনো কোনোৰ মতে কবিতা আৰু গান একেটা বস্তুৱেই। গান বুলিলে তাত সুৰ থাকে। দুৱৰাৰ প্ৰতিটো কবিতাত গানৰ সুৰ নিহিত হৈ আছে। সুৰৰ লগত লয়ৰ নিবিড় সম্বন্ধ সহজ সৰল গতিত থকা বাবে দুৱৰাৰ কবিতাৰ লয় নিমজ আৰু সাৱলীল আৰু সেই হেতুকে তাত থাকে এটি সুকীয়া মাদকতা। কবিতাৰ ছন্দবন্ধনৰ বিভিন্ন ৰূপ আলচিবৰ থল ইয়াত নাই। কিন্তু দুৱৰাৰ কবিতাৰ আকৰ্ষণীয়তাৰ মূলতে হ'ল ছন্দৰ সাৱলীল গতি। কবিতাৰাণীয়ে যেন তাত জুৰিটিৰ দৰে কুলুকুলু কৰি সোতৰ চেৱে চেৱে নাচি যায়। আগৰ ফাকিৰ লগত শেষৰ ফাকি আপোনাআপুনি আখৰে আখৰে মিলি যায়। মিলাবলৈ সুকীয়া জোটনি বা প্ৰচেষ্টাৰ আৱশ্যকতা দুৱৰাৰ কবিতাত নাই। আধুনিক (মুক্তক ছন্দৰ) কবিতাত সুৰ নাই বুলি কোৱা হোৱা নাই কিন্তু সুৰৰ অৰ্থে আখৰৰ মিতালি নহলে নচলে। ইপিনে দুৱৰাৰ যিটো আলফুলীয়া প্ৰকৃতি সেই প্ৰকৃতিয়ে কোনো উদ্দাম বা প্ৰচণ্ড ভাবত নোসোমায়গৈ। সেই হেতু যুক্তশব্দও দুৱৰা কবিতাৰ ভাষাৰ লক্ষণ হ'ব নোৱাৰে। ভাষা ভাৱৰ বাহন। কোমলমতীয়া শিশুৰ মুখত সংযুক্তবৰ্ণৰ কথা যেনেকৈ নুফুটে কোমল প্ৰকৃতিৰ যদু কবিৰ ভাষাতো সৰল সহজ আখৰেহে সহজ সৰল ভাবৰ বাহন হৈ পৰে। দুৱৰাই যিমানবোৰ কবিতা লিখিলে সকলোতে এই একেটা সুৰে গাথনি। বৈচিত্ৰহীন বুলি এই কবিতাৰাজি কোনো কোনোৱে উলাই কৰিব পাৰে। কিন্তু দুৱৰাৰ প্ৰকৃতিৰ যদি সুকীয়া সত্বাটো স্বীকাৰ কৰা হয় তেনেহলে তেওৰ কবিতাৰ এই সাৱলীল গতিটোত সুকীয়া মূল্য আৰোপ নকৰি নোৱাৰি। অৱশ্যে ৰবীন্দ্ৰনাথৰ বিভিন্ন ছন্দৰ বিভিন্ন উপাদান সঙ্গীতৰ সুৰৰ বিবিধ মাদকতা বিচিত্ৰভাৱে বৈছিল হলেও একে কথাকে দুনাই কব লাগিব— সৰলতাই দুৱৰা প্ৰকৃতিৰ বিশিষ্ট গুণ আৰু তেওৰ কবিতাৰ সকলোতে সেই কোমল লয়ৰে সমাৱেশ।

হায় অভিমানী মোৰ কোনে তোৰ ভাঙি অভিমান
চেনেহৰ ধৰিব যোগান?
মিছাকৈয়ে কিয় গাৱ গান
পাষাণৰ নগলে পৰাণ।

এই কথাখিনি দুৱৰাৰ বাহিৰে আন কোনে তেনেকৈ কব? পাষাণৰ পৰাণ নগলে বুলি জানিও প্ৰতিমাৰ প্ৰাণ পাবলৈ কবিয়ে গোটেই জীৱনটো কবিতাৰ মালা গাঁথিয়ে থাকিল। প্ৰেমৰ প্ৰতিদান নাপাই তেও বিদ্ৰোহী হৈ উঠা নাই—(দুৱৰা বিদ্ৰোহী হ'ব কেনেকৈ ? নাপাই নাপাই পাবলৈ আকুলতা বাঢ়িহে গ'ল।)

দুৱৰাৰ কবিতাত সেয়েহে অনুভূতিৰ ৰূপ একেটাই। আন কবিৰ দৰে সমাজৰ বিভিন্ন ক্ৰিয়া প্ৰতিক্ৰিয়াই এইগৰাকী কবিৰ মনত প্ৰতিক্ৰিয়া নকৰে। আমাৰ কবিয়ে দেহে মনে প্ৰাণে থাকিবলৈ বাছি লয় নিৰলাক। তেওঁৰ একমাত্ৰ সাধনা হ্ ল সৌন্দৰ্য। অনাদৰ অৱহেলা ভৰা সমাজখনৰপৰা বহুত আঁতৰত নৈ এখনিৰ পাৰত নিজান নিতালভাৱে এচুকত থাকিব খোজে অকলশৰীয়াকৈ — মানুহৰ সঙ্গ তেওক নালাগে। নালাগিবৰে কথা ! — সেইহে জোন বেলি তৰা ফুল এইবোৰক লৈ ৰচে তেও জীৱনৰ কুসুম কানন। কবিয়ে নিজেই স্বীকাৰ কৰিছে তেওৰ দৰে মানুহৰ আজিৰ জীৱনত অসাৰ্থকতা — তেও নিজেই এপাহি বনফুলহে। সেই বনফুলক কোনোৱে দূৰতে চায় কোনোৱে বা ছুই যায়। সপোনত তাকে ভাৱে চেনেহ কণিকা বুলি কিন্তু —

সপোন আঁতৰি গলে দিঠকে জনাই দিয়ে
বাটৰ কাষৰ মই বনৰীয়া ফুল।

দুৱৰাৰ আত্মকেন্দ্ৰিক মনোভাৱ এই প্ৰসঙ্গতে উল্লেখযোগ্য। কোনো কোনোৱে ইয়াক দোষ বোলে। কিন্তু গীতি কবিতা মাত্ৰৰে এনে লক্ষণ গুণহে আৰু এনে ধৰণৰ কবিতাত সুমধুৰ শব্দ স যোজনাৰ যি আকৰ্ষণীয়তা সেই পিনৰ পৰাও দুৱৰা কবিতাৰ ই গুণহে। গীতি কবিতা আচলতে কবিজনৰ জীৱন প্ৰৱাহৰ স্বীকাৰোক্তি। ই কবিৰ নিজৰ জীৱনৰ অনুশীলনী। তেনে ধৰণৰ কবিতাৰ প্ৰকাশ ভঙ্গিমা আৰু অনুভূতিৰ ব্যঞ্জনাও তেনেই সুকীয়া ৰূপৰ হয়। জীৱনৰ ঘাত প্ৰতিঘাতৰ মুক্ত প্ৰকাশ হোৱা হেতুকে আৰু সেযে ঘাইকৈ প্ৰণয় প্ৰবাহক লৈয়ে হোৱা হেতুকে এইবিধ গীতৰ প্ৰকাশত ভাৱৰ স্বৰূপ উচ্ছ্বাস হয়। প্ৰকৃতপক্ষে আবেগৰ উপশম ঘটাবলৈকে এই গীতৰ সৃষ্টি। সেইহেতু এই ভাবোচ্ছ্বাসে কোনা ধৰণৰ বাধা বিঘিনি মানিব নোখোজে। ই অন্তৰৰপৰা বাগৰি অহা নিজৰাৰ দৰে। কবিয়ে জীৱনৰ সুৰত গাইছে —

জীৱনৰ দুখৰ ৰাশিৰ
এটি এটি কণা তুলি লৈ
ৰচোঁ মই অন্তৰৰ গান
শুনো তাকে বহি অকলই॥
অকলই ওমলো জামলো
অকলই পাতিছো স সাৰ
অকলই শূন্য মন্দিৰত
যাচো মোৰ হৃদয় সম্ভাৰ।

আৰু —

অকলে আপোন মনে বহি নিৰলাত
ৰচোঁ মই নিজানৰ গান।

বিশ্বকবি ৰবীন্দ্ৰনাথে তেওৰ কবিপ্ৰাণৰ সৰ্ব অনুভূতিৰ সুপ্ৰকাশ কৰি প্ৰকৃতি পূজা

স্বদেশানুৰাগ উলাহ বিষাদ সকলো বিষয়তে কবিতাৰ মহান সুউচ্চ বেদী থাপি গ ল। আমাৰ অসমীয়া সাহিত্যতো কেইবাগৰাকীও প্ৰখ্যাত কবিয়ে বিবিধ ভাৱৰ কবিতা ৰচি গ ল বা ৰচি আছেও। কিন্তু দুৱৰাৰ কবিতাৰ আকৃতি আৰু প্ৰকৃতি আগতে কোৱামতে একে ধৰণৰ । অৱশ্যে বিহুৰ বিষয়েও তেও কবিতা লিখিছিল সিও কিন্তু প্ৰকৃতিৰ মনমোহা ছবিখন লৈহে আৰু অসমীয়া মানুহৰ অন্তৰৰ মধুৰ ভাবৰাশি প্ৰকাশ কৰিহে। শঙ্কৰদেৱ আৰু জয়মতীৰ বিষয়েও যদু কবিয়ে লিখিছিল। কিন্তু সেয়া গুৰুজনাৰ সুমহান আদৰ্শ আৰু মহাসতীৰ ত্যাগৰ সূক্ষ্ম অনুভূতিৰ উচ্ছ্বাসক কেন্দ্ৰ কৰিহে। ব্ৰহ্মপুত্ৰৰ বলিয়া বান বিজুলী ঢেৰেকনি ধুমুহাই সৃষ্টি কৰা বিভীষিকা জাতীয় আন্দোলনৰ উত্তপ্ত ঘটনাৱলী— এইবোৰে আমাৰ কবিৰ অনুভূতিক জগাই তোলা নাছিল। অৱশ্যে এই কথাও আমি পাহৰিলে নচলিব যে এইজন আলফুলীয়া কবিয়েই মোৰ শেষ পাঠ কথা ভাবি বিদেশৰ পটভূমি লৈ হলেও এনেদৰে কৈছিল— হাঁয় মই আৰু মোৰ মাতৃভাষা শিকিব নোৱাৰিলো হায় চেনেহৰ মোৰ মাতৃভাষা ! কোনো এটা অইনৰ তলতীয়া জাতিয়ে যেতিয়ালৈকে নিজৰ মাতৃভাষাকে বুকুৰে আঁকোৱালি ধৰি থাকে তেতিয়ালৈকে শত্ৰুৱে বন্দীশালৰ দুৱাৰৰ সচাৰ কাঠিটি তেওলোকৰ হাতৰপৰা নেপায়— এই কথাষাৰ কেতিয়াও পাহৰা উচিত নহয়।

স সাৰৰ কাঁইটীয়া বনৰ মাজত যিজনে সোমাবলৈকে সাহ নকৰে আন্ধাৰৰো মান আছে বুলি যিজনে কবিতাত প্ৰতিপন্ন কৰে সেইজনক বহুতেই পলায়নবাদী কবি বুলি উলাই কৰিব খোজে। কিন্তু সচাঁই তেও পলায়ণবাদীনে? জীৱনত যিজনে নিজকে অকলশৰীয়া বুলি ভাবে আকাশৰ তৰা নৈৰ কুলুকুলু ৰৱ গোলাপ কেতেকী মাথো যিজনৰ লগৰী প্ৰতিদান পাওক নেপাওক হিয়া উজাৰি চেনেহ বিলাই থাকিয়েই যিজনে নিৰাশাৰ মাজতে আশাৰ ৰেঙনি দেখা পায় সেইজনৰ সমাজখনৰ লগত সম্বন্ধ হ ব কেনেকৈ? সমাজখনৰ সমস্যাৰ কথা দূৰতে থাওক নিজৰ জীৱনৰ কোনো জটিল পাকচক্ৰতে যিজনে সোমাব নোখোজে সেইজন সমাজৰ সমস্যাৰ মাজত সোমোৱাৰ কথাকে বা ভাবো কেনেকৈ? সেয়েহে আমি কও— তেও পলাতক নহয় যুজ বাগৰ জটিলতা এইবোৰৰপৰা যিজন সদায় আঁতৰত আছিল নিৰলাই যিজনৰ চিৰ আৱাস সেইজন পলাতক হ ব কেনেকৈ? কবিয়ে পোহৰ নিবিচৰা নহয় বিচাৰে। কিন্তু পোহৰৰ সেই হেঙুলি দাপোণে তেওৰপৰা সোণালী সপোনৰ দৰে লুকাভাকু খেলি গুচি যায় আৰু কবিয়ে সপ্তমী তিথিতে আঁউসীহে দেখা পায়—

পূবেদি ওলোৱা জোন পশ্চিমৰ ডাৱৰে আহি
ধীৰে ধীৰে লুকুৱালে কলীয়া কোলাত
সপ্তমীতে আঁউসীত আপোনাকে হেৰুৱাও
আন্ধাৰে আৱৰি ধৰে চকামকা বাট। — (সপ্তমীতে আঁউসী)

কিন্তু সেইবুলি কবি হতাশ হোৱা নাই। সেইবাবেই পোহৰ কথা কবিতাত কবিয়ে

পোহৰৰ জয়গীতি স্পষ্টভাৱে গাইছে– এদিন দেখিব মোৰ কথা ফলিয়াব পোহৰ পৰি আপোনাৰ ৰাজ্য সুন্দৰ হৈ পৰিব। (পোহৰ)।

দুৱৰাই পুৱতিৰ অৰুণৰ আশাৰ কিৰণৰ কথা কোৱাতকৈ বিয়লিৰ হেঙুলি বেলিৰ কথা কৈহে বেছি ভাল পায়। জীৱনৰ বেলি যেতিয়া লহিয়াই গ ল তেতিয়াও সন্ধিয়াৰ আকাশৰ সৰু তৰাটিয়েও সাদৰৰ শেষ আৱাহনকে ধিয়াই যায়। জীৱনৰ প্ৰথম পুৱাৰ কথা মধু সোঁৱৰণৰূপে মাজে মাজে আনে কিন্তু মানস পটলৈ –

ভাগৰুৱা বেলি পশ্চিমৰ পিনে
হেপাহেৰে জুমি চায়
উজলি উঠিল পশ্চিম আকাশ
হেঙুলি পোহৰ পায়। (তোমালৈ)

সেয়েহে তেও কবিতা লিখে আবেলিৰ সপোনক লৈ। ভাগৰুৱা জীৱনৰ কথা কৈ সন্ধিয়াৰ প্ৰতি কবি বেছিকৈ আকুল। সোণোৱালী দেশৰ পিনে যাওতে কবিয়ে জোনালী ৰাতিহে নাওখনি মেলি দিয়ে। আনকি ফাগুণৰ বলিয়া বতাহৰ কথা কওতে পুৱাৰ সূৰুযে সোণালী ধাৰা ৰঙেৰে ঢালিছে বুলি কৈও ফাগুণী কোৱৰে চেনেহী চাবে বিষাদ কালিমা হৰে বুলি কৈও ফাগুণৰ এই মিলনৰ শুভ লগনকো সোণালী সপোনে ৰাঙলী নিচান উৰাইছে বুলিহে কয়। কেতিয়াবা কবিয়ে পুবাৰ কিৰণত আশাৰ পালতৰি জীৱন লুইতত যৌৱনৰ নাও বাই কোবাল সোতত উটি যাওতে হঠাতে ধুমুহা ডকা চাকনৈয়াৰ লগত যুজিবলগীযা হয় বুলি ভাবিলেও প্ৰকৃততে তেনে বিপদ সঙ্কুল যাত্ৰাত কবি নানামে। কাৰণ –

ধুমুহাৰ স তে যুজি অকলে আপুনি
ভাগৰিব জীৱন পথত
এবাৰ উজলি উঠি নুমাব দুনাই
সপোনৰ বন্তি আন্ধাৰত। (সামৰণি)

দিঠকৰ ছলনাত যিজনে হাবাথুৰি খাই থাকে সেইজনে সপোনৰ সূষমাকে সাবটি নললে কিহৰ আশাত জীয়াই থাকিব? জীয়াই থকাৰ আশা লৈয়ে পৃথিৱীত কতজন চিৰদুখীয়ে গোটেই জীৱন কান্দি কান্দিও জগতক দি গ ল আশাৰ বতৰা। যউিতিযুগীয়া খিয়াতি অৰ্জা অমৰশিল্পী ৱেগনাফে নিয়তিৰ সতে গোটেই জীৱন যুজি য তে ত তে ঠেকাখুন্দা খাই অধীৰ অতিষ্ঠ হৈ পৰিলতো লিখিছিলে এই কথাহে – Hope should manifest itself not as a feeling but as an action in the present Be cause I have hope I have exerted all my energy

যিজন কবিয়ে চেনেহৰ বাটৰুৱাজনক উদ্দেশ্যি কয় –

মিছা আশাৰ নেবান্ধিবা ঘৰ
নাই কোনো আপোনাৰ জন

চেনেহী মাতত ভোলগৈ
বিষাদক নকৰা বৰণ।(সপোন কুৱৰী)

সেইজনক পলায়নবাদী বুলিম নে? দিঠকৰ মাজত মায়াকানন বিচাৰি বাৰে বাৰে হাবাথুৰি খায়ো খন্তেকলৈ হলেও সপোনতে হেৰুওৱা মাণিক পাবলৈ হাবিয়াস কৰাটো বৰণীয় গুণ বুলিহে কম ? তদুপৰি কবি নামৰ কবিতাত তেওঁ কৈছে স সাৰ বিৰাগী স সাৰ তিয়াগী হৈয়ো কবিয়ে স সাৰৰ মাজতে থাকি সৃষ্টি পাতনিৰ ভঙা পতা ছবি মনৰ মাজতে আকে আৰু তেওঁলোকৰ প্ৰাণবীণৰ জোকাৰত জগতখ'নই কপি উঠে। সচাকৈ বিশ্ব প্ৰকৃতিৰ সূক্ষ্মতকৈও সূক্ষ্ম তত্ত্ববোৰৰ সন্ধান কবিয়েই নিদিয়ে জানো ? জড়জগতৰ অস্ফুট অবুজ ভাববোৰক কবিয়েই পোনতে বুজা নাই জানো ? জোন বেলি তৰা আন্ধাৰ পোহৰ সাগৰতলি অসীম জগতক আমাৰ আপোনৰো আপোন কৰি তেওঁলোকেই পোনতে চিনাকি কৰি দিয়া নাই জানো?

আমাৰ কবিয়ে সমাজৰ কামত নলগাকৈ থকা বুলি ভাবিলেও তেওঁৰ সাধনা নোহোৱা নহয়। সাধনাৰ বিষয়বস্তু হ ল সৃষ্টিৰ আটাইতকৈ শ্ৰেষ্ঠ বস্তুটো— সুন্দৰৰ। যিয়ে সুন্দৰ সেয়ে সত্য। যতে প্ৰেম তাতে সৌন্দৰ্য। সেইহে প্ৰেম সৌন্দৰ্য আৰু সত্য এটি আনটোৰ পৰিপূৰক। কালজয়ী বিশ্বসাহিত্যৰ পটভূমি বিভিন্ন হলেও প্ৰতিষ্ঠিত আদৰ্শ সেই একেটাহে। কথা কবিতাৰ পাতনিত ড কাকতিয়ে দুৱৰা কবিৰ স্বৰূপ বখানি কৈছে— শিল্পী বোলা কবিতাটোক দুৱৰাৰ কাব্য জীৱনৰ মূলমন্ত্ৰৰ স্বীকাৰোক্তি বুলিব পাৰি। আজীৱন সৌন্দৰ্য সাধনাই তেওঁৰ জীৱনৰ লক্ষ্য । আৰু এনেদৰে সৌন্দৰ্যৰ নীৰৱ সাধনাতে তেওঁৰ জীৱন ঢালি দিছে। শিল্পীয়ে সময়ৰ চিন চাবলৈ মন নকৰি নিজৰ অন্তৰৰ সেউজীয়া ভাৱ সজীৱ কৰি থব পাৰিছে। তেওঁৰ একোলৈকে ভ্ৰুক্ষেপ নাই—সময়েও যেন তেওঁৰ কাষত হাৰ মানিলে।

মহাকবি দান্তেৰ দৰে তেওঁকো নিশ্চয় কোনোবা বিয়েত্ৰিচে প্ৰেৰণা যোগাইছিল। সেইগৰাকী কোন সেই প্ৰশ্ন অবাস্তৱ। আবেলাৰ্ডৰ দুৰ্ভাগ্যৰ কৰুণ সোৱৰণ দুৱৰা কবিতাত নাই আৰু ভাৰতীয় কবিৰ বিৰহী যক্ষও তেওঁ নহয় কিন্তু তেওঁৰ সপোন কুৱৰীৰ অলিক সুষমা ধিয়াইয়ে গোটেই জীৱন কবিয়ে গীতৰ লহৰি তুলিলে। ধৰাতে সৰগ ৰচে সপোনৰ—

লাগে মোক অকলশৰীয়াকৈ এখনি সৰগ
নিন্দা বচনেও যাৰ বজ্ৰ প্ৰাচীৰত উফৰি উফৰি
কৰে ৰণ
সুৰৰ ৰাগীত কাৰো যেন অন্তৰত
নুঠে টৌ নিৰাশা আশাত।
মোৰ গান ময়ে গাও
শুনি শুনি ময়ে তল যাও

গানৰ শেষত শুনোতা গাওতা দুয়ো
এক হৈ পাৰকে নেপাওঁ। (মোৰ সৰগ)

সেই মানসী ৰাণীকে থিয়াই কবিয়ে গায় –

আঁহা কাষলই বীণখনি লই
গোৱা গীত সুমধুৰ
দিনে ৰাতি মোৰ বাজক হিয়াত
অনন্ত প্ৰেমৰ সুৰ । (প্ৰেমৰ সুৰ)

তেওকে থিয়াই কবি ভাগৰি পৰিছে। সপোনৰ প্ৰথম পুৱাতে সাৰ পাই কামনা কৰিছে তেওৰ কোলাতে যেন জীৱনৰ কত দুখ শোক সকলো শেষ হওক কাৰণ –

ক তো নাই মৰমৰ চিন
মিছাকৈয়ে ফুৰিলো বিচাৰি
তুমি যদি এৰি দিয়া মোক
কোনে তেনে ধৰিব সাদৰি? (তোমালৈ)

সেয়েহে মৰণৰ আগতে কবিৰ জনম সাৰ্থক কৰিবলৈ তেও আকুল হৈ কৈছে –

মাৰ যক তোমাৰ বুকুতে
অন্তহীন সুৰ বিষাদৰ
হাহিমুখে মাগিলো মেলানি
তুমি মোৰ প্ৰতীমা প্ৰাণৰ (তোমালৈ)

প্ৰেমাক্লিষ্ট কবিয়ে প্ৰেয়সীৰ বুকুতে নিজৰ সৰ্বস্ব অৰ্পণ কৰি দুৰ্বহ দুখৰ তাড়না পাতিলোৱা কথা বিশ্ব সাহিত্যত বিস্তৰ। মেঘদূত ৰ বিৰহী যক্ষই এনে কৰিয়েই বিৰহৰ জুই নুমুৱাইছিল। ডান্তেৰ ডিভাইন কমেডি ত সেই ভাৱৰে আভাস পোৱা যায় এই কথাশাৰীত – If my life continue with me a few years it is my hope that I should yet write concerning her what hath not before been written of any woman

দুৱৰা কবিয়ে প্ৰেয়সীৰ কায়িক পৰশ লভিব নোৱাৰিলে। তেনে বাঞ্ছাও হয়তো তেওৰ নাই। দৰাচলতে প্ৰিয়লাভ কৰাতকৈ লাভৰ আশাৰ মাদকতা বেছি। সপোনবলীয়া কবি সপোনৰ আশাতে বিভোৰ –

ভাল পাও জগতৰ সুখ দুখ ৰাজি
ভাল পাও মানৱ জীৱন
ভাল পাও অসীমৰ দূৰৰ আভাস
ভাল পাও সুখৰ সপোন।

সেই আশাতে বন্দী হৈ পদে পদে উজুটি খাই বিৰহ বিষাদৰ চকুলো টুকিও কবিয়ে কিন্তু সত্য সুন্দৰ প্ৰেমৰ জয়গান নোগোৱাকৈ থকা নাই।

চকুলো দুধাৰি দেখি সূৰ্য্য কিৰণে
চুমি মোক বাতৰি বিলায়
মিছাতে বেজাৰ কিয় প্ৰেমৰ পোহৰ
একেৰাহে জ্বলিব সদায়। (প্ৰেমৰ পোহৰ)

আৰু –

এৰি দিয়া সকলোটি আজি
চলি থকা ৰীতি জগতৰ
আমি মাথো যাও আগুৱাই
গাই গীত প্ৰেম মৰণৰ। (ন আৰু পুৰণি)

ড বিৰিঞ্চি কুমাৰ বৰুৱাই বনফুল পুথিৰ পাতনিত কৈছিল দুৱৰা মুখ্যতে প্ৰেমৰ কবি। আমি তাতে ৰহণ লগাই ক ব খোজো অসমীয়া সাহিত্যত কিয় যেই কোনো সাহিত্যৰে প্ৰেমৰ কবিতাৰাজি জুকিয়াই যতীন দুৱৰাৰ প্ৰেমৰ কবিতাখিনিয়ে আগশাৰীত ঠাই লব। নাপাই বুলি জানিও পাৰিলে এনে আকুলতা ঐহিক মিলনৰ অভাৱতো মিলন মাধুৰীৰ এনে মাদকতা। অতৃপ্তিৰ মাজতো এনে ঐকান্তিকতা যেই কোনো প্ৰেম গাথাৰে অতীৱ বৰণীয় সম্ভাৰ।

দুৱৰাৰ কবিতাত পাহৰণি তত্ত্বৰ সন্ধান পোৱা যায় বুলি কোনো সমালোচকে কব খোজে । কিন্তু আচলতে পাহৰণি নামৰকোনো সূক্ষ্ম দৰ্শনৰ পৰ্যালোচনা দুৱৰাৰ কবিতাত নাই। কোমলমতীযা কবিয়ে অন্তৰৰ ভকতি ঢালি আবেগৰ গান গাই অনেক বাৰ তেওঁৰ প্ৰাণৰ প্ৰতীমাকে সাবটি ধৰিও প্ৰতিমাৰ প্ৰাণ নেপাই তেওঁৰ বেথাভৰা জীৱনৰ সুৰহীন গান গাই থাকে। যৌৱনৰ জোৱাৰত কবিৰ মন উটি যায় দূৰণিৰ দেশলৈ। বিৰহ বেথাৰ এই সোৱৰণীবোৰ মনলৈ আহিলে কবি বিয়াকুল হৈ পৰে। মনৰ তাড়নাৰ শাত পেলাবলৈ সেই ভাববোৰ পাহৰণিৰ বুকুত পেলাই দিব খোজে। চেনেহৰ মায়া জৰী গছ ছিঙি দিবলৈ কবিযে কয় –

সময়ৰ প্ৰতিশোধ কোনে বাধা দিব?
জগতত অকলশৰীয়া
যাওক উটি যেনি তেনি সোতৰ জগত
মেলি দিয়া নাও নাৱৰীয়া। (অতীতক যোৱাহে পাহৰি)

কিন্তু তাৰ পাছত কবিয়ে ভাবি পায় যে অনাদৰ অৱহেলা তেওঁৰ কপালত বিধিৰ নিষ্ঠুৰ লেখা তাৰ হাত কেনেকৈ সাৰিব আৰু জীৱনৰ সুখে দুখে অতীতৰ মধুৰ সপোনবোৰ ফুৰে পাছে পাছে। মনৰ এই তাড়নাৰ ক্ষন্তেকলৈ হলেও জুৰণি বুলিবলৈ অতীতৰ সেই সপোনৰূপী প্ৰেমৰ দাপোণখন। অনন্ত সাগৰত পৰ্বত সমান ঢৌৰে শুকুলা পাখি যেন লৈ যোৱা নাওখনি গ্ৰাস কৰিব খোজাৰ দৰে মৰণৰ বাহুৱেও অকলশৰীয়া কবিকো চিনচাব সমূলি নাৰাখি সামৰি ল ব খোজে। তেনেহ লে কবিৰ এই জীৱনৰ

অস্তিত্ব নিজতে ব্যস্ত হৈ থকা দুৱৰা নামৰ মানুহজনে অতদিনে সৌন্দৰ্যীয়া প্ৰকৃতিৰ কোমল কোলাত সুন্দৰৰ সতে যিখিনি খেলা কৰিলে সেই সকলো আৰু বিশেষকৈ তেওৰ ঐকান্তিক প্ৰণয়ৰ মধু সোৱৰণ বিস্মৃতিৰ গৰ্ভত লুকাই যাব এনে অসহনীয় অৱস্থা হ'বই নোৱাৰে। সেয়েহে অতীতক পাহৰি যাবলৈ দঢ়াই কোৱা কবিজনে পিছ মুহূৰ্ত্ততে কাতৰ অনুৰোধ জনায় – অতীতক নেযাবা পাহৰি। সেইহে দুৱৰাৰ কবিতাত পাহৰণিৰ পৰিৱৰ্তে সোঁৱৰণিৰ তত্ত্বহে দৰাচলতে বিচাৰি পোৱা যায়। অৱশ্যে এই সোৱৰণো কবিৰ সুন্দৰ সাধনাৰ এটা উপায়হে। স্বৰূপতে দুৱৰা কবিৰ মূল লক্ষ্য প্ৰেম নিবেদন – সুন্দৰ তাৰে ভেটি সোঁৱৰণি হ'ল উপায়।

যদু কবিৰ প্ৰতিপাদ্য দৰ্শন কি? ই হ'ল মানুহৰ ওপৰত নিয়তিৰ অখণ্ড প্ৰতাপ। প্ৰেমত বিৰহৰ বিষাদ আছেই আৰু এই বিৰহ বিষাদৰ আৰত জীৱনৰ চকৰি ঘূৰাই থাকে নিয়তিয়ে। আগতে কোৱামতে কবিৰ খেলা অৱসান নৌ হওতেই সন্ধ্যা নামে। যিটি সোঁতে আমাক এই জীৱনলৈ আনিলে সেই সোঁতে সকলোকে উটুৱাই নিব। কবিযে সেয়েহে কয় –

হাঁহা কন্দা জগতৰ ৰীতি চিৰন্তন
বিষাদৰ উল্লাহৰ গান
পোহৰত আন্ধাৰৰ অন্ধ আৱৰণ
নিয়তিৰ বিচিত্ৰ বিধান । (আপোন সুৰ)

আৰু –

যেতিয়া কালৰ নিদাৰুণ সোঁতে
বিৰহৰ বাণ মাৰে
মৰণ সমান স্মৃতিটি সাৱটি
চকু'লো বাগৰি পৰে। (চকুলো)

আকৌ –

আতৰিম হাঁহিমুখে পুৰণিৰ স তে
জীৱনৰ খেলা সা কৰি
মিছাতে বেজাৰ কিয়? ঘূৰিছে সদায়
জগতৰ কালৰ চকৰি। (পখিলা)

কবিৰ মতে হাঁহি আৰু চকুলোৰ কৰুণ মিলনেই জগতৰ মানৱ জীৱন। নিয়তিৰ লগত যুজ কৰিবৰ শকতি আমাৰ কবিৰ নাই। সেয়ে তেওঁ জীৱন নদীত সদায় ভটিয়াইহে যায়। বিশ্বসাহিত্যত এই দৰ্শন প্ৰতিপন্ন কৰা উদাহৰণ অনেক। আমাৰ কবিকো আন আন সাহিত্যৰ এই বিষয়ক দৰ্শনে নিশ্চয় প্ৰভাৱান্বিত কৰিছে। টেনিচনৰ *Tears Idle Tears* নামৰ কবিতাই দুৱৰাৰ চকুলো কবিতাত পূৰ্ণ প্ৰভাৱ পেলাইছে। নাৱৰীয়া(গ)

টেনিচনৰ *Crossing the Bar* কবিতাৰ পোনপটীয়া ভাঙনি যথা

**Crossing the Bar**

Sun set and evening star
And one clear call for me !
And may there be no moaning of the bar
        When I put out to sea
But such a tide as moving seems asleep
        Too full for sound and form
When that which drew from out the boundless deep
        Tuans again home
Twilight and evening bell
        And after that the dark !
And may there be no sadness of fare well
        When I embark
For tho from out our bourne of Time and place
        The flood may bear me far
I hope to see my Pilot face to face
        When I have crossed the bar

নাৱৰীয়া (গ)

মাৰ গলে ৰঙা বেলি সৰু তৰাটিয়ে
দিয়ে মোক সাদৰৰ শেষ আহ্বান
ওলাম যেতিয়া মই সাগৰৰ পিনে
নুশুনো ঘাটত যেন করুণ কান্দোন।
আহক বিশাল ঢৌ — স্থিৰ গতি হীন
উথলি উঠক পানী — নীৰৱ নিমাত
আনিলে যি ঢৌৱে মোক অনন্তৰ পৰা
ৰঙ মনে ঘৰলৈ উটি যাম তাত।
সন্ধিয়াৰ ডবা শঙ্খ — তাৰ পাছে ধীৰে
ঢাকিব ধৰণীখনি আন্ধাৰে তেতিয়া
বিদায়ৰ বেথা যেন নাথাকে অকণো
মেলানিৰ নাওখনি মেলিব যেতিয়া
দেশ কাল সময়ৰ সীমা হেৰুৱাই
সোতে যদি নিয়ে মোক বহু দূৰলৈ
ভয় নাই — নাৱৰীয়া বহি কাষতেই —
নাওখনি নিব মোৰ নিজ দেশলৈ।

ওমৰ খায়ামৰ এই বিষয়ক দৰ্শনে যদু কবিক কবি জীৱনৰ পুৱতিতে পোনপটীয়া পৰশ বোলাই গ ল। সেয়েহে তেওঁ সেই অমৰ কবিতা ফাঁকি ৰচি গ ল

আজিয়েই দিয়া কালিলৈ কিয়
কোনে জানে হাঁয় কালি কি হ ব
হাজাৰ হাজাৰ বছৰ বিয়পা
হয়তো অতীতে সামৰি থব।

এই দৰ্শন প্ৰতিপন্ন কৰিবলৈকে বিশ্ব কবিৰ সোণাৰ তৰী ৰ দৰে সহায় ললে প্ৰতীকত্ৰয়ৰ নৈ নাও আৰু নাৱৰীয়াৰ নাৱৰীয়া (ক) নাৱৰীয়া(গ) আৰু নাৱৰীয়া নিয়া নাও বাই এই কবিতা কেইটি থোৰতে দুৱৰা কবিৰ জীৱন দৰ্শনৰ পৰিচয়। জীৱন সুতিত শুকুলা পাখিৰে নাও পাৰি দি অনন্তৰ উদ্দেশ্যে আগবাঢ়োতে তটিনীৰ তীৰৰ ফুলনিৰ মাজৰপৰা মনমোহা মাধুৰী মালতীয়ে নাৱৰীয়াক আন্ধাৰ নমা পৰত অকলে যাবলৈ বাৰণ কৰোতে আৰু তেওঁৰ ঘৰতে ৰাতিটো কটাবলৈ কওতে কবিয়ে হাকবচন নুশুনি য তে ৰাতি হয় তাতে কটোৱাৰ কথা কৈ মালতীৰ মৰমৰ মাতক নেওচা দি গুচি যায়। এইদৰে নিতাল সোতৰ সৈতে নিৰলে গৈ থাকোঁতে আঁতৰত ঢৌ দেখি কবিৰ মনত শঙ্কা ওপজে। কিন্তু জীৱন নৌকাৰ আচল গুৰিয়াল ভগৱানৰ ওপৰত ভৰসা ৰাখি নাৱৰীয়াজনে নাও বাই গৈ থাকে কাৰণ –

দেশ কাল সময়ৰ সীমা হেৰুৱাই
সোতে যদি নিয়ে মোক বহু দূৰলৈ
ভয় নাই – নাৱৰীয়া বহি কাষতেই
নাওখনি নিব মোৰ নিজ দেশলৈ। (নাৱৰীয়া গ )

এই প্ৰতীকত্ৰয় ভাৰতীয় দৰ্শনৰ সততে ব্যৱহাৰ হোৱা ৰূপকৰ বস্তু হলেও দুৱৰাৰ কবিতাত এই প্ৰতীকৰ তাৎপৰ্য মৰ্মস্পৰ্শী।

দুৱৰাৰ কবিতাত নিৰাশাবাদ আছে বুলিও ভালেমান সমালোচনা হৈছে কিন্তু প্ৰকৃতপক্ষে দুৱৰা নিৰাশাবাদী নে ? নহয় তেওঁ নিৰাশাবাদীও নহয় দুখবাদীও নহয়। মাজে মাজে য ত নিৰাশাৰ সুধাসনা ৰেণুবোৰ ওপঙি ফুৰা যেন দেখা যায় সেয়া অকলশৰীয়া কবিৰ ক্ষন্তেকৰ লগৰী ৰূপেহে। কবিৰ হিয়াখনি জেতুকা পাতৰ দৰে সেউজীয়া বননিৰ বৰণেৰে ঢকা বুলি কওতে জেতুকা পাতটি মোহাৰিলে তেজৰঙা ফল পোৱা গলেও আচলতে কিন্তু কবিয়ে অনাদৰ অৱহেলা সকলো গোটাই লৈও জীৱনৰ কুসুম কাননহে ৰচিব খোজে। কবিৰ শতেক বাসনা কলিতে শুকালেও শতেক আশা জয় পৰি গলেও নিয়তিৰ নিদাৰুণ হাতত পৰি ভাব তেওঁৰ ভাষাহীন হলেও অতীতক আতৰি থকা বুলি অভিমানৰ সুৰত ক লেও কিন্তু বনফুল ৰ শেষৰ পিনলৈ আশাৰ গানহে গাইছে –

মোৰ চিৰজনমৰ চিৰ চেনেহৰ
যত অপূৰণ আশা

হয়তো কাৰোবাৰ মধু পৰশত
পাব কেতিয়াবা ভাষা।
দেৱৰ আশীষ হয়তো নামিব
ফুলিব শুকোৱা কলি
মাথোঁ মই যাম কেনিবা আতৰি
হ ম ধৰণীৰ ধূলি। (আশা)

আৰু –

এইধৰণীৰ প্ৰতি ধূলিকণে
সোণৰ সৰগ গঢ়ে
মৰণ বিজয়ী প্ৰেমৰ সুৰত
অমৃত উথলি পৰে। (সোণৰ সৰগ)

আকৌ

সপোনত হেৰাইপোৱা ধন
দিঠকত কোনে ক ত পালে
কল্পনাৰ মায়া কাননত
কিনো বীণ কোনেবা বজালে।
জীৱনৰ আবেলি বেলিকা
আজি তাৰ নকৰো বিচাৰ
মাৰ যক অন্তৰতে যত
সুখ দু খ আশা নিৰাশাৰ। (সমাপন)

তদুপৰি কবিয়ে যেন কালান্তত সোণোৱালী দেশৰ ৰিণিৰিণি পোহৰ দেখি তেওৰ অতদিনীয়া সাধনাৰ সাৰ্থক হ ল যেন ভাবিছে। তেওৰ অতদিনৰ বিষাদ কালিমা বতাহত যেন কেনি উৰি যায়। সাচতীয়া নিৰাশা আন্ধাৰ কোনে আহি দিয়ে পোহৰাই। এই শুভ মুহূৰ্তত আকাশৰ তৰাটিয়েও অকলশৰীয়া কবিক সাৰথি হ ব বুলি হাহি হাঁহি কৈছে। জোনবায়েও যেন ডাৱৰৰ মাজৰপৰা হাহি হাহি মেলি দিম ৰূপৰ পোহাৰ। সোণোৱালী উজ্জ্বল পোহৰে আতৰাব যত দুখ ক্লেশ। আজি তুমি মোৰ বুকুৰ মাজত ই যে কি সোণোৱালী দেশ। ধৰাৰ মাজতে যিখন সৰগ কবিয়ে বিচাৰিছিল সেই সৰগৰ সন্ধান যেন কবিয়ে পালেগৈ। আন্ধাৰকে সাবটি যিজনে এচুকত লুকাই আছিল সেইজনৰ উল্লাহ বিলাই হিয়া উজলাই জ্বলিছে অস খ্য বাতি । আজি তেওৰ সাৰ্থক দীপালি। এইখিনিতে দুৰৱাৰ ব্যক্তিগত জীৱনত ভুমুকি মাৰিলে তেওৰ আশা নিৰাশাৰ দোমোজাকাললৰ কিছু কথা জানিব পৰা হয়। দুৰৱাৰ কাব্যৰচনাৰ প্ৰথম প্ৰচেষ্টা ওমৰৰ ৰুবায়তৰ ভাঙনি । হাফিজৰ সুৰে আৰু ওমৰৰ সুৰাই ডেকা কবিক নিশ্চয় প্ৰভাৱান্বিত কৰিছিল। নিয়তিৰ শকতি বখানিলেও এই দুজনৰ দৰ্শনত নিৰাশাৰ কথা নাই বৰঞ্চ থাকোতে সময় লোৱা ভৰাই পিয়লা । –এইহে আহ্বান। কিন্তু তাৰ পিছতে দুৰৱাৰ আপোন সুৰ ত পোৱা হ ল শূন্য পৰিচয়।

কবিৰ জীৱনত ভুমুকি মাৰি দেখা যায় কাৰোবাৰ প্ৰণয়ত বিমুখ হোৱাৰ উপৰিও ঘাইকৈ দুৱৰাৰ নিজা আৰু ঘৰুৱা শোকাবহ ঘটনা কেইটিমানে কবিৰ জীৱন দৰ্শন সমূলি সলাই পেলালে। তেওঁৰ এগৰাকী ককায়েক (নন্দ) এণ্ট্ৰেঞ্চ পাছ কৰি কলিকতাত পঢ়িবলৈ যোৱাৰ ঠিক আগমুহূৰ্তত হাইজা ৰোগত ঢুকায়। বাকী থকা তিনিজন ককায়েকৰ এজনৰ(কুঞ্জৰ) দিখৌ নৈত সলিল সমাধি হোৱাৰ পিছতে আন এজনৰ (ললিতৰ) অকাল মৃত্যু হয়। সবতেই যদু কবিক নিজৰ পোৰ দৰে মৰম কৰা এগৰাকী নবৌয়েককো তেওঁৰ অতি মৰমৰ বৰ নবৌয়েক কালে নিয়ে অকালতে কাঢ়ি হাইজা ৰোগত। তেখেত ঢুকুৱাৰ ১২ঘণ্টাৰ পিছতে একে ৰোগতে আনগৰাকী নবৌয়েক ঢুকায়। অকল সেয়ে নহয় কবি নিজেই কলিকতাত এটা ভয়ঙ্কৰ মটৰ দুৰ্ঘটনাত মৃতপ্ৰায় হ বলগীয়া হয়। কিবা আহুকালৰ বাবে ঘৰৰপৰা আপোনাজন সময়ত সহায় বিচৰা যদু কবিৰ ওচৰ ওলাবগৈ নোৱাৰিলে। তেওঁ ভাবিলে – সচাই মই অকলশৰীয়া। জগতত নাই কোনোজন। কিছুদিনৰ পিছতে স সাৰ চক্ৰত নোসোমোৱা কবিয়ে নিজৰ পুতেকৰ দৰে যিজন ভতিজাকক তুলি তালি পঢ়াই শুনাই ঘৰ পাতি দিছিল – সেই ন বোৱাৰীয়েক বিয়াৰ এমাহৰ পিছতে মৃত্যুৰ মুখত পৰে। বোৱাৰীয়েক ঢুকুৱাৰ পাঁচবছৰৰ পিছতে চেনেহৰ ভতিজাক মইনাৰো ভৰবয়সতে হ ল জীৱনাৱসান। দুৱৰাৰ কুমলীয়া মনটোৱে অতবোৰ দুখৰ বোজা কেনেকৈ ব ব? এই ঘটনাবোৰে কবিৰ জীৱনত অথিৰতা আৰু মৰণৰ শোকতাপে দকৈ সাচ বহুৱালে। তেওঁৰ জীৱনৰ গতিয়েই সলনি হ ল। তেওঁ সন্ন্যাসী হৈ যাব খুজিছিল। দাড়িয়ে গোফে ভোবোকাৰ মাতবোল নকৰে – ভাগ্যক্ৰমে বেজবৰুৱাই গৈ দুৰৰাক লৈ আহিল। লগত ৰাধিকানন্দ চৌধুৰী আৰু বলীন খাউন্ড। দুৰৰাৰ সন্ন্যাসীৰ বেশ আতৰিল। ই দুজনৰ কিন্তু বেজবৰুৱাই মত ঘূৰাব নোৱাৰিলে। খাউন্ড নিৰুদ্দেশ হ ল চৌধুৰীয়ে পিছত এলাহাবাদত আশ্ৰম পাতিলেগৈ। বিষাদ ডাৱৰে জীৱনৰ আকাশ ঢাকি ধৰেহি। অথচ জীয়াই থাকিবও লাগিব। জীৱনৰ কায়িক লগৰী তেওঁৰ নাই। সেয়েহে কবিতাকে ললে লগৰীৰূপে। পবিত্ৰ প্ৰেমৰ সাধনাত লাগি জীৱনৰ মায়া মৰীচিকাকে সপোনৰ মাধুৰিমা বুলি তাকে লৈ ওমলে জামলে। সেইৰূপে জীৱন কটালে আৰু জীৱনৰ বিয়লি বেলিকা ঘৰলৈ ঘূৰি আহি গিয়াতি কুটুম আপোন পৰ সকলোৰে মৰম চেনেহ আদৰ আশ্বাস পাই কবিজনে বুজি উঠিল অকলশৰীয়া তেওঁ নহয় – এই জীৱনৰ মৰুৰ মাজত ওৱেচিচ আছে। কাঁইটীয়া বনৰ মাজতো কেতেকী গোলাপ ফুলে তেওঁৰ জীৱনতো আন্ধাৰেই সাৰ নহয় – অ ত ত ত পোহৰ বিৰিঙে।

কবি চিৰকুমাৰ হৈ ৰোৱাৰ বিষয়ে বুজ লৈ পোৱা কথাখিনিও এই প্ৰসঙ্গতে উল্লেখযোগ্য। বিয়া কৰোৱাৰ বিষয়ে ঘৰত নবৌয়েকহঁতে ধৰিলে কয় – তেওঁ হেনো সপোনত দেখিছিল পূৰ্বজন্মত তেওঁ এজনী গৰ্ভিনী হৰিণী চিকাৰ কৰি মাৰিছিল। তাতে শাও লগা হেতু তেওঁ যাকে বিয়া কৰাব তেওঁ বেছিদিন নিজীয়ে। নিজৰ হাত চায়ো হেনো তাকে পালে। দুৱৰা এজন ভাল পামিষ্টি আছিল। আগতে কোৱা পানীত পৰা

ককায়েকজনক হেনো তেও বাৰে বাৰে কৈছিল পানীবপৰা সাৱধানে থাকিবলৈ।

সৰুৰেপৰাই চেগাচোৰোকাকৈ কবিতা লিখিলেও দুৰ্বাৰ কাব্য প্ৰতিভাই প্ৰসিদ্ধি লাভ কৰে ভাঙনি কবিতাৰ জৰিয়তে। ওমৰ খায়ামৰ ৰুবায়তৰ ভাঙনি হ ল দুৰ্বাৰ ওমৰ তীৰ্থ । বিদেশী সাহিত্যৰ সুধা অসমীয়ালৈ আনোতাসকলৰ ভিতৰত দুৰ্বা অন্যতম। দুৰ্বাৰ আগতে বেজবৰুৱা হেম গোঁসাই আদি কবিসকলেও চেগাচোৰোকাকৈ ইংৰাজী কবিতাৰ ছা বা মুকলি ভাঙনি অসমীয়ালৈ আনিছিল আৰু কেইবাটাও প্ৰখ্যাত ইংৰাজী কবিতা অসমীয়ালৈ সুন্দৰকৈ ভাঙি আনন্দ আগৰৱালাই ভাঙনি কোঁৱৰ ৰূপে খ্যাত হৈছিল। কিন্তু বিদেশৰ জটিল দৰ্শন এটা আন এটি বিদেশী ভাষাৰ জৰিয়তে অসমীয়ালৈ অনুবাদ কৰি গোটেই দৰ্শনটোকে এনে নিৰহ নিপানীকৈ বুজাই দিয়াৰ বাবে বহুত সময়ত ভ্ৰম হয় ওমৰ তীৰ্থ পাৰ্চী কবিৰ দৰ্শনৰ প্ৰকাশ নে অসমীয়া কবি দুৰ্বাৰ জীৱন দৰ্শন। ভাঙনিত যেন স্বয় ওমৰো হেৰাই গ ল। আচহুৱা ভাৱধাৰা এটিক নিমজ ভাষাৰে গাত লাগি যোৱাকৈ আপোন কৰি ল ব পৰা দৃষ্টান্ত অসমীয়া সাহিত্যতে কিয় যেই কোনো সাহিততে সততে পোৱা নাযায়। অৱশ্যে অনূদিত কবিতা মাত্ৰেই সকলো বিষয়তে মূলৰ সৈতে তেনেই একে হোৱা সম্ভৱ নহয়। মহাকবি হোমাৰৰ ওদিষ্টি আৰু ইলিয়াড পৃথিৱীৰ প্ৰায়বোৰ ভাষালৈ অনূদিত হৈছে। আনকি ইংৰাজী সমালোচকসকলেও কিন্তু The surge and thunder of the Odyssey পূৰ্ণৰূপে ইংৰাজী অনুবাদত প্ৰকাশ নাই পোৱা বুলি কব খোজে। গীতিকবিতা অনুবাদৰ ক্ষেত্ৰত এই লক্ষণ আৰু বেছি প্ৰকট হয়। কাৰণ এইবিধ কবিতাৰ কবিজনৰ আপোন অনুভূতি অনুবাদ কৰোতাজনে নিজৰ কৰি লবলগীয়া হয়। এজনৰ প্ৰাণ আনজনে কাঢ়ি আনি নিজত প্ৰতিষ্ঠা কৰাৰ দৰে হয়। কিন্তু যিমানেই এই চেষ্টা ঐকান্তিক নহওক লাগিলে অনূদিত কবিতাই মূল কবিতাটোত কেৱল নতুন শব্দ সম্ভাৰেৰে সজালেই মূলৰ ৰূপ পূৰাকৈ পোৱা নহয় বৰঞ্চ ই এক নতুন কবিতাৰ দৰে হৈ পৰে । ব্ৰিউচফ্ নামৰ এজন প্ৰখ্যাত ৰুচ কবিৰ মতে কবিতা আন এটা ভাষালৈ অনুবাদ কৰাটো অসম্ভৱ কথা কিন্তু তাতোকৈ অসম্ভৱ কথা— সেই কামৰপৰা (অনুবাদ) বিৰত থকাটো !

ৰুছ সাহিত্যৰ সমালোচকসকলে ভাৰতীয় সাহিত্য ৰুছ ভাষালৈ অনুবাদ কৰাৰ ক্ষেত্ৰত কয় অনুবাদকাৰীসকল ভাৰতীয় সমাজ ব্যৱস্থা ৰীতি নীতি সকলোৰে লগত মনে প্ৰাণে মিলি নগ লে অনুবাদ সফল নহয়গৈ। এই ক্ষেত্ৰত কেতিয়াবা অসুবিধাৰ সন্মুখীন হ ব লগা হয়। ভাৰতীয় ক্লাছিকেল সাহিত্যত গুৰুক মাতৃস্নেহ ভক্তি শান্ত প্ৰকৃতি আনকি কেতিয়াবা সৌন্দৰ্য আৰু বিমল কান্তিৰ প্ৰতীক ৰূপেও দেখুওৱা হয়। কিন্তু ৰুছ সাহিত্য সমাজত গুৰুৰ অৱতাৰণা হ লে হ ব এনেবোৰ বিৰুদ্ধ প্ৰকৃতিৰ পৰিচায়ক লেতেৰা জধলা কুৎচ ! এনে অসুবিধা দূৰীকৰণৰ একমাত্ৰ উপায় হ ল— অনুবাদকসকলে মূলৰ শুদ্ধ ৰূপটো বিকৃত নকৰাকৈ ৰুছ জনসমাজত আপোনভাৱৰ পৰিচায়ক কৰি অনুবাদৰাজিৰ গঢ় দিয়াটো। তেওলোকে স্পষ্টকৈ কয় ৰুছ ভাষাৰ সেই জাতীয় কবিতাৰ

অনুবাদে প্ৰকৃততে সাৰ্থক হৈছে যিখিনিত ৰুছ সমাজৰ নিজ প্ৰকৃতি প্ৰতিফলিত হয়গৈ — ৰবীন্দ্ৰনাথ হিন্দী কবি নিৰলা পান্তা কবিতা — সেইহেতু ৰুছ সমাজত সবাতোকৈ বেছি জনপ্ৰিয়। কবিতা কৰিবলৈ হ লে অনুবাদ কৰোঁতাজনে নিজেও যদি কবি হয় তেতিয়াহ লে মূলৰ কবিতাৰ বিষয়বস্তু কি সেইটো বিষয়ে মূৰ নঘমোৱাকৈ নতুন কবিতাৰ সৌন্দৰ্যৰ দ্বাৰাই মূলভাৱ প্ৰকট হৈ পৰে। কিন্তু আকৌ কওঁ অনুবাদ যিমানেই সুন্দৰ নহওক লাগিলে মূল কবিতাৰ সোৱাদ অনুবাদত পোৱা কঠিন। সমালোচনা সাহিত্যত পোৱা যায় বহু সাহিত্যানুৰাগী লোকে নিজৰ ভাষাৰ বাহিৰৰ সাহিত্যৰ সোৱাদ লবৰ বাবেই বাহিৰা ভাষাবোৰ শিকিবলৈ বিচাৰে। চেক্সপীয়েৰ বাইৰণ কীটছ আদিৰ সাহিত্যৰ মূল সুধা পিবৰ অৰ্থেই ফৰাচী জাৰ্মান বেলজিয়াম আদি ভাষাভাষী লোকে ই ৰাজী ভাষা শিকিবলৈ আগ্ৰহ কৰাৰ দৃষ্টান্ত অলেখ। অনুবাদৰ বিষয়ত আটাইতকৈ মনকৰিবলগীয়া উপাদান হ ল কাতৰতা। সেয়ে নহ লে অনুবাদৰ সাৰ্থকতা প্ৰকাশ নাপায়। কবিতা ভাঙোতাজন হ ল প্ৰকৃততে এজন ব্যাখ্যাকাৰ আৰু মূল ৰচনাৰ প্ৰতি যদি তেওৰ ঐকান্তিক অনুৰাগ নাথাকে তেতিয়া মূলদৰ্শনৰ অৱতাৰণাই বিকৃত হৈ যাব পাৰে। অনূদিত কবিতা কাব্যিক দৃষ্টিৰে মূলৰ লগত সমান মূল্য বা তাতোকৈ বেছি মূল্যৰো হ ব পাৰে। কিন্তু অনূদিত কবিতা কেতিয়াও মূল কবিতাটি হব নোৱাৰে। কাৰণ অনুবাদ কৰোঁতে কেবল শব্দ সম্ভাৰৰে সলনি হব এনে নহয় উচ্চাৰণ প্ৰকাশ ৰীতি আনকি অনুভূতিৰো সলনি হৈ যায়। সমালোচকসকলে এই ক্ষেত্ৰত কবিতাৰ সাৰ্থকতাৰ বাবে শব্দ সম্ভাৰেই তিনি চতুৰ্থা শ বুলি কয। কবি কীটছৰ মতে *Words alone are certain good* এই অনুপম শব্দ স যোজনাৰ বাবেই দুৱৰাৰ আপোন সুৰ আমাৰ সকলোৰে আপোন হৈ পৰিল। তেওৰ দৰে বাটৰ কাষৰিত থকা বনফুল হয়েই বা নহয়েই।

কোনো কোনোৱে কব খোজে ওমৰৰ মূল কবিতাৰ সৌৰভ ফিট্জাৰলেণ্ডৰ ই ৰাজী ভাঙনিত শুদ্ধৰূপে প্ৰতিফলিত হোৱা নাই আৰু দুৱৰাই এই ই ৰাজী ভাঙনিৰপৰাহে তেওৰ ওমৰতীৰ্থ ৰচনা কৰিলে। কিন্তু ১৮৬০ চনত Swinburne আৰু Rossettiএ যেতিয়া নাম নোহোৱাকৈ প্ৰকাশ পোৱা The Rubaiyat of Omar Khayyam পোনতে পায় তেতিয়াই ই ৰাজী সাহিত্যক সমাজত ৭৫০ বছৰৰ আগৰ এই কবিতাৰাজিৰ সোৱাদ পোৱা নাছিল। ৮ বছৰৰ পিছত ১৮৬৮ চনত Fitzeraldৰ নামত ৰুবায়তৰ দ্বিতীয় স স্কৰণ প্ৰকাশ পালে আৰু ক্ৰমাৎ এই ভাঙনিৰ জৰিয়তে ৰুবায়ত বিশ্ববিশ্ৰুত হৈ পৰিল। তেতিয়াৰেপৰা এইকাব্যৰ মূল্যৰ লগত মিলাই পৃথিৱীৰ বহু ভাষাতে ভাঙনি পৰ্যালোচনা আদি হবলৈ ধৰে আৰু আমাৰ কবিয়ে সেই অৰ্থে দেশভক্ত ফুকনৰ জৰিয়তে (ফুকন তেতিয়া ৰিপন কলেজৰ অধ্যাপক) পণ্ডিত খোদাবক্সৰ যোগেদি মূল ৰুবায়ত আৰু টীকা ভাষ্য আদি অধ্যয়ন কৰি ওমৰতীৰ্থ' ৰচনা কৰাত লাগি গ ল আৰু আগতে কোৱা মতে অসমীয়া কবিজন যেন ফাৰ্চি কবিৰ লগত তেনেই মিলি গ ল।

Fitzerald ৰ ভাঙনিয়ে সেই কালত জনসমাজত তোলা আলোড়নৰ প্ৰসঙ্গতে

এজন সমালোচকে কৰা মন্তব্য প্ৰণিধানযোগ্য

Suddenly the poem became a favourite the carefree quatrains of the eleventh century Persian were used as a challenge by the 19th century undergraduates repeated by rebellious lovers and flungout as a credo by the men and women who were growing restless if not resurrectory There has always been an undercurrent of protest against the rigid moral earnestness of the period The Rubaiyat served as a small but concentrated expression of the revolt against the Victorian conventions the prevailing smugness the false acquiescence and hypocritial prudery Religion had been confronted by science noble ideas had come into conflict with practical necessity roaring ma chinery was threatening to dispel the once pervasive sweetness and light The message of Fitzerald s Rubaiyat was something of a slo gan and something of an escape it turned imperial commercialism to an idealized paganism Half defiantly half desperately the younger men and women made Fitzerald Omar a vogue Here was an infactions panacea half tonic half opiate It was not so much a com promise of values as a combination of desirables an avoidance of ordinary existence and participation in a richer if somewhat unreal life Wine women and song were affirmed and glorified in a mount ing paean of pleasure (It) assured perplexed generarion that all was vanity that the glories of this world are better than Paradise to come that it is wise to take the cash and let the credit go that life is a meaningless game played by helpless pieces that wordly ambitions turn into ashes thus in the end wine is a more trustworthy friend and a better comforter than all the Philosophers অৱশ্যে চাৰ্বাকী দৰ্শনৰ লগত (ঋণ কৃত্বা ঘৃত পিবেৎ) ওমৰৰ দৰ্শনৰ সামান্য পাৰ্থক্য নথকা নহয়। যাৱৎ জীবেৎ সুখ জীবেৎ বুলি কওতাৰ মতে ইন্দ্ৰিয় গোচৰ বস্তু মাত্ৰকে ভোগ কৰি তেওলোকে সন্তুষ্টি লাভ কৰিছিল। কিন্তু ওমৰৰ অন্তৰত শান্তি নাই। কাৰণ জীৱনৰ মৰণৰ সম্বন্ধ অবিচ্ছেদ্য — এইকথা স্বীকাৰ কৰিও সন্তুষ্ট চিত্তে মানি নলৈ তাৰ বিৰুদ্ধে তেওৰ অন্তৰাত্মা কপি উঠিছিল।

Fitzeraldৰ ৰুবাইয়ত পঢ়ি ই ৰাজ কবি টেনিছনে এটি কবিতা যোগে *The Golden Eastern lay* ভাণ্ডোতাৰ গুণগান কৰিছিল। দুখৰ বিষয় অসমীয়া কবিয়ে দুৱৰাৰ প্ৰতি তেনে প্ৰশস্তি লিখা নাই। জনা যায় প্ৰখ্যাত ঔপন্যাসিক টমাছ হাৰ্ডিয়ে ৮৮ বছৰত মৃত্যু শয্যাত পৰি থাকোতে ওমৰৰ এই ফাঁকি ৰুবাই (ভাঙনি) বিশেষভাৱে গোৱাইছিল —

Oh thou who Men of baser Earth didst make
And even with Paradise the snake
For all the sin wherewith the face of Man
Is blackened — Man s forgiveness give and take

দুৱৰা কবিয়ে তাৰে ৰূপ সলালে এনেভাৱে —

সংসাৰ হাটত উমলি জামলি
ধূলি মাকতিৰে লেতেৰা হই
গধূলি পৰত ভাগৰি জুগৰি
তোমাৰ ওচৰ চাপিলো মই
জানো তুমি প্ৰভু হাত মেলি মোক
নিবা কাষলৈ মৰম কৰি
জীৱনৰ মোৰ পাপৰ কালিমা
ধুৱাবা তুমিয়ে যতন কৰি।।

ওমৰৰ দৰ্শনৰ ওপৰত দুৱৰাই লিখা তত্ত্বগধূৰ প্ৰবন্ধটিও এই সন্দৰ্ভতে উল্লেখযোগ্য। ওমৰৰ কবিতাৰ ভাষাই ৰূপ সলালে হয় ভাৱৰ কিন্তু সলনি নহ ল। দুৱৰাই নিজে ওমৰ তীৰ্থৰ ভূমিকাত লিখি গৈছে — যেতিয়া আমি ভাবুকৰ ভাবৰাজ্যত প্ৰৱেশ কৰো তেতিয়া নিজৰ মনৰ গতিৰে তেওঁৰ মনৰ গতিক জুখি চাবলৈ যোৱাটো উচিত নহয়। তেওঁৰ ভাৱত একো কৰিব নোৱাৰিলে তেওঁৰ কথাৰ প্ৰকৃত তথ্য বুজা টান। ওমৰৰ সাধনাৰ দ ল বিচাৰিবলৈ যাওতে নিজৰ কলিজাৰ দ ল এটা যেন তেওঁৰ হাতত আনি তুলি নিদিও।

সেইহে ওমৰৰ ভাবত দুৱৰা মিলি গ ল আৰু তেওঁৰ অনুকৰণীয় শুৱলা শব্দ তৰঙ্গত পৰি ওমৰৰ প্ৰাণৰ ভাষা অসমীয়া মাত্ৰৰে প্ৰাণৰ ভাষা হৈ পৰিল। সেয়েহে আমি দঢ়াই দঢ়াই ক ব পাৰো দুৱৰাই ওমৰক ওমৰ কৰিয়ে ৰাখিলে এনে নহয় দুৱৰাৰ বাবেই অসমীয়া কাব্যকাননত ওমৰ অমৰ হৈ ৰ ল।

ই ৰাজ অনুবাদকে ৰুবায়ত পোনতে ভাঙিছিল ৭৫ টা প ক্তিত। পঞ্চম আৰু শেষ স স্কৰণত প ক্তিৰ স খ্যা বাঢ়ি ১০১ হ ল। পিছৰ স স্কৰণবোৰত ফিট্‌জেৰল্ডে অ ত ত শব্দৰ সালসলনি কৰি ৰুবাইৰ স খ্যা বঢ়ালেও জনসমাজৰ মনত কিন্তু আজি পৰিমিত প্ৰথমবাৰৰ অনুবাদখিনিয়েই বেছি জনপ্ৰিয় হৈ থাকিল। যদু কবিয়ে ভাঙোতে ই ৰাজী অনুবাদ প্ৰথম ভাগ ৰচনাৰ প্ৰায় ৩২টা পংক্তি লৈ তাৰ পিছৰপৰা ই ৰাজী অনুবাদৰ পঞ্চম স স্কৰণ হাতত লোৱা যেনহে লাগে। অৱশ্যে ই ৰাজী কেউটা স স্কৰণতে ৰুবাইবোৰৰ ক্ৰম মাত্ৰ ইফাল সিফাল হৈ থকাও দেখা যায়। তদুপৰি হুইনফিল্ডৰ অনুবাদো যদু কবিয়ে মাজে সময়ে নিশ্চয় চাই লৈছিল।

অঙ্কশাস্ত্ৰবিদ জ্যোতিষী বৈজ্ঞানিক ওমৰে ৰুবাইবোৰ একে সময়তে ৰচনা কৰা

নাছিল। দাৰ্শনিক কবিজনাই তেওঁৰ কবিতাত ভাৱব্যঞ্জক নানা জটিল শব্দ চিত্ৰ সম্ভাৰ স যোজনা কৰিছিল। ইয়াৰ অনুবাদকে মূলৰ বৈশিষ্ট্য সেইদৰেই ৰাখিলে। পাৰবীন আৰু মুচতাৰী চয়তান জিন আনকি আন্ধাৰক দলিয়াই খেদি পঠিওৱা আদি মূলৰ ৰচনা সেইদৰে ৰাখিলে। অসমীয়া কবিয়ে পাৰস্যৰ পৰিৱেশ বজাই ৰাখি জামচৈয়দ বেঁইৰামৰ কথা উল্লেখ কৰিও ফৰ্চিধৰ্মী বিশ্বাসমতে সাতোটা গ্ৰহৰ ক্ষেত্ৰত সাত হেজাৰ বছৰৰ কথা নকৈ কৈছে হাজাৰ হাজাৰ বছৰ। প্ৰথম ৰুবায়তৰ ভাঙনিতে দুৱৰাৰ বৈশিষ্ট্য ওলাই পৰে –

Awake ! for mornıng ın the Bowl of Nıght
Has flung the stone purs the stars for flıght
And lo! the Hunter of the East has caught
The Sultan s turret ın a Noose of Lıght

সোণালী ৰথত আলোকি বিমান
মাৰিলে সূৰুযে সোণৰ কাড়
পলাল আন্ধাৰ হৰিণীয়ে যেনে
হয় নিমিষতে চকুৰ আৰ।
ৰাজকাৰেঙক চুমিছে পোহৰে
উঠিছে মঙ্গল প্ৰভাতী গান
জীৱন্ত জগৎ উঠা উঠা হেৰা
এতিয়াও কিয় নিৰ্জীৱ প্ৰাণ?

আখৰী অনুবাদ কৰিও Book of Verse অক কবিতাৰ কিতাপ বুলি নকৈ কবিতা কুৱৰীকে সজাই পৰাই থপাত আমাৰ মন থিতাতে কোনোবা সপোন পুৰীলৈ গুচি গ ল আৰু Beneath the boughৰ তাতে গছৰ তলত কথা নকৈ নিৰলাৰ মাধুৰী বেছি আপোন যেন ভাবি কবিয়ে গোটেই ভাৱৰাশিক থূপতে প্ৰকাশ কৰিলে আকুল প্ৰাণ বুলি।

ই ৰাজী ভাঙনি যেন বুজিবলৈ জটিল ! কিন্তু দুৱৰাই গোটেই পৰিৱেশকে আটাইৰে আপোন কৰি পেলালে । বেলেগ বেলেগ সময়ত ৰচা হেতুকে মূলৰ বা ই ৰাজী ভাঙনিত ৰুবাইবোৰৰ আত হেৰাই যোৱা যেন লাগে কিন্তু ওমৰ তীৰ্থ যেন কবি প্ৰাণৰপৰা অনৰ্গলভাৱে বাগৰি অহা এটি সুৰদী সুনিৰ্মল অন্ত প্ৰৱাহহে ।

ইংৰাজী প্ৰতিটো স্তৱকক দুৱৰাই দুটা পংক্তিত ভাঙিলে । সেয়েহে দুৱৰাৰ ওমৰ তীৰ্থৰ ৰুবাইৰ স খ্যা ২১০ । প্ৰতি পৃষ্ঠাতে একোটা স্তৱকৰ দুটা পংক্তিত ভাঙনিৰে সৈতে মুঠ ১০৫ পৃষ্ঠা । ইংৰাজীতে ভাঙনিৰ ছন্দৰীতি অৱশ্যে দুৱৰাই মনা নাই । ই ৰাজীত চতুষ্পদী ছন্দেৰে বান্ধিলেও প্ৰথম দ্বিতীয় আৰু চতুৰ্থ শাৰীৰ শেহৰ শব্দ মিলাই ৰাখি তৃতীয় শাৰীটো মুকলিকৈ ৰখা হৈছে। দুৱৰাই তেওঁৰ আপোন দুলড়ী ছন্দকে

ওমৰ তীৰ্থত খটুৱালে গীতি মাধুৰীৰ লয় অটুট হৈ ৰ ল।

Ah! my beloved fill the cup that clears
To day of past Regrets and future Fears—
Tomorrow ? Why tomorrow I may by
Myself with yesterday s seven thousand years

ধৰা প্ৰিয়তম প্ৰাণৰ পিয়লা
জীৱন মদিৰা ভৰাই দিয়া
অতীত ভৱিষ্য সুখ দুখ ভয়
আজিৰ ভাৱনা উটাই নিয়া।
আজিয়েই দিয়া কালিলৈ কিয়
কোনে জানে মোৰ কালি কি হ্ব
হাজাৰ হাজাৰ বছৰ বিয়পা
হয়তো অতীতে সামৰি থব।

ৰুবায়তৰ আটাইতকৈ বেছি জনপ্ৰিয় — ইংলণ্ডৰ ডেকা গাভৰুক পোনতে বলিযা কৰা ৰুবাইটি হ ল —

Here with a loaf of Bread beneath the bought
A Flask of wine a Book of Verse and Thou
Beside me singing in the wilderness
Oh wilderness is paradise enow!

সেই নিৰলাত বহিম নিবলে
কাষত তোমাৰ মধুৰ গান
ৰুটি এটুকুৰা সুৰাৰ পিয়লা
কবিতা কুৱৰী আকুল প্ৰাণ।
সি সুৰ পুৰীৰ এয়েই সপোন
এয়ে হৃদয়ৰ বাসনা মোৰ
মৰুৰ মাজত নামিব সৰগ
জীৱন যাতনা পৰিব ওৰ।

ইয়াতকৈ মনোৰম অনুবাদ কি হ ব পাৰে ? দুৱৰাই আন একো নিলিখি ওমৰ তীৰ্থ ৰেই অসমীয়া সাহিত্যত অজৰ অমৰ হৈ ৰ লহেতেন। ওমৰৰ দৰ্শনৰ লগত মিলি যোৱা বাবেই হ বলা তেও সততে সেই ধৰণৰ আবেশমূলক আন আন বিদেশী কবিসকলৰ কবিতাটো যেতিয়াই অনুৰূপ কবিতাৰাজি পায় তেতিয়াই সেই অনুভূতি নিজৰ অনুপম লিখনিৰে প্ৰকাশ কৰি দিয়ে। কেতিয়াবা হয়তো কবিতাটোৰ মুকলি ভাঙনি কেতিয়াবা হয়তো নিজৰ কবিতাৰ মাজতে বিদেশী এফাঁকি দুফাঁকি ভাঙনি জোটনি । ই ৰাজ কবি

গ্ৰে ৰ বিখ্যাত ইলিজি কবিতাৰ আ শিক ভাঙনিও দুৰৰাই কৰিলে। ইলিজি কবিতাই সেইকালৰ ইংৰাজী কাব্যমহলৰ কফি হাউচ আৰু ড্ৰই ৰুমৰ পৰা আনি কবিতাক বিনন্দীয়া প্ৰকৃতিৰ সহজ সৰল পৰিবেশৰ মাজলৈ লৈ আহিল। দুৰৰাই তাতে পালে আপো াসুৰৰ সন্ধান। সেয়েহে ই ৰাজ কবিৰ –

Full many a gem of purest serene
The dark unfathomed caves of Ocean bear
Full many a flower is born to blush unseen
And waste its sweetness on the desert air

দুৰৰাই ভাঙিলে –

কতনা মাণিক জ্বলে সাগৰ গৰ্ভত
মানুহৰ চকুৰ আৰত
কতনা ধুনীয়া ফুল লেৰেলি শুকায়
নিৰজন বনৰ মাজত।

গাৱলীয়া দৃশ্য কবিতাত দুৰৰাই ক ৰবাত লুকাই থকা সাহেপিতে গদাধৰজনৰ কথাও কলে – অৱশ্যে সমাজত চিনাকি দিব নোৱাৰাকৈয়ে লীন হৈ যোৱা অসাৰতাৰ ওপৰত ভৰ দিহে। ওমৰৰ পিছতে শ্যেলীৰ প্ৰভাৱ দুৰৰাৰ কবিতাত বিশেষভাৱে পৰা দেখা যায়। তেওৰ পাহৰা সুৰ ৰ শেহৰ পিনলৈ শ্যেলীৰ *Love s Philosophy* তোমালৈ কবিতাত শ্যেলীৰ *The Indian Sercnade* নাৱৰীয়া খ ত শ্যেলীৰ *Adonais* মৰম ভিখাৰী ত শ্যেলীৰ *Philosophy of life* বনফুলৰ সমৰ্পণ সপোন কুৱৰী সোণোৱালী দেশ আদিত শ্যেলীৰ *Alabastor* আদিৰ সুন্দৰকৈ প্ৰভাৱ পৰিছে। সেযেহে হৰলা বেজবৰুৱাই দুৰৰাক অসমীয়া শ্যেলী বুলি মাতিছিল। ঠায়ে ঠায়ে টেনিচনৰ প্ৰভাৱো স্পষ্ট । দুৰৰাৰ নাৱৰীয়া আৰু টেনিচনৰ পাইলট একেজনেই। সুকীয়া জীৱ া দৰ্শন এটি সাৱটি লোৱাৰ বাবে তাত ইন্ধন যোগোৱা যিকোনো ঠাইৰে যিকোনো লোকৰে একে ধৰণৰ ভাৱৰাশি মিলি যোৱাত কবিৰ অশান্ত মনত সেইবোৰে হলেও তৃপ্তি দিয়া স্বাভাৱিক আৰু অ ৰ ত ৰ ফুলৰ কণিকা লৈয়ে এই বনফুল পাহিয়ে তেওৰ সপোন বানন ৰচি থৈ গ ল ।

কথা কবিতা অসমীয়া সাহিত্যলৈ দুৰৰাৰ আন এটি বিশেষ অৱদান । এই ধৰণৰ ৰচ া সাহিত্যত তেনেই নতুন সৃষ্টি ঊনৈশ শতিকাত। দুৰাৰোগ্য কেন্সাৰ ৰোগত ভুগি বিখ্যাত ৰুচ সাহিত্যিক টুৰ্গেনিভে প্ৰতি মুহূৰ্তে মৰণৰ আশঙ্কাত থাকিবলগীয়া হোৱাত তেওৰ কষ্ট উপশমৰ অৰ্থে এই কথা – আকাৰৰ কবিতাবোৰ লিখি উলিয়ায়। আমাৰ কবিয়েও জীৱনৰ কাঁইটীয়া ব াৰ মাজতে থাকিবলগীয়া হোৱাত টুৰ্গেনিভৰ আদৰ্শকে লৈ এই অনুপম ৰচনাৱলীয়ে প্ৰায় কুৰি বছৰ কালৰ বিভিন্ন অনুভূতিৰ প্ৰকাশ। ড কাকতিৰ ভাষাৰে –

ই তেখেতৰ কোমল বুকু ভেদ কৰি ওলোৱা বালিৰ নিজৰাৰ দৰে আৰু ৰূপকৰ ছলেৰে দুৱৰাই তেওৰ প্ৰহেলিকাময় জীৱনৰ ঘটনা ঠায়ে ঠায়ে ঠাৰেৰে কৈছে। কথা কবিতাৰো প্ৰথমটি পাঠতে দুৱৰাৰ কল্পনা সুন্দৰীৰ চিনাকি পোৱা যায় আৰু সেয়ে তেওৰ নিজৰো চিনাকি।

হে দেৱী কল্পনাসুন্দৰী মোৰ নিৰাশ দুৰ্বল হৃদয়ত আশাৰ কিৰণ ঢালি সবল কৰা । কবিৰ কোমল প্ৰাণে সদায় তোমালৈ বাট চাই থাকে। আগতে কোৱামতে শিল্পী কাহিনীটি কবিৰ জীৱন চৰিত্ৰৰ যেন এটি অধ্যায়হে। সৰু সৰু চিত্ৰৰ সহায়ত কবিয়ে জীৱনতত্ত্ব কথাৰ গঢ়ত কবিতাৰ ভাবত প্ৰকাশ কৰি অসমীয়া সাহিত্য ভড়ালত এইবিধ নতুন সম্পদ আনি দিলে। মাত্ৰ বিহগী কবিয়ে এতিয়ালৈকে নৱমল্লিকা নামৰ সৰু পুথিত এনে ধৰণৰ কেইটিমান কথা কবিতা ৰচনা কৰিছে। তাৰ বাহিৰে অ ত ত ত চেগাচোৰোকাকৈ কোনো কোনোৱে লেখিলেও দুৱৰাৰ দৰে ৰূপকৰ বৈচিত্ৰ আৰু সবল সহজ কবিৰ ম'নোৰম গুণ এতিয়ালৈকে প্ৰকাশ হোৱা নাই ।

তেওৰ বনফুল কাব্য কাননৰ পাৰিজাত ফুল। তেওৰ আপোন সুৰ আটাইৰে আপোন সুৰ। দুৱৰাৰ মিলনৰ সুৰ প্ৰতিজন বিৰহীৰে মিলনৰ সুৰ । দুৱৰাৰ ওমৰ তীৰ্থ জগতৰে পূত কাম্যক্ষেত্ৰ। যিজন গীতিকবি সেইজনেই কথা কবিও। সৰহ কি দুৱৰাৰ জীৱনটোৱেই এটি মনোৰম কবিতা।

# কবি যতীন দুৱৰাৰ সোঁৱৰণত

## শ্ৰী মুনীন বৰকটকী

যদু কবিও নোবোলোঁ দীঘলীয়াকৈ যতীন্দ্ৰনাথ দুৱৰাও বোলাৰ দৰকাৰ নকৰে। অসমীয়াত কবি দুৱৰা বুলিলে যিজন একমেবাদ্বিতীয়ম তেওঁক অকল কবি দুৱৰাকে বুলিছোঁ। লগতে অৱশ্যে এইটোও মন কৰিবলগীয়া যে আমাৰ দুৱৰা ভালেখিনি আছে যদিও শিল্প সাহিত্য কলাৰ জগতত বৰ সৰহ দুৱৰাৰ নাম সঘনে নোলায়।

মোৰ কাৰণে — সম্ভৱত সৰহভাগ অসমীয়া সাহিত্যৰসিকৰ বাবেই স্বৰ্গীয় দুৱৰা মুখ্যত ওমৰতীৰ্থৰ অনন্য কবি হিচাপেই অমৰ। দুৱৰাই আৰু বহুত লিখিছিল— আৰু অলেখ কবিতা কথা কবিতা। পুৰণি আলোচনীৰ পাতত —বিশেষকৈ বেজবৰুৱাৰ বাঁহীত দুৱৰাৰ নানা তৰহৰ প্ৰবন্ধ পাতিও দেখিবলৈ পোৱা যায়। তথাপি যি প্ৰথম অসমীয়া ওমৰ খায়ামৰে আত্মপ্ৰকাশ কৰি দুৱৰাই সেই ১৯২৭ ২৮ চন মানতে (?) সকলো অসমীয়াৰে চকুত চাঁত মাৰি ধৰিছিল সেই ওমৰতীৰ্থ ৰ কবিতাৰ সোৱাদৰ ওচৰ চাপিব পৰা আৰু কোনো কবিতা দুৱৰাৰ আছেনে নাই মোৰ সন্দেহ হয়।

ওমৰতীৰ্থ এতিয়া মোৰ ওচৰত নাই। দুৱৰাৰ আন কোনো কবিতাৰ পুথি বা ৰচনাও নাই। গতিকে দুৱৰাৰ কবিতাৰ অবিস্মৰণীয় প ক্তিৰ উদ্ধৃতি দি নিজে পুলকিত হোৱাৰ উপৰিও আনকো পুলকিত কৰাৰো উপায় নাই। সেইটো কিজানি একপ্ৰকাৰে ভালেই। কাৰণ দুৱৰাৰ কবিতাৰ মেমৰেবিলিটি স্মৰণযোগ্যতা গুণটো ইমান বেছি যে তেওঁৰ কবিতাৰ টুকুৰাবোৰ যেনেকৈ মনত বৈ যায় তেনেকৈয়ে তেওঁৰ নাম ওলালেই তাৰ দীঘলীয়া উদ্ধৃতি দিয়াৰ লোভ সামৰা টান হৈ পৰে।

কবি দুবৰাৰ ওচৰ চাপিছিলো ল ৰালিতে স্কুলীয়া ছাত্ৰ হিচাপে। কলিকতাত স্কটিছ চাৰ্চ স্কুলৰ শিক্ষক হিচাপে দুৱৰাই যেতিয়া কলেজৰ সুবিখ্যাত ডান্‌ডাচ্ হোষ্টেলৰ চুপাৰ নে কি হিচাপে হোষ্টেলৰ এখোটালীত তেওঁৰ ডঙুৱা জীৱন যাপন কৰিছিল তেতিয়া সৰু ল ৰা হিচাপে তেওঁৰ ওচৰলৈ গৈ— তেওঁৰ সৰ্বজনবিদিত মৰম সাদৰৰ ভাগ লৈছিলো। কেকোৰাচুলীয়া অসম্ভৱ লাজকুৰীয়া বেচ্ ধুনপেছ্ সচেতন দুৱৰা মানুহজনৰ সৈতে পৰিচয় আছিল সেয়া। সেইটো যদু কবিৰ মোল পোৱা বয়স নাছিল। পুনৰ পাইছিলো ডেকাকালত— ওমৰতীৰ্থ পঢ়ি অতোৱাৰ পাছত। তেতিয়া হয়তো দুৱৰাৰ কবিসত্ত্বাৰো অলপ সান্নিধ্য পাইছিলো। তথাপি নিচেই চুৰ্চুৰীয়াকৈহে। কাৰণ সময়ত ৺বীণা বৰুৱা ৺মাধৱ বেজবৰুৱা শ্ৰীতীৰ্থনাথ শৰ্মা আৰু আজিৰ গোলাঘটীয়া এম এল এ শ্ৰী নৰেন শৰ্ম্মা যতীন গোস্বামী কবি যতিনাৰায়ণ শৰ্ম্মা নাইবা বৰদৈচিলাৰ দিলদাৰ গুলজাৰ ফুলজাৰী লেখক সম্পাদক শিপ্ৰা বৰুৱা আদিয়ে ঘনে ঘনে দুৱৰাৰ ওচৰলৈ গৈ তেওঁক ভুলাই আৰু ভুলি দুৱৰাক লিখিবলৈ উৎসাহ দিছিল নাইবা লিখা আদায় কৰিছিল। সেই সময়ত কলিকতাতে আছিলো যদিও দুৱৰাৰ ওচৰলৈ তেনেকৈ

যাবলৈ এৰিছিলোঁ। কলিকতা এৰি ডিব্ৰুগড়বাসী হোৱাৰ পৰা তেওক আৰু লগ পোৱাই নহ'ল একপ্ৰকাৰ। বহুদিনৰ পাছত অলপতে শিৱসাগৰত বেজবৰুৱা শতবাৰ্ষিকীৰ সময়ত কেইজনমান বন্ধুৰ লগত গৈ দুৱৰাৰ দিখৌপৰীয়া পুৰণি ঘৰটো দেখা পাইছিলো মাথোন। তেতিয়া যতীন দুৱৰা আৰু নাই।

এইকণ চিনাকিৰে দুৱৰাক চিনি পাইছিলো বুলি ক বলৈ যেনেকৈ সাহ নহয় বিশেষকৈ তেওৰ নিচিনা আপোনসুৰীয়া আত্মসমাহিত কবি এজনক — তেনেকৈ ওমৰ তীৰ্থ ৰ বাহিৰে দুৱৰাৰ আন ভালেমান কবিতা ভালকৈ নপঢ়াকৈ আৰু পঢ়াতো কিছুমান মোৰ সিমান ভাল নলগাকৈ — কবি দুৱৰাৰ কবি কৰ্ম্মৰ চৰ্চা কৰিবলৈকো ভয় লাগে। কিন্তু এটা কথা বিনাবাক্যব্যয়ে ঘপহকৰে কৈ পেলাব পাৰি যে আমাৰ সৰ্বসাধাৰণৰ কবি ৰ যিটো ইমেজ বা ভাবমূৰ্তি সেই ইমেজ দুৱৰাৰ বাহিৰে কিজানি আন কোনো কবিৰ গাতে তেওতকৈ পৰিপূৰ্ণভাৱে মূৰ্ত্তিমন্ত হোৱা নাই। চন্দ্ৰকুমাৰ আগৰৱালাতো হোৱা নাই। কাৰণ আগৰৱালাৰ কবি মূৰ্ত্তিত তামোলবাৰী চাহ বাগিছাৰ মালিক হিচাবে আৰু বাতৰি কাকতৰ মেনেজাৰ প্ৰোপাইটাৰ হিচাবে তেওৰ কাৰ্যকুশলতাই কিছু চেকা পেলাইছে। আনকি আপোন ভোলা ৰত্ন বৰকাকতীও নহয় — কাৰণ বৰকাকতী যিমানেই কবিভাবাপন্ন নাথাকক তেওৰ লগতে আছিল এটা দাৰ্শনিকতা বেদ উপনিষদ ৰবীন্দ্ৰনাথ পৰিপুষ্ট চিন্তাশীলতা — যিটো ঠিক আমাৰ সচৰাচৰ কবিৰ মূৰ্তিৰ সৈতে পূৰাকৈ খাপ নেখায়। এই হিচাপে কিজানি যতীন দুৱৰাই আধুনিক অসমীয়া কবিৰ আটাইতকৈ নিভাজ আটাইতকৈ সম্পূৰ্ণ কবি। অৱশ্যে এই কথাত কবিৰ জীৱনচৰ্যা আৰু বাহ্যিক ৰূপৰো ইঙ্গিত আছে।

কবিও কবি — ওমৰ খায়ামৰ দৰে হেডনিষ্ট কবি জীৱনৰ চঞ্চলতা আৰু ক্ষণস্থায়িত্বৰ নিবিড় উপলব্ধিৰে কৰুণ অথচ থাকোতে সময় সুৰাৰ পিয়লা ভৰাই লোৱা — যি কেইদিন জীয়াই আছা জীৱন পাত্ৰৰ মদিৰা শেষবিন্দুলৈকে শুহি খোৱা ধৰণৰ উগ্ৰ ভোগবিলাসী আনন্দোচ্ছ্বল। ওমৰখায়াম চাদী ৰামী হাফিজ সেইশ্ৰেণী কবিৰ নাম ললেই সুৰা সাধক সৌন্দৰ্যবোধৰ আৰু ৰহস্যময়তাৰ এখন অপৰূপ অতিন্দ্ৰীয় সুকীয়া জগতৰ বাৰ্ত্তা আৰু বৰ্ণালী চকুৰ আগত ভাহি উঠা পাৰস্যীয় কাব্য জগতখনে যি কোনো ডেকা গাভৰুকে উন্মনা কৰি তোলে সময়ত উতনুৱাও কৰে। তাৰ ভিতৰতো ওমৰে এসময়ত প্ৰাচ্য পাশ্চাত্যৰ সকলোৰে মানসিকতাত এক অপূৰ্ব শিহৰণ আৰু আলোড়নৰ প্ৰৱাহ বোৱাইছিল। প্ৰাচ্যৰ আমিও বিলাতী চাহাব ফিট্‌জেৰাল্ডৰ ওমৰৰ ৰুবাইয়াতৰ ভাঙনি নে ৰূপান্তৰ পঢ়ি মতলীয়া হৈছিলোহক —। মূল ফৰ্চিত পঢ়া লোক কেইজন ওলালহেতেন কোৱা টান। ফিট্‌জেৰাল্ডৰ স্বকীয় কবি প্ৰতিভাৰ জলঙাইদি সৰকি অহা অভিনৱ ওমৰ খায়ামৰ স্বাদে আৰু আকৰ্ষণে সকলো প্ৰান্তীয় ভাষাতে এই শতিকাৰ আগডোখৰত খলকনি তুলিছিল। অইন প্ৰদেশৰ ভাষান্তৰৰ কথা কোৱাৰ উপায় নাই। কিন্তু সেই সময়ত বঙলা ভাষাত কবি নৰেন্দ্ৰদেৱ কান্তি ঘোষ হেমেন্দ্ৰ ৰায় আদিৰ খায়ামৰ ভাঙনিৰ কথা শিক্ষিত শ্ৰেণীৰ প্ৰায় মুখে মুখে হৈছিল। ভগীৰথে সুৰ ধুনী গঙ্গাৰ ধাৰা মৰ্ত্তলৈ বোৱাই অনাদি আমাৰ অসমীয়া কবি যতীন দুৱৰাই ওমৰৰ অমৰ ৰুবাইয়াতবোৰ অনবদ্য ভাষা আৰু

ব্যঞ্জনাৰে অসমীয়া মানসিক ভূমিলৈ ৰূপান্তৰিত কৰাটো এটা জয়জয়কাৰ কীৰ্ত্তি। অনুবাদ ভাঙনি—কিন্তু এনেকুৱা মৌলিক অনুবাদ এনেকৈ এজন চেঁওেলীয়া কবিৰ অনুভূতি অভিজ্ঞতা আপোন কৰি লৈ নিজৰ থলুৱা মন আৰু মাতৰ সাচত ঢালি প্ৰত্যেককে অন্তৰ জিনিব পৰাকৈ পৰিবেশন কৰিব পৰাৰ কৃতিত্ব কোনো অনুবাদকৰ পক্ষে সম্ভৱ নহ'লহেঁতেন যদিহে লগতে তেওঁ এজন প্ৰথম শ্ৰেণীৰ কবিও নহ'লহেঁতেন। কবি যতীন দুৱৰাৰ শ্ৰেষ্ঠতা এইখিনিতেই যে অনুবাদকৰূপে আবিৰ্ভাৱ হৈয়ো তেওঁ এজন শ্ৰেষ্ঠ কবিৰূপে এখন ভাঙনি কবিতাপুথিৰ জৰিয়তে অপ্ৰতিদ্বন্দ্বীভাৱে প্ৰতিষ্ঠিত হ ব পাৰিলে। দুৱৰাৰ ওমৰতীৰ্থ মোৰ বাবে আৰু এটা ব্যক্তিগত কাৰণত তাৎপৰ্য্যপূৰ্ণ। ১৯২৫ নে ২৬ চনত মোৰ স্বৰ্গীয় দেউতা দুৰ্গাধৰ বৰকটকীয়ে দুৱৰা কলিকতাত থকা দিনতে তেওঁৰ এই যুগান্তকাৰী অনুবাদ গ্ৰন্থখন পোনতে প্ৰকাশ কৰিছিল।

পাছে আন বহুতৰে দৰে এসময়ত দুৱৰা কবিৰ ওমৰ তীৰ্থৰ কোৱেট্ৰেইন (চতুষ্পদ?) বোৰ গুণ গুণাই সুৰীয়াকৈ গাই অপৰিসীম তৃপ্তি পাইছিলো যদিও পৈণত বয়সত তেওঁৰ কবিতাত Cloying sweetness টোৱে আমুৱাইছিলগৈ। খায়ামী ৰুবাইয়াতেই বোলক হাফিজৰ সুৰেই বোলক সেইবোৰ কবিতাৰ সৌন্দৰ্য থাকিলেও সকলো বয়সত সেই জাতীয় কবিতা সমানে ভাল নালাগে। কেতিয়াবা ভাবো যতীন দুৱৰায়ো কিজানি আজীৱন কুমাৰ হৈ নথকা হলে তেওঁ সৰহভাগ যেনে ধৰণৰ কবিতা লিখিছিল তেনেকুৱা কবিতা নিলিখিলেহেঁতেন। কিজানি খায়াম বা হাফিজ বা শ্বদীক আউটগ্ৰো কৰিলেহেঁতেন। অকল ওমৰ তীৰ্থ ই নহয় যতীন দুৱৰাৰ পাছৰবোৰ কবিতাত মোৰ ধাৰণাৰে ফৰাচি ভাষাত যিটো Fin de siecle সেই জাতিয় মুখ্যত শতাব্দীশেষৰ অতি ধুনীয়া কবিতা কিছু ডিকাডেণ্ট লক্ষণাক্ৰান্ত। এনে কবিতা কোনো বয়সলৈকে আৰু কোনো এটা সময়ত খুব ভাল লাগে এৰিবৰ মন নাযায়। কিন্তু শেষলৈ আমুৱায়। অতি আলফুলীয়া আৰু অতি লেহুকা যেন লাগে।

ওমৰ তীৰ্থই যদিও কবি দুৱৰাৰ ঘাই কীৰ্ত্তিস্তম্ভ তথাপি সেই ভাঙনি কবিতা তেওঁৰ কাব্য প্ৰতিভাৰ পাতনিহে। পাছত তেওঁ অস খ্য কবিতা ৰচিলে কথা কবিতা লিখিলে কিছু কিছু গদ্য ৰচনাটো হাত দিলে। বহুত পঢ়িলে। হয় পঢ়িলে —যতীন দুৱৰা আমাৰ আধুনিক কবিসকলৰ ভিতৰত এজন অতি ৱেল ৰেড কবি আছিল। যিটো সম্ভৱত তেওঁৰ সমসাময়িক অসমীয়া কবিসকলৰ অনেকৰে ক্ষেত্ৰত সত্য নহয়। সাহিত্য সভাৰ এক অধিবেশনৰ সভাপতিৰ আসনৰপৰা দিয়া দুৱৰাৰ ভাষণত তেওঁৰ বিস্তৃত অধ্যয়ন আৰু সুস্থ সমালোচনাত্মক দৃষ্টিভ গী সুন্দৰকৈ প্ৰকাশ পাইছিল। কৰ্ম্মজীৱনৰ সৰহখিনি সময় তেতিয়া কলিকতাৰ মুকলি আলোকিত বাতাবৰণত ডঙুৱা জীৱনলৈ তদানীন্তন মহানগৰীয়া স স্কৃতিৰ বৌদ্ধিক আৰু আনুভূতিক প্ৰবাহ আৰু আলোড়নবিলাকৰ সৈতে দুৱৰা প্ৰত্যক্ষভাৱে জড়িত নাছিল যদিও তেওঁ এনেকুৱা আয়ভৰি টাৱাৰিষ্ট আত্মসৰ্বস্ব নিৰ্জনতাবাদী কবি আছিল যাক চাৰিপাশৰ বা বতাহে একেবাৰে নুছুইছিল বা সকলো প্ৰকাৰ সময়ৰ আৱাহনৰ পৰা উৰ্দ্ধত আছিল। মোৰ সদায় মনত হয় বহু বছৰ ধৰি প্ৰবাসত

অজ্ঞাত বাস কৰি থকা অসম্ভৱ লাজকুৰীয়া মৰহাফুলৰ দৰে বিষাদসিক্ত মাধুৰ্য্যৰে মধুৰ যতীন দুৱৰাৰ কাব্য সৃষ্টিতকৈ দুৱৰা মানুহজনৰ, তেওঁৰ কবিচিত্তৰ, অসমীয়া কবিসকলৰ ভিতৰত একপ্ৰকাৰ একক ব্যক্তি চেতনাৰ আৰু কাব্যসাধনাৰ মূল Urge আৰ্জ বোৰ মানসিকতা আৰু চাইকোচিচ সম্পৰ্কে — বায়ৰণ শ্বেলী আদি কবিৰ দৰে in depth সুগভীৰভাৱে বিশ্লেষণ আৰু অধ্যয়ন কৰাৰ থল আৰু আৱশ্যকতা আছে। ওপৰে ওপৰে দুৱৰাৰ সুৱদী কবিতাৰ বিষয়ে বহুতো আলোচনা বিলোচনা হৈছে যদিও এনেধৰণে সমগ্ৰ দুৱৰা কবি সত্তাৰ সমীক্ষণলৈ কোনেও মন মেলা নাই।

যিহক সেইখিনি ঠিক প্ৰাসঙ্গিক কথা নহয়। ক ব খুজিছিলো এই বুলিহে যে পাছলৈ এটা বয়সত দুৱৰাৰ ইননি বিননিৰে ভৰা মৰম আকলুৱা বহু সময়ত কিছু পেনপেনীয়া ধৰণৰ বিৰহ বিধুৰ কবিতাবোৰ ভাল নলগা হৈছিল। এনেকি তেওঁৰ কবিতা namby pamby মডলিন ভাবাবেগগ্ৰস্ত বুলি চোকা সমালোচনা কৰি মই ই ৰাজীতে এজন সম্পাদকলৈ চিঠিও লিখিছিলো যাৰ সমৰ্থন বা প্ৰতিবাদত কোনেও একাষাৰো লিখা নাছিল। বহু বছৰৰ আগতে যি সময়ত মই আসাম ট্ৰিবিউনত সেই চিঠি লিখিছিলো তেতিয়া যিমান দূৰ মনত পৰে দুৱৰা জীৱিত আছিল। তেওঁ মোৰ সমালোচনা কেনে পাইছিল নেজানো। কিন্তু মোক — যাক তেওঁ কৰো বুলিলে অভিভাৱকৰ দৰে শাসন কৰিব পাৰিছিল আৰু প্ৰয়োজনত টান কথা কলেও মোৰ কোনো প্ৰতিবাদ নৰজিলেহেঁতেন তেওঁ সেই চিঠিৰ বাবত একো কোৱা বা লিখা নাছিল। মই নিজেই অনুতপ্ত হৈছিলো কিয় এনেকুৱা এজন বেদনাজৰ্জৰ স্পৰ্শকাতৰ শিশুহৃদয় মৰমিয়াল গুৰুতুল্য মানুহৰ কবিতাৰ বিষয়ে মই কিয় তেনেকৈ একতৰফা কঠুৱা মন্তব্য কৰিবলৈ গৈছিলো বুলি। এক হিচাপে যতীন দুৱৰাক সোঁৱৰা মানেই হ ল নানা ঘাত প্ৰতিঘাত সহ্য কৰি অকলশৰীয়া দূৰণিবটীয়া জীৱনৰ দুই এক নিৰ্ম্মম দুৰ্ঘটনাৰো কবলত পৰি জীৱন জুৰি বহু আবেগিক আঘাত আৰু হেপাহৰ ব্যৰ্থতাৰ দুখ ভোগ কৰিও হাঁহি মুখে আপোনাতে আপুনি হেৰাই কবিতা আৰু সুন্দৰৰ আৰাধনা কৰি যোৱা কবি প্ৰাণ এটাৰ কথা সোঁৱৰা। যতীন দুৱৰা বোধ হয় প্ৰকৃততে তোমাৰ কীৰ্ত্তিৰ চেয়ে তুমি যে মহৎ শ্ৰেণীৰ মানুহ আছিল। তেওঁৰ কবিতাক আক্ৰমণ কৰিলে একপ্ৰকাৰ সেই কোমল আপোন মানুহজনকে আঘাত কৰা হয়। হুইটমেনে কোৱাৰ দৰে who touches this touches a man যিটো কৰা দেখাতে অন্যায়। মই ৰিকেণ্ট কৰিব নোখোজো — দুৱৰাৰ সৰহ স খ্যক কবিতাৰ বিষয়ে মোৰ তাহানিৰ সেই মতামত সলনি কৰাৰ বৰ বেছি কাৰণ মই নেদেখো। যদিও সেইদৰে লিখোতে পঢ়াতকৈ দুৱৰাৰ বহুত বেছি লিখা মই পাছলৈ পঢ়িছিলো আৰু পঢ়ি মুগ্ধ হৈছিলো। তথাপি মোৰ দুখ লাগে নিৰপৰাধী বোধকৰো তেনে এজন মানুহক তেনে এটা সময়ত তেনেকৈ কোৱা বাবে। কানৈ কলেজৰ অধ্যাপক যতীন্দ্ৰনাথ দুৱৰাৰ সৈতে মোৰ কোনো দিনেই দেখা হোৱা নাছিল শিৱসাগৰতো তেওঁক লগ পোৱা নহ ল। তথাপি যিজন দুৱৰাক মই পঢ়িছিলো সেইজন দুৱৰাৰ স্মৃতি মোৰ এতিয়াও মনলৈ ঘনে ঘনে আহি থাকে। সেইজন দুৱৰা মই কৰা সেই বিচাৰ এচটিমেট প্ৰকৃততে অৰ্দ্ধ

সত্যহে — সম্পূর্ণভাৱে যথার্থ নহয় বুলি মই এদিন অনুভৱ কৰো।

যতীন দুৱৰাৰ এখনো কবিতাৰ কিতাপ বৰ্ত্তমান মোৰ হাতত নাই। আগতেও যে দুৱৰাৰ সকলো কবিতা পঢ়িছিলো সিয়ো নহয়। এক বাধা আছিল নিতান্ত আৱেগিক হৃদয় নির্ভৰ কবিতাৰ প্ৰতি মোৰ কিবা এটা সহজাত বিৰাগ এলাৰ্জি — যিটোৰ বাবে শ্যেলী বা কীটছৰ কবিতাতো বহুসময়ত সিমান ৰস নেপাইছিলো। আৰু এটা কাৰণ আছিল — দুৱৰাৰ কবিতাৰ কিবা এক বৈচিত্ৰ্যৰ অভাৱ আৰু একঘেয়েমি। কিন্তু মোৰ সেই অভিজ্ঞতাই তেওৰ অস খ্য অনুপম কবিতাৰ সোণ কমাব নোৱাৰে নাইবা তেওৰ আপুৰুগীয়া ধৰণৰ অভিনৱ কথা কবিতা সমূহৰ আকর্ষণো লাঘৱ কৰিব নোৱাৰে। যতীন দুৱৰা চিৰকাল অসমীয়া কবিসকলৰ অন্যতম শ্ৰেষ্ঠ কবি হিচাপে পৰিগণিত হৈ থাকিব।

মোৰ এই হিয়াখনি জেতুকা পাতৰ দৰে এনে অপূৰ্ব কবিতাৰ ছত্ৰ কোনে পাহৰিব? পাহৰা টান যদিও অৱশ্যে মই নিজে পাহৰিলো । মনত থকা হলে বা দুৱৰাৰ কোনো কিতাপ হাততে পোৱাত থকা হ লে তেওৰ কবিতাৰ স্মৰণীয় পংক্তিবোৰৰ উদ্ধৃতি নিদিয়াকৈ থকা টান হলহেতেন। তুমি মোক নেযাবা পাহৰি জাতৰ কবিতাবোৰৰ বেথা ভৰা সুৰটোৰো অৱশেষত সুৰধ্বনি সতকাই মাৰ নেযায়। দুৱৰা এনে সুৰৰ কবিতাৰ ক্ষেত্ৰত নি সন্দেহে এজন pace setter গতি নির্দেশক। পিছৰ কালৰ সৰহভাগ অসমীয়া ৰোমাণ্টিক কবিতাতে দুৱৰাই অনা ঠাঁচটো বৈ যোৱা যেন লাগে। অলপতে লক্ষ্মীনাথ ফুকনৰ সোণালী সপোনৰ কবিতাবোৰ পঢ়োতেও মোৰ বাৰেপতি দুৱৰালৈ মনত পৰিছিল। দৰাচলতে অকল ফুকনেই নহয় তেওৰ সমসাময়িক এটা গোট কবিকুলৰ কবিতাৰ সুৰ দুৱৰাৰ সৈতে একে আৰু দুৱৰাৰ পিছৰ নব্য দুৱৰাৰো স খ্যা আমাৰ কবিতাত তাকৰ নহয়। গতিকে দুৱৰাই একৰকম কবিগুৰুকুল বা স্কুল থাপি গ ল বুলি কব পাৰি কিজানি।

যদুকবি যতীন্দ্ৰনাথ দুৱৰা যে আধুনিক অসমীয়া কবিসকলৰ এজন শ্ৰেষ্ঠ কবি তাত সন্দেহ নাই। চন্দ্ৰকুমাৰ আগৰৱালা ৰঘুনাথ চৌধাৰী ৰত্নকান্ত বৰকাকতি শৈলধৰ ৰাজখোৱা যি শ্ৰেণীৰ শ্ৰেষ্ঠ কবি যতীন দুৱৰাও সেই শ্ৰেণীৰে শ্ৰেষ্ঠ নে তেওৰ কিবা বেলেগ বিশেষত্ব বা মূল্য আছে সেইটো মই ঠিক কব নোৱাৰো। কিন্তু মোৰ মনেৰে দুৱৰাৰ পাছৰ আমিবোৰে সাধাৰণতে মফিজুদ্দিন আহমদ হাজৰিকাৰ দৰেই যতীন দুৱৰাকো এক বিশেষ ধৰণৰ দৰ্শনেৰে অনুপ্ৰাণিত অসমীয়া কবি বুলিয়েই মনত পেলাও আৰু পেলাম। দুৱৰাৰ হয়তো এই বিলাকতকৈ কিবা এটা প্লাচ(+)আছিল যিহৰ বাবে আন কেবা গৰাকী লগৰীয়া কবিতকৈ তেওঁলৈ আমাৰ অলপ বেছি মনত পৰে আৰু তেওক এখন সুকীয়া আসন দিব খোজো। আগতে কৈ অহা দুৱৰাৰ কবিতাত স্মৰণীয়তা memorability হয়তো দুৱৰাৰ জনপ্ৰিয়তাৰ আৰু এটা কাৰণ হব পাৰে। কিন্তু অকল কবিতা প ক্তিৰ স্মৰণযোগ্যতাৰ আলম লৈয়ে কোনো কবি স্মৰণীয় বা জনপ্ৰিয় হৈ সদায় থাকিব নোৱাৰে। If I should die think only this of man/that ther s

some corner of a foreign field/that is far ever boyhood there shall be এই শাৰীকেইটা ঘূৰি ঘূৰি মনত নপৰা কবিতা ৰসিক কমেই ওলাব কিজানি। কিন্তু সেই লাইন কেইটাৰ কবি ৰুপাৰ্ট ব্ৰুকৰ নাম কেইজনে জানে কেইজনে ব্ৰুকলৈ মনত পেলায়।

দুৱৰাৰ কবিতাৰ সমালোচনা কৰিবলৈ এই প্ৰবন্ধ লিখিবলৈ লোৱা নাই। কবি যতীন দুৱৰাৰ স্মৃতিত এপাহি ফুল যাচিবলৈ বুলিয়েই লিখিছো। কিন্তু কবি প্ৰশস্তিয়ে প্ৰিয় কবি জনৰ ভৱিষ্যৎ সম্পৰ্কীয় প্ৰশ্নটো এৰাই যাব নোৱাৰে যোৱা উচিতো নহয়। যতীন দুৱৰাৰ কবিতাৰ কিবা স্থায়ী মূল্য আছেনে? আজিৰ পৰিৱৰ্তিত যুগ পৰিবেশৰ পৰিপ্ৰেক্ষিতত দুৱৰাৰ কবিতাৰ পৰা কিবা পাথেয় স গ্ৰহ কৰিব পাৰিনে? নাইবা আজিৰ মনৰ প্ৰশ্ন সমস্যাৰ কিবা সহাৰি তেওৰ কবিতাত আছেনে? দুৱৰাৰ খ্যাতি কিমান দিন থাকিব এনেকুৱা প্ৰশ্নও উঠিব। মোৰ মনত ৰখাত আৰ লগা নাই যদি আমাৰ কৃতী সাহিত্য সমালোচক আৰু লিখক শ্ৰীহোমেন বৰগোহাঞি এ মাহেকীয়া অসমীয়াতে নে ক তে এনে এটা প্ৰশ্ন তুলিছিল আৰু তাৰ উত্তৰো দিছিল – সম্ভৱত নিগেটিভত । টি এচ ইলিয়টে এসময়ত বিচৰাদি বিশ্বৰ সমগ্ৰ শ্ৰেষ্ঠ কাব্য পৰিক্ৰমাৰ ধাৰাবাহিকতাৰ ওপৰত খোপনি লৈ একো একোজন কবিৰ বিচাৰ কৰিবলৈ গ লে আমাৰ অসমীয়া কাব্য পৰিক্ৰমাৰ ফালৰ পৰা চাই যতীন দুৱৰাৰ কবিতাক তেনে আখ্যা দিব পাৰি। সেইটো এনেদৰে বিচাৰ কৰি চোৱা কথা। সেই পৰীক্ষাৰ পৰিণামলৈ অপেক্ষা নকৰি অন্তত এই বুলি বোধহয় কব পাৰি যে যতীন দুৱৰাৰ কাব্য কৃতিত্ব এইখিনিতেই যে মানুহ কবি আৰু লিখক কবিৰ (?) মাজৰ যিটো সমন্বয় আৰু সঙ্গতি লক্ষ্য কৰা যায় তেনে সামঞ্জস্য তেনে একত্ব অসমীয়া কবিতাত বিৰল। যতীন দুৱৰা কেৱল কবি বুলিয়েই প্ৰসিদ্ধ হৈছিল আৰু সেই কবিৰ খ্যাতি লৈয়ে তেওঁ শেষলৈকে বৈ গ ল। সেই হিচাপে যতীন্দ্ৰনাথ দুৱৰাক সম্ভৱত চন্দ্ৰকুমাৰ আগৰৱালাৰ সৈতে আধুনিক অসমীয়া কবিসকলৰ প্ৰোটোটাইপ বুলি কলে বৰ ভুল কোৱা নহব। দুৱৰাৰ শ্ৰেষ্ঠতাৰ দৰে দুৰ্বলতাখিনিও সেই Prototype ৰে সবলতা দুৰ্বলতা।

# কবি দুৰ্ৰৰা মানুহজন

## যতিনাৰায়ণ শৰ্ম্মা

কবি দুৰ্ৰৰাই তেখেতৰ আত্মজীৱনীৰ বিষয়ে মোলৈ এবাৰ লিখিছিল– জীৱনত কোনো দিনে ডাঙৰ মানুহ হোৱাৰ আশা কৰা নাছিলোঁ আৰু ইচ্ছাও নাছিল। সেই কাৰণেই মোৰ অতীত বা আত্মজীৱনী দিবৰ সমল নাই। যাৰ দিলে জগতৰ উপকাৰ হ্ ব সেইসকলে দিছে আৰু ভৱিষ্যতে দিও থাকিব। মোৰ–

অতীত আতৰি গ ল আন্ধাৰ গুহাত
বৰ্ত্তমান নোৱাৰো বুজিব
ভৱিষ্যত ছয়াময়া চকুৰ আগত
উৰাদিহ্ নোৱাৰোঁ ধৰিব।
শুকান তটিনীখনি ধীৰে ধীৰে বই
সময়ৰ সোত পাহৰাই
আছো মাথোঁ ঠিয় হৈ শুকান বালিত
নিৰাশাত আশাটি মিলাই –

সময়ৰ সোত পাহৰি গ লো কাজে কাজেই মোৰ অতীত is a long forgotten dream নজনোৱাত কাৰোৰ তাত একো হানি নাই। শেহত মাথোন এটি অপ্ৰকাশিত (যি আৰু ভৱিষ্যতে পোহৰ নেদেখে) কবিতাৰ চাৰিটা শাৰী তুলি দি আজিলৈ সামৰণি মাৰো–

শান্ত তাপসৰ দৰে থাকিবা এচুকে
এৰি দিয়া বাসনা বিলাস
ঘৰে ঘৰে কান্দি কান্দি নকৰা দুনাই
বিশ্বাসৰ সমূলি বিনাশ। –

কবিতা কুঞ্জ ত শূন্য পৰিচয় আৰু কথা কবিতা ত চোৰ পঢ়িবা আৰু তেতিয়াই সকলো বুজিবা। ইত্যাদি।

আত্মজীৱনী সম্পৰ্কে দুৰ্ৰৰাদেৱে ওপৰোক্ত কথাখিনি লিখিছিল আৰু তেখেতৰ স্বভাৱ সম্পৰ্কে তেখেতে নিজেই লিখিছিল– তাৰ পাছত মোৰ লাজকুৰীয়া স্বভাৱ। বহুত সময়ত মই লাজতে নেখাও বা খাব নোৱাৰো আৰু এটা কথা – I am very shy before ladies and I get nervous You will be surprised to know that I cannot go to privy even in a family where there are ladies

এইবোৰ কাৰণে মই অকলে অকলে এটা ঘৰত থাকিবৰ মন যায়। পৃথিৱীৰ লাজকুৰীয়া মানুহবোৰে যদি তেওলোকৰ লাজৰ উৎটো বিচাৰি পালেহেতেন তেন্তে

পৃথিৱীৰ বহুত প্ৰশ্নৰ সমাধান হ লহেতেন। আৰু হয়তো মোৰো জীৱনৰ ধাৰা আনফালে বলেহেতেন। ইত্যাদি। দুৱৰাই নিজৰ কবিতা সম্পৰ্কে লিখিছিল মোৰ কল্পনাকুঞ্জৰ পাহৰণি নৈৰ দাতিৰ পঁজাত থকা কবিতা কুৱৰী আধুনিকা বা Modernıca নহয়। সেই কাৰণে মোৰ বাহিৰে আনৰ আগত ওলাবৰ ইচ্ছা প্ৰকাশ নকৰে। যদিও মোৰ অনুৰোধত অলপ অচৰপ ওলাইছিল, কিন্তু বাস্তৱতাৰ আঘাতত বৰ বেছি ৰকমে ঘাইল হৈ আকৌ ভিতৰ সোমাল। ভৱিষ্যতে হেনো কাৰোৰ আগত নোলায় অৱশ্যে মোৰ বাহিৰে। তোমাব চিঠিখন দেখুৱালত মাথোন মোৰ জৰিয়তে তোমালৈ এটা বাতৰি পঠাইছে —

আকাশৰ কিৰণ কণা নউ পৰোঁতেই
কলি যাৰ আন্ধাৰত লেৰেলি শুকায়
মাৰ গ ল জোন বেলি আকাশত যাৰ
কবিতাৰ চন্দ্ৰহাৰে তাক নুশুৱায়।

কবিয়ে আকৌ এবাৰ লিখিছিল — তুমি ভুল বুজিছা কবিতাবোৰ মই ফালি পেলাব খোজা নাই । সেইবোৰ আপোনা আপুনি নষ্ট হৈ গৈছে। মই ধাৰাবাহিকৰূপে কোনো ঠাইতে কবিতা লিখি নথও য তে যেতিয়া মন যায় তাতে লিখি থও আৰু লগে লগে নিজে ক ত লেখিলো পাহৰি যাও। কিন্তু বেছিভাগ কবিতা মনত থাকি যোৱাৰ কাৰণে সেইবোৰলৈ যত্ন নলও। তাৰ পাছত এদিন শ্ৰীমান তীৰ্থৰ লগত ফুৰোতে মোৰ আগৰ যুগৰ দুই চাৰিটা কবিতাৰ ফাকি তেওক মাতি শুনাইছিলো আৰু কৈছিলো এইবোৰ কবিতা যতিক লাগে এইবোৰ কবিতা এতিয়া চলিব জানো। তেও কলে যে কিছুমান rewrıte কৰিব লাগিব নহলে আগৰ যুগৰবোৰ এনেদৰে উলিওৱা ঠিক নহ ব। এলেহুৱা মানুহ মই — আকৌ rewrıte কৰি উলিওৱা মোৰ পক্ষে অসম্ভৱ। মিছাকৈয়ে আনৰ আগত বগা কাউৰী হৈ ওলোৱাৰ কি আৱশ্যক। এয়েই কথা। সেই দেখিয়েই কবিতা নষ্ট হোৱা ৰ কথা লিখিছিলোঁ। বহীৰ পাতত নেলেখিলেও মোৰ মনৰ পাতত লিখা আছে কিন্তু তাক আকৌ নতুনকৈ কাগজৰ পাতিত লেখিবৰ মন নাযায়। ইমানেই কথা আশাকৰো অভিমানৰ প্ৰথম কাৰণটো আতৰিব পায়। তাৰ পাছত বোধহয় rakıng up my past অৰ সম্বন্ধে লেখিছিলো। তাতো তুমি অলপমান ভুল বুজিছা যেন পাও। যতি ! মই অতীতত এনে কোনো বেয়া কাম কৰা নাই যাৰ কাৰণে মই বৰ্তমান লাজ পাব লাগিব। মোৰ ভৱিষ্যত আন্ধাৰ বা একেবাৰে নোহোৱা বুলি ধৰিলেও অতীত আৰু বৰ্তমান আৰ্চিৰ দৰে ফটফটীয়া। মই সেইষাৰ কথা এনে ভাবত লিখিছিলো যে মোৰ ব্যৰ্থ জীৱনৰ এটা কৰুণ কাহিনী উজাৰি উলিয়াই নিজে কিয় মনত কষ্ট পাবা। সেই ভাবতহে লিখিছিলো। স সাৰত বাট বুলিবলৈ ওলোৱা এজন নতুন যাত্ৰীৰ সৰলতাৰ সুবিধা লৈ তেওৰপৰা সকলোখিনি প্ৰয়োজনীয় আহিলাপাতি নিজৰ সুখৰ কাৰণে লৈ তেওক বাটত বহুৱাৰ কাহিনীয়ে তোমাৰ মনত বেজাৰহে দিব। সুখ নিদিয়ে। সময়ত যি সকলে ঠিকমনে

উপদেশ দি ঠিক বাট বোলাব পাৰিলেহেতেন তেওলোকে মাথোন মুখেৰে দুটা চাৰিটা উকা উপদেশেৰেই নিজৰ কৰ্ত্তব্য সমাধান কৰিলোঁ বুলি ভাবি আঁতৰি গ ল। অথচ তেওলোকৰ কামৰ ওপৰতে মোৰ গোটেই জীৱনটোৱেই নিৰ্ভৰ কৰিছিল। সদায় কল্পনা ৰাজ্যত উৰি ফুৰি বাস্তৱ জগতৰ মোল ধৰিব নোৱাৰিছিলো অথচ তেওলোকে মন কৰাহেতেন মোৰ জীৱনৰ গতি আনফালে পোনাই দিব পাৰিলেহেতেন। এতিয়া এই কথাবিলাক আলোচনা কৰি বা উজাৰি উলিয়ালে কিবা লাভ হ ব জানো ? নিজে আনৰ পৰা অকামিলা বা অলগদ্ধ বুলি উপাধিহে পাম। ইত্যাদি। দুৰ্ব্বৰাই আকৌ এবাৰ নিজৰ সম্বন্ধে লিখিছিল মোক যেতিয়া ঈশ্বৰে পৃথিৱীলৈ পঠাইছিল তেতিয়া বিধাতাই অদৃশ্যভাৱে কপালত লিখিছিল যে চকুৰ পানীৰে জীৱনৰ বাট বুলিব লাগিব আৰু কামতো হৈছে সেয়েই। সেই কাৰণে কাৰোৰ ওপৰত অভিমান নকৰি কাকো নুদুষি নিয়তিৰ হাতৰ পুতলা হৈ যোৱাই ভাল। অৱশ্যে মনত বেজাৰ লাগে কিন্তু উপায়তো নাই। তুমি মোৰ চিঠিবোৰ ৰখাই থোৱা নোথোৱাহেতেন আৰু কিছুমান লিখিলোহেতেন যাতে তুমি বুজিবা যে নাৱৰীয়াই কিয় চকুৰ পানীৰে লুইতৰ ভটিয়নী সোঁতত অকলে অকলে পাৰি দিছে। ইত্যাদি।

কবি দুৰ্ব্বৰাদেৱৰ অন্তৰ বৰ সৰল আৰু সৰু ল ৰাৰ নিচিনা কোনোৱে টানকৈ এষাৰ কথা কলেও জগৰ লাগে কোনোৱে নামাতিলেও জগৰ লাগে আৰু নিজেও কাকো টান কথা ক ব নোৱাৰে। বিশেষত তেখেতৰ প্ৰতি ভবা বা তেখেতৰ মন বুজি চলা কোনো মানুহ নাছিল বুলি তেখেতৰ ধাৰণা। তেখেতে এবাৰ লিখিছিল তাৰ পাছত তোমাৰ কবিতাৰ কথা। কবিতা মই লিখা নাই। লিখাহেতেন পঠালোহেতেন। বাস্তৱৰ কঠোৰ হেচাই কেনিবা আতৰাই পঠালে। তুমি জানাই মই অকলশৰীয়া — মোৰ সহায় সাৰথি কোনো নাই। বৰ্ত্তমান আমাৰ নিচিনা অৱস্থাৰ মানুহৰ কি দুৰৱস্থা হৈছে তুমি তাক বুজিব নোৱাৰা। চাউলৰ পৰা কয়লালৈকে সকলোখিনি ময়েই যোগাৰ কৰিব লাগে। পইচা দিলেও বজাৰত চাউল পাবলৈ নাই(১৯।১০।৪৩ চনত লিখা চিঠি) । বস্তু বাহানিৰ দাম দিনে দিনে বাঢ়ি গৈছে। তুমি হয়তো ক ৰা — খোৱা বোৱাতো মই অতি তুচ্ছ বুলি ভাৱো । কল্পনা ৰাজ্যত বহি এসময়ত ময়ো তেনেকৈ কৈছিলোঁ — কিন্তু বাস্তৱে গতা মাৰি বুজাই দিলে যে কল্পনা ৰাজ্য আৰু বাস্তৱ ৰাজ্য দুয়োখন বেলেগ। যাৰ কাৰণে ভাবোঁতা চিন্তোঁতা আছে যাৰ কাৰণে সহায় সাৰথি ভৰি আছে মাথোন তেওলোকৰ কাৰণেহে কবিতাৰ ৰাজ্য — আমাৰ নিচিনা নি সহায় দুখীয়া মানুহৰ কাৰণে নহয়। তাৰ উপৰিও নিজৰ মনলৈকো এটা ধিক্কাৰ ভাব আহিছে। নোযোৱা মানুহৰ তালৈ গৈছো কথা নোকোৱাক কথা কৈছো হাত নপতাৰ ওচৰত হাত পাতিছোঁ। তেও উৱাদিহ পোৱা নাই। ইয়াতকৈ আৰু কি কৰিব পাৰো! সচাকৈয়ে নিজৰ জীৱনটো কি দৰে নষ্ট কৰিলো এতিয়া ভাবিলে বেজাৰ লাগে। মোৰ লগৰ লগৰীয়াবিলাক মোতকৈ কিমান ওপৰত তাকে ভাবি চিন্তি থাকোঁতে নিজৰ মনলৈকো ধিক্কাৰ আৰু অৱসাদ

আহিছে। সিদিনা এজনে কৈছে যে মই হেনো সদায় উৰণীয়া চৰাইকে আপোন বুলি ভাবোঁ — ইত্যাদি। এইবোৰ কথা আৰু শুনিবৰ মন নাযায়। এনে অৱস্থাত কবিতা লেখিব পাৰি জানো? অকলে মনে মনে বহি গুণগুণাই থাকিলেও কাগজে কলমে কৰিবলৈ ভাল নাপাও। তাৰ উপৰিও মোৰ কবিতাই মানুহক আমনি লগালে। তেওলোকে বিচাৰে নতুন। তোমালোকৰ সমালোচনা মন্দিৰৰ কথাবোৰ তুমি জানাই দেখোন। ইত্যাদি।

মুঠতে দুৱৰাই মানুহৰ ওপৰত বিশ্বাস কৰি কৰি হাৰ মানিলে। মানুহৰ মৰম বিচাৰি হাবাথুৰি খাই ফুৰিও জীৱনত তেখেতে নির্দিষ্ট মৰম বিচাৰি নেপালে। দুৱৰাৰ শেহৰ বীণ নামৰ কবিতাটি পঢ়িলে বুজা যায় —এসময়ত তেখেতে কেনেকুৱা এখন সুখৰ স সাৰৰ কল্পনা কৰিছিল আৰু এজনৰ মৰমৰ কাৰণে জীৱন উটাই দিব খুজিছিল কিন্তু সেই প্ৰিয়জনেও তেওক নেওচি গুছি গ ল। সেইটো আছিল পুৰীৰ ঘটনা। তাৰ পাছত আকৌ বহুজনৰপৰা মৰম আশা কৰি খন্তেকৰ কাৰণে নিজকে পাহৰি গৈছিল কিন্তু —

অতদিনে আলাসত উমলি ফুৰোঁতে
অকলে আপোন মনে সকলো পাহৰি
সাব পাই উঠি দেখো দুচকু মোহাৰি
হঠাতে হেৰাল মোৰ কবিতা কুৱৰী।

ঠিক এইদৰেই কোনোজনে তেওক দুষাব মৰমৰ কথা শুনাই আৰু গুছি যায়।

শুকুলা ডাৱৰ আহি পর্বত কোলাত
কটালেহি এৰাতি মাথোন
পুৱাৰ সমীৰ সতে পুনু উৰি গ ল
এৰি থৈ নিশাৰ সপোন।
সৰু সৰু পানী কণা শিলনি বুকুত
পৰি ৰ ল সোৱৰণী চিন
পর্বতৰ হুমুনীয়া — জুৰি বই যায়
ভৈয়ামত বিষাদৰ বীণ।

তেওৰ বন্ধু বান্ধৱ আৰু আপোনজনে এৰি যোৱাৰ বিষয়ে আৰু দুটি ধুনীয়া কবিতা লেখি মোলৈ পঠাইছিল — এটি হৈছে শিলটিৰো সপোন ভাগিল আৰু আনটি হৈছে এটি উৰি যোৱা ৰাজহাঁহলৈ।

যদিও দুৱৰাদেৱৰ জীৱন ব্যর্থ হ ল বুলি তেখেতে ভাবিছিল আৰু জীৱন বিফলে গ ল বুলি কয় তথাপি তেখেতে আনক তেখেতৰ স্বভাৱ অনুকৰণ কৰিবলৈ কেতিয়াও নিদিয়ে। কথা কবিতা ৰ মন্দিৰ আৰু আপোন সুৰ ৰ এইবাটে নাহিবা দুনাই কবিতাত পোৱা যায় যে তেখেতে যেনেকৈ ভুল বাট ললে সেইদৰে যাতে কোনেও ভুল বাট নলয়।

দুৱৰাৰ দুখ এইটোৱেই আছিল যে তেখেতক বুজিবলৈ কোনেও চেষ্টা নকৰিলে বা

কোনোৱে নুবুজিলে। সেই গতিকেই তেখেতৰ কবিতাত নিৰাশাৰ সুৰ বেছি। তেখেতৰ প্ৰতিটো কবিতাৰে একোটা বুৰঞ্জী আছে। কিবা এটা কথাত কাৰোবাৰ পৰা আঘাত পালেই একোটা কবিতা লিখিছিল। দুৰ্বৰা মানুহজনৰ কবিতাবিলাকৰ পৰাই তেখেতৰ স্বভাৱ অতি সহজেই বুজিব পাৰি।

দৈনন্দিন জীৱনত দুৰ্বৰাদেৱৰ বৰ পৰিপাটী আছিল। ভাল কাপোৰ কানি পিন্ধিছিল ভাল বস্তু খাইছিল আৰু সদায় ভাল আলোচনা কৰিছিল। কোনো মানুহৰ বিষয়ে বেয়াকৈ আলোচনা নকৰিছিল বা কাকো দোষ নিদিছিল।

তেখেত কলিকতাত থকা কালত আবেলি তেখেতৰ ঘৰলৈ প্ৰায়ে ৺হলিৰাম ডেকা আৰু শ্ৰীযুত তীৰ্থ শৰ্ম্মা আদি গৈছিল। তেখেতসকলৰ লগতো প্ৰায়ে অসমীয়া সাহিত্যৰ বিষয়ে আলোচনা চলিছিল। ৺হলিৰাম ডেকালৈ দুৰ্বৰাই বৰ ভয় কৰিছিল কিয়নো তেখেতে সাধাৰণ একোটা কথাতে বৰ ঠাট্টা কৰিছিল। সেইবুলি তেখেতক বেয়া নাপাইছিল।

দুবৰা অতি নিয়মীয়া মানুহ আছিল। খোৱা বোৱা ফুৰা চকা সকলো কাম ঘড়ী চাই কৰিছিল। তেখেতৰ খ উঠিলে সাধাৰণতে মুখেৰে নামাতে কেতিয়াবা চকুপানীও ওলায় কিন্তু কাকো টানকৈ এষাৰ কথাও নকৈছিল। তেখেত অতি বেছি Sentımen tal আছিল। কেতিয়া কোন কথাত জগৰ লাগে ধৰিবলৈকে টান।

দুৰ্বৰাদেৱে যাক বৰ বেছি মৰম কৰিছিল তেওলোকক প্ৰায়ে সজ পথ ল বলৈ সতৰ্ক কৰি দিয়ে। তেখেতে এবাৰ মোলৈ লিখিছিল –

মই উপদেশ দিব নাজানো। আৰু সেইটো মোৰ বাবো নহয়। তাৰ কাৰণে বহুত ডাঙৰ দাড়ীয়া আৰু চুলীয়া গহীন প্ৰকৃতিৰ ভব্য গব্য লোক আছে। তেওলোকেই সেইবিধ কাম সুচাৰুৰূপে সমাধা কৰিব পাৰিব বুলি মোৰ বিশ্বাস। মই মাথোন মোৰ জীৱনৰ বাটত যি কেইঠাইত ঠেকা খাই পিচলি পৰি যি বাটেদি খোজ কাঢ়িবলগীয়া হলোঁ তাকে মাথোন যি দুই এজনক খুব বেছি ৰকমে মৰম কৰোঁ তেওলোকক উনুকিয়াই সাৱধান কৰিব খোজো। অৱশ্যে শুনিলে ভাল পাও নুশুনিলে বেজাৰেৰে নিজৰ কপালকে দুষি বহি থাকো। জগতত মানুহৰ দুটা বেষ্টনী(World)আছে। এটা নিজৰ আৰু আনটো আনৰ। প্ৰথমটোৰ ভিতৰত তেওলোকে নিজৰ কাম কাজ কৰি ফুৰে আৰু দ্বিতীয়টোৰ ভিতৰৰবিলাকে সেই কামবিলাকৰ সমালোচনা কৰে।যেয়ে এই দুটাৰ সামঞ্জস্যতা ৰাখি কাম কৰি গৈছে তেওলোকেই জগতত কৃতকাৰ্য হৈছে। যি খন্তেকীয়া হাত চাপৰিত মোহ গৈ সেই সামঞ্জস্যতা ৰাখিব পৰা নাই তেওলোকে ব্যৰ্থ জীৱনৰ ভাৰ বৈ আনৰ হাঁহিয়াতৰ পাত্ৰ হৈছে। তুমি কিয় বিপদৰ বীণ বজাবা? তোমাৰ সকলো আছে তোমাৰ বীণত সদায় যেন উলাহৰ ধ্বনি উঠে। তোমালোক হৈছা পৃথিৱীৰ আনন্দৰ স্বৰূপ। তোমালোকৰ মন ঠিক যেন বসন্তৰ কুহিপাতৰ দৰে –

বসন্তে বাতৰি দিয়ে ফুৰি বনে বনে
মলয় কোঁৱৰে চুমি যায়
এজাৰ উপচি ফুলে ভৰা উলাহতে
পলাশৰ ৰং কোনে চায় !

সেইদৰেই জগতখন যেন তোমালোকৰ আনন্দৰেই ভৰি পৰক। তোমালোকৰ ৰ দেখিয়েই আনেও ৰং পাওক তোমালোকৰ হাঁহিয়েই যেন জগতৰ জেউতি চৰাওক। মানুহৰ প্ৰকৃত বন্ধু হৈছে কিতাপ। Human friends may fail but books will never সেইকাৰণে কিতাপক বন্ধু কৰিবলৈ বিশেষ চেষ্টা কৰিবা —উপকাৰ হ ব শান্তিও পাবা। —ইত্যাদি।

কবি দুৱৰাৰ পূৰ্ণ জীৱনী এতিয়াও প্ৰকাশ পোৱা নাই । তেখেতৰ পূৰ্ণ জীৱনী লিখিবলৈ হ লে তেখেতে বিভিন্ন লোকলৈ লিখা চিঠিবিলাক গোটাব লাগিব। তাৰ উপৰিও দুৱৰাব কবিতাৰ পূৰ্ণ সমালোচনাও প্ৰক'শ হোৱা নাই । তেখেতৰ কবিতাৰ কেঁউটি ধাৰা বহলভাৱে আলোচনা কৰা দৰকাৰ।

# সাহিত্যৰথী বেজবৰুৱা আৰু কবি দুৱৰা

**যতীন্দ্ৰনাথ গোস্বামী**

সাহিত্যৰথী লক্ষ্মীনাথ বেজবৰুৱা আৰু কবি যতীন্দ্ৰনাথ দুৱৰা দুয়োৰে ঘৰ দিখৌ নৈৰ পাৰত আৰু দুয়ো দুটি প্ৰাচীন সম্ভ্ৰান্ত পৰিয়ালত জন্মগ্ৰহণ কৰে। ১৮৮৮ চনত ডাণ্ডৰীয়া দীননাথ বেজবৰুৱা হাইস্কুলত দুৱৰাৰ পিতৃ মিষ্টভাষী শ্যামসুন্দৰ দুৱৰা ডাণ্ডৰীয়াই শিক্ষকতা কৰিছিল আৰু এইজনা বেজবৰুৱাৰ দ্বাৰা স্থাপিত ব্যল্যাশ্ৰমতে বালক যতীন্দ্ৰনাথে বিভিন্ন বিষয়ৰ শিক্ষা লাভ কৰিছিল। লক্ষ্মীনাথ বেজবৰুৱাই কলিকতালৈ যাবৰ সময়ত হেনো যতীন্দ্ৰনাথ দুৱৰাৰ মাকক চাবি চকুৱা বেখা লোৱা মেকুৰী পোৱালী এটা দি কলিকতালৈ যোৱাৰ সময়ত বিদায় লৈছিল। আৰু দুটা তিনিটা হেনো ভাটৌ পোৱালি দিছিল পত্ৰলেখা ২৬৪)। ইত্যাদি কথাৰপৰা বেজবৰুৱা আৰু দুৱৰা দুয়োটা পৰিয়ালৰ সদ্ভাৱ আৰু প্ৰীতিৰ কথা সহজে অনুমান কৰিব পাৰি।

বয়সৰ ফালৰপৰা লক্ষ্য কৰিলে দেখা যায় যে লক্ষ্মীনাথ বেজবৰুৱা আৰু যতীন্দ্ৰনাথ দুৱৰাৰ ভিতৰত আছিল ২৮ বছৰৰ ব্যৱধান। তথাপি সকলো সমাজতে নিজকে খাপ খুৱাব পৰা বেজবৰুৱা দুৱৰাৰ Friend philosopher and guide স্বৰূপ আছিল। তেওঁ দুৱৰাক ভাতৃ আৰু সমনীয়াৰূপে জ্ঞান কৰিছিল। সিজনেও বেজবৰুৱাক বয়োবৃদ্ধ আৰু জ্ঞানবৃদ্ধৰূপে মান কৰিছিল আৰু নিজৰ সুখ দুখৰ কথাও গোপন নকৰিছিল। বেজবৰুৱাই দুৱৰালৈ এখন চিঠিত লিখিছিল তোমাক মই কি চকুৰে দেখোঁ তুমি নাজানানে? নিশ্চয় জানা। দহৰ ভিতৰত এজন তুমি মোৰ মানত নহয়। তুমিও মোক দহৰ ভিতৰত এজনকৈ পেলাই থোৱা নাই সেই বাবেহে তোমাৰ চিঠি বাতৰি সঙ্গ ইত্যাদিলৈ মোৰ হাবিলাস (পত্ৰলেখা পৃষ্ঠা ২০)

বেজবৰুৱা এজন ৰসিক লোক আছিল। তেওঁ দুৱৰাৰ লগত ধেমালি কৰি বৰ আনন্দ উপভোগ কৰিছিল[১]। বেজবৰুৱাৰ হাওৰাৰ ঘৰত নিতাই (?)নামৰ সাত বছৰীয়া লগুৱা ল ৰা এটা আছিল। দুৱৰা সন্ধিয়া বেজবৰুৱাৰ ঘৰলৈ আহিলে কথা বাৰ্তা পাতি বহুত সময় কটায়। সেই সময়ত পূৰ্বৰ শিকনিমতে নিতাই নামৰ লগুৱাটোৱে মেজৰ তলত সোমাই মহে কামোৰাৰ দৰে দুৱৰাৰ ভৰিত মাজে মাজে চিকুটিবলৈ ধৰে। সচা মহৰ কামোৰ বুলি তেওঁ অশ্বস্তি বোধ কৰে। তেওঁ যেতিয়া কামোৰ সহিব নোৱাৰি উঠিব খোজে তেতিয়া বেজবৰুৱাই দুৱৰাৰ মূৰত পানী ঢালি দি তেওঁক শান্ত কৰে। এবাৰ দুৱৰা বেজবৰুৱা পৰিয়ালৰ লগত পুৰীলৈ যায়। বেজবৰুৱাৰ এটা বুঢ়া চাকৰ আছিল। তাৰ দাঁত সৰি দুটা অৱশিষ্ট আছিল। বেজবৰুৱাই তাৰ নাম ৰাখিলে মালতী। তাৰ চুৰীয়াখন শাৰীৰ

---

(১) মোৰ লগত ঘনিষ্ঠ সম্বন্ধ—তেখেতে মোক মৰম কৰে আৰু জোকায় মই ওকোৰ্ব পাতো খং কৰোঁ। (পত্ৰলেখা পৃঃ ২৭৫)

দৰে পিন্ধাই মূৰত ওৰণি দি বেজবৰুৱাই তাক দুৱৰাৰ আগলৈ লৈ আহে। মালতী নামটো যে অপাত্ৰত দান সেই কথা ভাবি দুৱৰা অস্থিৰ হৈ উঠে। এনেদৰে বেজবৰুৱাই দুৱৰাৰ লগত ধেমালি কৰিছিল। দুৱৰাৰ প্ৰতি গভীৰ স্নেহ থকাৰ কাৰণেহে বেজবৰুৱাই সহজ সৰল ধেমালি কৰি আনন্দ উপভোগ কৰিছিল।

দুৱৰা বেজবৰুৱা পৰিয়ালৰ যেন এজন লোক। ১৯৩০ চনত দুৰ্গাপূজাৰ বন্ধত বেজবৰুৱা সপৰিয়ালে ডিব্ৰুগড়ত থকা তেওৰ মাজু জীয়েক শ্ৰীমতী ৰত্না বৰুৱাৰ ঘৰলৈ আহে। পিছত দুৱৰাও সেইঠাইলৈ আহে। তেও বেজবৰুৱাৰ পৰিয়ালৰ লগত একে মটৰ গাড়ীত জন্মভূমি শিৱসাগৰলৈ যায়। এই প্ৰসঙ্গত বেজবৰুৱাই লিখিছে অক্টোবৰ মাহৰ ১৫ তাৰিখে ডিব্ৰুগড় এৰি শিৱসাগৰলৈ যাবলৈ ওলালোঁ। বাহন মটৰগাড়ী। যদু কবি এদিনৰ আগতে ভটংকৰে ডিব্ৰুগড়ত ওলাইছিলগৈ সম্ভৱত চুম্বকৰ টানত আৰু সেই চুম্বকডোখৰো সম্ভৱত ময়েই। নহয় যদি তেও কওক মই মোৰ দাবী এৰি দিম। আমাৰ মটৰগাড়ীত তেওঁলৈ ঠাই নাছিল বুলিলেই হয়। কিন্তু ঠাই নহলে কি হব তেওকতো নিৰ্বই লাগিব । (মোৰ মাতৃমুখ দৰ্শন)

দুৱৰা বেজবৰুৱাৰ অতি আপোন আছিল। তেওৰ অসুখ অশান্তি হ লে বেজবৰুৱাই মনত বৰ বেঁজাৰ পায়। এবাৰ বেজবৰুৱাই দুৱৰালৈ লিখিছিল মোৰ সকলো সৰ্বহ পৰিত্যাগ কৰিবলৈ মই সাজু কিন্তু পুৰণি যতীন্দ্ৰ the dear old soul অক হেৰুৱাব নোখোজোঁ ।(পত্ৰলেখা পৃষ্ঠা ১৮)। ১৯৩৩ চনৰ ৪ এপ্ৰিলত এটা সাংঘাতিক মটৰ দুৰ্ঘটনাত আহত হয়। দুৱৰাৰ যোৱা থোৱা অৱস্থা। সেই বাতৰিটো পাই বেজবৰুৱাই বৰ বেজাৰ পালে। সেইদিনা বেজবৰুৱা ঝাড়চোগোড়াৰ ঘৰত (সম্বলপুৰৰ পৰা ৩২ মাইল দূৰ) আছিল। এই ঘটনা সন্দৰ্ভত তেওৰ দিনলিপিত লিখা আছে ঝাড়চোগোড়ালৈ গলো আৰু জিৰণি ললোঁ। ৰাতি কলিকতাত থকা ৰত্নালৈ টেলিফোন কৰিলো। ৰোহিণীয়ে ৪ তাৰিখে দুৱৰাৰ সাঙ্ঘাতিক মটৰ দুৰ্ঘটনাৰ কথা জনালে। অত্যন্ত উদ্বিগ্ন হৈছোঁ। দুৱৰাই আৰোগ্য লাভ কৰাৰ পিছত বেজবৰুৱাই তেওঁলৈ লিখিলে তুমি যমৰ দুৱাৰ মুখৰপৰা আহিলা ঠিক । ঘূৰ্ণীয়া হৈ থাকিলেও ঈশ্বৰে তোমাক আকৌ আমাৰ হাতলৈ আনি দিলে এই ফেৰা কৃপাৰ নিমিত্তেই আমি ঈশ্বৰৰ চৰণত সেৱা জনালোঁ। বিশ্বাস কৰিলে কও যে মোৰ জীৱনত অতি বৰ শোকৰ ভিতৰত তোমাৰ নিমিত্তে পোৱাটো 3rd। গা সমূলি ভাল পালে এইফালে পাৰিলে আহিবা। এনে চিঠিৰ পৰা বেজবৰুৱা আৰু দুৱৰাৰ কেনে ঘনিষ্ঠ সম্বন্ধ আছিল তাক সহজে অনুমান কৰিব পাৰি।

বয়সত কনিষ্ঠ হলেও দুৱৰা বেজবৰুৱাৰ সাহিত্যিক সঙ্গী আছিল। দুৱৰাই বেজবৰুৱাৰ কেইবাখনো পুথিৰ আৰ্হি কাকত চাই সহায় কৰিছিল। তেও বেজবৰুৱাৰ প্ৰেৰণা লাভ কৰিছিল। ওমৰ তীৰ্থ অনুবাদৰ মূলতে এই প্ৰেৰণা। সেই কাৰণে ওমৰ খায়ামৰ ৰুবায়তৰ অনুবাদ শেষ কৰিয়েই তেও বেজবৰুৱালৈ লিখিলে আজি আপোনাক এটা কথা জনাবলৈকে এইখন লিখিছোঁ — কথাটো এই যে কালি দিনৰ ১০॥ মান বজাত মোৰ

Omar Khyaam শেষ অৰ্থাৎ complete হ'ল । ১০৫ টা stanza বা ৪২০ লাইনত শেষ কৰিলোঁ — এইবাৰৰ পৰা এলেহুৱা দুষ্ট ল'ৰা বুলিব জানো? সচাঁকৈয়ে আপুনি এইবাৰ কলিকতালৈ নহাহেতেন মোৰ ওমৰ তীৰ্থ শেষ নহ লহেতেন। যদি কেতিয়াবা প্ৰকাশ হয় তেন্তে সি আপোনাৰ বস্তু, আপোনাকে দিম।

দুৰ্‌ৰাই এবাৰ এটা কবিতা লিখি বেজবৰুৱালৈ চিঠিৰ লগতে পঠিয়ায়। কবিতাটোত দুৰ্‌ৰাৰ উলাহৰ মনোভাব প্ৰকাশ পাইছে।

সেইদিনা বাটত লেখা

Doggeral verse

ৰৱবৰুৱা ডাঙৰীয়াৰ সমীপেষু।

ধূলি আৰু ধোঁৱাৰ মাজত
চলে কলিকতীয়া জীৱন
বোকা আৰু পানীৰ বাট
ওপৰত ঢালে বৰষুণ।
এবুকুৱা পানীৰ মাজত
Tram Bus বন্ধ হৈ যায়
Taxi আহি তেনে পানী দেখি
ভয়তেই ৰ লাগি চায়।
পাৰ হলোঁ ম হ গাড়ী উঠি
Ricksaw তল পৰিল পানীত
মুটিয়াই মিচিকিয়াই কয়
পইচা দিলে তুলিম পাটীত।
*      *      *
আৰু মোৰ কবিতা নোলায়
বাকীবোৰ দিয়ে যেন পূৰাই।

বেজবৰুৱাৰ বাখৰ নামৰ পুথিৰ পাতনি হৈছে দুৰ্‌ৰাৰ এটা কবিতা। জয়মতী কুঁৱৰী নাটক ৰচনাতো বেজবৰুৱাই দুৰ্‌ৰাৰ ঋণ স্বীকাৰ কৰিছে।

বেজবৰুৱাৰ বীণ বৰাগী এটা সাৰ্থক কবিতা। এই কবিতাটি ৰচনা প্ৰসঙ্গত চন্দ্ৰকুমাৰ আগৰৱালা আৰু দুৰ্‌ৰা দুয়োৰে সামান্য বৰঙণি আছে এই কথা দুৰ্‌ৰাৰ তলৰ উদ্ধৃতিৰ পৰাই বুজিব পাৰি।

সেই সময়ত চন্দ্ৰকুমাৰ আগৰৱালা কেইদিনমানৰ কাৰণে বেজবৰুৱাৰ ঘৰত আলহী আছিল। এদিন তাত কথা পাতি থাকোঁতে আগৰৱালা ডাঙৰীয়াই মোক কৈছিল, হেৰা যদু তুমি কবিতা কেইটামান লিখাহে। ওঁ আ কবি কথাষাৰ আইন কালে চাল খুৱাৰ খোজোঁতে পৰিলগৈ বেজবৰুৱা ডাঙৰীয়াৰ কাণত। তেওঁ হাঁহি হাঁহি আগৰৱালালৈ চাই

মাত লগালে ও ভাল তেওঁক কৈছা কবিতা লিখিবলৈ। তেওঁক কোৱা কান্দনি কলা মেলিবলৈ। চকুৰ পানীৰে নৈ বোৱাই দিব নহয়। আমি বা ক'ত উটি যামগৈ? ময়ো হাঁহি হাঁহি কলোঁ আপোনাৰনো অসমত পেট্ৰিয়টিক কবিতা লিখিবলৈ কি আছে? মাথোন নাই নাই —

আছিল এদিন আৰু নাই ভাবিলে কলিজা ফাটি যায়
সুখৰ সূৰুয অসমত বাতি আজি অদৃশ্য চক্ৰত
নাই সেই মহাভাৰতৰ বাণ বজা শোণিতপুৰৰ
নৰকাসুৰৰ কামৰূপ বিধবাৰ নিচিনা বিৰূপ
যিদিনাই বদন বৰফুকন মানপদে ভজিলে শৰণ
সিদিনাৰ পৰাতো অসম সংসাৰত পোকে খোৱা আম
নাই সেই গৌৰৱৰ ভাতি আহোমৰ দিন আজি ৰাতি।

এনেবিলাকৰ বাহিৰেনো আৰু কি লিখিবলৈ আছে? তেখেতে একেচাৰেই চকীৰপৰা জাপ মাৰি উঠি মোক কলে কি ক লা তুমি অসমত লিখিবলৈ নাই। তোমালোকে নপঢ়িবা নুশুনিবা মাথোন আনৰ চকুৰে নিজৰ দেশক চাবলৈ শিকিছা মাথোন নাই নাই। আছে সকলো। তোমালোকে নাজানা আৰু জানিবলৈ মন নকৰা। আগৰৱালা ডাঙৰীয়াই মাথোন চকু টিপিয়াই মোক তেখেতৰ লগত তৰ্ক কৰিবলৈ লগাইছে কাৰণ আমি জানো যে তেখেতৰ খ তোলাই দিব পাৰিলেই তেখেতৰপৰা ধুনীয়া প্ৰবন্ধ ওলাব। শেহত মই কলো বাৰু আপুনিয়েই লিখক চাওচোন কি হয়। তেখেতে ক লে নিশ্চয় লিখিম চাবা বাৰু। এইবুলি অলপ পৰ মনে মনে আছিল। তাৰ পিছত আমাৰ লগত আকৌ হাঁহি মাতি কথা পাতিবলৈ ধৰিলে। পিছদিনা আকৌ যেতিয়া সন্ধিয়া তেখেতৰ ঘৰলৈ যাও তেখেত ওপৰত আছিল আৰু আগৰৱালা ডাঙৰীয়াক তলতে লগ পালোঁ। তেতিয়া আগৰৱালা ডাঙৰীয়াই মোক হাঁহি হাঁহি ক লে হেৰা যদু লিখিলেহে ওলাল। তাৰ পিছত বেজবৰুৱা ডাঙৰীয়া ওপৰৰপৰা নামি আহোঁতে মই কলোঁ চাও দিয়ক কি লিখিলে। তেখেতে ক লে নাই লিখিবলৈ নাই নহয়। কি দিম — এই বুলি মেজৰপৰা বৰাগী আৰু বীণ কবিতাটো উলিয়াই দিলে। আমাৰ পঢ়ি ইমান ভাল লাগিল যে মই মাথোঁ ইয়াকে কলোঁ অসমীয়া ভাষাত মই এনেকুৱা কবিতা আজিলৈকে পঢ়া নাই। আগৰৱালায়ো মোৰ মততে মত দি কলে হেৰা কিটিপ জানিলে সকলো হয় । (বাঁহী ৩০শ বছৰ ১১ ১২শ সংখ্যা)।

বাঁহী প্ৰকাশ কাৰ্যতো দুৱৰাই বেজবৰুৱাক সৰ্বতোপ্ৰকাৰে সহায় কৰিছিল। আনকি বাঁহীৰ নামকৰণ প্ৰসঙ্গত বেজবৰুৱাই তেওঁৰ মতামত বিচাৰিছিল। বেজবৰুৱাই বাৰ্ড কোম্পানীৰ কাৰ্যত ১৯১৭চনত কলিকতা এৰি সম্বলপুৰত থাকিবলগীয়া হয় আৰু সেই সময়ত দুৱৰা ডিব্ৰুগড়লৈ যায় জৰ্জ ইনষ্টিটিউচনত শিক্ষকতা কৰিবলৈ। এই কালছোৱাত শ্ৰীঅমিয়কুমাৰ দাস প্ৰমুখ্যে কেইজনমান কলিকতীয়া ছাত্ৰই বাঁহীৰ সম্পাদনা কাৰ্যত

সহায় কৰে। ১৯১৮ চনত বেজবৰুৱাই দুৱৰাৰ লগত আলোচনা কৰি বাঁহী প্ৰকাশৰ দায়িত্ব অভিন্ন হৃদয় চন্দ্ৰকুমাৰ আগৰৱালাক দিয়ে। ১৯২৯চনত বাঁহী নীৰৱ হৈ যায়। শ্ৰী অমিয়কুমাৰ দাসে বাঁহীখন সম্পাদনা কৰি প্ৰকাশ কৰিবলৈ ইচ্ছা কৰাত দুৱৰাই সেই সম্পৰ্কে বেজবৰুৱাৰ মতামত বিচাৰে। বেজবৰুৱাই দুৱৰালৈ লিখে, কাকতিৰো চিঠি পাইছো তোমাৰো পালোঁ। দুফালৰপৰা দুজন ডেকা অধিকাৰৰ তাপত বুঢ়া অধিকাৰ লৰক ফৰক। তোমালোক দুয়ো যি ভাল দেখা তাকে কৰা। মোৰ অমত হবৰ কোনো কাৰণ নাই মাথোন মনত ৰাখিবা – বাঁহী মোৰ মানস প্ৰতিমা, আলাই আথানি হোৱা দেখিলে মই বৰ বেজাৰ পাম।

বেজবৰুৱা অসম সাহিত্য সভাৰ সপ্তম অধিবেশনৰ(১৯২৪) সভাপতি হৈছিল। তেওঁ অভিভাষণখন কলিকতাত ছপা কৰিবৰ কাৰণে দুৱৰালৈ পঠাইছিল। দুৱৰাই সেইখন জুকিয়াই দুই চাৰি কথা সংযোগ কৰি ছপা কৰে । বিশেষ যোগ্যতা নেথাকিলে দুৱৰাই এই কাম কৰিবলৈ সাহ নকৰে। অভিনন্দন প্ৰসঙ্গত তেওঁ বিনয়সূচকভাৱে বেজবৰুৱালৈ লিখিছিল Address খন বৰ বিতোপন হৈছে। লক্ষ্মীহতে কৈছে যে ইমান com prehensive address অসম সাহিত্য সভাত কেতিয়াও পঢ়া হোৱা নাই। আপোনাৰ ৭৫ পৃ লৈকে সকলো ঠিক আছে। তাৰ পাচত য ত চাকৰী সম্বন্ধে আৰু অসম প্ৰবাসী বঙ্গালীসকলৰ সম্বন্ধে বৰ দীঘলকৈ লেখা আছে সেইটো অলপ digression হোৱাত আৰু আচল বিষয়ৰ গাত সম্বন্ধ নথকাত আৰু প্ৰেছেও চাপিব নোৱাৰো বোলাত সেই দুটা point মই অলপ touch কৰি conclusoin টো নিজে লিখিবলগীয়া হ ল – নিজে মানে আপোনাৰ পুৰণা লেখা বিলাকৰপৰা permutation combination কৰি দিয়া হ ল। কাৰণ আপুনি conclusion একেবাৰে নেলেখিলে সেইটো মোলৈকে থৈছিল নেকি ?

দুয়োৰে ভিতৰত গভীৰ আত্মীয়তা আছিল। দুৱৰা বয়সত সৰু হলেও বেজবৰুৱাই তেওক ভাতৃ আৰু বিশ্বস্ত বন্ধুৰূপে জ্ঞান কৰিছিল। বেজবৰুৱা দুৱৰাৰ কবি প্ৰকৃতিৰ প্ৰতি সহানুভূতিশীল আছিল। দুৱৰাই তেওক অসীম শ্ৰদ্ধা কৰিছিল। তেও যেন বেজবৰুৱা পৰিয়ালৰ ভিতৰ বৃত্তৰ মানুহ। কলিকতাৰ গতানুগতিক জীৱন যাত্ৰাৰ অৱসাদ দূৰ কৰিবৰ কাৰণে দুৱৰাই কেতিয়াবা সম্বলপুৰলৈ গৈ কৰ্মৰ উদ্যম আৰু প্ৰেৰণা লাভ কৰিছিল। দুৱৰাৰ অন্তৰ ফুলৰ পাপৰিৰ দৰে কোমল। শিশুসুলভ সৰলতা তেওৰ চৰিত্ৰৰ এটা বৈশিষ্ট্য। সেয়েহে বেজবৰুৱাই মাজে সময়ে দুৱৰাৰ ওপ্দোলাই অনা বেজাৰৰ ডাৱৰ আঁতৰাবৰ চেষ্টা কৰে আৰু উলাহৰ বাণী পঠিয়ায়।

# যতীন্দ্ৰনাথ দুৱৰা

## যোগেশ দাস

যদু কবি অসমীয়া শ্যেলী প্ৰেমৰ কবি কাব্য যোগী আদি নানা আদৰ্কৰা আখ্যা যতীন্দ্ৰনাথ দুৱৰাৰ ওপৰত বৰষি অহা হৈছে। এইবিলাক তেওঁৰ গুণমুগ্ধ জাতিৰ তেওঁৰ প্ৰতি থকা চেনেহৰ চিন। অতীতক নেযাবা পাহৰি অতীতক যোৱাহে পাহৰি আদি তেওঁৰ কবিতাৰ শাৰীবোৰ আজি অসমীয়া মানুহৰ কাৰণে প্ৰবচন স্বৰূপ হৈ উঠিছে। কবি মানুহ বুলিলে সৰ্বসাধাৰণৰ মনত যিটো ধাৰণা ওপজে যতীন দুৱৰা ঠিক তাৰেই মূৰ্ত প্ৰতীক আছিল। বিয়া বাৰু নকৰালে ঘৰ দুৱাৰলৈ আকাঙ্খা নাছিল আজীৱন প্ৰবাসতে কটালে যশ প্ৰাৰ্থনা নকৰাকৈয়ে কেৱল মনৰ আনন্দতে কবিতা লিখি গ ল – এইজনেই সৰ্বসাধাৰণে জনা যতীন দুৱৰা। সংসাৰৰ অলায়ক বুলিব পৰা এইজন কবিয়ে হেনো কবিতা লিখি ক ত এৰে নিজেই কব নোৱাৰে আনেহে সেইবোৰ প্ৰকাশৰ নিমিত্তে সৰকাৰ লগা হয়।

১৮৯২ খ্ৰীষ্টাব্দৰ ৪ মাৰ্চ শুকুৰবাৰে শিৱসাগৰত দুৱৰাৰ জন্ম হয়। শ্যামসুন্দৰ দুৱৰা আৰু পুনন্দা-দুৱৰানীৰ তেওঁ কনিষ্ঠ সন্তান আছিল। গৌৰধ্বজসিংহই কনৌজৰ পৰা অনোৱা সাতঘৰ ব্ৰাহ্মণ আৰু সাতঘৰ কায়স্থৰে এজন আছিল দুৱৰা ব শৰ উপৰিপুৰুষ।

ৰ পুৰতে তেওঁৰ বিদ্যাৰম্ভ হয়। তেওঁ বঙালী ভাষাত শিক্ষা লাভ কৰিবলগা হৈছিল। ১৮৩৬ চনৰপৰা ১৮৭৩ চনলৈকে অসমৰ স্কুল আদালতত বঙালী ভাষাৰ মাধ্যমেৰে কাম চলোৱা হৈছিল। বঙালী কাকতিসকলৰ প্ৰৰোচনাতে ইংৰাজ শাসকসকলে অসমীয়া ভাষাৰ বিষয়ে ভুল ধাৰণা লৈ অসমত বঙলা ভাষা চলাইছিল। দুৱৰাৰ দিনত পুনৰ অসমীয়া মাধ্যম চলোৱাৰ আদেশ হৈছিল যদিও কাৰ্যক্ষেত্ৰত তাক সম্পূৰ্ণ বলবৎ কৰা হোৱা নাছিল। মাতৃভাষাৰ পৰিৱৰ্তে বুজি নোপোৱা আন ভাষাত পঢ়িব লগা হোৱাত দুৱৰাই আন বহুতৰ দৰে আহুকাল পাইছিল। সুৱদী সুৰীয়া মাতৃভাষাৰ কাৰণে এনেদৰে হামৰাও কঢ়াৰ কথা জানি এদিন হেনো বঙালী শিক্ষক ৰামমোহন মিত্ৰই মাতৃভাষানো কি বুলি দুৱৰাক প্ৰশ্ন কৰিছিল। সক ল ৰাটিয়ে তাৰ সমুচিত উত্তৰ দি কৈছিল যে মাকৰ কোলাত উঠি আই বুলি মাতিব পৰা ভাষাই মাতৃভাষা যি মাতৃভাষাৰপৰা তেওঁৰ নিচিনা অসমীয়া বঞ্চিত হৈছে। এইবুলি কৈ কান্দি পেলোৱা দুৱৰাৰ মূৰত তেতিয়া মৰমেৰে হাত বুলাই ৰামমোহন মিত্ৰই সান্ত্বনা দিছিল মাতৃভাষাক ওলটাই আনিবলৈ তেওঁ সমৰ্থ হ ব তোমাৰ মাতৃভাষা আকৌ উলটি আহিব তুমি নেকান্দিবা। মাতৃভাষাৰ প্ৰতি থকা এই আগ্ৰহ আৰু শ্ৰদ্ধাৰ ভাবকে পাছৰ কালত দুৱৰাই অনুবাদ কৰা মোৰ শেষ পাঠ কাহিনীত ফুটাই তুলিছে জাৰ্মান সৈন্যই ফ্ৰান্স দখল কৰাত এখন ফৰাচী পঢ়াশালিত শিক্ষকজনে মাতৃভাষাত শেষ দিনৰ কাৰণে পাঠদান কৰোতে ছাত্ৰৰ উপৰিও গাঁৱৰ বুঢ়া মেঠাবোৰো উপস্থিত হৈছিলহি, কাৰণ পিচদিনাৰপৰা জাৰ্মান ভাষাতহে শিক্ষাদান কৰা

হ ব আৰু ফৰাচি ভাষা কোনেও পঢ়িবলৈ নেপাব। এটি সৰু ল ৰাৰ অভিজ্ঞতাৰে মাতৃভাষাৰ মৰ্যদাৰ এই কাহিনী কোৱা হৈছে।

ল ৰাকালতে দুৱৰাৰ অন্তৰত কবিতাৰ উঁহ থকাৰ প্ৰমাণ পোৱা গৈছিল। ইংৰাজী শিকিবলৈ লোৱা সকলো ল ৰাই আনন্দেৰে আওৰোৱা Twinkle Twinkle Little Star পদ্যটো তেও চিকিমিকি চিকিমিকি সৰু তৰাটি কেনেকৈ শোভা কৰে ওখ আকাশত বুলি ভাঙনি কৰি ডাঙৰৰপৰা প্ৰশ সা লাভ কৰিছিল। বেণুধৰ ৰাজখোৱাই হেনো এইটো পঢ়ি কবিক বিশেষ উৎসাহ দিছিল। হাতেলিখা আলোচনীতো সেই সময়ত দুৱৰাৰ কবিতা ওলাইছিল। পিচৰ জীৱনতো দুৱৰাই ভালেমান গুণী জ্ঞানী শুভাকাঙ্খীৰ সাহায্য আৰু উৎসাহ উদ্দীপনা পাইছিল। সেই সকলৰ ভিতৰত আছিল সাহিত্যৰথী বেজবৰুৱা প্ৰতিমাৰ খনিকৰ আগৰৱালা দেশভক্ত তৰুণৰাম ফুকন, কটন কলেজৰ অধ্যক্ষ ছুদ্মাৰ্ছন স্কটিছ চাৰ্চ কলেজৰ অধ্যাপক ড আৰ্কহাৰ্ট ইত্যাদি।

শিৱসাগৰৰপৰা প্ৰৱেশিকাত উত্তীৰ্ণ হৈ ১৯০৯ চনত যতীন দুৱৰাই কটন কলেজত পঢ়িবলৈ লয়। কিন্তু গুৱাহাটীত তেও সৰহ দিন নেথাকিল। তথাপি যি কেইদিন আছিল সেই কেইদিনতে অধ্যক্ষ ছুদমাৰ্ছন চাহাবৰ তেও এজন প্ৰিয় ছাত্ৰ হৈ উঠিছিল। কটন কলেজৰপৰা গৈ তেও কলিকতাৰ স্কটিছ চাৰ্চ কলেজত নাম লগায়। ইয়াতো দৰ্শনৰ অধ্যাপক ড আৰ্কহাৰ্টৰ তেও অতিশয় প্ৰিয়পাত্ৰ হৈ উঠে। দুৱৰাই কলেজত অধ্যয়নৰ বিষয়ৰূপে বুৰঞ্জী আৰু অৰ্থনীতি লৈছিল। দৰ্শনৰ ছাত্ৰ নোহোৱাকৈও তেও দৰ্শনৰ অধ্যাপক ড আৰ্কহাৰ্টৰ কেনে প্ৰিয়পাত্ৰ হৈ উঠিব পাৰিছিল সেইটো এটা ঘটনাৰপৰাই ভালকৈ বুজিব পাৰি। সেইটো আছিল দুৱৰা জীৱনৰ এটা ভয়াবহ স্মৰণীয় ঘটনা। ১৯৩৩ চনত এদিনাখন কলিকতাৰ আলিবাটত এটা সাংঘাতিক মটৰ দুৰ্ঘটনাত দুৱৰা আহত হয়। তেও ট্ৰামৰপৰা নামোতেই পাছফালৰপৰা অহা টেক্সী এখনে খুন্দা মাৰি দিয়ে ওচৰৰ বিজুলী চাকিৰ খুটাত ছিটিকি পৰি তেও আকৌ ওফৰি আহি মটৰৰ তলতে পৰিছিলহি। প্ৰাণ ৰক্ষা পৰিল যদিও মুখৰ হাড় ভাগিল চকু ওলাই আহিল। দুৰ্ভাগ্যৰ কথা যে তেওক আহত অৱস্থাতে সু চিকিৎসাৰ বিধান নকৰাকৈ হাস্পতালত পেলাই থোৱা হৈছিল। ড আৰ্কহাৰ্ট তেতিয়া কলিকতা বিশ্ববিদ্যালয়ৰ উপাচাৰ্য। খবৰ পায়েই তেও লৰালৰিকৈ হাস্পতাললৈ যায় আৰু দাবি হুকি দি সু চিকিৎসাৰ ব্যৱস্থা কৰি দিয়ে। লক্ষ্মীধৰ শৰ্মাকে আদি কৰি প্ৰৱাসী ছাত্ৰসকলে তেওৰ বিচনাৰ কাষত কন্দনামুৱা হৈ হেনো পৰ দিছিল। আৰোগ্য হোৱাৰ পিচত দুৱৰাই ড আৰ্কহাৰ্টক দেখা কৰিবলৈ গ ল। পিচে পৰিবাৰকে পঠিয়াই দি ড আৰ্কহাৰ্টে হেনো কৈছিল, যতীনক তুমিয়েই মাত দিয়াগৈ। মই তাৰ ভগা মুখখন চাব নোৱাৰোঁ। এই গৰাকী স্কটলেণ্ডবাসী শিক্ষাব্ৰতীয়ে অৱসৰ লৈ ভাৰতৰপৰা গুচি যোৱাৰ আগতে দুৱৰাক এদিন সাৱট মাৰি ধৰি কৈছিল, বোপাইটো মটৰ গাড়ীৰ লগত আকৌ নুযুঁজিবি। এইবেলি মই আহিব নোৱাৰিম। এই দুৰ্ঘটনাত মুখৰ হাড় ভাগিলেও দুৱৰাৰ মুখাবয়ৱৰ বিশেষ একো ক্ষতি ক্ষুণ হোৱা

নাছিল। কিন্তু তেতিয়াবেপৰা মটৰ গাড়ীক দুৱৰাই আতঙ্কৰ চকুৰে চোৱা হ'ল। মটৰ দেখিলে যেন তেওঁ কাৰবীয়া হৈ দবকাব পৰিলে খাবেলৈকে নামি যাব। তেওঁ কৈছিল, এই মটৰবোৰক যন্ত্ৰতকৈও বেছি ভয় লাগে।

১৯১৩ চনত দুৱৰাই স্কটিছ চাৰ্চ কলেজৰপৰা বি এ পাছ কৰে। তাৰ পিছত তেওঁ এম এ আৰু ল শ্ৰেণীত নাম লগায়। কিন্তু এই দুটা বিষয়ত তেওঁৰ পৰীক্ষা দিয়া আৰু নহলগৈ। কিছুদিনৰ কাৰণে তেওঁ ডিব্ৰুগড়লৈ আহি জৰ্জ ইনষ্টিটিউচনত শিক্ষকতা কৰে। এই স্কুলত তেওঁ ৰূপকোঁৱৰ জ্যোতিপ্ৰসাদ আগৰৱালাক ছাত্ৰৰূপে পাইছিল। কিন্তু দুৱৰাৰ ডিব্ৰুগড়ত সৰহদিন থকা নহ'ল। ড আৰ্কহাৰ্টে তেওঁক পুনৰ কলিকতালৈ মাতি নি স্কটিছ চাৰ্চ কলেজিয়েট স্কুলৰ বুৰঞ্জীৰ শিক্ষক নিযুক্ত কৰিলে আৰু লেডী দাণ্ডাজ হোষ্টেলবো চুপাৰিন্টেণ্ডেণ্ট পাতিলে। পিচত গুপিলাণ্ড হোষ্টেলবো দায়িত্ব দুৱৰাক দিয়া হৈছিল।

কলিকতাতে দুৱৰাৰ অন্তৰৰ কবিতাৰ কলিটি মুকুলিত হৈ উঠে। এই বিষয়ত বেজবৰুৱা তেওঁৰ প্ৰেৰণাৰ এটা প্ৰধান উৎস আছিল। ১৮৯১ চনত বেজবৰুৱাই কলিকতাৰ পৰা বাঁহী উলিয়ায়। তৃতীয় বাৰ্ষিক শ্ৰেণীৰ ছাত্ৰ যতীন দুৱৰা তেওঁৰ প্ৰধান সাৰথি। বেজবৰুৱাৰ উপৰি তৰুণৰাম ফুকন তেতিয়া সপৰিয়ালে কলিকতাত আছিল। পিছত লক্ষ্মীধৰ শৰ্মা বিৰিঞ্চিকুমাৰ বৰুৱা আদিয়েও ছাত্ৰ হিচাপে দুৱৰাক কলিকতাত পাইছিল। এইসকলৰ প্ৰেৰণা উদ্‌গনি দাবী অত্যাচাৰ আদিৰ ফলতে লাজকুৰীয়া অভিমানী কবি দুৱৰাৰ কাপৰপৰা সময়ে সময়ে কবিতাৰ সোঁত বৰলৈ ধৰে। বাঁহী তে তেওঁৰ কাব্য প্ৰতিভাই বিকাশ লাভ কৰে। সাহিত্যক্ষেত্ৰত গুৰুস্বৰূপ বেজবৰুৱাই তেওঁক অসমীয়া শ্যেলী আখ্যা দিছিল শ্যেলীৰ সৈতে সকলো দিশত মিল নেথাকিলেও দুৱৰাৰ কাতৰ হৃদয়খনি ব্যক্তিগত বিষণ্ণতাৰে উপচি পৰা শ্যেলীৰ দৰে। চন্দ্ৰকুমাৰ আগৰৱালাই তেওঁক যদু কবি বুলি মাতিছিল। প্ৰেমৰ কবি আখ্যা দিওতা ড বিৰিঞ্চিকুমাৰ বৰুৱাৰ অত্যাচাৰ ত আলোচনীৰ কবিতাবিলাকৰ সংকলন আপোন সুৰ (১৯৩৮) আৰু বনফুল (১৯৫২) প্ৰকাশিত হয়। ওমৰ তীৰ্থ' (১৯২৬) ৰচনাৰ গুৰিতে আছিল লক্ষ্মীধৰ শৰ্ম্মা। চন্দ্ৰকুমাৰ আৰু আনন্দচন্দ্ৰ আগৰৱালাই তেওঁক উদ্‌গনি দিছিল'কথা কবিতা লিখিবৰ কাৰণে। দেশভক্ত ফুকনে হেনো দুৱৰাক লগ পালেই চোলাৰ তলৰ পৰা লগুণডালি উলিয়াই চাও দিয়া বুলি কবিতাৰ ভিক্ষা কৰিছিল, আৰু সেইদৰে কৰিবপৰা কবিতা উলিয়াই নি বাঁহী 'আৱাহন আদিত প্ৰকাশ কৰিছিল। বিৰিঞ্চি বৰুৱা লক্ষ্মীধৰ শৰ্মা আৰু সেই সময়ত কলিকতাত থকা সকলো অসমীয়াৰ সকলো বিষয়ৰ তদাৰককাৰী নিযুক্ত ৰাজদূত শ্ৰীহৰেন কলিতায়ো এনেকৈ জোৰ কৰি নাইবা নানান কৌশলেৰে দুৱৰাৰ কবিতাবোৰ হস্তগত কৰি প্ৰকাশ কৰাইছিল। নহলে হেনো আপোনভোলা, লাজকুৰীয়া কবিয়ে কবিতা লিখি হয় ফালি পেলোৱা নহয় লুকুৱাই থোৱা কৰিছিল। এই কবিতা উদ্ধাৰ কাৰ্যত দুৱৰাৰ লগুৱা নহয় কবিৰ কলাৰ লাখুটি সাথনেও বিশেষ সহায় কৰিছিল। দহ এঘাৰ

কহুৱীয়াটিৰ পৰা সাধন ঘোষ দুৱৰাৰ অকলশৰীয়া সংসাৰৰ সঙ্গী তেওঁৰ সুখ দুখৰ লগৰীয়া আৰু ঘৰখনৰ তদাৰককাৰী আছিল। দুৱৰাই সাধন ঘোষৰ বিয়াও পাতি দিছিল আৰু দুয়ো পো ঘোষাৰ দৰে ১৯৬০ চনলৈকে দুৱৰাৰ লগত আছিল। চিৰকুমাৰ দুৱৰাই কিজানি সাধন ঘোষক সচাঁকৈয়ে পুত্ৰ জ্ঞান কৰিছিল।

ওমৰ খায়ামৰ ৰুবায়তৰ সুমধুৰ নিবহ নিপানী অসমীয়া ভাঙনি ওমৰ তীৰ্থ' দুৱৰাৰ প্ৰকাশিত পুথি। এজন বিহাৰী বন্ধুৰ সহায়ত হেনো দুৱৰাই একাদশ শতিকাৰ এই পাৰসীয় গীতৰ সম্ৰাট ৰ ভাববাজ্যৰ সন্ধান পাইছিল আৰু লক্ষ্মীধৰ শৰ্মাৰ অনিদাত ইয়াৰ ভাঙনি কৰে। খায়ামৰ জীৱন দৰ্শন বুজিবৰ কাৰণে তেওঁ গভীৰ আৰু বিস্তৃতভাৱে অধ্যয়ন কৰিছিল তাৰ চিন ওমৰ তীৰ্থ'ৰ পাতনি আৰু ওমৰ খায়াম প্ৰবন্ধ। ফিট্‌জেৰাল্ডৰ ইংৰাজী অনুবাদে উনবি শ শতিকাৰ শেষৰ ফালে হঠাৎ পাশ্চাত্য জগতত জোলপাৰ লগোৱা ৰুবায়াতৰ অসমীয়া ভাঙনিয়ে অসমৰ পাঠক সমাজৰ মনো অচিৰেই জয় কৰিলে। বিষয়বস্তুক মথি প্ৰায় নিজ অন্তৰৰ বস্তু যেন কৰি লৈ দুৱৰাই 'ওমৰ তীৰ্থ'ত এনে এটা সম্পদ অসমীয়া সাহিত্যক দান কৰিলে যে অসমীয়া পাঠকে খায়ামৰ প্ৰাণৰ স্পৰ্শ আৰু ৰুবায়াতৰ সোৱাদ আন ভাষাৰ ভাঙনিত বিচাৰি যাব নোখোজেও বিচাৰি যাব লগা নহয়ো। দুৱৰাৰ ওমৰ তীৰ্থ' পঢ়িলে অনুবাদ পুথি যেন নেলাগে। ই যেন কবিৰ নিজৰ বুকু ভেদ কৰি ওলোৱা মন্দাকিনী ধাৰা। যি কাৰণত ইউৰোপক ওমৰে বলিয়া কৰিছিল তাক দুৱৰাই এইদৰে নিৰ্দ্ধাৰণ কৰিছে ইয়াত কি এনে বস্তু আছে যাৰ কাৰণে তেওঁলোকৰ এনে উন্মাদনা আহিছিল? ইয়াত প্ৰেমালাপ নাই প্ৰেমত আত্ম বিসৰ্জন নাই, প্ৰাচ্য দেশৰ ৰীতি অনুযায়ী ঈশ্বৰৰ আৰতি নাই। কিন্তু ইয়াত আছে মানুহৰ প্ৰাণৰ কথা মানুহৰ অন্ত স্থল ভেদি উঠা চিৰকলীয়া জীৱন মৰণৰ গভীৰ সমস্যা। ইয়াত যি প্ৰশ্ন আছে সৃষ্টি পাতনিৰেপৰা আজিলৈকে কোনেও তাৰ মীমাংসা কৰিব পৰা নাই দৰ্শন বিজ্ঞানে তাৰ গভীৰতম প্ৰদেশত গৈ বাটবিচাৰি উলিয়াব নোৱাৰি নিজেই নিজক হেৰুৱাই পেলাইছে। মানুহৰ পৰিণাম স্বৰ্গ নৰক সৃষ্টিৰ উদ্দেশ্য পাপ পূণ্যৰ প্ৰায়চিত্ত আৰু পুৰস্কাৰ—এইবিলাক জটিল সমস্যাই সকলোৰে জীৱনত এবাৰ নহয় এবাৰ ভুমুকি মাৰিছে—মানুহ যিমানে বয়সত আগবাঢ়ে সিমানে এই সমস্যাই তেওঁলোকক বেছি উদ্বিগ্ন কৰে এই ৰহস্য ভেদৰ কাৰণে মানুহৰ প্ৰাণ আকুল হৈ উঠে। ৰুবায়তত এই প্ৰশ্নবিলাকত এজন মুক্তপ্ৰাণ সাধকৰ অন্ত স্থল ভেদি উঠা প্ৰতিধ্বনি আছে । পাশ্চাত্য ৰোমাণ্টিক কবিসকলৰ ভাৱধাৰাৰ লগতে জীৱন দৰ্শন তথা চুফীবাদেও দুৱৰাৰ কোমল কাতৰ হিয়াত ৰেখাপাত কৰিব পাৰে।

ধৰা প্ৰিয়তম, প্ৰাণৰ পিয়লা জীৱন মদিৰা ভৰাই দিয়া , 'কটি এটুকুৰা, সুৰাৰ পিয়লা, কবিতা কুৱৰী আকুল প্ৰাণ আদি শব্দিয়ে হেনো কিছু বিৰূপ প্ৰতিক্ৰিয়াৰো সৃষ্টি কৰিছিল। দুৱৰাৰ পেহীয়েক এগৰাকীয়েই বোলে মন্তব্য কৰিছিল যে ল বাই মদটুপি ধৰি কবিতা লিখাত লাগিছে। এইবোৰ ধৰিবলগীয়া কথা নহয়। শেলী বা ওমৰৰ দৰে বিদ্ৰোহ

আৰু উগ্ৰতাই দুৱৰাৰ স্বভাৱত ঠাঁই নেপাইছিল। কিন্তু শ্যেলীৰ অনুভূতিৰ তীব্ৰতা আৰু ওমৰৰ বিশ্বমানৱতাবোধ দুৱৰাৰ মনোভাৱৰ নিশ্চয় অনুকূল আছিল। 'দূৰদূৰণীৰ মৰুৰ দাঁতিৰ এখনি নিৰল পামত কটি সুৰা চাকী আৰু কবিতা 'ক লৈ ওমৰে থাকিব খুজিছিল অন্তৰ ঋলোৱা অতীতৰ স্মৃতি লৈ নিৰলে থাকিবলৈ দুৱৰায়ো পাহৰণি নৈৰ দাঁতিত পঁজা সাজিছিল। আন এজন পাৰস্যীয় কবি হাফেজ কবিতাৰ ভাঙনি কৰিবৰ কাৰণেও তেওঁ তৰুণৰাম ফুকনৰ সহায়ত প্ৰখ্যাত পণ্ডিত খোদাবক্সৰ ওচৰ চাপি চুফীবাদ সম্বন্ধে আলোচনা কৰে আৰু নিজেও পঢ়া শুনা কৰি হাফেজৰপৰা অনুবাদ কৰি মিলনৰ সুৰ (১৯৬০) লিখে। খায়াম আৰু হাফেজ উভয়ৰে অনুবাদ তেওঁ ইংৰাজীৰপৰা অনুবাদ কৰিছিল।

দুৱৰাই তেওঁৰ দ্বিতীয় পুথি কথা কবিতা লিখে ৰুছ ঔপন্যাসিক আইভান টুৰ্গেনিভৰ অনুকৰণত। ৰুছ লেখকজনে হেনো দুৰাৰোগ্য কেন্সাৰ ৰোগত শয্যাগত হৈ থাকোতে এই অদ্ভুত ধৰণৰ গদ্য কবিতা শ্ৰেণীৰ সৃষ্টি কৰিছিল। ৰচনা পদ্ধতিত দুৱৰাই টুৰ্গেনিভৰ পথ লৈছিল। কিন্তু বিষয়বস্তু তেওঁৰ নিজা অন্তৰৰ অনুভূতি সম্ভূত। গীতিকবিতাত তেওঁ সৰহভাগ ক্ষেত্ৰতে ব্যক্তিগত হা হুমুনিয়াহ বা অতীত স্মৃতি ৰোমন্থনৰ আনন্দৰ কথা কৈ গৈছে। কথা কবিতাতো তেওঁ ব্যক্তিগত ধ্যান ধাৰণা অনুভূতিকে প্ৰকাশ কৰিছে জীৱন প্ৰেম সৌন্দৰ্য আদিৰ বিষয়েও তেওঁ ব্যক্তিগত যি উপলব্ধি তাকেই এইবিলাকত সৰল কোমল ভাষাত লিপিবদ্ধ কৰি থৈছে।

অসমীয়া গীতি কবিতাই যতীন দুৱৰাৰ হাতত পূৰ্ণ বিকাশ লাভ কৰে। তাৰেই নিদৰ্শন আপোন সুৰ আৰু বনফুল বুলিবৰ দুটি খণ্ড কবিতাৰ সংকলন। বনফুল ৰ কাৰণে ১৯৫৪ চনত সাহিত্য অকাডেমীৰ পুৰস্কাৰ দুৱৰাক দিয়া হয়। অসমীয়া সাহিত্যত এই পুৰস্কাৰ এয়ে প্ৰথম। দুৱৰাৰ পাহৰণি তত্ত্বৰ বিকাশ তেওঁৰ জীৱন দৰ্শন তেওঁৰ মাজৰ চিৰ শিশুটিৰ অভিমান তেওঁৰ লাজকুৰীয়া হৃদয়ৰ কোমল অনুভূতিৰ তীব্ৰতা সকলোখিনি এই দুটি স কলনৰ কবিতাতে আছে। আত্মকেন্দ্ৰীক কবিৰ ব্যৰ্থ প্ৰেমৰ বেদনা একাকিত্বৰ হা হুমুনিয়া সহযাত্ৰী মানুহৰ অৱহেলা দেখি অভিমান শেষৰ পিনে বাহুতোলা মৰণৰ আলিঙ্গন অনুভৱ কৰি সিপাৰত কাণ্ডাৰীক দেখি ইমান নৈৰাশ্যৰ মাজতো আশাবাদৰ উপলব্ধি এয়ে তেওঁৰ কবিতাৰ মূল বক্তব্য। প্ৰেম সৰ্বস্ব জীৱনত প্ৰেম হেৰুৱাই জীৱনত নিজৰ পৰিচয় শূন্য ৰূপেহে পাইছে। সেই শূন্যতাৰ ভয়াবহতাৰপৰা ৰক্ষা পাবলৈ তেওঁ বিচাৰিছে বিস্মৰণৰ আৱৰণ। অনুভূতিৰ সূক্ষ্ম তীব্ৰতা আৰু প্ৰকাশৰ গীতিধৰ্মিতাই দুৱৰাৰ লিৰিক ৰূপৰ চৰম উৎকৰ্ষ দান কৰিছে।(ড মহেশ্বৰ নেওগ)। দুৱৰাৰ দুদিনীয়া সংসাৰখন ঠিক ওমৰৰ আলহী ঘৰ নহয়। কিয়নো ওমৰৰ দৰে জীৱন ৰহস্যভেদত ব্যৰ্থ হৈ বেদনা পোৱাতকৈ প্ৰিয়জনৰ মৰম চেনেহ বিচাৰি ব্যৰ্থ হৈহে তেওঁ দুখ কৰিছে কতবাৰ হেপাহেৰে সাৱটি ধৰিলা প্ৰতিমাৰ পালা জানো প্ৰাণ? সেইবাবে অভিমানত অতীতটোক তেওঁ পাহৰি যাব খুজিছে। কিন্তু যিদিনা সমাপি

জীৱনৰ খেলা বসুধা বুকুত তেওঁ যাবলৈ ওলাল তেতিয়া অনুভৱ কৰিলে পাহৰিবতো নোৱাৰি — সমুখত স্মৃতিৰ শ্মশান , অতীত স্মৃতিয়ে তেওঁক পাছফালৰ্লৈ টানি টানি ধৰে বসুধা বুকুৰপৰা তেওঁৰ স্মৃতি মচ খাই যোৱাটো তেওঁ বিচাৰিব নোৱাৰে। পাহৰণি নৈৰ দাঁতিত কবিয়ে কল্পনাৰ পঁজা সাজিছিল কিন্তু ওমৰে ভৱাৰ দৰে কালৰ পুতলা স্বৰূপ কবিক যেতিয়া নিচিনা বাটেদি নজনা দেশৰ পিনে নিয়তিয়ে হাত ধৰি আগুৱাই যাব তেতিয়াও বিস্মৃতিৰ গৰ্ভতে তেওঁৰ পৰিচয় বৈ যাব বুলি তেওঁ আশা কৰিছে। অকলশৰীয়া নাৱৰীয়াই সময়ৰ সোঁতত নাও এৰি দিছে। নদীৰ দুয়ো পাৰৰ সঞ্চৰণশীল প্ৰাকৃতিক সৌন্দৰ্য চাই চাই নাৱৰীয়া আগবাঢ়ি যায় এৰি অহা অতীতৰ কথা মনত পৰে কিন্তু পাৰৰ পৰা কোনো সহানুভূতিপূৰ্ণ আমন্ত্ৰণ তেওঁ নাপায় — এয়ে দুৱৰাৰ কবিতাৰ প্ৰধান ৰূপক। (ড সত্যেন্দ্ৰনাথ শৰ্মা)। অসমীয়া বনগীতৰ ভাষা তাৰ প্ৰকাশ ভঙ্গীৰ সৰলতা আৰু স্বাভাবিকতা দুৱৰাৰ কবিতাত একাত্ম হৈ আছে। এই গুণৰ সোণত সুৱগা চৰাইছে ছন্দৰ সাৱলীলতাই ক তো কেতিয়াও উজুটি খাব নেলাগে। ভাষাৰ নিৰহ নিপানী গুণ তেওঁৰ সকলো ৰচনাতে আছে। কথা কবিতাৰ বৰ্ণনাত মোৰ শেষ পাঠ কাহিনীত ওমৰৰ ভাঙনিত অসমীয়া অসমীয়া ভাব পূৰামাত্ৰাই অনুভৱ হয়। বজ্ৰা বেইৰাম কৈকোবাদ জামচৈয়দ এৰেম ফুলনি আদি নামবোৰ ইমান সুন্দৰকৈ ভাঙনিত খাপ খুৱাই গৈছে যে পাঠকে স্বদেশতে থাকিও নিজৰ কল্পনাৰ পখিটিক পাৰস্যৰ অতীত পৰিবেশলৈ উৰুৱাই দিব পাৰে।

সাম্প্ৰদায়িক সঙ্ঘৰ্ষৰ সময়ত দুৱৰাই কলিকতা এৰি অসমলৈ আহে। তেওঁ পুনৰ ডিবুৰু ঘাটত চাপিলগৈ। তেওঁ ১৯৪৮ চনৰপৰা ১৯৬০ চনলৈকে ডিব্ৰুগড়ৰ কানৈ কলেজৰ অসমীয়া বিভাগৰ মুৰব্বী অধ্যাপক হৈ থাকে। ইয়াৰ আগতে কলিকতা বিশ্ববিদ্যালয়ৰ অসমীয়া এম এ শ্ৰেণীতো কিছুকাল তেওঁ অধ্যাপক নিযুক্ত হৈছিল। গতিকে ক ব পাৰি যে দুৱৰাই আজীৱন শিক্ষকতাই কৰি গ ল। তেওঁৰ শিক্ষক জীৱন লুইতৰ পাৰৰ জৰ্জ স্কুলত আৰম্ভ হৈছিল। শেষো হ ল তাৰ ওচৰৰে (তেতিয়া অস্থায়ী) কানৈ কলেজত। ব্ৰ পুৰৰ দিখৌৰ পাৰত তেওঁৰ জন্ম। ডিব্ৰুগড় আৰু গুৱাহাটীত ব্ৰহ্মপুত্ৰৰ সান্নিধ্য তেওঁ লাভ কৰিছিল কলিকতাত গঙ্গা আৰু সাগৰৰ। নদী নাও আৰু নাৱৰীয়াক জীৱনদৰ্শন ব্যাখ্যাৰ আলম কৰি লোৱাৰ কাৰণ এয়েনেকি?

১৯৫৫ চনত তেওঁ গুৱাহাটীত বহা অসম সাহিত্য সভাৰ বাৰ্ষিক অধিবেশনত সভাপতিৰ আসনৰপৰা দিয়া ভাষণত নতুন কবিতা সম্বন্ধে দিয়া মন্তব্যই কবি সমাজত এটা আলোড়নৰ সৃষ্টি কৰিছিল। মতদ্বৈধতা যিয়েই নেথাকক এই ঘটনাই দুচাম কাব্যসাধকক আতৰা আতৰিকৈ থকাৰ পৰিৱৰ্তে ওচৰ চাপি আহিবলৈ সুবিধা দিছিল।

১৯৬০ চনৰ ছেপ্তেম্বৰ মাহত ৬৮ বছৰ বয়সত দুৱৰাই কৰ্মজীৱনৰপৰা অৱসৰ লয়। ইয়াৰ পিচত তেওঁ আকৌ ল ৰাকালৰ ঘৰখনলৈ শিৱসাগৰৰ দিখৌৰ পাৰলৈ উলটি যায়। প্ৰথম ল ৰাকাল আৰু দ্বিতীয় ল ৰাকাল তেওঁ নিজ ঘৰত আপোনজনৰ

মাজত কটায়। তাৰ প্ৰয়োজনো আছিল। মনত চিৰশিশু কবি এইবাৰ শেষ বয়সত আকৌ প্ৰকৃত শিশু হ ল। সাধন সপৰিবাৰে ইতিমধ্যে কলিকতালৈ গুছি গৈছে। লাহে লাহে কবিৰ স্মৃতি শক্তি ক্ষীণ হৈ আহিব ধৰা দেখা গ'ল। দিখৌ দিখৌ গুছি পাহৰণি নৈ হ ল। কবিৰ কল্পনাই বাস্তৱ ৰূপ পালে। আপোনজনকে পাহৰিবলৈ আৰম্ভ কৰিলে। কথাৰ আঁত উলিয়াই দিব লগা হ ল। খোৱা শোৱাৰ কথাও সোঁৱৰাই দিব লগা হ ল। ই এক দুৰ্বহ বেদনা কিন্তু আনৰ কাৰণেহে, আমাৰ কাৰণেহে কবিয়ে নিজে হয়তো এই বেদনা অনুভৱ কৰা নাছিল হয়তো তেও কামনা কৰা বিস্মৃতি এই দৰেই ঈশ্বৰৰ আশীৰ্বাদ স্বৰূপে লাভ কৰিলে।

১৯৬৪ চনৰ ৫ জুলাই তাৰিখে পুৱা দুৱৰাৰ কৰুণ জীৱনৰ অন্ত পৰিল। সেই দিনাই মৰণ বৰণ কৰা ড ভূঞাৰ ভাষাৰে এটি দীঘলীয়া কবিতা নীৰৱ হৈ গ ল। কিন্তু কবিৰ গুৰুত্বে ক বৰ দৰে সেই কবিতাৰ অমিয়া জোঁকাৰ বৈ গ ল। জেতুকা পাতৰ দৰে হিয়া এখনি লৈ অহা কবিয়ে তেওৰ অতীতটোক পাহৰি পেলাবলৈ অনুৰোধ কৰি গৈছে। আমি ক ব পাৰো যে তলৰ কবিতা ফাঁকিত যি বিস্মৃতিৰ কথা তেও অনুভৱ কৰি গৈছে তাৰ গৰ্ভৰপৰা তেওক অসমীয়া সাহিত্যৰ বুৰঞ্জীয়ে উদ্ধাৰ কৰি আনিছে

সংসাৰৰ বেচা কিনা চলিব সদায় একে
মাথো মোৰ দেহা হ ব অনন্তত লয়।
পাহৰণি নইখনি পজাৰ কাষেদি বই
দিব জগতত মোৰ শূন্য পৰিচয়।

## যতীন দুৱৰাৰ ব্যক্তিগত জীৱনত এভুমুকি

**জীলা গগৈ**

কেচুৱাই মাকৰ কোমল কোলাত শুই গাখীৰ খাই থাকোঁতে পোনতে যি ভাষাৰে আই বুলি মাতিবলৈ শিকে সেয়ে মাতৃভাষা দুখৰ বিষয় সেই মাতৃভাষাৰ পৰা বঞ্চিত। এই বুলি কৈ কুৰি শতিকাৰ প্ৰথম দশকৰ শিৱসাগৰ চৰকাৰী স্কুলৰ এটি বাৰ তেৰ বছৰীয়া ল ৰাই হুকহুককৈ কান্দি পেলাইছিল। স্কুলৰ বঙালী প্ৰধান শিক্ষকজনে 'মাতৃভাষা কাক বোলে বুলি সোধা এটা প্ৰশ্নৰ উত্তৰত উপৰোক্ত কথাখাৰ কৈ কান্দি দিওঁতে তেওঁ স্বত প্ৰণোদিত ভাবেই কৈছিল – বাছা শোক নকৰিবা তুমি এদিন তোমাৰ মাতৃভাষাৰ মুখ উজ্জ্বল কৰিবা। চকুপানীৰ বিনিময়ত বঙালী প্ৰধান শিক্ষকজনৰ আশীৰ্বাদ শিৰত লৈ সাহিত্যচৰ্চা মোৰ আজন্ম সাধনা বুলি জীৱনৰ বিয়লি বেলিকাও বুকু ডাঠি কোৱা সেই গৰাকী পুৰুষেই হ ল চিৰকুমাৰ কবি যতীন দুৱৰা।

মই অকলশৰীয়া – চিৰকালেই অকলশৰীয়া। এই অকলশৰীয়া কবিৰ জীৱনটো, জীৱনৰ উদ্দেশ্য আজি সকলোৰে বাবে সাঁথৰ – এটা ভাঙিব নোৱাৰা সাঁথৰ হৈয়ে ৰ ল। কুৰি শতিকাৰ তৃতীয় দশকৰ কথা। বি এ পাছ কৰি আইন পঢ়িছিল – যুক্তি তৰ্ক যদিও দুৱৰাৰ স্বভাৱৰ বিপৰীত গুণ। তিনি বছৰ আইন পঢ়ি এদিন হঠাতে সিদ্ধান্ত কৰিলে আইন ব্যৱসায় তেওঁৰ জীৱনত কাহানিও নহব। চৰকাৰী চাকৰিও তেওঁক নালাগে। বয়স বাগৰি গ ল দুৱৰা চিৰকুমাৰ হৈয়ে ৰ ল। সেয়েহে সদায়েই দুৱৰাৰ ব্যক্তিগত জীৱন এটা বিৰাট সাঁথৰ।

মোৰ এই হিয়াখনি জেতুকা পাতৰ দৰে বুলি কৈ শূন্য পৰিচয় বিচৰা এই কবিজনৰ বুকু যেন আজিও শূন্য। তিনিকুৰি পোন্ধৰ বছৰৰ ওচৰ চপা সেইজন পুৰুষক এদিন সোধোতে কৈছিল – সেই শূন্যতাখিনি এতিয়াও মই পূৰ কৰিব পৰা নাই। কেতিয়াবা কেতিয়াবা এতিয়াও মই অকলশৰীয়া অনুভৱ কৰোঁ। যৌৱনৰ আগলি বয়সতে যেন কবিৰ কবি অন্তৰখনে কিবা এটাৰ অভাৱ অনুভৱ কৰিছিল কিবা এটা বিচাৰি পোৱা নাছিল এই পোৱা নোপোৱাৰ প্ৰশ্নৰ সমাধান নৌ হওতেই সেইবোৰ অতীত হৈ গ ল। সেয়েহে কবিয়ে অতীতক যোৱাহে পাহৰি বুলি একেবাৰে কৈ গধুৰ বুকুখন পাতল কৰিবলৈ এটা দীঘল হুমুনিয়াহ পেলালে।

আপোনাৰ কবিতাবোৰ নিৰাশাবাদেৰে সেমেকা কিয়? – জীৱনত মই একো কৰিব নোৱাৰিলোঁ এই এটা সৰল উত্তৰ কিন্তু গভীৰ বহুত গভীৰ। সেই গভীৰতাখিনি বুজিবলৈ এই কবিজনক অলেখ প্ৰশ্ন সুধিছিলোঁ যৌৱনৰ সাম্ভাব্য ৰোমান্সৰ কথাৰে সাঙুৰি জোকাই চাইছিলোঁ কিন্তু উত্তৰ দিবৰ সময়ত সদায়েই লাজকুৰীয়া কবিজনৰ কাণ মূৰবোৰ মৰম লগাকৈ ৰঙা পৰি উঠিছিল কিবা এটা কব খুজিও ৰৈ গৈছিল। হয়তো পুৰণি স্মৃতিলৈ নতুন সজীৱতা নামিছিল। তথাপি দুৱৰাৰ কবিতাত নিৰাশাবাদৰ

প্ৰভাৱ পৰাৰ ঘাই কাৰণ দুটা বা তিনিটাও হব পাৰে। ঊনৈশ শতিকাৰ শেহ দশকত বঙলা স্কুলত নাম লগাই, বঙলা ভাষা পঢ়িবলগীয়া হওতে আলসুৱা কবি অন্তৰ সহজতে ভাগি পৰিছিল। অসমীয়া ভাষা সংস্কৃতিৰ নিৰ্য্যাতন আৰু দুৰাৱস্থাই কুমলীয়া কালতে কবিৰ মনত নিৰাশাবাদৰ গুটি সিঁচিছিল । এদিন বঙালীৰ হাতত নিৰ্য্যাতিত অসমীয়া ভাষাৰ কথা কওতে দুৱৰাই কৈছিল — মোৰ কবিতাত নিৰাশাবাদ ইয়াৰে প্ৰতীক। ' দ্বিতীয়তে দুৱৰা আছিল পৰিয়ালৰ নুমলীয়া, আদৰুৱা আৰু আলসুৱা ল ৰা । মাকৰ অসীম চেনেহৰ উমত ডাঙৰ দীঘল হোৱা দুৱৰাই ডেকা কালত দুগৰাকী অমায়িক মৰমিয়াল মাতৃসমা বৌৱেকৰ আদৰ পাইছিল। এই দুয়োগৰাকী বৌৱেকৰ মৰমত নুমলীয়া দেওৰেক পমি গৈছিল। কিন্তু কালৰ কুটিল গতি দুয়োগৰাকী বৌৱেক মাউৰত পৰি অকালতে ঢুকাল। সেই শোকলগা ঘটনা দুটিয়ে কবিৰ জীৱনত গভীৰ ৰেখাপাত কৰি গ ল। পিছৰ যুগত বহুত কবিতা এই নিৰাশাৰে প্ৰতীক। এবাৰ মাকে হেনো বিয়া কৰোৱাৰ কথা কওতে উত্তৰ দিছিল — বিয়া পাতি সিহত দুটাৰ(ককায়েহতৰ) কি হ ল দেখিলোৱেই নহয়। সেয়েহে দুৱৰাৰ কবিতা ৰাষ্ট্ৰীয় আৰু ব্যক্তি জীৱনৰ নিৰাশাৰ অভিব্যক্তি। এদিন নিৰাশাবাদৰ কথা সোধোঁতে কবিতাৰেই উত্তৰ দিছিল —

কোনোৱে দূৰতে চায় কোনোৱেবা ছুই যায়
চেনেহ কণিকা বুলি কৰোঁ তাকে ভুল
সপোন আঁতৰি গলে দিঠকে জনাই দিয়ে
বাটৰ কাষৰ মই বননিৰ ফুল।

নাও নাৱৰীয়া আৰু সাগৰ দুৱৰাৰ কবিতাৰ সাধাৰণ প্ৰতীক। এদিন নিজৰ কবিতা এটা আবৃতি কৰি থাকোতে সুধিছিলোঁ — ককা ৱৰ্ডছৱৰ্থৰ মতে কবিতা যদি মনৰ তলিৰ গভীৰ ভাৱৰ স্বত প্ৰণোদিত অভিব্যক্তি হয় তেনেহলে আপোনাৰ কবিতাবোৰত মাজে মাজে নিজৰ মনৰ কথাই প্ৰকাশ পাইছেনেকি? লাজকুৰীয়া হাঁহি এটাৰে উত্তৰ দিছিল — কবিতাবোৰ আত্মজীৱনী নহয়। মই কবিতা লিখিবলৈ ভাল পাওঁ। কবিতা লিখি গাৰুৰ তলত লুকুৱাই থৈ দিনচেৰেকৰ মূৰত ফালি টুকুৰাটুকুৰ কৰি পেলাই দিয়া আত্মপ্ৰকাশ কৰিবলৈ লাজ কৰা এই কবিজনে জীৱনত অলেখ কবিতা লিখিলে অলেখ কবিতাত ৰোমাণ্টিচিজমৰ অসীম কল্পনাৰ মূৰ্ত্ত বিকাশ সম্ভৱ হৈ উঠিল তথাপি তেওঁৰ ৰচনাত ব্যক্তিগত জীৱনৰ সাঁচ নপৰাকৈ থকা নাই। 'কথা কবিতা'ৰ এখনি চিঠিত আছে — সেইদিনা পুৱা তিনি ঠাইৰ তিনিজন ল ৰাই একেলগে ৰং মনেৰে লুইত চাবলৈ যোৱা কথাটো আজি মোৰ বৰকৈ মনত পৰিছে। হঠাতে এজনৰ নাওখনি ছাট কৰে কেনিবাদি আঁতৰি গ'ল এটা ঘাট পাই আনজনেও তাতে তেওঁৰ নাও বান্ধিলে — কিন্তু ইজনে নোৱাৰিলে এতিয়াও তেওঁ সোঁতৰ মাজত নাওৰ বুকুত — এই তিনিজন এসময়ত একেটা মেছতে থাকি শিক্ষা অৰ্জন কৰা অন্তৰঙ্গ বন্ধু — বলীন খাউণ্ড ৰাধিকা চৌধুৰী আৰু দুৱৰা নিজে। সেই পুৰণি বন্ধুত্বৰ চিন স্বৰূপেই'কথাকবিতা ৰাধিকা চৌধুৰীলৈ উচৰ্গা কৰিছে।

তুমি মোক ভাল পোৱা শুনিলেও হাঁহি উঠে, হয় যদি ইও এক সপোনৰ ৰেখা' বুলি অন্তৰ উজাৰি কৈ পেলোৱা কবিয়ে জীৱনৰ যৌৱনত কেতিয়াবা, ক'ৰবাত উজুটি খাইছিল বুলি বহুতৰে ধাৰণা। কিন্তু জীৱনৰ বিয়লি বেলিকা সেই জটিল প্ৰশ্নটোৰ উত্তৰ দিছিল — 'কাহানিবা যদি মোৰ জীৱনত প্ৰণয়ৰ ঢল নামিছিল, সেয়া কাব্যদেৱীৰ মানস প্ৰণয়।

মহাকবি ডান্টেই বিয়েণ্ট্ৰিছক মাথোন চকামকাকৈ দুবাৰ দেখিছিল। কিন্তু সিয়ে ডান্টেৰ জীৱনত গভীৰ আৰু অমৰ প্ৰেমৰ সঞ্চাৰ কৰিছিল। ডান্টেৰ এই প্ৰণয়ো আছিল মানস প্ৰণয়। সেইদৰে অসীম কল্পনাৰ অধিকাৰী আমাৰ কবিৰ গভীৰ কল্পনাত কোনোবা মানস প্ৰিয়া সৃষ্টি হোৱা আৰু বাস্তৱত ধৰা নিদি আঁতৰি যোৱাটো একো আচৰিত কথা নহয়। কবিয়ে তেওৰ ব্যৰ্থতা নামৰ কবিতাটোত লিখিছে — 'চাকিৰ হয়তো ইচ্ছা নহয় যে, জাকে জাকে চগাই আহি তাৰ ৰূপৰ জুইত আত্মবলিদান কৰেহি। কিন্তু চগাই এই আত্মদানকেই জীৱনৰ ধ্ৰুৱসত্য বুলি মানি লৈছে ' কেতেকী চৰাইজনীৰ ব্যৰ্থতাত অনুকম্পা জাগি উঠা কবিজনে — লাগে মাথোন অন্তৰ আৰু হৃদয়ৰ ভাব আৰু ভালপোৱা বুলি কাক সঁকিয়াই দিছিল সোধোঁতে একো উত্তৰ নিদিলে।

প্ৰত্যক্ষ বা পৰোক্ষ ভাৱেই হওক, মোৰ কবিতাত ওমৰৰ আদৰ্শবাদ আছে। কলিকতাত থাকোতে এদিন ওমৰৰ দৰ্শন আৰু চুফীবাদ সম্পৰ্কে অধ্যয়ন কৰিবলৈ তেওৰ আগ্ৰহ ওপজে। তৰুণৰাম ফুকনৰ সহায়ত দুৱৰাই কলিকতা বিশ্ববিদ্যালয়ৰ পাৰ্চি বিষয়ৰ অধ্যাপক খোদাবক্স চাহাবৰ ওচৰ চাপে আৰু সেই সম্পৰ্কে শিক্ষা লয়। তাৰ পিছত ওমৰ তীৰ্থ অনুবাদ কৰে। চুফীবাদত প্ৰেমৰ প্ৰাধান্য অনস্বীকাৰ্য্য প্ৰকৃত ভালপোৱাত তুমি আৰু মই ৰ সীমা আঁতৰি যায়। প্ৰেমিকে প্ৰেমিকাক পাবলৈ ব্যগ্ৰ হৈ পৰে — একান্তমনে। চুফীবাদীয়ে নিজকে প্ৰেমিক আৰু ভগৱানক প্ৰেমিকা ৰূপে কল্পনা কৰি তেওক পাবলৈ উদগ্ৰীৱ হৈ পৰে। কবিৰ জীৱনত চুফীবাদৰ প্ৰভাৱ স্বীকাৰ কৰি লোৱালৈ চাই তেওৰ কবিতাত সাধাৰণতে বিচাৰি ফুৰা বা বিচাৰি নোপোৱা তুমি বা তোমাক আন কোনো নহয় চুফীবাদীসকলৰ আৰাধ্যা প্ৰেমিকাৰ দৰে কবিৰ মানস প্ৰিয়া।

ল'ৰাকালতে দুৱৰা আছিল লাজকুৰীয়া। পঢ়াশালিলৈ যোৱা সময়কণৰ বাহিৰে বাকী সময় তেও কিতাপ পঢ়িয়েই কটাইছিল। Twinkle Twinkle little Star' নামৰ সেই ইংৰাজী কবিতাটো পঢ়ি কবিয়ে এদিন লিখি পেলালে —

'চিকিমিকি চিকিমিকি সৰু তৰাটি
কেনেকৈ শোভা কৰে ওখ আকাশত
চিক্‌মিক্ কৰি কৰি হীৰাৰ নিচিনা জ্বলি
সজিয়া দিয়েছি পোহৰ।"

কবিৰ মতে এই কাকিটোৱেই আছিল তেওঁৰ জীৱনৰ প্ৰথম কবিতা। পঢ়াশলীয়া কালত বেণুধৰ ৰাজখোৱাই — 'বাপু লিখিবাচোন, লিখিবা" বুলি সদায় উৎসাহ দিছিল আৰু

কবিতাবোৰ চাই আ কাৰ, ই কাৰ পোনাই দিছিল। আন এজন পুকৰেও উৎসাহ দিছিল। তেওঁ হ'ল ফণীধৰ চলিহা। কলিকতাত থকা কালত হেমচন্দ্ৰ গোস্বামী, চন্দ্ৰকুমাৰ আগৰৱালা আৰু লক্ষ্মীনাথ বেজবৰুৱাই পাবেমানে সহায় কৰিছিল। সেই সময়ত লিখা বহুতো কবিতা তৰুণৰাম ফুকনৰ বহুতহে আলোচনীবোৰত প্ৰকাশ পাইছিল। দুৱৰাক লগ পালেই ফুকনে বামুণক দক্ষিণা দিয়া' বুলি হাত পাতি কবিতাৰ দক্ষিণা এটা আদায় কৰি লৈছিল। দুৱৰাই পোনতে যদু এই ছদ্মনামত কবিতা লিখিছিল। পিছলৈ চন্দ্ৰকুমাৰ আগৰৱালা আদিয়েতেওক সেই নামেৰে মাতিছিল। এদিন জ্যোতিপ্ৰসাদ আগৰৱালাক লগত লৈ আহি চন্দ্ৰকুমাৰ আগৰৱালাই দুৱৰাক কৈছিল— যদু, জ্যোতিক তোমাক গতালোঁ চাবা।

জ্যোতিপ্ৰসাদৰ শিল্পী প্ৰতিভা প্ৰকট হৈ উঠাৰ গুৰিতে দুৱৰাৰ সান্নিধ্য আৰু অনুপ্ৰেৰণা নোহোৱা নহয়।

জীৱনত যদি কাবোবাক ভাল পাইছিলো সেয়া কিতাপ। আন তাবাৰ ভাল কিতাপ অসমীয়া কৰিবলৈ মোৰ সদায়েই হেঁপাহ আছিল — আপুনি কাবোবাক ভাল পাইছিল নেকি? বুলি সোধা এই অপ্ৰিয় প্ৰশ্নটোৰ সেইটো উত্তৰ। সচা কথা দুৱৰাই কিতাপ ভাল পাইছিল দেশবিদেশৰ কাব্য চৰ্চা কৰি তাবে উৰণীয়া ভাব দুটা এটা অসমীয়া সাঁচত মাৰি অসমীয়া বৰণ ঢালি অসমীয়া কবিতালৈ ৰূপান্তৰ কৰাটোৱেই আছিল যাই কাম। উনৈশ শতিকাত ৰুছ সাহিত্যিক টুৰ্গেনেভৰ প্ৰতিভাই কথা কবিতাৰ জন্ম দিলে। ইংৰাজী সাহিত্যৰ দুৱাৰেদি সেই কথা কবিতাবোৰ অসমীয়া সাহিত্য পালেহি দুৱৰাৰ যোগেদি। ওমৰ খায়ামৰ বিশ্ববিখ্যাত কবিতা। তাবো অসমীয়া ৰূপ দিলে দুৱৰাই। তদুপৰি অনেক ইংৰাজী কবিৰ কবিতাৰ প্ৰতিধ্বনি তেওঁৰ কবিতাত ফুটি উঠিছে। তেখেতে কৈছিল— মোৰ কথা হ ল কিবা সাহিত্য সম্পদ অসমীয়া ঘৰঘৰলৈ সোমোৱাবলৈ হলে অসমীয়া বোৱাৰী কৰি সুমুৱাম। সচা কথা কথাকবিতাবোৰ পোনতে বাঁহী ত ছপা হওতে 'ফুটনোটত টুৰ্গেনিভৰ ছাঁলৈ লিখা' বুলি উল্লেখ কৰিছিল। যথাৰ্থতে টুৰ্গেনেভৰ জকাটোহে ভাব ভাষা চিত্ৰাঙ্কণ সকলো দুৱৰাৰ নিজা প্ৰতিভাৰ। বাকী চাৰিখন কবিতাৰ পুথি আপোন সুৰ বনফুল 'মৰমৰ সুৰ আৰু মিলনৰ সুৰ । এই চাৰিওখন পুথিৰে কবিতাত অতীতৰ স্মৃতি ,অতীতৰ আশা নিৰাশা অতীতৰ মধুৰ সপোন আদিৰ বিষয়ে অনেক কথা আছে। সেইবাবে এদিন দুৱৰাক সুধিছিলোঁ —আপোনাৰ কবিতাত ইমান অতীতৰ প্ৰতিধ্বনি কিয়? এবাৰ কৈছে অতীতক যোৱাহে পাহৰি এবাৰ কৈছে অতীতক নেযাবা পাহৰি। কবিয়ে টপৰাই উত্তৰ দিলে— সেইখিনিতেই যাই কথাটো। অতীতক মই পাহৰিব নোৱাৰো। অতীতত মোৰ pathos আছে।

কবি দুৱৰাৰ জীৱন সঁচাকৈয়ে সাঁথৰ। আমি তেওঁৰ কবিতা বা সাহিত্যিক প্ৰতিভাৰে বক্তি জীৱনত ভুমুকি মাৰিবলৈ চেষ্টা কৰা নাই। ব্যক্তিগত সান্নিধ্যলৈ আহি উপৰাউপৰি প্ৰশ্নৰ মাজেদি যি কেইটা বাক্য তেখেতৰ মুখৰ পৰা সকলোই আনিছিলোঁ, তাৰে গইনা লৈহে আমি এই কেইষাৰ লিখিছোঁ। ইয়াকে লিখিবলৈ অনুমতি বিচাৰোঁতে কৈছিল— লিখিলে লিখিবা, গালি খাবা। গালি খাবলগীয়া হলেও লিখাৰ হেঁপাহটো সামৰিব নোৱাৰিলোঁ। অলমতি বিস্তৰেণ।

# ডিব্ৰুকত দুৱৰা

## সুনীলকুমাৰ বৰঠাকুৰ

দ্বিতীয় মহাসমৰ শেষ হোৱাৰ লগে লগে ১৯৪৫ চনত ডিব্ৰুগড় কলেজ স্থাপন হয়। পিছলৈ এই কলেজেই কনৈ কলেজ নামেৰে প্ৰসিদ্ধি লভে। পৰৱৰ্তী কালত ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ অঙ্কুৰ বহন কৰা এই কলেজখনৰ অৱস্থা প্ৰথমতে বৰ স্বচ্ছল নাছিল। বাহিৰৰ দান বৰঙণিৰে কেইজনমান শিক্ষানুৰাগী লোকে কলেজখন চলাই আছিল, তেওঁলোকৰ কেইবাজনেও অবৈতনিকভাৱে শিক্ষাদান কৰিছিল। ছাত্ৰসকলো বাহিৰৰ আছিল চাকৰিয়াল আৰু উচ্চ শিক্ষা বিচাৰি দূৰলৈ যাবলৈ সংস্থান নথকা মানুহ। এনেকৈ কেইবছৰমান চলাৰ পিছত কবি দুৱৰাৰ আগমনে কলেজৰ নাম আৰু সন্মান অভাৱনীয়ভাৱে বৃদ্ধি কৰিলে। ছাত্ৰ ভৰ্তিকৰণৰ বাবে বাতৰি কাকতলৈ দিয়া বিজ্ঞাপনত যতীন দুৱৰাৰ নাম বিশেষভাৱে উল্লেখ হ বলৈ ধৰিলে।

দুৱৰাই ডিব্ৰুগড়ত শিক্ষকতা কৰা এয়াই প্ৰথম নহয়। তেও ১৯১৭ চনৰ পৰা চাৰিবছৰকাল ইয়াৰ জৰ্জ ইনষ্টিটিউটত কাম কৰিছিল। তেওৰ ছাত্ৰসকলৰ মাজত জ্যোতিপ্ৰসাদ আগৰৱালাও আছিল। জৰ্জ ইনষ্টিটিউটৰ পৰা গৈ তেও পুনৰ কলিকতাৰ স্কটিচ চাৰ্চ কলেজিয়েট স্কুলত শিক্ষকতা কৰে। কলিকতা বিশ্ববিদ্যালয়ত অসমীয়াৰ এম এ শ্ৰেণী খোলাত দুৱৰাও তাৰ অন্যতম অধ্যাপক নিযুক্ত হয়। তেও তাত অবৈতনিকভাৱে কাম কৰিছিল। ১৯৪৭ চনত অসুস্থতাবশত  তেও শিৱসাগৰলৈ গুচি আহিল। তেও হেনো লেডীকিন কলেজৰ পৰা আমন্ত্ৰণ পাইছিলো  কিন্তু ছোৱালীৰ কলেজ বুলি লাজতে তালৈ নগ ল। দুৱৰাৰ ইচ্ছাৰ কথা গম পাই কানৈ কলেজৰ কতৃপক্ষই ভালেই পালে উপাধ্যক্ষ লক্ষ্মীপ্ৰসাদ দত্তই জোৰ কৰিয়েই তেওক ডিব্ৰুগড়লৈ লৈ আহিল।

১৯৪৮ চনত দুৱৰা কানৈ কলেজৰ অসমীয়া বিভাগৰ মুখ্য অধ্যাপক আছিল। দুৱৰাৰ কাৰ্যকালতে কানৈ কলেজৰ অসমীয়া বিভাগত ড  উপেন্দ্ৰনাথ গোস্বামী  তফজ্জুল আলি আদি বিখ্যাত অধ্যাপকসকল আছিল। ১৯৬০ চনলৈকে দুৱৰাই এই কলেজত অধ্যাপনা কৰে আৰু তাৰে কেইবছৰমান তেও কলেজৰ ছাত্ৰাবাসৰ অধ্যক্ষও আছিল। শেষৰ কেইবছৰমান বাৰ্দ্ধক্যৰ হেতু তেওঁ ভালকৈ শিক্ষাদান কৰিব পৰা নাছিল। ১৯৬০ চনৰ জুলাই মাহত আমি যেতিয়া কানৈ কলেজৰ চাকৰিত সোমাও দুৱৰাৰ তেতিয়া থৰকবৰক অৱস্থা  কথা ববকৈ পাহৰে। শিক্ষন উৰণত কিন্তু তেতিয়াও বৰ টিক্‌চাক্। তাৰ কিছুদিন পাচতেই তেও নিজৰ ঘৰ শিৱসাগৰলৈ যায়গৈ। কেইমাহমান পাছত শিৱসাগৰৰ পৰা অনাই এই কবি শিক্ষকজনক কলেজৰ এখনি গাম্ভীৰ্যপূৰ্ণ সভাত আনুষ্ঠানিকভাৱে বিদায় দিয়া হয়(১২ জানুৱাৰী ১৯৬১চন)। বিদায় বেলা ছাত্ৰসকলৰ প্ৰতি দিয়া ভাষণখনেই তেও নিজ হাতেৰে লিখিব পৰা নাছিল, অন্য কাৰোবাৰ হতুৱাই লিখাই আনিছিল।

কলিকতাৰপৰা আহি শিৱসাগৰ বা ডিব্ৰুক কোনো ঠাইতে কবিৰ মন বহা নাছিল। স্বাভাৱিকতে মন নবহিবৰে কথাই। জীৱনৰ সৰহ হোৱাকাল কলিকতাত কটাই দুৱৰা মহানগৰীৰ জীৱনযাত্ৰাৰ সৈতে অভ্যস্ত হৈ পৰিছিল। কলিকতা আৰু ডিব্ৰুগড়ৰ মাজত আকাশ পাতাল পাৰ্থক্য। ডিব্ৰুগড় সৰু ঠাই, প্ৰত্যেকে প্ৰত্যেকক চিনি পায়, ইয়াত লুকাই থাকিবলৈ সুবিধা নাই। তদুপৰি অসমৰ অন্য ঠাইৰ নিচিনা এই নগৰতো দুৱৰা সৰ্বজনজ্ঞাত ডাঙৰ কবি, ডাঙৰ মানুহ, সকলোৰে শ্ৰদ্ধাভাজন লোক। ইয়ালৈ আহি বাধ্যত পৰি তেওঁ কলিকতীয়া জীৱনৰ অনেক বিলাসিতা বাদ দিব লগা হ'ল। কলিকতাত হেনো তেওঁ সঘনে থিয়েটাৰ, চিনেমা চাই আৰু অন্যান্য উপায়েৰে প্ৰবাসী জীৱনৰ নি সঙ্গতাৰ বোজা পাতলাইছিল। কলিকতাৰ জনসমুদ্ৰৰ বুকুত কবিয়ে যিহকে নকৰক লাগে তাৰ পৰা অসমত ইতিমধ্যে গঢ় লৈ উঠা তেওঁৰ ভাবমূৰ্ত্তিৰ কোনো হ্ৰাস ভগন হোৱা নাছিল। কিন্তু ডিব্ৰুগড়ত তেনে কৰিবলৈ সময় সুবিধা দুয়োটাৰে অভাৱ আছিল। ফলত যতীন দুৱৰা হৈ পৰিল এটা অনুষ্ঠান নি সঙ্গতাই তেওঁৰ লগ নেৰা হ'ল। ইয়াত বন্ধু বুলিবলৈ কোনো নাছিলেই। তেওঁৰ ওচৰত মানুহৰ যথেষ্ট সমাগম হৈছিল কিন্তু গুণগ্ৰাহী লোক ছাত্ৰ ছাত্ৰী আৰু কবিৰ মাজত ব্যৱধান এটি সদায়ে বৈ গৈছিল।

ডিব্ৰুগড়ৰপৰা ডাঙৰ ঠাই এখনলৈ যাবলৈ কবিৰ মন সদায়ে চট্‌ফটাই আছিল। কানৈ কলেজত সোমোৱাৰ কিছুদিনৰ পাছতহে তেওঁ স্কটিচ চাৰ্চ কলেজিয়েট স্কুলত পদত্যাগ পত্ৰ দাখিল কৰে। গুৱাহাটী বিশ্ববিদ্যালয়ৰ অসমীয়া বিভাগত কাম কৰিবলৈকো তেওঁৰ প্ৰবল হেপাহ থকাৰ কথা জনা যায়। দুই এজন ভদ্ৰলোকৰ উদ্‌গনিত তেওঁ যত্নও কৰিছিল কিন্তু বিশেষ একো ফল নধৰাত তেওঁ ডিব্ৰুগড়ৰপৰা অন্য ঠাইলৈ যাবলৈ চেষ্টা নকৰা হ'ল।

কানৈ কলেজলৈ অহাৰ কিছুদিনলৈকে তেওঁৰ আত্মীয়া গৌৰীপ্ৰভা চলিহাৰ ঘৰতে দুৱৰাই থাকিবলৈ লৈছিল। পাছত কলেজৰ ছাত্ৰাবাসৰ অধ্যক্ষৰ বাব পাই বাসস্থান সলনি কৰিলে। তেতিয়া ছাত্ৰাবাসটো আছিল আমোলাপট্টিৰ চাৰিআলিৰ কাষত। ছাত্ৰাবাসৰ ওচৰতে দুৱৰাৰ বাসস্থান। বৰ্ত্তমানে সেই ঠাইত পেট্ৰলপাম্প এটা হৈছে। দুৱৰাৰ বাসস্থানৰ চিন চাব নাই। তাৰ ওচৰতে থকা কানৈ কলেজৰ শিক্ষকসকলৰ হোষ্টেল ঘৰটো পিচে এতিয়াও আছে। তাত এতিয়া অন্য মানুহ থাকে। দুৱৰাৰ বাসস্থানৰ পৰা তেতিয়াৰ কলেজ আধা মাইলমান উত্তৰে আছিল। ১৯৫৯ চনৰ পৰা কলেজৰ বিভিন্ন শাখাবিলাক নতুনকৈ সজা ঘৰলৈ উঠি যায়। পুৰণি ঘৰত ডিব্ৰুগড় সঙ্গীত বিদ্যালয় আৰু আমোলাপট্টি ছোৱালী হাইস্কুল বহিছে। দুৱৰাই কলেজলৈ খোজ কাঢ়ি বা ৰিক্সাত উঠি গৈছিল।

দুৱৰাৰ লগত থাকে কলিকতাৰ পৰা লৈ অহা সাধন নামৰ বঙালী ল'ৰা এজন। সাধন দুৱৰাৰ পুত্ৰৰ দৰে আছিল। তেওঁৰ লগত থাকিয়েই সাধন ডেকা হ'ল, বিয়াও কৰালে। ৰন্ধা বঢ়া আৰু বজাৰ সমাৰ কৰা কানি কাপোৰ কাগজ পত্ৰ ঠিকঠাক কৰি দিয়া কাম সাধনেই কৰিছিল। শেষৰ পিনে টকা পইচাৰ ছাবি কাঠিও সাধনেই পাইছিল।

মুঠতে তেওঁ আছিল দুৰবাৰ কপাৰ লাখুটি। সাধনক দুৰবাই বৰ মৰম কৰিছিল, কোনোবাই তেওঁক চাকৰৰ দৰে ব্যৱহাৰ কৰিলে দুৰবাই মনত বেজাৰ পাইছিল। ১৯৬০ চনত ভাষা আন্দোলনৰ সময়ত সাধন কলিকতালৈ গৈ আৰু ঘূৰি নাহিল। প্ৰথমতে গ'ল ভনীয়েক কলিকতীয়া কাগজত অসমৰ বিষয়ে চাঞ্চল্যকৰ খবৰ পঢ়িবলৈ পাই বিচলিত হৈ ভনীয়েকে সাধনকো মাতি লৈ গ'ল। সাধন যোৱাৰ পাছত কিছু দিন দুৰবাৰ পানীত হাঁহ নচৰা অৱস্থা হৈছিল। তেওঁৰ টকা পইচা সোপাকে সাধনে সৰকালে বুলি মানুহে কয়। দুৰবাই সেই সময়ত কথা বৰকৈ পাহৰিছিল। কোনে কি কৰিছিল, ঘৰ কেনেকৈ চলিছিল কব নোৱাৰে। সেই দুৰ্যোগৰ সময়ত কানে কলেজৰ অফিচ পিয়ন মনিৰাম দাসে চাউল পাত গোটাই তেওঁক ৰান্ধি বাঢ়ি খুৱাইছিল। তেওঁৰ এনে অৱস্থাৰ কথা গম পাই চুবুৰীয়া পৰিয়ালবিলাকেও তেওঁক মাতি নি খুৱাইছিল। এনে সময়তে দুৰবাক ভতিজাকহঁতে শিৱসাগৰলৈ লৈ গ ল। ১৯৬০ চনৰ জুলাই কি আগষ্ট মাহৰ পৰা দুৰবা কানে কলেজলৈ নোযোৱা হ ল কিন্তু তেওঁক কলেজৰ কামৰ পৰা অব্যাহতি দিয়া হ ল তাৰো কেইমাহমানৰ পিছতহে।

কবি বুলিলে ব্যৱহাৰিক জীৱনৰ প্ৰতি উদাসীন পিন্ধন উৰণলৈ মন কাণ নকৰা আউল বাউল চুলিৰ মানুহ এজনৰ মূৰ্তি মনলৈ আহে। দুৰবা কিন্তু বৰ চৌখিন আৰু পৰিপাটি আছিল। তেওঁৰ বেশভূষাৰ বিষয়ে কানে কলেজৰ গ্ৰন্থাগাৰিক পূণ্যধৰ বাজখোৱাই কৈছে ধুতিখন ধুনীয়াকৈ পিন্ধি ঠোৰটি কুচি কুচি ওভোটাই লৈ ককালত খুচি ৰাখিছিল। ধুনীয়াকৈ ইস্ত্ৰি কৰা কামিজ বা পাঞ্জাবী পিন্ধিছিল। জাৰৰ দিনত আলোৱান এখন গাত মেৰিয়াই লৈছিল। গৰমৰ দিনত হ লে কামিজটোৰ ওপৰত বাওঁপিনে কান্ধত চাদৰ এখন জাপি পেলাই লৈছিল। জাৰৰ দিনত কেতিয়াবা মাখন ৰঙৰ নাইবা ডাঠ চকলেট ৰঙৰ গৰমকোট পিন্ধিছিল। তেখেতৰ পামচুৰ ৰং সদায়ে আইনাৰ দৰে চিকমিকাই আছিল। কেতিয়াবা হাতত এডাল শকত বেতৰ লাখুটি লৈ ফুৰিছিল। তেখেতে বাটৰ কাষে কাষে গৈছিল। তেখেতৰ ভাল লগা ৰ আছিল বগা মাখন ৰং বাদামী আৰু ডাঠ চকলেট ৰ ।

আগপিনৰ বাৰান্দাত এখন কাঠৰ সৰু আৰামী বেঞ্চ। মাজৰ বহা কোঠাটোত এখন ডাঙৰ আৰামী চকী তাৰ কাষতে এখন হাঁহকণীয়া মেজ। এইবিলাক পুৰণি হৈছিল। ইয়াতে বহি পুৰা বেলাত বাতৰি কাকত আদি পঢ়িছিল। সোঁপিনৰ কোঠাত এখন ধুনীয়া পালেং ধুনীয়াকৈ পাৰি থোৱা। সোমাই যাওঁতে বাওঁপিনলৈ এটা সৰু আলমাৰীত থোৱা বস্ত্ৰ আৰু বাচন বৰ্তনকেইটা। সোঁপিনৰ চুকলৈ কাপোৰ থোৱা আলনা। মাজতে এখন ডাঙৰ আৰ্চিৰে সজাই থোৱা মেজখন। তাৰ বিপৰীতেই তেওঁৰ পঢ়া মেজখন। '

কলিকতাৰ পৰা মগাই অনা ডাগেট এণ্ড ৰামছডেল কোম্পানীৰ প্ৰসাধন সামগ্ৰী দুৰবাই ব্যৱহাৰ কৰিছিল। প্ৰসাধন কৰোঁতে তেওঁৰ সময়ো যথেষ্ট লাগিছিল। ধুনীয়াকৈ কাপোৰ কানি পিন্ধি পাউদাৰ স্নো ঘঁহি, অৱশিষ্ট চুলিকেইডাল ফণিয়াই লৈহে তেওঁ

হেনো কামলৈ বা আলহীৰ আগলৈ ওলাইছিল। নিজৰ চেহেৰাৰ প্ৰতি তেওঁ অতি সচেতন আছিল। কানি কাপোৰ বেয়া হৈছে বুলি সাথনে খেয়ালিতে কলেও মুখ ওফোন্দাই দিছিল। ঘৰত এনেয়ে থাকোঁতে লুঙী আৰু পাঞ্জাবী পিন্ধিছিল। খোৱা বোৱাত তেওঁ নিয়মীয়া আছিল যদিও মিঠা বস্তু বেছি ভাল পাইছিল। পুৱা পাউৰুটি কমলাৰ মাৰ্মালেডৰ সৈতে সানি খাইছিল। তাৰ পাচত দাড়ি চিকুণাই গা পা ধুই দিনটোৰ বাবে সাজু হৈ লৈছিল। দুপৰীয়া অলপ জিৰণি লোৱা অভ্যাস আছিল। আবেলি কেতিয়াবা সাথনৰ সৈতে ফুৰিবলৈ বা বজাৰ কৰিবলৈকো গৈছিল। সাথনৰ যৈণীয়েকৰ লগতো ফুৰিছিল। তেওঁ ৰাতিপুৱাতে উঠিছিল। ৰাতি ভাত খাই উঠি কিছু সময় এনেয়ে বহি বা কথা বতৰা পাতিহে শুবলৈ যোৱাৰ অভ্যাস। ইয়াৰ মাজতে পঢ়া শুনা কৰিছিল।। ইতিহাস দৰ্শন আৰু ধৰ্ম্মমূলক কিতাপ সততে পঢ়িছিল। উড হাউছৰ কিতাপবিলাক তেওঁৰ প্ৰিয় আছিল। তাৰ আমোদজনক গল্পবিলাক আনক কৈও আনন্দ পাইছিল। তেওঁ নিজে উপহাৰ পোৱা বত্ৰিশখন কিতাপ কলেজৰ পুথিভঁৰালত আছে।

দুৱৰাই ছাত্ৰ ছাত্ৰীসকলক বৰ মৰম কৰিছিল। শিক্ষক হিচাপে তেওঁ সফল হৈছিল। সাহিত্যৰ অধ্যাপনা কৰিছিল যদিও তেওঁৰ ইতিহাসৰ জ্ঞান গভীৰ আছিল। তেওঁৰ মুখেৰে কবিতাৰ ব্যাখ্যা শুনিবলৈ ছাত্ৰসকলৰ আগ্ৰহৰ অন্ত নাছিল। তেওঁৰ ব্যক্তিগত জীৱনৰ ভিতৰুৱা কথা জানিবলৈ স্বাভাৱিকতে ছাত্ৰসকলৰ মাজত বিৰাট কৌতুহল হৈছিল। ছাত্ৰসকলৰ মাজত এটা দৃঢ় ধাৰণা আছিল যে বিফল প্ৰেমেই তেওঁৰ চিৰকুমাৰ জীৱনৰ কাৰণ। শিক্ষক জীৱনৰ শেষৰ বছৰকেইটা কেতিয়াবা দুই এজন অত্যুৎসাহী ছাত্ৰই তেওঁৰ মৰমীয়াল স্বভাৱ আৰু বাৰ্দ্ধক্যজনিত দুৰ্বলতাৰ সুযোগ লৈ পোনপটিয়াকৈ শ্ৰেণীতে তেওঁক সুধিছিল তেওঁৰ প্ৰেয়সী গৰাকী কোন আছিল বুলি। তেনে প্ৰশ্ন কৰিলে দুৱৰা লাজতে ৰঙা পৰি গৈছিল। অন্য প্ৰসঙ্গৰ অৱতাৰণা কৰিছিল কিন্তু প্ৰশ্নৰ উত্তৰ নিদিছিল। ছাত্ৰ মহলত সেই নাৰীগৰাকী সম্বন্ধে এটা বদ্ধমূল ধাৰণা হৈ গৈছিল। ছাত্ৰসকলে পঢ়াৰ লগতে এটা নহয় এটা অজুহাত উলিয়াই কলিকতা নাইবা ৰেঙ্গুনৰ সাধু শুনিছিল। পঢ়োৱাৰ মাজতে কেতিয়াবা গল্পও কৈছিল। পিচৰ জীৱনত স্মৃতিশক্তি কমি অহাত একেটা গল্পকে বাৰে বাৰে কৈছিল আৰু সেইটোৱেই ছাত্ৰসকলৰ বাবে বৰ আমোদৰ বস্তু হৈ পৰিছিল। তেওঁৰ প্ৰিয় গল্পটো হেনো আছিল এনেকুৱা — গাঁৱৰ ল বা এজন চহৰত পঢ়িবলৈ গ ল। বিহুত এবাৰ ঘৰলৈ আহোঁতে বাপেকে তেওঁক সুধিলে বোপাই তইনো কি পঢ়িছ? পুতেকে ভেতিয়া উত্তৰ দিলে দেউতা মই ল পঢ়িছোঁ। সেই কথা শুনি বাপেক হতাশ হৈ ক লে ইমান বছৰ পঢ়ি পঢ়ি তই এতিয়া কৰ পৰা লহে পাইছগৈ? ল ৰাই বাৰে বাৰে একেটা গল্পকে শুনি হাঁহে। ল ৰাৰ হাঁহিয়ে দুৱৰাৰ হাঁহি আৰু উজ্জ্বল কৰি তোলে।কেতিয়াবা হেনো চুলুং ল ৰাই তেওঁৰ অৱস্থা দেখি পুত্ৰৌ লাগি তেনেধৰণৰ তামাচা কৰিবলৈ এৰি দিছিল। দুৱৰাৰ উৎপতীয়া ছাত্ৰসকলেই তেওঁক

বিজ্ঞাপনৰা নমাই দিয়া শ্ৰেণীলৈ নিয়া বিজ্ঞাত উঠাই দিয়া হাজিৰা বহী আনি দিয়া আদি কাম আনন্দ মনেৰে কৰিছিল। তেওঁৰ নিচিনা বিখ্যাত লোকৰ তলত পঢ়িবলৈ পাই ছাত্ৰসকলে গৌৰৱ বোধ কৰা দেখা গৈছিল। দুৰ্ৰবাইও পঢ়োৱাত বিশেষ যত্ন লৈছিল আৰু পাঠ্য পুথিত নোহোৱা লাগতিয়াল কথাৰ টোকা দিছিল। ছাত্ৰসকলক তেওঁ সততে উৎসাহ দিছিল আৰু কলেজৰ সভাসমিতিতো যোগদান কৰিছিল। নিজে কলিকতা ভাল পাইছিল যদিও কলিকতাত যে অসমীয়া ছাত্ৰৰ স্বাৰ্থ ৰক্ষা নপৰে সেই বিষয়ে তেওঁ সচেতন আছিল। সেই কাৰণে ছাত্ৰসকলক কলিকতালৈ সিকালে যাবলৈ উদগনি দিছিল।

কানৈ কলেজৰ কালছোৱাক কবিৰ অৱসৰৰ সময় বুলি কলেও অত্যুক্তি কৰা নহয়। কাব্যজীৱনৰ ফালৰপৰা এইছোৱা কাল ফলপ্ৰসূ নহয়। কানৈ কলেজত থাকোঁতেই তেওঁৰ বনফুল ছপা হৈ ওলায় আৰু তাৰ বাবে তেওঁ সাহিত্য অকাডেমীৰ বঁটা লাভ কৰে। আন এখন কবিতা পুথি আপোন সুৰ এই সময়তে প্ৰকাশ হয়। কিন্তু দুয়োখনৰ সঙ্কলনৰ সৰহভাগ কবিতাই আগৰ ৰচনা। ডিব্ৰুগড়ত তেওঁ বৰ বিশেষ উল্লেখযোগ্য একো লিখা নাই। বাস্তৱিকতে কলিকতাতে তেওঁৰ কাব্য জীৱনৰ সামৰণি পৰিল বুলিব পাৰি। ডিব্ৰুগড়ৰ বছৰ কেইটা মাথোন কলিকতাৰ স্মৃতিৰ ৰোমন্থন। তেওঁৰ ওচৰলৈ যোৱা গুণগ্ৰাহী লোক বা ছাত্ৰ ছাত্ৰীকো সেই ৰোমন্থনৰ ভাগ দিবলৈ কবিয়ে ভাল পাইছিল। কাব্যৰ বিষয়ে কথা পাতিও তেওঁ আনন্দ পাইছিল। কোনো কোনো ছাত্ৰই তেওঁৰ কবিতা আবৃত্তিও শুনিবলৈ গৈছিল। ওমৰ তীৰ্থ ৰচনাৰ ইতিহাসো তেওঁ প্ৰায়ে কৈছিল। দুই এক ঘটনাই তেওঁৰ জীৱনৰ গতানুগতিকতাত ছেদ পেলাইছিল। মাজে মাজে তেওঁ গুৱাহাটীলৈ গৈছিল। ১৯৫৪ চনত তেওঁ অসম সাহিত্য সভাৰ গুৱাহাটী অধিবেশনৰ সভাপতিত্ব কৰে। অভিভাষণখনিত আধুনিক কবিসকলৰ প্ৰতি কিছু নিন্দা বাক্য থকাৰ কাৰণে তেওঁৰো এসময়ৰ কানৈ কলেজৰ সহকৰ্ম্মী কবি মহেন্দ্ৰ বৰাই চোকা বাক্যৰে তেওঁক সমালোচনা কৰিছিল। দুৰ্ৰবাই আধুনিকতাৰ নামত প্ৰচলিত কাব্যৰীতিৰ বিদ্ৰোহ কৰাটো ভাল পোৱা নাছিল। তেওঁ হেনো কেইজনমান ৰক্ষণশীল লিখকৰ উচটনিতহে আধুনিক কবিৰ প্ৰতি ইমান কঢ় হৈছিল। সি যি কি নহওক দুৰ্ৰবাৰ চেষ্টাতে এই ঘটনাৰ আলম লৈ আৰু অপ্ৰীতিকৰ পৰিস্থিতি হ'বলৈ নাপালে।

দুৰ্ৰবাই কানৈ কলেজত মুঠতে বাৰ বছৰকাল অধ্যাপনা কৰে। সামৰণিৰ কেই বছৰত তেওঁৰ স্মৃতিশক্তি কমি আহিছিল আনে সোঁৱৰাই নিদিলে শ্ৰেণীত একে পাঠকে বাৰে বাৰে পঢ়াইছিল। ডিব্ৰুগড়ত তেওঁক চাবলৈ চিতিবলৈ নিজৰ মানুহ নথকাত শিৱসাগৰৰ নিজা ঘৰলৈ যায়গৈ। কলেজৰ বিদায় সভাত দিয়া ভাষণখনত কবিৰ ছাত্ৰ ছাত্ৰী আৰু সহকৰ্ম্মীসকলৰ প্ৰতি অকৃত্ৰিম মৰম প্ৰকাশ পোৱাৰ উপৰিও তেওঁৰ কাব্যৰ মূল সুৰ আৰু ব্যক্তিগত জীৱনৰ বৈশিষ্ট্যও ছয়াময়াকৈ ধৰা পৰিছে। শেষত তেওঁ লিখিছে

মেলানি মাগিলো আজিলৈ
আন্ধাৰ পুৰীত থাকি
আন্ধাৰ সপোন দেখি
আন্ধাৰৰ ছবি আঁকি লৈ
উৰি উৰি যাও দূৰলৈ।।

দুৱৰাৰ সংস্পৰ্শলৈ অহা মানুহ ডিব্ৰুগড়ত অনেক আছে। তেওঁৰ কথা এতিয়াও তেওলোকৰ মনত সজীৱ হৈ আছে।তেওলোকৰ সৈতে কথা পাতিলে কবিৰ ব্যক্তিত্বৰ বিষয়ে বহুতো কথা জানিব পৰা যাব।

# ওমৰ তীৰ্থ

## যতীন্দ্ৰনাথ দুৱৰা

কবিয়ে নিজৰ প্ৰাণৰ বীণত এনে এটা সুৰ বজায় যি সুৰ গোটেই মানৱজাতিৰ হৃদয়তে প্ৰতিধ্বনিত হয়। প্ৰতি মানৱৰ হিয়া যি সুৰৰ কাৰণে ব্যাকুল যি সুৰ মানৱৰ ক্ষুদ্ৰ দুখ সুখৰ বাহিৰ — অথচ যাৰ বিকাশ সেই দুখ সুখৰ ভিতৰেদিয়েই হয়। — এই বিশ্বজনীন সুৰ যাৰ প্ৰাণত বাজে সেয়ে কবি। কবিক মানুহে ভাল পায়, আপোন বুলি ভাবে কাৰণ কবিয়ে মানুহৰ প্ৰাণৰ কথা কয় হৃদয়ৰ গভীৰতম স্থানৰ বাতৰি মানুহক দিয়ে। কবি মানৱজাতিৰ সম্পত্তি আৰু গৌৰৱ আৰু সেই কাৰণেই কবিৰ স্থান মানৱ সমাজৰ শিৰত।

ওমৰক মানুহে ভাল পায় কাৰণ ওমৰ প্ৰকৃত কবি। ওমৰৰ ভিতৰেদি মানৱ জাতিৰ হৃদয়ৰ অব্যক্ত অথচ অতি কৰুণ সুৰটি প্ৰকাশ হৈছে। ওমৰে মানুহক তাৰ প্ৰকৃত স্বভাৱলৈ চকু মোকোলাই দিছে। সেই দেখিয়েই ওমৰ কবি আৰু ওমৰ কবি দেখিয়েই মানুহে তেওক ভাল পায় — আপোন বুলি ভাবে।

আমি যাক ভাল পাও তেওৰ বিষয়ে জানিবলৈ আমাৰ স্বভাৱতে ইচ্ছা হয়। কিন্তু জগতৰ শ্ৰেষ্ঠ কবিসকলৰ শাৰীত ঠাইপোৱা ওমৰৰ বিষয়ে আমি জানো কিমান? ভাব ৰাজ্যৰ সম্ৰাট ওমৰে তেওৰ প্ৰকৃত সত্ত্বা আমাক দি গৈছে তেওৰ কাব্যত। কিন্তু তেওৰ জীৱনৰ ক্ষুদ্ৰ ক্ষুদ্ৰ ঘটনাৰ সম্ভেদ আমাৰ পাবৰ উপায় নাই। প্ৰশ্ন হব পাৰে ওমৰে যেতিয়া নিজৰ শ্ৰেষ্ঠ দান তেওৰ প্ৰকৃত স্বৰূপ তেওৰ ভাব দি গৈছে তেওৰ বিষয়ে আন কথা জানিবৰ আৱশ্যক কি? কিন্তু আমি যাক ভাল পাও তেওৰ প্ৰতি কথাই যে আমাৰ কাষত মৰুৰ। কিন্তু ওমৰৰ জীৱনৰ প্ৰায় সকলো কথাকে অতীত ইতিহাসে নিজৰ গৰ্ভত স্থান দি তেওৰ বিষয়ে আমাৰ জানিবৰ ইচ্ছা বিফল কৰিছে। আমি জানো যে তেও খৃ ১১শ শতাব্দীৰ শেষ ভাগত খোৰাচানৰ নিচাপুৰত জন্ম গ্ৰহণ কৰি উপযুক্ত বয়সত বিখ্যাত অধ্যাপক ইমাম মোয়াফিকৰ শিষ্যত্ব লাভ কৰে। আমি জানো যে তেও এজন বাল্যবন্ধুৰ সহায়ত নিচাপুৰত বহি বিজ্ঞান অনুশীলন কৰিবৰ সুবিধা পায়। সময়ত তেও এজন বিখ্যাত বৈজ্ঞানিক হৈ উঠে। আৰু আমি জানো ১১২৩ চনত নিচাপুৰত তেওৰ মৃত্যু হয়। এই সামান্য ঘটনাৰ বাহিৰে তেওৰ বিষয়ে প্ৰায় সকলো কথাকে অতীত এন্ধাৰ ঢাকনিৰে ঢাকি থৈছে। তেওৰ জীৱনৰ গতি তেওৰ জীৱনৰ প্ৰভাৱ তেওৰ বিষয়ে অন্যান্য প্ৰায় সকলো কথা কোনেও নেজানে। ভাবৰ সাধক ওমৰে আমালৈ কেৱল তেওৰ জীৱনৰো জীৱন নিজ ভাবৰাশি থৈ গৈছে আৰু আমি কৃতজ্ঞ হিয়াৰে তাকে গ্ৰহণ কৰি সন্তুষ্ট থাকিব লগাত পৰিছোঁ।

অনন্ত প্ৰয়াসী মানৱ আত্মাৰ চিৰন্তন প্ৰশ্ন — ক ৰ পৰা আহিছোঁ? কঁলৈ যাম? ওমৰৰ ভিতৰেদি পূৰ্ণৰূপে প্ৰকাশ হৈছে। সংসাৰ চক্ৰত পৰি মানুহে ক্ষন্তেকলৈ জীৱন

সমস্যাৰ এই গভীৰ প্ৰশ্ন পাহৰিব পাৰে কিন্তু সদায় সকলো অৱস্থাতে মানুহৰ মনৰ এচুকত এই প্ৰশ্নই ভুমুকি মাৰে। 'ক'ৰ পৰা আহিছোঁ? 'ক'লৈ যাম? এই দুটি প্ৰশ্নৰ সমাধানৰ চেষ্টাই সকলো ধৰ্মৰ সকলো দৰ্শনৰ মূল। ক ৰ পৰা আহিছোঁ? ক'লৈ যাম? এই দুটাই সকলো প্ৰশ্নৰ মূল প্ৰশ্ন, —ঈশ্বৰ, জগৎ, সৃষ্টি সকলো প্ৰশ্নৰ উদয় হয় ইয়াৰ পৰাই। এই প্ৰশ্নই কাৰোবাক সাধু সন্ন্যাসী কৰে, কাৰোবাক নাস্তিক কৰে কোনোবাই বিশ্বাস কৰে যে ঈশ্বৰৰপৰা আমি আহিছোঁ আকৌ সংসাৰ ত্যাগ কৰি ঈশ্বৰানুৰক্ত হলেই ঈশ্বৰৰ কাষলৈ যায়। তেওঁ সন্ন্যাসী হয়, তেও ত্যাগী হয়। কোনোবাই আকৌ বিশ্বাস কৰে যে জীৱন এটা আকস্মিক ঘটনা হঠাৎ স্বাভাৱিক গতিত আমি আহিছোঁ এদিন মৰিম শেষ, আৰু একো নাই। তেও নাস্তিক হয়। কিন্তু নাস্তিকেই হোৱা বা সন্ন্যাসীয়েই হোৱা এই প্ৰশ্নৰ হাতৰ পৰা তোমাৰ মুক্তি নাই। তুমি সীমাবদ্ধ কিন্তু তোমাৰ ভিতৰত অসীমৰ প্ৰয়াস। মানৱ মনৰ এই অনন্ত অভিযান সীমাৰ এই অসীম ৰাজ্যৰ প্ৰতি গতি মানৱ চেষ্টাৰ অসীমৰ সীমা বিচৰা এই ব্যৰ্থ চেষ্টা কি কৰুণ কি বিষাদপূৰ্ণ। অথচ এই চিৰন্তন চেষ্টা, এই চিৰন্তন প্ৰশ্নৰ হাতৰ পৰা মুক্তি মানুহে নেপায়। এয়ে মানৱৰ জীৱনৰ গভীৰতম দুখ। দুখৰ মাজেদি সত্য আৰু মধুৰৰ বিকাশ। এই দুখৰ ভাৱত ওমৰৰ প্ৰাণ আকুল, অস্থিৰ হৈ উঠিছিল আৰু তেওৰ সেই দুখৰ দানেই তেওৰ ভাৱৰাশি তেওৰ কৰুণ মধুৰ প্ৰাণস্পৰ্শী সাধনাৰ ফল —তেওৰ কবিতা।

ওমৰে সাধনাৰ ফলত কি পালে কি আমাক দি গ ল? বহুতে কয় ওমৰে ভগৱৎ প্ৰেম লাভ কৰি তাক সুচাৰুৰূপে বৰ্ণাই গৈছে বহুতে কয় ওমৰ নাস্তিক বহুতে আকৌ কয় ওমৰ আস্তিক। কিন্তু যেতিয়া আমি ভাব ৰাজ্যত প্ৰৱেশ কৰোঁ তেতিয়া নিজৰ মনৰ গতিৰে তেওৰ মনৰ গতিক জুখি চাবলৈ যোৱাটো উচিত নহয়। তেওৰ ভাৱত প্ৰৱেশ কৰিব নোৱাৰিলে তেওৰ কথাৰ প্ৰকৃত তথ্য বুজা টান। ওমৰৰ সাধনাৰ ফল বিচাৰিবলৈ যাওতে নিজৰ কল্পিত ফল এটা তেওৰ হাতত যেন আমি তুলি নিদিও।

ওমৰে আমাক সত্যৰ আভাস দিছে—এয়ে তেওৰ শ্ৰেষ্ঠ দান। এটি গভীৰ বিষাদ —এটি গভীৰ কাৰুণ্য পূৰ্ণ তেওৰ কবিতাৰ ৰাশি। প্ৰশ্ন অনন্ত প্ৰশ্ন কিন্তু উত্তৰ ক ত? উত্তৰতো তেও পোৱা নাই, দিব ক'ৰ পৰা? বৈজ্ঞানিকৰ বিশ্লেষণ প্ৰথা, ভাবুকৰ সামঞ্জস্যকৰণ প্ৰথা কবিৰ গভীৰ দৃষ্টি দাৰ্শনিকৰ জ্ঞান সকলো গোটাই লৈ সৃষ্টি তথ্যৰ গভীৰতৰ প্ৰদেশলৈ ওমৰে চাই দেখিলে তাৰ আদি আৰু অন্ত দুয়ো আন্ধাৰ গভীৰ আন্ধাৰ। মানৱ মনৰ অসীমৰ প্ৰতি ব্যৰ্থ অভিযান, এয়ে ওমৰ, আৰু ওমৰৰ অভিযানৰ ব্যৰ্থতাৰ কাৰুণ্যই তেওৰ মানৱ জাতিৰ প্ৰতি শ্ৰেষ্ঠ দান। প্ৰাচ্য ভাবুক ওমৰৰ মাজেদি দৈৱ বলৰ মহীয়ান শক্তিত বিশ্বাসটি সময়ে সময়ে ফুটি ওলাইছে, সময়ে সময়ে জীৱনৰ অসাৰত্বৰ কথা ফুটি ওলাইছে—মনৰ বিশ্বাস অবিশ্বাসৰ মায়াত্মক খেলাৰ ভাব ওমৰৰ মাজেদি প্ৰকাশ পাইছে কিন্তু সকলোতকৈ শ্ৰেষ্ঠ পদাৰ্থ ওমৰৰ মাজেদি প্ৰকাশ পাইছে ওমৰৰ হৃদয়ৰ গভীৰতম প্ৰদেশৰ পৰা উঠা প্ৰাণস্পৰ্শী তীব্ৰ কৰুণ সুৰ। এই সুৰ শুনি

মানুহ্ চমক খাই ৰয়। ভাবে যেন ক'ৰবাত শুনিছে আৰু বাহিৰৰ জঞ্জাল নিস্তব্ধ হ'লেই নিজৰ প্ৰাণতে এই সুৰ বাজি উঠা শুনে ! এয়ে ওমৰৰ শ্ৰেষ্ঠ এয়ে ওমৰৰ বিশ্বজনীন ভাব। এই সুৰতে মুগ্ধ হৈ আজি আমি অসমীয়া বাইজৰ ওচৰত নিজৰ ক্ষুদ্ৰ শক্তিৰে ওমৰৰ ভাবৰ এটি চানেকি এটি ছাঁ দাঙি ধৰিব খুজিছোঁ। ইয়াৰ অসম্পূৰ্ণতা আমাৰ, ওমৰৰ নহয় কিন্তু ইয়াৰ মাহাত্ম্য আমাৰ নহয় ওমৰৰ। এই জীৱন বীণৰ সুৰে যদি এটি অসমীয়াৰ প্ৰাণতো প্ৰতিস্পন্দন লাভ কৰে তেন্তে আমি নিজকে গৌৰৱান্বিত বুলি ভাবিম।

# কথা-কবিতা

## ডঃ বাণীকান্ত কাকতি

কথা কবিতা শ্ৰীযুত যতীন্দ্ৰনাথ দুৱৰাৰ প্ৰকাশিত কবিতাৰ দ্বিতীয় পুথি। পহিলাখন ওমৰ খায়ামৰ সুন্দৰ অসমীয়া ভাঙনি।

কথা কবিতা নোহোৱা নোপোজা কবিতাৰ পুথি। এনেধৰণৰ গদ্যত লিখা কবিতাৰ পুথি জনাৰ ভিতৰত আন কোনো ভাৰতীয় ভাষাত নাই ইংৰাজীতো বিৰল। চিৰকালেই কবিতা পদ্যতহে লিখা হৈ আহিছে। কবিতাৰ উৎপত্তি গীতৰপৰা, সেই কাৰণে কবিতাক বাঙ্ময়ী গীতি বুলিয়েই জন সমাজে স্বীকাৰ কৰি আহিছে।

কথা কবিতা উনৈশ শতিকাৰ সৃষ্টি। ৰুছিয়াৰ বিখ্যাত সাহিত্যিক ইৱান টুৰ্গেনেভে শেষ অৱস্থাত ৰাজহাড়ৰ দুৰাৰোগ্য কেন্সাৰ ৰোগত ভুগি প্ৰতি ক্ষণতেই মৰণলৈ বাট চাই থাকি আচহুৱা অনুভূতিপূৰ্ণ Poems in prose —কথা কবিতা বুলি পুথি এখনি প্ৰকাশ কৰি উলিয়ায়। তাৰ ইংৰাজী ভাঙনি ততালিকে প্ৰচাৰ হয়।

বিজ্ঞান সাহিত্য —সকলো ভাৱৰ ক্ষেত্ৰতেই উনৈশ শতিকা নানান উদ্ভাৱনাৰ যুগ।

কবিতা বাঙ্ময় গীত গীতৰ স্পন্দন ছন্দৰ হেন্দোলনিত পোৱা যায়। কিন্তু কবিতা বাঙ্ময় চিত্ৰও হ ব পাৰে। ছন্দৰ সহায় নহলেও চিত্ৰক ভাষাময় কৰি তুলিব পাৰি। ছন্দোময়ী কবিতাটো চিত্ৰ থাকিব পাৰে কিন্তু ছন্দোময়ী কবিতাৰ প্ৰাথমিক উদ্দেশ্য চিত্ৰ নহয় চিত্ৰ আনুসঙ্গিক হ ব পাৰে। কথা কবিতাৰ প্ৰাথমিক উদ্দেশ্য ধ্বনি চিত্ৰ ইয়াৰ ধ্বনি ভাষাৰ ব্যঞ্জনা মাথোন। ছন্দোময়ী কবিতাৰ প্ৰধান লক্ষ্য গীত বা শ্ৰাব্য বিষয়ক মূৰ্ত কৰি তোলা। কথা কবিতাৰ লক্ষ্য হৈছে ৰূপ বা দৃশ্য বস্তুত সজীৱতা আৰোপ কৰা। কথা কবিতাত এটি মাথোন কেন্দ্ৰস্থ ভাৱ থাকে। আৰু সেই ভাৱক ডাঙৰ সৰু কেতবোৰ তলতীয়া চিত্ৰৰে সজীৱ কৰি তোলা হয়। কিন্তু এইটো মনত ৰাখিবলগীয়া যে কথা কবিতা আৰু কবিত্বময়ী কথা একে নহয়। কথা কবিতা এবিধ কবিতাই কিন্তু কবিত্বময়ী কথা লিখাৰ ভঙ্গী বা ভাষাৰ ৰীতি মাথোঁন ।

কথা কবিতাত ৰূপৰ সমাবেশ থাকে আৰু ই প্ৰায়েই ৰূপকাত্মক। প্ৰত্যেকটো চিত্ৰৰ আঁৰতেই ওৰণি লোৱা ভাৱ একোটা থাকে।

কথা কবিতাৰ সকলো উপাদান দুৱৰাৰ কথা কবিতা ত বিৰাজ কৰিছে। আলোচ্য পুথিখনি লিখকৰ এসময়ৰ ৰচনা নহয়। কবিতাবোৰ যেনেকৈ সজোৱা হৈছে, তাৰপৰাই কোনটো আগৰ কোনটো পিছৰ ৰচনা, ধৰিব পাৰি। কথা কবিতা দুৱৰা ডাঙৰীয়াৰ প্ৰায় কুৰি বছৰকাল ব্যাপি নানান সময়, আৰু নানান অৱস্থাৰ অনুভূতিৰ চিত্ৰৰ সমাবেশ। ই তেখেতৰ কোমল বুকু ভেদ কৰি ওলোৱা বালিৰ নিজৰাৰ দৰে। দুই এটি বিষয় বিদেশী

মূলবপৰা অনা হৈছে, কিন্তু সেইবোৰক বুকুৰ তপত তেজৰ উমনি দি সজীৱ কৰি তোলা হৈছে।

গ্রন্থকাৰৰ জীৱনৰ মূল ধাৰা নাজানিলে বহুত সময়ত ভাবাত্মক সাহিত্য বুজিব নোৱাৰি। কথা কবিতা ৰ মৰ্ম্ম মনত লগাকৈ বুজিব লাগিলে দুৰ্বা ডাঙৰীয়াৰ কথা অলপ জানিব লাগিব। দুৰ্বা ডাঙৰীয়াৰ জীৱন ঘটনা বহুল নহয়, ভাব বহুল। কুৰি বছৰ আগেয়ে আমি যেতিয়া প্রেছিডেন্সি কলেজৰ তৃতীয় বাৰ্ষিক শ্রেণীৰ ল ৰা, দুৰ্বা ডাঙৰীয়া তেতিয়া আইন কলেজৰ ছাত্র। শ্ৰীযুত লক্ষ্মীনাথ বেজবৰুৱাই তেতিয়া হাওৰাৰপৰা বাঁহী' উলিয়াই অসমীয়া সমাজত প্ৰবল দেশাত্মবোধৰ সোঁত এটি বোৱাইছিল। প্রবসুৱা অসমীয়া ছাত্রসকলৰ মনত বেজবৰুৱাৰ প্ৰভাৱৰ ছাব নপৰাকৈ নাছিল। দুৰ্বা বেজবৰুৱা ডাঙৰীয়াৰ অন্তৰঙ্গ বন্ধু আছিল আৰু যদিও স্বদেশৰ হকে বেজবৰুৱা ডাঙৰীয়াৰ উগ্ৰ যুঁজাৰু প্রকৃতিৰ লগত তেখেতৰ প্ৰকৃতিৰ মিল নাছিল বেজবৰুৱা ডাঙৰীয়াৰ একনিষ্ঠ সাহিত্য সেৱাৰ আদৰ্শ আৰু অন্তৰৰ চিৰকলীয়া সেউজীয়া তৰুণতাৰদ্বাৰা দুৰ্বা সম্পূৰ্ণভাৱে বিমোহিত হৈছিল।

আইন কলেজত তিনিবছৰ খৰলি খোৱা হৈ গ লত অসমীয়া ছাত্রসমাজত জনাজাত হ ল যে দুৰ্বাই আৰু আইন ব্যৱসায় নকৰে আৰু কোনো চাকৰিলৈও চেষ্টা নকৰে। তেখেত স্কটিছ্ চাৰ্চ কলেজিয়েট স্কুলৰ শিক্ষক হিচাপে কলিকতাতেই থাকিব। দুৰ্বা অসমীয়া সমাজৰ নামজ্বলা পৰিয়ালৰ ল ৰা তেতিয়াৰ দিনত ইচ্ছা কৰিলেই হাকিম বা মুন্সুপ এটি সহজে হ ব পাৰিলেহেতেন। তেতিয়াৰপৰাই দুৰ্বাৰ জীৱন সাধাৰণৰ মানত এটি সাথৰ।

বয়সত চল্লিশৰ দুৱাৰ দলি পাৰ হলেও দুৰ্বা চিৰ তৰুণ —হাঁহি বিৰিঙা মুখ কোমল প্ৰাণ অনাবিল চৰিত্ৰ লাজুকী লতাতকৈও লাজকুৰীয়া ! কামৰ ভিতৰত দেশ বিদেশৰ কাব্য চৰ্চ্চা আৰু অসমীয়াত কাব্য ৰচনা।

কিন্তু চৰ্চা আৰু ৰচনাৰ জোখাৰে তেখেতে পুথি ছপালে কেইখন? তেখেতৰ ৰচনা ভালেখিনি কিন্তু তেখেত লাজকুৰীয়া ছপাবলৈ লাজ কৰে ! ফটুৰৈ ধৰা দুই এখনি পদ পুথি ছপাই সেইবোৰেই আৰু পাঠ্য পুথি নোহোৱাত সাময়িক পত্রিকাৰ পিঠি বখলা বখল কৰা দুই এজন কবি টিলিকাৰ লগত দুৰ্বাৰ প্ৰকৃতিৰ কি বৈপৰীত্য ! আন এজনে পাতনি এখনি জোৰা দিবলৈ গাত লোৱাতহে দুৰ্বাই ‘কথা কবিতা ছপাখানাত দিবলৈ মান্তি হৈছে। প্রকৃত কবিৰ স্বাভাবিক লাজকুৰীয়া প্ৰকৃতিক লক্ষ্য কৰিয়েই ৱাৰ্ডস্‌ৱাৰ্থে লিখিছে —

He is retired as noon tide dew
Or fountain in a noon day grove
And you must love him eye to you
He will seem worthy of your love

—Wordsworth

তেওঁ (কবি) দুপৰীয়াৰ নিয়ৰ কণিকাৰ দৰে চকুত নপৰা বা দিন দুপৰৰ জোনাৰ ভিতৰত থকা ফোৱাৰাৰ দৰে। তুমি তেওঁক ভাল পাবই লাগিব — তেওঁ তোমাৰ ভাল পোৱাৰ উপযুক্ত বুলি প্ৰতীয়মান হোৱাৰ আগতেই।

কপকৰ চলেৰে দুৱৰাই তেখেতৰ প্ৰহেলিকাময় জীৱনৰ ব্ৰতৰ কথা ঠায়ে ঠায়ে ঠাৱেৰে কৈছে। ভাবময় জীৱনত আদৰ্শ আৰু সৌন্দৰ্যৰ কি ঘাত প্ৰতিঘাত হয় ভাবুকত বাজে আনে তাক উপলব্ধি কৰিব নোৱাৰে। ওঠৰ শতিকাৰ শেহ ভাগৰত সোতৰ বছৰীয়া কলেজৰ ল ৰা এটিয়ে জহৰ বন্ধত ঘৰলৈ আহিছিল। এদিনাখন ৰাতি গাঁৱলীয়া নাচ ভাওনা চাই বিহান পুৱাই ঘৰলৈ উভতিব লাগিছে হঠাৎ সন্মুখত দেখিলে —

— Magnificent
The morning rose in memorable pomp

The sea lay laughing at a distance near
The solid mountains shone bright as the clouds

And in the meadows and the lower grounds
Was all the sweetness of a common dawn

— Prelude IV 323 et seq

সন্মুখত দেখিলে পাহৰিব নোৱাৰা সৌন্দৰ্য্য বিভৱ লৈ অৰুণৰ উদয় হ ল দূৰৈত সাগৰৰ ওপৰত হাঁহিৰ জিলিঙনি ফুটি উঠিছে ওচৰত উজ্জ্বল ডাৱৰৰ দৰে গোট গোট পৰ্বতবোৰে সোণালী ৰঙেৰে শোভা কৰিছে তলত পথাৰ আৰু ভৈয়ামত সাধাৰণ দোকমোকালিৰ মধুৰতা ছানি পৰিছে। ল ৰাটোৱে নজনা দেশৰ সন্ধান পালে নেদেখা সৌন্দৰ্যৰ আভাস দেখিলে আৰু তেতিয়াৰপৰাই সেই সৌন্দৰ্যৰ সেৱাতেই জীৱন উচৰ্গা কৰি দিলে —

Ah ! need I say dear friend ! that to the brim
My heart was full I made no vows but vows
Were then made for me
That I should be else sinning greatly
A dedicated Spirit, On I walked
In thankful blessedness which yet survives

— Prelude IV 333 et seq

অ মৰমৰ বন্ধু মই আকৌ ক ব লাগিছে নে মোৰ বুকু আনন্দেৰে উপচি পৰিল। মই শপত লোৱা নাই কিন্তু মোৰ হকে যেন অন্তৰাত্মাই শপত ললে যে সৌন্দৰ্য সেৱাত মই প্ৰাণ উছৰ্গা কৰিম — নহলে পাপ লাগিব। কৃতজ্ঞতাপূৰ্ণ শান্তিৰে আগমুখে খোজ ললোঁ। সেই শান্তি এতিয়াও অন্তৰত বিৰাজ কৰিছে। এই সোতৰ বছৰীয়া ল ৰাটিয়েই প্ৰকৃতিৰ সৌন্দৰ্য উপাসক ভৱিষ্যতৰ বিখ্যাত কবি ৱাৰ্ডচৱাৰ্থ।

ভাৰতীয় সভ্যতাৰ বুৰঞ্জীত ভাৱৰ আবেশত বৈৰাগ্য অৱলম্বন কৰি ঘৰ দুৱাৰ এৰি যোৱাৰ কথা শুনা যায় কিন্তু সৌন্দৰ্য্য সাধনাত সংসাৰৰ প্ৰতি বৈৰাগ্য ভাৰতীয় বুৰঞ্জীত বিৰল।

দুৱৰাৰ জীৱনতো কিবা এটি ঘটনাই তল ওপৰ কৰিব পায়। সাঁথৰৰ ভাষাত পহিলা কবিতাতেই তেখেতে ইয়াৰ আভাস দিছে— হে যৌৱন লাৱণ্যময়ী সুন্দৰী, তুমি জীৱনৰ বসন্তৰ প্ৰথম পুৱাতে দেখা দিছা। মই তোমাক চিনিব পাৰিছোঁ তুমি মাজে মাজে মোক এই দৰে দেখা দি যোৱাহি। এই মোহিনী মূৰ্তি খন্তেক দেখা দি 'বিৰিনিতে নাইকিয়া হ'ল সেইখিনিতে আকাশে অলপ হেঙুলী বৰণ সানি ললে (দেৱী), অকণোদয় জীৱনৰ এটি শুকতৰা মাথোন (বাটকৰা)। অকণোদয়ৰ তাৎপৰ্য্য কি? ই মাৰ্ত্তণ্ডৰ নৱ প্ৰভাত নে বিয়েট্ৰিছৰ উদ্‌ভ্ৰান্ত ডাণ্টেৰ নৱ জীৱন? এদিন হয়তো যথাৰ্থতে জনা যাব।

ইয়াতেই কৈ থোৱা উচিত দুৱৰা এতিয়াও কৌমাৰ্যব্ৰতী—' মই অকলশৰীয়া, চিৰকালেই অকলশৰীয়া (এহালি পাৰ)।

শিল্পী বোলা কবিতাটোক দুৱৰাৰ কাব্য জীৱনৰ মূল মন্ত্ৰৰ স্বীকাৰোক্তি বুলিব পাৰি। আজীৱন সৌন্দৰ্য সাধনাই তেওঁৰ জীৱনৰ লক্ষ্য। আৰু এনেদৰে সৌন্দৰ্যৰ নীৰব সাধনাতেই তেওঁৰ জীৱন ঢালি দিছে। শিল্পীয়ে সময়ৰ চিন চাবলৈ মন নকৰি নিজৰ অন্তৰৰ সেউজীয়া ভাৱ সজীৱ কৰি থব পাৰিছে — তেওঁৰ একোৱেকে ভ্ৰূক্ষেপ নাই — সময়েও যেন তেওঁৰ কাষত হাৰ মানিলে। এই স্বীকাৰোক্তিৰ ধাৰা আন আন কবিতাতো বিয়পি পৰিছে। মনৰ এধাৰি সোঁত যি ফালেই চাপৰ সেইফালেই বৈ যায় — কোনো হানি বিৰিনিৰ লেখ নেলেখে (সীমায়ো দিয়েহি ধৰা)। "চাকিৰ হয়তো ইচ্ছা নহয, যে জাকে জাকে চপাই আহি তাৰ কাপৰ জুইত আত্ম বলিদান কৰেহি — কিন্তু চপাই এই আত্মদানকেই জীৱনৰ ধ্ৰুৱ সত্য বুলি মানি লৈছে" (ব্যৰ্থতা)। এদিন দেখিব মোৰ কথা ফলিয়াব। পোহৰ পৰি আপোনাৰ ৰাজ্য সুন্দৰ হৈ পৰিব। তেতিয়াহে বুজিব মই বলিয়া নহও (পোহৰ)।

এদিনাখন অসমৰ পঢ়াশালিবোৰত অসমীয়াৰ ঠাইত বঙালী পঢ়োৱা হৈছিল। বিদেশী চিত্ৰৰ উপাদানেৰে সেই কৰুণ দৃশ্যক লক্ষ্য কৰিয়েই হৰলা কোৱা হৈছে হায়! চেনেহৰ মোৰ মাতৃভাষা! কোনো এটা অইনৰ তলতীয়া জাতিয়ে যেতিয়ালৈকে নিজৰ মাতৃভাষাকে বুকুৰে আকোঁৱালি ধৰি থাকে তেতিয়ালৈকে শত্ৰুৱে বন্দীশালৰ দুৱাৰৰ সচাৰ কাঠিটি তেওঁলোকৰ হাতৰপৰা নাপায় — এই কথাষাৰ কেতিয়াও পাহৰা উচিত নহয় (মোৰ শেষ পাঠ)।

সকলো প্ৰকৃত কবিতাই কবিৰ ব্যক্তিগত অনুভূতিৰ ভাষাময় চিত্ৰ বা ছন্দোময় স্পন্দন। এই ব্যক্তিগত অনুভূতিক বিশ্ব জীৱন ৰচনাৰ উপাদান কৰিব পৰা শক্তিতহে কবিৰ কৃতিত্ব প্ৰকাশ হয়। সেই কৃতিত্ব দুৱৰা ডাঙৰীয়াই কেতবোৰ কবিতাত সম্পূৰ্ণভাৱে লাভ কৰিছে।

'শিল্পী, প্ৰলয়, সোণ বৰণীয়া দেশ', মোৰ শেষ পাঠ' 'বাটকৰা সীমায়ো দিয়েছি ধৰা, কেতেকী, পোহৰ আদি কবিতা কল্পনাৰ উদ্ভাসনা, ৰচনাৰ সৌষ্ঠৱ, ভাষাৰ মৃদু ব্যঞ্জনা আৰু ৰূপৰ বিচিত্ৰ সমাবেশত সোণৰ কাঠামেৰে বন্ধোৱা, নিপুন চিত্ৰকৰৰ জীৱন্ত ছবিৰ দৰে অসমীয়া সাহিত্যত চিৰকাল জিলিকি থাকিব।

দুৱৰা ৰচনাত পৈণত আৰু সাঁচি থোৱা ৰচনাৰ ভঁৰালেৰে চহকী হলেও ছপাখানাৰ চিয়াহীৰ ডাৱৰ ভেদ কৰি তেওঁৰ প্ৰতিভাৰ পূৰ্ণ বিকাশ নহয় মানে তেওৰ কাব্য প্ৰতিভাক আমি দ্বিতীয়াৰ জোন বুলিহে সম্ভাষণ জনাইছোঁ। কাব্য প্ৰতিভাৰ যোল কলা বিকাশ নহয় মানে তাৰ সকলো ৰং সমালোচকৰ বৰ্ণ বিশ্লেষণ যন্ত্ৰত ধৰা নপৰে ! কিন্তু যি বৰ্ণচ্ছটাৰ দাগ পৰিছে সি মছিব নোৱৰা আৰু সি অসমীয়া সাহিত্যত নতুন যুগৰ আগ বাতৰি জনাইছে। উনৈশ শতিকাৰ সাহিত্যৰ আদৰ্শেৰে গঠিত হোৱা সকলৰ ভিতৰত শ্ৰেষ্ঠ কবি শ্ৰীযুত ৰঘুনাথ চৌধুৰী আৰু কুৰি শতিকাৰ নানা বৰণীয়া ভাৱৰ সমাবেশেৰে পুষ্ট হোৱা আদৰ্শক সৌন্দৰ্য্যৰ সাজেৰে আমাৰ আগত দাঙি ধৰা সকলৰ ভিতৰত আদি শ্ৰেষ্ঠ কবি শ্ৰীযুত যতীন্দ্ৰনাথ দুৱৰা। পোহৰ পৰি আপোনাৰ ৰাজ্য সুন্দৰ হৈ পৰিব এদিন দেখিব মোৰ কথা ফলিয়াব ।—কবিৰ আশ্বাস বাণীয়ে সফলতা লাভ কৰক। কবিৰ প্ৰতিভাত আমাৰ ৰাজ্য সুন্দৰ হৈ পৰক—এয়ে আমাৰ কামনা।

# আপোন সুৰ
## পল্লৱৰ চলিহা

কোনো এজন লিখকৰ সাহিত্যিক অৱদানৰ সম্যক মূল্যাঙ্কন কৰিবলৈ হ'লে কি পৰিবেশ, কেনেকুৱা পাৰিপাৰ্শ্বিক অৱস্থা কেনে অনুকূল পৰিস্থিতিৰ মাজত সেই অৱদান দিব পাৰিলে তাৰ বিষয়েও এটি স্পষ্ট ধাৰণা থকা নিতান্ত বাঞ্ছনীয়। ৺যতীন্দ্ৰনাথ দুৱৰা ৰংপুৰৰ সম্ভ্ৰান্ত দুৱৰা বংশৰ সৌম্যমূৰ্তি — শ্ৰদ্ধাভাজন শ্যামসুন্দৰ দুৱৰাৰ কনিষ্ঠ পুত্ৰ আছিল। তেওৰ জন্ম হৈছিল ৰংপুৰত ১৮৯২ চনৰ মাৰ্চ মাহত। তেওঁ সকলোৰে আজন্মীয়া স্বভাৱৰ আৰু সকলোৰে আদৰৰ পাত্ৰ আছিল। বিশেষকৈ মাক বাপেকৰ তেওঁ আছিল আলাসৰ লাডু। শিৱসাগৰৰ চৰকাৰী হাইস্কুলত ছাত্ৰজীৱন কটাই প্ৰৱেশিকা পৰীক্ষাত উত্তীৰ্ণ হৈ কলিকতাৰ স্কটিচ চাৰ্চ কলেজত পঢ়িবলৈ যায়। ছাত্ৰাৱস্থাতে তেও শিৱসাগৰৰ নাট্যমন্দিৰত (তেতিয়াৰ) গোহাঁই বৰুৱাৰ জয়মতী নাটকত আজলী নাগিনী 'জিনু' ৰ নিখুতকৈ ৰূপায়িত কৰা আমাৰ এতিয়াও বঢ়িয়াকৈ মনত পৰে। কলিকতাত কলেজৰ ছাত্ৰ হৈ থাকোঁতে তেও তাৰ খ্ৰীষ্টান মিশ্যনেৰী অধ্যক্ষ অধ্যাপক আদিৰ আৰু বঙালী, উৰিয়া বিহাৰী এংলো ইণ্ডিয়ান আদি সহপাঠীসকলৰ বিপুল আদৰ চেনেহ লাভ কৰে। লগতে সাহিত্যৰথী লক্ষ্মীনাথ বেজবৰুৱাৰ সৈতে দুৱৰাৰ ঘনিষ্ঠ সম্পৰ্ক ঘটে। বেজবৰুৱাই তেওৰ কবিত্ব শক্তিৰ উমান পাই তেওক যথেষ্ট উদগনি দিলে আৰু বাঁহী ত 'যদু' ছদ্মনামেৰে কবিতাবোৰ সততে প্ৰকাশ কৰি থাকে। শ্ৰীমতী অৰুণা (পিছত মুখাৰ্জ্জী) ৰত্না (পিছত বৰুৱা) দীপিকা(পিছত নান্ হয়) এই জীয়াৰী সকলৰ সৈতেও দুৱৰাৰ মিলাপ্ৰীতি ঘটে। দুৱৰাৰ প্ৰেমমূলক কবিতাবোৰৰ অন্তৰালত নিৰ্ম্মল প্ৰেমৰ প্ৰতিদান নোপোৱাৰ আবেগ লুকাই নথকা নহয়।

কলিকতা প্ৰৱাসী ছাত্ৰ হৈ থাকোঁতেই দুৱৰাৰ অলপ বৈৰাগ্যৰ ভাৱ পৰিলক্ষিত হৈছিল। তেওৰ অন্তৰঙ্গ আৰু সহপাঠী বন্ধু বলীন্দ্ৰৰাম খাউন্দ (যি বৰাখাও নামেৰে বাঁহী ত কেইটামান সুন্দৰ গল্প লিখিছিল) সন্নাসী হৈ ডাণ্ডাছ হোষ্টেল ৰ পৰা অন্তৰ্দ্ধান হ'ল। দুৱৰাৰ কাৰণেও আমি অতি উদিগ্ন হৈছিলোঁ। কালক্ৰমত বি এ ডিগ্ৰী লৈ দুৱৰাই ভালেমান বছৰ স্কটিছ চাৰ্চ কলেজিয়েট স্কুলত শিক্ষকতা কৰে আৰু লগে লগে কলেজৰ ছাত্ৰাবাসৰো চুপাৰিণ্টেণ্ডেণ্ট পদত অধিষ্ঠিত হয়। লগে লগে তেও কলিকতা বিশ্ববিদ্যালয়ৰ অসমীয়া বিষয়ৰ অধ্যাপক আৰু পৰীক্ষক পদত ভালেমান বছৰ অধিষ্ঠিত থাকি সুখ্যাতি অৰ্জ্জন কৰে।

কলিকতা প্ৰৱাসী হৈ থকা কালতে তেও 'ওমৰ তীৰ্থ' , 'কথা কবিতা , 'আপোন সুৰ বনফুল , 'মিলনৰ সুৰ এই পাঁচখনি গ্ৰন্থ ৰচে। বনফুলে' সাহিত্য অকাডেমীৰ পুৰস্কাৰ লাভ কৰে। ভালেমান কবিতা অপ্ৰকাশিত অৱস্থাতে তেও থৈ গৈছে বুলি জানিবলৈ

পাইছোঁ। সেইবোৰ পোহৰলৈ ওলালে স্বভাৱকবি দুৱৰাৰ প্ৰতিভা ঝলমল পটপটকৈ জিলিকি উঠিব।

কিবা এটি মনৰ বেজাৰত তেওঁ ভালেমান বছৰ অসমলৈ নাহি আত্মীয় স্বজনৰ পৰা আঁতৰি আছিল। একমাত্ৰ লগৰীয়া আছিল সাধন নামৰ এটি বঙালী বিশ্বাসী লগুৱা বান্ধনি। এবাৰ তেওঁ সাংঘাতিক মটৰ দুৰ্ঘটনাত বিষম আঘাত পায়। কলিকতাৰ এলম প্ৰেছৰ গৰাকী শ্ৰীদেৱপ্ৰসাদ মিত্ৰ আছিল তেওঁৰ পৰম বন্ধু। দুৱৰাই এই লিখক আৰু ✓যাদবপ্ৰসাদ চলিহাৰ লগত কলিকতাত তাহানিখন নিতৌ আবেলি আবেলি ফুৰা চকা কৰিছিল। বাটে বাটে তেওঁ কবিতা গাই যায়। যাদৱে কেতিয়াবা জোকালে গাত নিৰ্দোষ ঢকা একোটা মৰা দৃশ্য আজিও মানস পটত ভাহি উঠে। ১৯৪৮ চনত তেওঁ কানৈ কলেজৰ অসমীয়া বিষয়ৰ অধ্যাপক হয়। ১৯৫৫ চনত অসম সাহিত্য সভাই গুৱাহাটীৰ অধিবেশনত তেওঁক সভাপতি পাতি সন্মান প্ৰদৰ্শন কৰে। পিছত কলেজৰ পৰা অৱসৰ লৈ জীৱনৰ শেষছোৱা শিৱসাগৰ আমোলাপট্টিৰ নিজ ঘৰত ভতিজাক শ্ৰীবসন্তলাল দুৱৰা আদিৰ অক্লান্ত সেৱা শুশ্ৰূষাত শয্যাগত হৈ থাকে ভালেমান দিন। বাৰ্দ্ধক্যজনিত ৰোগত ভুগি ১৯৬৪ চনৰ ৫ জুলাইৰ দিনা তেওঁ শেষ নিশ্বাস ত্যাগ কৰে। এয়াই কবি দুৱৰাৰ চমু জীৱন কাহিনী।

কবি কাক বোলে ? কবিতা কি? মূল সংস্কৃত 'কবি' শব্দৰ অৰ্থ দূৰদৰ্শী ভবিষ্যত বক্তা, ঋষি। *Seer Prophet sage* গতিকে ই গুৰুত্বপূৰ্ণ। ৰামায়ণ মহাভাৰত ইলিয়াড ৰেষ্টলেণ্ড আদি কাব্যত কবিয়ে মানস চকুৰে অতীত আৰু ভৱিষ্যত দেখাৰ উমান নোপোৱাকৈ নাথাকে। ই ৰাজ কবি উইলিয়াম ৱৰ্ডছৱৰ্থৰ মতে কবিতা হৈছে নীৰলে সোৱৰা হিয়াৰ আবেগ(*Emotion recollect ed in tranquility*)। কবিতাৰ এই সুন্দৰ সূত্ৰটি দুৱৰাৰ কবিতাবোৰত বঢ়িয়াকৈ ৰজিতা খাই পৰে। আৰু এগৰাকী বিশ্ববিশ্ৰুত কবি ছেলীৰ মতে –

We look before and after
and pine for what is not
Our sincerest laughter with some
pain is fraught
Our sweetest songs are those that
tell of saddest thought

ইয়াৰ ভাবাৰ্থ হৈছে আমি এবাৰ অতীতলৈ এবাৰ ভৱিষ্যতলৈ দৃষ্টিপাত কৰো আৰু কিবা এটি নাই বুলি অনুভৱ কৰি তাক পাবলৈ হাবিয়াস কৰোঁ। আমাৰ প্ৰাণভৰা হাঁহিটিতো কিবা যেন বেদনাৰ সুৰ নিহিত থাকে আৰু বিষাদৰ ভাব প্ৰকাশ কৰা কৰুণ সুৰৰ গীতবোৰ আমাৰ আটাইতকৈ মধুৰ যেন লাগে।

এগৰাকী পাশ্চাত্য মনীষীৰ মতে কবিতা হৈছে সংগীতময় বাক্য (*Musical speech*)।

দুৰ্বাৰ সৰহভাগ কবিতাত এটি শূন্যতা এটি নিৰাশা এটি কাতৰ আকুতিৰ করুণ কোমল পৰশ থকা বাবে সহজতে আমাৰ হৃদয় বীণত সহানুভূতিৰ জোকাৰ উঠে, আমাৰ অন্ত স্থলত এটি মচ নোযোৱা সাঁচ বহি যায়। কবিয়ে নিজকে অকলশৰীয়া সকলোৰে অনাদৰ অৱহেলাৰ পাত্ৰ বুলি ভাবি জন সমাজৰ হাই উকমি দন্দ্ব খৰিয়ালৰ পৰা আঁতৰি পাহৰণি নৈৰ পাৰত এটি সৰু পঁজা সাজি তাতে থাকিবলৈ নাইবা সংসাৰ নদীত জীৱনৰ নাওখনি মেলি সাগৰৰ সিপাৰৰ সোণোৱালী দেশৰফালে অকলে অকলশৰে নাৱৰীয়া হৈ অবিৰাম গতিৰে নাও বাই গৈ থাকিবলৈ হেপাহ কৰে। থুলমূলকৈ এয়ে তেওঁৰ জীৱন দৰ্শন বুলিব পাৰি। অৱশ্যে ইয়াত ভাৰতীয় জীৱন দৰ্শনৰ বিশেষকৈ উপনিষদ সাংখ্য বেদান্ত দৰ্শনৰ আৰু লগতে বিশ্ব কবি ৰবীন্দ্ৰনাথৰ মানৱাত্মাৰ অনন্তযাত্ৰা ৰ কল্পনাৰ প্ৰভাৱ নপৰাকৈ থকা নাই যেন লাগে। কবিতাৰ সংকলন 'আপোন সুৰ তে নাৱৰীয়া (ক) (খ) (গ) শিতানত আৰু নাৱৰীয়া মিয়া নাও বাই শিতানত মুঠতে চাৰিটা কবিতা আছে। ৰঘু মৈধাৰী যেনেকৈ বিহগী কবি বিনন্দ বৰুৱা ধ্বনি কবি আনন্দ বৰুৱা বকুলবনৰ কবি কমলাকান্ত ভট্টাচাৰ্য 'অগ্নি কবি বুলি জনাজাত হৈছে দুৰ্ৱাকো বনফুলৰ কবি বোলাতকৈ নাৱৰীয়া কবি আখ্যা দিলেহে তেওঁৰ ঘাই জীৱন দৰ্শনৰ লগত বটিয়াকৈ ৰজিতা খাই যাব যেন লাগে। এইজনা কবিয়ে অকলে অকলশৰে নিজৰ গান গাই নিজে শুনি শুনি নিজে কেতিয়াবা তল গৈ অনন্ত প্ৰেমৰ অনন্ত মিলনৰ অনন্ত শান্তিৰ সোণোৱালী দেশক থিয়াই অনন্তকালৰ সোঁতত জীৱনৰ নাওখনি মেলি ভটিয়াই গৈ আছে। ই এটি অতি সুন্দৰ অতি মধুৰ অথচ অতি মহৎ কল্পনা এটি অবিস্মৰণীয় মানস চিত্ৰ। কেতিয়াবা নিশাদেৱীয়ে কলীয়া চুলি মেলি জগতক আৱৰি ধৰিলে আন্ধাৰ নামিলে কোনোবা দেৱীয়ে যদি তেওঁক পুতৌ কৰি নিশাটো তেওঁৰ বহাত কটাবলৈ মাতে কবিয়ে এই বুলি সমিধান দিয়ে –

মানুহৰ ভালপোৱা? আছে যদি থক
নাই তাত মোৰ প্ৰয়োজন
জগতক ভালপাও জগততে ফুৰো
সকলোটি মোৰ প্ৰিয়জন।
ধন সোণ দেৱী মোক একোকে নালাগে
যি আছে তাতেই সুখীয়া
আহিছিলো শুদাহাতে যাওঁ শুদাহাতে
ধন বস্ত্ৰ মাথোঁ দুৰ্দিনীয়া

নাৱৰীয়া কবিয়ে আৰু গাইছে –

সুখ দুখ একো নাই সকলোটি মিছা
ই এটি মনৰ কল্পনা
যিটিয়ে তোমাৰ সুখ হ'ব পাৰে সিটি
আইনৰ দুখৰে ভাৱনা।
(নাৱৰীয়া (ক))

তেওঁ য তে ৰাতি হয় ত'তে কাটি হৈ মুকলিমুৰীয়া হৈ গছৰ তলতে পৰি থাকিবলৈ ভাল পায় আৰু কয়

ফাকি ফুকা য ত নাই আৰু নাই য ত
সমাজৰ কঠোৰ শাসন
সেয়ে মোৰ থকা ঠাই জগতত
সেই ঠাই অতি নিৰজন।'

(নাৱৰীয়া (ক))

কবিয়ে মাথোঁন সুন্দৰৰ চৰণত মুকলি মনেৰে ভক্তিৰ আঁজলি যাচিবলৈ হেপাহ কৰে

'মুকলি আকাশ তল মুকলি তটিনী জল
উদাৰ প্ৰকৃতি আজি জগত মুকলি
মুকলি পৰাণ মোৰ মুকলি মনেৰে দিও
সুন্দৰৰ চৰণত ভক্তিৰ অঞ্জলি।

(নাৱৰীয়া (খ))।

দুৱৰাৰ কবিতাবোৰ তন্নতন্নকৈ অধ্যয়ন কৰিলে তেওক পলায়নবাদী (Escapist) নাইবা দুৰ্ঘোৰ নৈৰাশ্যবাদী (Pessimist) বুলিলে তেওৰ প্ৰতি অবিচাৰ কৰা হ ব। নিৰাশাৰ কলীয়া ডাৱৰৰ মাজতো তেও আশাৰ ৰেঙনি দেখে আন্ধাৰতো পোহৰৰ সন্ধান পায় বিচ্ছেদতো মিলনৰ সুৰ শুনে। জীৱনৰ নাও বাই গৈ থাকোঁতেই যুগৰ আহ্বান সংসাৰৰ কৰ্ত্তব্যৰ চিন্তা ভাৱনাই তেওৰ মন অধিকাৰ নকৰাকৈ থকা নাই। সেয়েহে তেও গাইছে

জগতৰ আৱাহন কাণত পৰিছে শুনা
কাটি পাৰি সকলোৱে দিহাদিহি যোৱা
কবি তেন্তে উঠি আঁহা মুখত বাঁহীটি লই
নতুন সুৰেৰে তুমি জগত জগোৱাঁ।

(নাৱৰীয়া (খ))।

দুৱৰাৰ নিচিনা শান্ত প্ৰকৃতিৰ সৌন্দৰ্যসাধকে সেইকালৰ ৰাজনৈতিক আন্দোলনৰ লগত ঘনিষ্ঠভাৱে সংশ্লিষ্ট নথকাতো একো আচৰিত কথা নহয়।

নাৱৰীয়া কবিৰ লক্ষ্যস্থান সাগৰৰ সিপাৰৰ কবিৰ আপোন দেশলৈ গৈ থাকোঁতে যদিও উত্তাল তৰঙ্গ উথলি উঠি খলকনি লগায় মেঘৰ প্ৰচণ্ড গাজনিয়ে চতুৰ্দিশ নিনাদিত কৰে তত্ৰাচ আশাবাদী কবিৰ আতঙ্ক নাই

আহক বিশাল ঢৌ — স্থিৰ গতি হীন
উথলি উঠক পানী — নীৰৱ নিমাত

আনিলে সি টৌৱে মোক অনন্তৰ পৰা
ৰঙমনে ৰবলৈ উটি যাম তাত।
দেশ কাল সময়ৰ সীমা হেৰুৱাই
সোঁতে যদি নিয়ে মোক বহু দূৰলৈ
ভয় নাই নাৱৰীয়া বহি কাষতেই
নাওখনি নিব মোৰ নিজ দেশলৈ।
(নাৱৰীয়া (গ))।

সাগৰৰ সিপাৰত আশাৰ চাকিটি জ্বলি একেবাহে পোহৰ বিলোৱা উলাহসোঁতত পৰি বিষাদ বিননি উটি মৰমৰ জেউটি চৰোৱা কবিয়ে দেখি অনন্ত সঙ্গীতৰ অমৃত লহৰীত উল্লাসিত হৈছে

অনন্ত সঙ্গীত উঠে অমৃত লহৰী তুলি
আকাশ বিয়পি বই যায়
সুমধুৰ ধ্বনি তাৰ বিশ্বৰ বুকুত বাজে
অসীমত সীমা হেৰুৱাই।
অহা আহে যোৱা যায় নতুন পুৰণি হয়
জগতৰ নতুন প্ৰকাশ
আৱাহন বিসৰ্জ্জন কালৰ সোতত ঘূৰে
জীৱনৰ নতুন বিকাশ।
(নাৱৰীয়া নিয়া নাও বাই )

যেতিয়া বেলি বুৰিল নিজান দেশৰ পিনে নাৱৰীয়া নাও বাই যাবলৈ কবিয়ে আকুতি জনাইছে। কবিৰ এই জীৱন দৰ্শনৰ গভীৰ তত্ত্ব আৰু আধ্যাত্মিক মূল্য মন কৰিবলগীয়া।

শূন্য পৰিচয় কবিতাটি উপমা প্ৰতীক মানস চিত্ৰ ভাবাবেগ আদিৰ সুন্দৰ নিদৰ্শন। কবিৰ হিয়াখনি জেতুকা পাতৰ দৰে সেউজীয়া বননিৰ বৰণেৰে ঢকা বুকুৰ ৰঙা তেজেৰে জ্বলি থকা ছবি তেওৰ অন্তৰত অকা আছে। কোনো প্ৰেয়সীৰ ভালপোৱা তেও আশাও নকৰে কামনাও নকৰে বিশ্বাসো নকৰে। তাকে মাথোঁন এটি অলীক সপোনৰ ৰেখা বুলিহে গণ্য কৰে

তুমি মোক ভালপোৱা শুনিলেও হাঁহি উঠে
হ ব পাৰে ইও এটি সপোনৰ ৰেখা
সপোনৰ শেষ হ লে মোহ জাল আতৰিলে
দুনাই এনুৱা ভাবে দিবা জানো দেখা।

এইখিনি কথা কবিৰ হিয়াৰ তেজেৰে ৰচা।

কবিয়ে অনাদৰ অৱহেলা সকলো গোটাই লৈ জীৱনৰ কুসুম কানন ৰচিব খোজে পাহৰণি নৈৰ পাৰত পঁজা এটি সাজি নিৰলে থাকিবলৈ ধুনীয়া জোনাক ৰাতি বীণখনি

লৈ জীৱন গীতি শুনাবলৈ বাঞ্ছা কৰে। মানৱী দেহা অনন্তত লয় গ লেও সংসাৰৰ বেচা কিনা সদায় একেদৰেই থাকিব। কবিৰ পঁজাৰ কাষেদি বৈ যোৱা পাহৰণি নৈয়ে তেওৰ শূন্য পৰিচয় দিব। কিন্তু কবিয়ে নিজকে শূন্য বুলি ভাবিলেও আমি একৰ পিচত কেইবাটাও শূন্য দিহে তেওক বিচাৰ কৰিব খোজোঁ আৰু কবিক সোঁৱৰণি নৈৰ পাৰতহে এটি নিগাজী ঘৰ সাজি দি তাতে তেওৰ স্মৃতিৰ প্ৰতি হিয়াভৰা শ্ৰদ্ধাঞ্জলি যাঁচি থাকিবলৈ হেপাহ কৰোঁ।

প্ৰকৃত শিল্পীৰ দৰে দুৱৰা কবি সৌন্দৰ্যৰ পূজাৰী সৌন্দৰ্যৰ অনন্ত নিজৰা তেও আজীৱন বিচাৰি ফুৰিছে। যাতে তাত এটি বুৰ মাৰি চিৰকাললৈ তেওৰ মানস প্ৰতিমাতেই আপোন পাহৰা হব পাৰে। গানে গানে ছন্দে ছন্দে যিদিনা কবিৰ বীণৰ সুৰত সেই প্ৰতিমাক আপোন কৰি লব প্ৰতি অনু পৰমাণু তেওৰ সৈতে মিলিব তেতিয়াহে তেওৰ জীৱন সপোন ফলিয়াই দিঠকত পৰিণত হব সংসাৰৰ লীলা খেলা সামৰি সুতৰি থৈ হাঁহিমুখে কবিয়ে প্ৰয়াণ কৰিব। অতদিনে বৈ অহা প্ৰেমৰ কবিতাধাৰাৰ সেইদিনাহে অৱসান ঘটিব। এই প্ৰসঙ্গতে এটি কথা উনুকিয়াব পাৰি যে দুৱৰা কবিয়ে যদিও ভালেমান প্ৰেমৰ কবিতা ৰচিলে সেই প্ৰেম অতীন্দ্ৰীয় বা প্লেটনিক ধৰণৰ প্ৰেম বুলিহে আমাৰ ধাৰণা হয়। ইন্দ্ৰিয়গ্ৰাহ্য প্ৰেমতকৈ বিশ্বপ্ৰেমক অধিক ওখ আসন দিয়াটোহে কবিতাবোৰে প্ৰতিপন্ন কৰে।

কবিতাৰ ঘাই উপকৰণ – কল্পনাৰ উৰণ ভাবৰ স্ফুৰণ আবেগৰ স্পন্দন আৰু সৌন্দৰ্যৰ ৰহণ – দুৱৰা কবিতাত জিলিকি আছে।

দুৱৰাৰ কবিতা নিজৰাৰ নিৰ্ম্মল সোঁতৰ দৰে। সুললিত ছন্দৰ অবাৰিত লীলায়িত গতিত সি বৈ বৈ গৈ থাকে ক তো ঠেকা নাখায়। কোনো কোনো ঠাইত ভাৱৰ খেলি মেলি আৰু আবেগৰ সংঘাত থাকিলেও সাধাৰণতে ক তো দুৰ্বোধ্যতা বা জটিলতা নাই। প্ৰত্যেকটিয়েই বোধগম্য সহজ সৰল নিৰহ নিপানী। আৰু এটি বিশেষত্ব এই যে প্ৰায় আটাইবিলাক কবিতাকে গীতি কবিতা(Iyric)ৰ শ্ৰেণীত পেলাব পাৰি। প্ৰায় আটাইবিলাকেই সঙ্গীতধৰ্মী। সঙ্গীতৰ ৰণন ছন্দৰ নেপুৰধ্বনি কাণত বাজি উঠে। সুদক্ষ সুৰকাৰৰ হাতত পৰিলে দুৱৰাৰ চুটি কবিতা কিছুমান একোটি সুন্দৰ গীতলৈ ৰূপায়িত হব পাৰে। সেয়ে হ লে কবিতাবোৰ অধিক মৰ্ম্মস্পৰ্শী হ ব বুলি এই লিখকৰ ধাৰণা। আপোন সুৰ দৰাচলতে আমাৰ সকলোৰে অতি আদৰৰ অতি হেপাহৰ আপোন সুৰ । ৰবীন্দ্ৰনাথৰ ভাষাত কবলৈ হ লে আপোন সুৰে আমাৰ প্ৰাণত সুৰৰ জুই জ্বলাই দিয়ে – সেই জুইকুৰাৰ ফিৰিঙতি চাৰিওফালে বিয়পাই দিয়ে অন্তৰৰ অন্ধকাৰ বিষাদৰ ক লা ছা হতাশাৰ আৱৰণ সকলো নিমিষতে পুৰি পেলায়। সেই সুৰৰ লহৰীয়ে কোনো এখন সপোন পুৰীলৈ আমাক আগুৱাই লৈ যায়।

দুৱৰাৰ কবিতাৰ বাহিৰেও অসমীয়া সাহিত্যত এনে ভালেমান কবিতা চুটি গল্প কথা কবিতা প্ৰবন্ধ আৰু গ্ৰন্থ আছে বিবোৰ অন্য ভাষালৈ অনূদিত হ লে বিশ্ব সাহিত্যৰ

দৰবাৰত সম্মানিত আসন লাভ কৰিব বুলি ভাবিবৰ যথেষ্ট থল আছে। উপযুক্ত প্ৰচাৰ আৰু উদ্যমৰ আৰু পৰিতাপৰ কথা। তদুপৰি আমাৰ সাহিত্য সম্পদৰ প্ৰকৃত মূল্যাংকন তথা সূক্ষ্ম সম্যক নিৰপেক্ষ আৰু নিৰ্ভীক সমালোচনাৰো অভাৱ পৰিলক্ষিত হয়। এই অভাৱ পূৰণ কৰিবলৈ আমাৰ উচ্চ শিক্ষিত সম্প্ৰদায়ৰ গুণগ্ৰাহী পঢ়ুৱৈ সমাজৰ আৰু সহৃদয় ৰাইজৰ মনোযোগ আকৰ্ষণ কৰিবলৈকে এই দু আষাৰ লিখা হ'ল।

## বনফুল

### ডঃ বিবিঞ্চিকুমাৰ বৰুৱা

দুৱৰাৰ কাব্যৰ পাতনি লিখিবলৈ যোৱা ধৃষ্টতা নহলেও মোৰ পক্ষে যে দু সাহসিকতা তাক নকলেও হয়। তথাপি বাধ্য হলোঁ অনুৰোধ ৰক্ষা কৰাতকৈ কবিৰ লগত ব্যক্তিগত ঘনিষ্ঠতা ছেদৰ আশঙ্কাতহে। দুৱৰাৰ পূৰ্ব প্ৰকাশিত আপোন সুৰ আৰু আজিৰ বনফুল — দুয়োখনি কবিতাৰ পুথি মোৰ অত্যাচাৰত প্ৰকাশ হৈছে। 'বনফুল ৰ পাতনি লেখোৱাই কবিয়ে সেই অত্যাচাৰৰ প্ৰতিশোধ লবলৈ বিচাৰিছে। বনফুল ৰ পাতনি লেখিবলৈ অনুৰোধ কৰি দুৱৰাই এখন চিঠিত লেখিছে— এইখনেই মোৰ শেষ কবিতাৰ পুথি। নতুনকৈ লেখাও নাই আৰু নোৱাৰিম কাৰণ অৱস্থা প্ৰতিকূল। তুমি জানাই যে মই অৱস্থাৰ দাস আৰু তুমি নোহোৱাহেতেন মোৰ কবিতাবোৰ হাতে লিখা অৱস্থাতে মৰহি গ লহেতেন।

অত্যাচাৰী আৰু নিপীড়িত'ৰ মাজৰ মধুৰ সম্বন্ধ অটুত ৰখাবৰ কাৰণেই তোমাৰ পৰা পাতনি এখন লাগিবই । লাগ বোলা বস্তুটো নেপাই সৰু ল ৰাৰ দৰে ওফোন্দ পতা দুৱৰা কবিৰ অভ্যাস। ঠেহ লাগিবলৈ দিয়াতকৈ ভুৰুকিৱাই নিচুকুওৱা উত্তম পন্থা। তাৰ ফলতে এই পাতনি।

দুৱৰাৰ কবিতা সৰ্বজন সমাদৃত হোৱাৰ সৰ্বপ্ৰধান গুণ তেওৰ কবিতাৰ ভাষা। দুৱৰাৰ কবিতাত ভাষাৰ জটিলতা শব্দৰ দুৰ্বোধ্যতা অৰ্থৰ অস্পষ্টতা নাই। তেওৰ কাব্যৰ ভাষা শিশুৰ দৰে সৰল স্বভাৱ সুন্দৰী ৰমণীৰ দৰে নিৰলঙ্কাৰ। ই ৰাজ কবি ওৱৰ্ডছৱৰ্থে এনে ভাষাকেই কাব্যৰ উপযুক্ত বাহন বুলি নিৰ্দেশ কৰি গৈছে। কবিৰ কাব্য প্ৰেৰণাও সহজ আৰু স্বত পূৰ্ণ। ই অসমীয়াৰ জাতিগত ভাবনাৰ অনুকূল। দুৱৰাৰ কবিতাত পাহৰি যোৱা অসমীয়া বনগীতৰ কথা সুৰ নতুন ৰূপত নবীন ছন্দত ধ্বনিত হৈছে। সেয়ে তেওৰ কবিতাক গীতাত্মক লিৰিক কবিতাৰ পৰ্য্যায়লৈ তুলিছে। দুৱৰা এই বিষয়ত আধুনিক অসমীয়া কাব্য বুৰঞ্জীত যুগ প্ৰৱৰ্ত্তক কবি। তেওৰ প্ৰতিটি কবিতাতে কাব্যতকৈ কবিৰ পৰিচয় অধিকভাৱে পৰিস্ফুট প্ৰতি ফাঁকি কবিতা হৃদয় বীণৰ ঝ কাৰহে মাথোঁন। আপোন অন্তৰত সৃষ্টি পাতনিৰ ভঙ্গা পতা ছবি আকি কবি আপোন ভাবতে আপুনি বিভোৰ। আত্মনিমগ্ন কবিয়ে নিজেই গাইছে নিজেই শুনিছে —

মোৰ গান ময়ে গাও  
শুনি শুনি ময়ে তল যাও।  
গানৰ শেষত  
শুনোতা গাওতা দুয়ো  
একে হৈ পাৰকে নাপাও।

(মোৰ সৰগ)

দুৰ্ৰা মুখ্যত প্ৰেমৰ কবি সৌন্দৰ্যৰ উপাসক। তেও প্ৰেমৰ সপোন দেখে প্ৰেমৰ কবিতা লিখে। দুৰ্ৰা কবিৰ মতে প্ৰেম আৰু সৌন্দৰ্য একেপাহি ফুলৰে বিভাজনব্যৰ্থ বৰ্ণ আৰু সৌৰভ। য তে প্ৰেম ত তে সৌন্দৰ্য। কবিয়ে এই প্ৰেম মানুহৰ অকপট প্ৰেম প্ৰীতি স্নেহ ভালপোৱাৰ মাজত বিচাৰি হাবাথুৰি খাইছে। কিন্তু পৃথিৱীত অবিকল প্ৰেম প্ৰীতি বিৰল। প্ৰেমৰ লগত ব্যথা বেদনা বিচ্ছেদ বিষাদ, লাঞ্ছনা গঞ্জনা, অৱহেলা অৱসাদ জড়িত হৈ সপ্তবৰ্ণ ৰঞ্জিত ইন্দ্ৰধনুৰ সৃষ্টি হৈছে (ইন্দ্ৰধনু)। সেই হেতুকেই দুৰ্ৰাৰ কবিতা নানাভাৱ বৈচিত্ৰ্যৰে সমৃদ্ধিশালী। কোনো কবিতাত মিলন আকাঙ্ক্ষাৰ আনন্দ, কোনোটিত প্ৰত্যাখ্যানৰ নিদাৰুণ মৰ্ম্মঘাত কোনো কবিতাত ব্যৰ্থ জীৱনৰ অকলশৰীয়া অসহায়তা কোনোটিত অতৃপ্তিৰ দীৰ্ঘশ্বাস কোনোটিত বিদায়ৰ বেদনা ধ্বনিত হৈছে। সৌন্দৰ্য পিয়াসী কবি হৃদয়ে সমাজ সংসাৰত অকপট প্ৰেম অনাবিল সৌন্দৰ্য বিচাৰি ব্যৰ্থ মনোৰথ হৈ নিখিল বিশ্বৰ বায়ু, পানী সূৰ্য্যালোক বিটপ বিহঙ্গমৰ মাজত সহৃদয়তা স্থাপনৰ কল্পনা কৰিছে। বিশ্বব্যাপিনী সৌন্দৰ্যৰ বিচিত্ৰ ৰেখাই ধ্যান তন্ময় কবিৰ চিত্ত নানাভাৱে আলোড়িত কৰিছে। পখীৰ সঙ্গীত মৌমাখিৰ গুঞ্জন ফুলৰ সুষমা পুৱাৰ পোহৰ সন্ধিয়াৰ হেঙুলি ৰহণ বিজুলীৰ চিকমিক হাঁহি নিজৰাৰ কুলকুল ধ্বনি জোনৰ পোহৰত তিৰবিৰাই জিলিকা লুইতৰ ৰূপালী চাপৰি বাৰিষাৰ বগা ডাৱৰৰ শাৰী— সকলোৱেই কবিৰ অন্তৰত এক অতীন্দ্ৰিয় অনুভূতিৰ সৃষ্টি কৰিছে। বিশ্বফুলনিত কবি জাকি মাৰি উৰিফুৰা সৌন্দৰ্য সন্ধানী পখিলা। পাখীত পোহৰ সানি পখিলা যেনেকৈ ফুলৰ লগত এক হবৰ অভিলাষ সেইদৰে কবিৰো বিশ্বসৌন্দৰ্যৰ লগত একীভূত হবৰ ঐকান্তিক আকুতি—

কেতিয়ানো সুন্দৰৰ মধুৰ পৰশে
কাষ চাপি লবহি চপাই।
(এটি উৰি যোৱা হাহঁলৈ)

কবিয়ে এইভাৱে প্ৰকৃতিৰ বিভিন্ন ৰূপ ভঙ্গিমাৰ লগত নিবিড় অন্তৰঙ্গতা আকাঙ্ক্ষা কৰিছে। প্ৰকৃতিৰ ৰূপ ৰস গন্ধ স্পৰ্শ কবিয়ে প্ৰাণভৰি উপভোগ কৰিছে। প্ৰকৃতিৰ প্ৰতিটি ৰেখাই বননিৰ বনৰীয়া সুৰে বৰ্ণৰ বৈচিত্ৰ্যই গন্ধৰ সৌৰভে কবিক উন্মনা কৰি তুলিছে। অতীন্দ্ৰিয় ৰহণেৰে ৰঞ্জিত হেতু চিৰ পৰিচিত গাঁওখনিৰ প্ৰতিটি ৰেখাই নবীন সৌন্দৰ্যেৰে দুৰ্ৰাৰ কবিতাৰ শাৰীয়ে শাৰীয়ে নাচি নাচি দেখা দিছে (নাৱৰীয়া যায় ভটিয়াই)

স্থূল বস্তু সৌন্দৰ্যৰ পৰা ভূমাৰ সৌন্দৰ্য বিৰামহীনভাৱে অন্বেষণ সন্ধিয়া জিলিকা সুদূৰ দেশৰ উদ্দেশ্যে অন্তহীন গতি(এই বাটে নাহিবা দুনাই)—এয়ে দুৰ্ৰা কবিতাৰ দাৰ্শনিক পৰিচয়। নদী নাও নাৱৰীয়া —এই প্ৰতীকত্ৰয়ৰ সহায়ত কবিয়ে জীৱনৰ গতিধৰ্ম্মৰ (বৌদ্ধধৰ্ম্মৰ universal flux)ইঙ্গিত দিছে। নদীৰ নিৰবচ্ছিন্ন গতি সোঁতত নাৱৰীয়াই জীৱন নাও মেলি দিছে—

অজানৰ সুৰে নিয়ে টানি
সোঁত তাৰ চিৰলগৰীয়া। (চিৰলগৰীয়া)

শত বাধা বিঘিনি ধুমুহা ঢেৰেকনি বিদ্যুত বজ্ৰপাত সকলোকে আওকাণ কৰি সংসাৰ বিৰাগী কবি আজি অন্তহীন সুদূৰৰ অভিসাৰত—

মুকলি মনেৰে দিম মেলি নাওখনি
পিচলৈ নেচাও দুনাই।
অনন্তত বই থকা সুৰৰ সোঁতত

দুৱৰাৰ কবিতা সোণোৱালী দেশৰ পিনে অবিৰত যাত্ৰাৰ কাহিনী। তেওঁৰ কবিতাই ঐতৰেয় ব্ৰাহ্মণত দেৱতাই ৰোহিতক দিয়া উপদেশ স্মৰণ কৰায়—

চৰন্ বৈ মধু বিন্দতি চৰণ স্বাদুমুদুম্বৰম্।
সূৰ্য্যস্য পশ্য শ্ৰেমানং যো ন তন্দ্ৰয়তে চৰন্।।
চৰৈৱতি চৰৈৱতি।

যাত্ৰাৰ উদ্যোগ কৰুণ বিননিৰে বিজড়িত অতীত স্মৃতিৰে বিমণ্ডিত। বিদায়ৰ সময়ত পুৰণি পৃথিৱীৰ সনাতন ৰূপটো মধুৰ আৰু অৰ্বাচীন হৈ মানস পটত ভাহি উঠে এৰি যাও বুলিও যাবলৈ সত নেযায়। যাত্ৰা উদ্যোগ কালত মন এপিনে আসন্ন বিচ্ছেদৰ দুৰ্ভাৱনাত আনপিনে আগন্তুক ভবিষ্যতৰ অস্পষ্ট উদ্দীপনাত দোদুল্যমান। ই জানিবা নব বধূৰ প্ৰথম স্বামীৰ ঘৰ কৰিবলৈ ওলোৱা ন যযৌ ন তস্থৌ অৱস্থা। দুৱৰাৰ কবিতা জীৱন মৰণৰ সীমা পাৰ হৈ যাবলৈ উদ্যোগ কৰা যাত্ৰাৰ ছবি—তেওঁ আশাবাদী জীৱনৰ চলন্ত ইতিহাস।

## মিলনৰ সুৰ

### ডঃ যোগীৰাজ বসু

শ্ৰদ্ধেয় কবিবৰ অসমীয়া সাহিত্য কাননৰ কোকিল শ্ৰীযুক্ত যতীন্দ্ৰনাথ দুৱৰাদেৱৰ অনুৰোধত তেখেতৰ মিলনৰ সুৰ নামৰ অপ্ৰকাশিত কবিতাৱলীৰ ভূমিকা লিখিলোঁ। বহুতো যোগ্য ব্যক্তি থকা সত্বেও যে তেখেতে মোকেই এই ভাৰ দিছে — এইটো মোৰ প্ৰতি তেখেতৰ অকৃত্ৰিম স্নেহ প্ৰীতিৰ নিদৰ্শন। তেখেতৰ কবিতাৰ ভূমিকা লিখিছোঁ, — অৰ্থাৎ তেখেত অসীম সসীমৰ মিলনৰ পূজাত বহিছে মই সেই পূজাৰ ঘণ্টাবাদক মাত্ৰ।

এই কবিতাৰ পুথিখনি শ্ৰীযুক্ত দুৱৰাই বহুদিনৰ আগতে লিখিছিল। গ্ৰন্থ ৰচনাৰ ইতিহাস পাঠকসকলে তেখেতৰ মুখবন্ধ (আগকথা) ৰ পৰা জানিব পাৰিব। আৰবী আৰু পাৰ্ছী ভাষাত কৃতবিদ্য ডা খোদাবক্সৰ ওচৰত ছুফীতত্ত্ব (Sufism)অধ্যয়ন কৰি, তাৰ পিচতে ছুফী ৰহস্যবাদকে ভিত্তি কৰি তেখেতে এই গ্ৰন্থ ৰচনা কৰে। গতিকে এই গ্ৰন্থৰ মূল সুৰ বা মূল তত্ত্ব বুজিবলৈ হ লে ছুফীতত্ত্ব (Sufism) জনা দৰকাৰ। ছুফীতত্ত্ব বুজিবলৈ হ লে আকৌ মৰমিয়াবাদ বা অতীন্দ্ৰিয় ঐশী অনুভূতি তত্ত্বৰ (Mysticism) মূলকথা জনাটো একান্ত প্ৰয়োজন — কাৰণ ছুফীবাদ মৰমিয়াবাদৰ এটি শাখা মাত্ৰ।

সাহিত্য জগতত Mystic বা Mysticism কথাষাৰ বহু সময়ত আৰু বহু ক্ষেত্ৰত ভ্ৰান্ত অৰ্থত প্ৰযুক্ত হয়। বহুতে ৰহস্যময় ভাব মাত্ৰকেই Mystic ভাব বোলে কোনো কোনোৱে সাধাৰণ জ্ঞানবুদ্ধিৰ অগোচৰ ধূৱঁলি কুঁৱলী ভাবেৰে ভৰা যি কোনো অনুভূতিকেই Mystic আখ্যা দান কৰে কিন্তু এইটো সম্পূৰ্ণ ভুল। Mysticism ঐশী অনুভূতি বা মৰমিয়াতত্ত্ব কোনো মতবাদ বা কল্পনাবিলাস নহয় Theory নহয় ই এটা বিশেষ দৃষ্টিভঙ্গী এটি অন্তৰৰ গভীৰ অনুভূতি বা উপলব্ধি। বহুৰ মাজত একৰ অনৈক্যৰ মাজত ঐক্যৰ সসীমৰ মাজত অসীমৰ অস্তিত্বত বিশ্বাস আৰু জীৱাত্মা আৰু পৰমাত্মাৰ আপাত বাহ্যিক ভেদ সত্বেও প্ৰকৃত অভেদজ্ঞান — এয়েই মৰমিয়া উপলব্ধি বা দৃষ্টিভঙ্গীৰ ভিত্তিস্বৰূপ । এই পৃথিৱীত শৰীৰ লৈ থকা কালতে ভাবৰ প্ৰবল উচ্ছাসত গভীৰ ভগৱৎপ্ৰেমৰ বলত ক্ষণিকৰ অতীন্দ্ৰিয় উপলব্ধিৰ যোগেদি কবি বা সাধকে অনন্তৰ আস্বাদ পায় সীমাৰ বুকুত অসীম ধৰা পৰে। এই ক্ষণিক অতীন্দ্ৰিয় বৰ্ণনাতীত উপলব্ধি বা অনুভূতিকেই Mystic trance বোলা হয়। প্ৰাচ্য আৰু পাশ্চাত্যৰ বহু সাধক সাধিকাৰ জীৱনীত এই সত্য পোৱা যায় তেওলোক মৰমী সাধক আৰু যিসকলে অনবদ্য ভাষাৰে এই অনুভূতি প্ৰকাশ কৰি গৈছে তেওলোক মৰমী কবি। প্ৰতি দেশতে প্ৰত্যেক ভাষাতে যুগে যুগে এই মৰমী কবিসকলে জন্মগ্ৰহণ কৰিছে আৰু তেওলোকৰ অৱদানেৰে সাহিত্য আগাৰ সমৃদ্ধ কৰি গৈছে। ছন্দৰ মাধ্যমেৰে তেওলোকে এই 'সত্যং শিৱং সুন্দৰম্ ৰ অনুভূতি অসীম সসীমৰ মিলনৰ গান গাই গৈছে। গীতাত শ্ৰীভগৱানৰ বাণী —

সৰ্বভূতেষু যেনৈকং ভাৱমব্যয়মীক্ষতে।
অবিভক্তং বিভক্তেষু তজ্জ্ঞানং বিদ্ধি
সাত্ত্বিকম্। ১৮।২০

অৰ্থাৎ – সমস্ত পদাৰ্থতে যে এক অব্যয়ভাবৰ দৰ্শন আৰু বিভাগৰ মাজতো বহুৰ মাজতো সেই এক অখণ্ড অবিভক্ত ৰূপৰ দৰ্শন – এয়েই সাত্ত্বিকজ্ঞান সত্য দৰ্শন। এই তত্ত্বই মৰমিয়াবাদৰ বা স্বানুভূতিৰ মূলকথা। এই তত্ত্বটি মৰমিয়া কবি Words worthএ তেওঁৰ Odes On Intımatıon of Immortalıty নামৰ ভূমিকাত সুন্দৰকৈ নিজৰ শৈশৱৰ অনুভূতিৰ মাধ্যমেৰে ব্যক্ত কৰিছে। তেও কৈছে – I was often unable to thınk of external thıngs as havıng external exıstence and I com muned wıth all that I saw as somethıng not apart from but ınherent ın my own ımmaterıal nature Many tımes whıle goıng to school have I grasped at a wall or tree to recall myself from thıs abyss of ıdealısm to the realıty এয়েই প্ৰকৃত ঐশী অনুভূতি বা মৰমিয়া উপলব্ধি তেনে অৱস্থাত মানৱৰ উপলব্ধি হয় যে সি অমৃতত্বৰ পুত্ৰ অমৃতেই তাৰ প্ৰকৃত স্বৰূপ আৰু প্ৰপঞ্চজগত মায়াময়। ইয়াৰ বাস্তৱ সত্ত্বা নাই। বহু মায়িক একেই সত্য। উপনিষদৰ ভাষাত ক বলৈ গ লে নেহ নানা অস্তি কিঞ্চন মৃত্যো স মৃত্যুম্ আপ্নোতি য ইহ নানেব পশ্যতি অৰ্থাৎ এই ব্ৰহ্মাণ্ডত এক তেৱেঁই সৎ নানা বা বহু বুলি বাস্তৱিকতে একো নাই যিয়ে এক দৰ্শন নকৰি বহু দৰ্শন কৰে তেও মৃত্যুকেই প্ৰাপ্ত হয়। যিয়ে এক দৰ্শন কৰে তেওঁৰ অমৃতত্ত্ব লাভ হয় সত্যদৰ্শন হয়। তেতিয়াই মানৱৰ আত্মতত্ত্বৰ অনুভূতি হয় যে জ্যোতি অহ বিৰজা বিপাত্মা নিত্যমুক্তস্বভাৱবান্ মই নিষ্পাপ জ্যোতিস্বৰূপ মই নিত্যযুক্ত শুদ্ধ সৎ চিৎ আনন্দ।

ইংৰাজী সাহিত্যত Wordsworth Blake Thompson Vaughan Crashaw Herbert Marvell Tennyson Brıdges আদি কবিসকল ইউৰোপত Plato Plotınus Boehme Eckhart Bergson St Teresa, St Angustıne Suso Swedenborg প্ৰভৃতি দাৰ্শনিক আৰু সাধকবৃন্দ ভাৰতত উপনিষদৰ ঋষিবৃন্দ সিদ্ধ পুৰুষ সাধক বৈষ্ণৱ কবিসকল আৰু পাৰস্য দেশৰ ছুফীসকল এই মৰমিয়া সম্প্ৰদায়ৰ অন্তৰ্ভুক্ত। এইসকল সাধক আৰু কবিৰ জীৱনী আৰু বাণীৰ পৰা আমি তেওলোকৰ সাধন আৰু আত্মোপলদ্ধিৰ কথা জানিব পাৰোঁ।

পাৰস্য দেশত যি মৰমিয়া সম্প্ৰদায়ৰ আবিৰ্ভাৱ হয় তেওলোকক বোলা হয় ছুফী। ছুফ্ শব্দৰ অৰ্থ বগা পচম(Wool) সন্ন্যাসীৰ আলখাল্লাৰ দৰে তেওলোকে ত্যাগ আৰু বৈৰাগ্যৰ প্ৰতীক শুকুলা পচমৰ এবিধ বস্ত্ৰ পৰিধান কৰিছিল। সেই কাৰণেই তেওলোকক ছুফী বোলা হৈছিল। কোনো কোনোৱে কয় ছফা মানে পবিত্ৰতা – তাৰ পৰা ছুফী

শব্দ আহিছে। তেওলোকৰ ভিতৰত বেছিভাগেই কবি আছিল। সেই ছুফীসাধক সম্প্ৰদায়ৰ সাহিত্য পাৰস্য সাহিত্যৰ এক ৰত্নভাণ্ডাৰ বুলিব পাৰি। ছুফীসকলৰ ভিতৰত –Al Harith Asad Ali Muhasiba Al Jundid Al Hallaj Al Qushairi Al Ghazali জালালুদ্দীন ৰুমি হাফিজ ছদী প্ৰভৃতিৰ নাম সাহিত্য জগতত আৰু ভক্তিমাৰ্গত বিশ্ৰুত।

ছুফীবাদৰ বিস্তৃত আলোচনা এই ভূমিকাৰ ঠেক পৰিসৰত সম্ভৱ নহয় আৰু তাৰ প্ৰয়োজনো নাই। বিস্তৃত আলোচনা এখন বিশাল গ্ৰন্থত পৰিণত হ'ব। শ্ৰীযুত দুৰ্বাদেৱৰ কাব্যখন বুজিবলৈ সাধাৰণভাৱে মৰমিয়াবাদৰ আৰু বিশেষকৈ ছুফীতত্ত্বৰ যিখিনি আলোচনাৰ প্ৰয়োজন সেইখিনি মাত্ৰ এই ভূমিকাত কৰা হ ল। এইখিনি ছুফীবাদৰ দিক্‌দৰ্শন বুলিব পাৰি।

কোৰাণৰ একেশ্বৰবাদ ছুফীবাদৰ বীজস্বৰূপ। ঈশ্বৰ বা আল্লা এক আৰু অদ্বিতীয় তেও সৰ্বশক্তিমান অসীম অনন্ত আৰু অক্ষয় তেওৰ সমকক্ষ কোনো নাই জগত তেওৰেই সৃষ্টি আৰু সৃষ্ট জীৱ তেওৰ সেৱক বা সন্তানতুল্য। তেওৰ পৰাই প্ৰতি বস্তুৰ প্ৰতি প্ৰাণীৰ উৎপত্তি আৰু দেহ ত্যাগৰ পিছত সকলোৱে তেওৰ তালৈকে ফিৰি যায় – কোৰাণৰ এই বাণী ছুফীবাদৰ সাৰমৰ্ম্ম। যিকোনো মুছলমানে প্ৰাণত্যাগ কৰিলে তেওৰ পাৰলৌকিক কৰ্ম ক্ৰিয়াকাণ্ডৰ সময়ত আমন্ত্ৰণ লিপিৰ ওপৰত কোৰাণৰ এই বাণীটো উদ্ধৃত কৰা হয়। আমাৰ উপনিষদ প্ৰবচনতো এই সত্য বিঘোষিত আনন্দাৎ হি এব খল্বু ইমানি ভূতানি জাতানি আনন্দেন জাতানি জীবন্তি আনন্দ প্ৰযন্ত্যভি স বিশন্তি। সেই আনন্দস্বৰূপ ব্ৰহ্মৰ পৰাই সমস্ত জীৱৰ উৎপত্তি তেওৰ দ্বাৰাই সকলোৱে স্থিতি আৰু দেহত্যাগৰ পিছত আকৌ তেওতেই প্ৰবিষ্ট হ'ব লাগিছে। তেওৱেই মূলকাৰণ। যিহেতু তেওৰপৰাই সকলোৰে উৎপত্তি আৰু অন্তিমত তেওতেই বিলয় গতিকে আল্লা আৰু জীৱ ঈশ্বৰ আৰু জগত বস্তুত এক মাত্ৰ আপাত দৃষ্টিত পৃথক প্ৰতিভাত হয়। পৰমাৰ্থিক দৃষ্টিতে ব্ৰহ্ম আৰু ব্ৰহ্মাণ্ডৰ ঈশ্বৰ আৰু জীৱৰ শ্ৰষ্টা আৰু সৃষ্টিৰ এই বাস্তৱিক অভেদেই ছুফীবাদৰ বা ছুফীমাৰ্গৰ মূলমন্ত্ৰ। বেদান্তৰ মায়াবাদ ভাৰতবৰ্ষৰ পৰা পাৰস্যলৈ গৈছিল। অধিকা শ ঐতিহাসিকে এই মত পোষণ কৰে। ছুফীসকলেও ঈশ্বৰৰ পৰা জগতৰ পৃথক্ সত্ত্বা বা দ্বৈতসত্ত্বা (Dualism)স্বীকাৰ নকৰে তেওলোকে কয় আপাত দৃষ্টিত জগতৰ যি পৃথক্ সত্ত্বা প্ৰতীত হয় সেইটো সত্য নহয় পৰমাৰ্থিক নহয় সেইটো মায়িক আৰু সাময়িক। জগত আৰু জীৱ ঈশ্বৰৰ অ শ মাত্ৰ প্ৰতি অণু পৰমাণুৰ মাজত ঈশ্বৰৰ চিন্ময় সত্ত্বা নিহিত আছে সেই কাৰণেই প্ৰতি জীৱৰ ভিতৰতে তাৰ মূল উৎস ঈশ্বৰলৈ ফিৰি যোৱাৰ ব্যাকুলতা নিহিত আছে। সৃষ্টিৰ মূল উৎস ঈশ্বৰ আৰু তেও একে সময়তে বিশ্বৰ প্ৰাণকেন্দ্ৰ আৰু বিশ্বঅতীত (both immanent and transcendent)। সেই এক ঈশ্বৰেই সত্য তেৱেঁই সৎ – বহু সত্য নহয় বহু সেই একৰেই স্ফুলিঙ্গ মাত্ৰ – এই উপনিষদতত্ত্ব ছুফীবাদৰ ভিত্তি স্বৰূপ।

জীৱ আৰু ঈশ্বৰ ভক্ত আৰু ভগৱানৰ সম্বন্ধ বহুৰূপে দৰ্শন আৰু সাহিত্যত অভিব্যক্ত হৈছে। ভক্তিৰ দাস্য, সখ্য বাৎসল্য কান্ত ভাব সাহিত্যৰসিকসকলৰ আৰু ধৰ্মৰাজ্যত সুবিদিত। ভগৱানক প্ৰভু আৰু নিজকে তেওঁৰ দাস বা কিঙ্কৰৰূপে যি ভজনা তাকেই দাস্যভাব বোলা হয়। মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱে এই ভাবে ভজনা আৰু কীৰ্ত্তন কৰি গৈছে। তেওঁৰ কীৰ্ত্তনৰ সকলো ঠাইতে তেওঁ কৃষ্ণৰ কিঙ্কৰ শঙ্কৰ বুলি নিজৰ পৰিচয় দিছে। কোৰাণত নূৰনবী মহম্মদেও সকলোতে নিজকে আল্লাৰ দাস বুলিছে। শঙ্কৰদেৱ মহম্মদ প্ৰভৃতিৰ ভজনা দাস্যভাব প্ৰধান। শ্ৰীকৃষ্ণ সখা শ্ৰীদাম সুদাম অৰ্জ্জুন গোপ বালক আদিয়ে তেওঁক সখা বা বন্ধু জ্ঞান কৰিছিল আৰু অনুৰূপ আচৰণ কৰিছিল। তেওঁলোকে ভগৱানক সখ্যভাবে ভজনা কৰি গৈছে। নন্দ যশোদা বসুদেৱ দৈৱকী প্ৰভৃতিয়ে মহাপুৰুষক পুত্ৰৰূপে ভজনা কৰিছে তেওঁলোকৰ ভক্তি বাৎসল্যৰসসিক্ত। ভাৰতৰ বৈষ্ণৱসাধকসকল আৰু পাশ্চাত্যৰ St Teresa প্ৰভৃতি সাধিকা আৰু Vaughan Crashaw প্ৰভৃতি মৰমী কবিসকলে আকৌ ঈশ্বৰক পুৰুষ বা কান্ত আৰু ভক্তক প্ৰকৃতি বা কান্তা ৰূপে বৰ্ণনা আৰু অনুভৱ কৰিছে ইয়াকেই কান্তভাৱে ভজনা বোলে। মহাপ্ৰভু শ্ৰী চৈতন্যৰ উক্তি — কান্তভাব সৰ্বসাধ্যসাৰ। ভগৱান আৰু ভক্তৰ সম্বন্ধ পুৰুষ প্ৰকৃতি প্ৰিয় প্ৰিয়া প্ৰেমিক আৰু প্ৰেমিকা কান্ত আৰু কান্তাৰ সম্বন্ধৰূপে কল্পিত। অধিকাংশ ছুফীসকলেও এই কান্তভাবেই ভজনা কৰি ঐশী অনুভূতিৰ আস্বাদ পাইছে। তেওঁলোকৰ সাধনা কান্তভাবমূলক বুলিয়েই তেওঁলোকে ভগৱান ভক্তৰ সম্বন্ধ বুজাবলৈ প্ৰেমিক আৰু প্ৰেমিকাৰ সম্বন্ধৰ ভাষা আৰু ৰূপক ব্যৱহাৰ কৰিছে কিন্তু তেওঁলোকৰ বৰ্ণনা বা অনুভূতি কান্তভাবৰ সাধক ভাৰতীয় বা পাশ্চাত্য মৰমিয়া সাধনাৰ বিপৰীত — অৰ্থাৎ তেওঁলোকে ঈশ্বৰক প্ৰকৃতি বা কান্তা আৰু ভক্তক বা জীৱক পুৰুষ বা কান্তৰূপে কল্পনা কৰিছে। যেন সেই এক সত্য শিৱ সুন্দৰৰ প্ৰতীক ৰহস্যময়ী অমৃতলোকবাসিনী ইন্দ্ৰিয়ৰ অগোচৰ প্ৰেমময়ী কান্তাৰ কাৰণে সকলো জীৱ সকলো পুৰুষ অধীৰ তেওঁক লাভ কৰিবলৈ সকলো ব্যকুল। বিবিধ উপমা অপৰূপ বৰ্ণনা নানা প্ৰতীক আৰু ৰূপকৰ মাধ্যমেৰে ছুফী কবিসকলে এই অনুভূতি আৰু চিৰন্তন সত্য ব্যক্ত কৰিছে। ছুফীতত্ত্ব মতে যিমানদিন মানৱজীৱন সিমানদিন এই বিৰহ বিদ্যমান থাকে কাৰণ দেহ ইন্দ্ৰিয়ৰূপ যৱনিকাই প্ৰেমিক আৰু প্ৰেমিকাৰ মাজত ব্যৱধান সৃষ্টি কৰে। এই শৰীৰৰূপ আৱৰণ বা যৱনিকাৰ কাৰণে প্ৰিয়তমাৰ স্বৰূপ যথাৰ্থৰূপে ধৰা নপৰে সেয়েই দেহ ব্যৱধান অপসাৰণ কৰি তেওঁক প্ৰিয়তমৰ লগত অভিন্ন কৰি লবলৈ ভক্তই প্ৰাৰ্থনা কৰে। ভক্ত কবি ভন্‌ৰ (Vaughan) কণ্ঠত এই প্ৰাৰ্থনা আকুল সুৰে ব্যক্ত হৈছে।

This veil I say is all the cloak
And cloud which shadows Thee from me
This veil Thy full eyed love denies
And only gleams and fraction spies

O take it off! Make no delay
But brush me with thy light

ভনে এই কবিতাটোত দেহক veil বুলিছে। দেহৰূপ যৱনিকা ছিন্ন হলেই — অর্থাৎ প্রেমিকৰ দেহত্যাগেই প্রেমিক প্রেমিকাৰ জীৱ আৰু ঈশ্বৰৰ ভক্ত আৰু ভগৱানৰ চিৰ মিলন। গতিকে জীৱন মানেই বিৰহ আৰু প্রয়াণ মানেই মিলন। যিমান দিন জীৱন সিমান দিন জীৱাত্মাই পৰমাত্মাক পাবলৈ ব্যাকুল হয় — কিন্তু দেহৰ পিঞ্জৰাত আৱদ্ধ থকাৰ কাৰণে মিলন সম্ভৱ নহয় কবি Tennysonৰ ভাষাত — Spirit beats the moral bars (Sir Galahad) যেতিয়া মিলন হয় তেতিয়া আৰু ভেদ নাথাকে সমুদ্ৰত যেনেকৈ লোণ একাত্ম — গাখীৰৰ লগত শুভ্ৰবর্ণ চেনিৰ লগত মধুৰ আস্বাদ যেনে অভিন্ন পৰমাত্মা আৰু জীৱাত্মাও তেনে অভিন্ন হয়। তেতিয়া আৰু মই মোৰ তুমি তোমাৰ প্ৰভৃতি কোনো ভেদবাচক স জ্ঞাও নাথাকে। সেই অৱস্থাত কর্তা কর্ম কৰণ একেবাৰেই নাথাকে সকলো অভিন্ন। এই অৱস্থাই বেদান্তৰ জীৱ ব্ৰহ্ম ঐক্য। তেতিয়া সীমাৰ সত্তা আৰু ব্যক্তিত্ব অসীম অনন্তত বিলীন হয়। বৃহদাৰণ্যক উপনিষদৰ ভাষাত কব পাৰি — যত্ৰ তু অস্য সৰ্বম্ আত্মৈব অভূৎ তদা কেন ক পশ্যেৎ — যেতিয়া সকলোবেই আত্মস্বৰূপত পৰিণত হয় তেতিয়া আৰু কিহেৰে কোনে কাক দেখিব। অর্থাৎ ব্ৰহ্মদৰ্শনত দ্ৰষ্টা আৰু দৃশ্য অভিন্ন হয়। দাৰ্শনিক Eckhartএ কৈছে — God and I are one in the act of my perceiving Him — অর্থাৎ ব্ৰহ্মদৰ্শনকালত ব্ৰহ্ম আৰু মই একাকাৰ কোনো ভেদ নাথাকে। এই সত্য তত্ত্বমসি অহ ব্ৰহ্মাস্মি প্ৰভৃতি মহাকাব্যত সুব্যক্ত। গতিকে ছুফীবাদত জীৱন হ ল বিৰহ আৰু প্রয়াণ হ ল মিলন। অগ্নিৰ পৰা অগ্নিৰ স্ফুলিংগৰ দৰে সেই এক অনন্ত অসীমৰপৰা জীৱবোৰ বিচ্ছিন্ন হৈ আহি পৃথিৱীত জন্মগ্ৰহণ কৰে — কিন্তু সেই বিচ্ছিন্ন সসীম জীৱৰ মাজত অসীমৰ স্ফুলি গ( Spark of the Divine )নিহিত থকাত সেই প্ৰিয়তমা অসীমৰ কাৰণে সীমা জীৱ বা ভক্ত অধীৰ হৈ উঠে। এই ভাবটো কবি দুৱৰাদেৱৰ অপৰূপ ছন্দত ধৰা পৰিছে —

ভাবোঁ বহি বহি সেই দিনলৈ
আছিলো যেতিয়া সুখতে ভোল
পাষাণ বিধিৰ কোন বিধানত
কোনে ছিঙি নিলে মিলন ডোল।
লগৰী হেৰাই চকুৰ পানীৰে
বহি নিৰলাত কটাম কাল
মোৰ কান্দোনত কোন বিৰহীয়ে
চকুলো সৰাই তিয়াব গাল।

গোটেই জীৱন মানবাত্মাই সেই হেৰুৱা ৰতন প্ৰিয়তমক বিচাৰি ফুৰে —

আন্ধাৰ বাটত অকলে অকলে
প্ৰিয়বিৰহত আকুল হ'ই
বিচাৰি ফুৰিছোঁ ক ত তুমি মোৰ
বেথাৰ বেদনা বুকুত লই।

সেই প্ৰিয়তমা অন্তৰতেই আছে ভক্তৰ হৃদয়েই তেওঁৰ প্ৰিয় আগাৰ কিন্তু জীৱ বা ভক্তই সেই তত্ত্ব পাহৰি বাহিৰত তেওঁক বিচাৰি ফুৰে।এই ঘটনাটোকে বেদান্ত দৰ্শনত ডিঙিত গামোছা লৈ পাহৰি গোটেই ঘৰতে গামোছা বিচাৰি ফুৰাৰ লগত তুলনা কৰা হৈছে। মিলনৰ পূৰ্বে তেওঁৰ বাণী অন্তৰত শুনিবলৈ পায় – মই তোমাৰ অন্তৰতেই আছোঁ একাত্ম হৈ মিছাকৈয়ে তুমি ইমানদিনে বাহিৰে বাহিৰে মোক বিচাৰিছা । কবি দুৱৰাৰ ভাষাত –

ক লে কাণে কাণে আন্ধাৰ বাটত
আছিলোঁ তোমাৰ কাষতে ৰই
পাছে পাছে মই ফুৰিছো সদায়
কায়াৰ লগতে ছাঁয়াটি হ'ই।
ভুলতেই তুমি উলটি নেচালা
মিছাতে দূৰলৈ মেলিলা হাত
মোক আঁতৰাই নিজৰ দোষতে
নিজৰ শৰীৰ কৰিলা পাত।

ওপৰৰ আলোচনাৰ পৰা এই তত্ত্ব সুপ্ৰমাণিত হ ল যে ছুফী সাহিত্যত প্ৰেমিকা বা কান্তা হ ল অন্তৰলোকবাসী অদৃশ্য পৰমাত্মা প্ৰেমিক বা কান্ত হ ল জীৱ। ভগৱান হ ল প্ৰকৃতি ভক্ত হ ল পুৰুষ। গোটেই মানৱ জীৱন হ ল বিৰহৰ পৰ্ব। তেওঁৰ ওচৰৰপৰা বিচ্ছিন্ন হৈ আহি মানৱাত্মাৰ জন্ম আৰু পৃথিৱীবাস হ ল দীৰ্ঘপ্ৰবাস। দেহত্যাগ বা প্ৰয়াণ হ ল পৰমাত্মাৰে সৈতে চিৰমিলন। ছুফীকাব্যত প্ৰিয়তমাৰ কাৰণে আকুলতা বা উন্মাদনাক মত্ততা (intoxication) স জ্ঞা দিয়া হৈছে আৰু প্ৰেমক সুৰাৰ ৰূপকেৰে বৰ্ণনা কৰা হৈছে।

ছুফীদৰ্শনত এই ৰূপ ৰস গন্ধস্পৰ্শময়ী অপৰূপ প্ৰকৃতিৰাণী পৃথিৱীখন পৰমাত্মাৰেই সৃষ্টি। মানৱ কবি সেই জগৎস্ৰষ্টা স সাৰ সাগৰৰ কাণ্ডাৰী বিশ্বকবিৰ এটি কণামাত্ৰ। সেই বিশ্বকবি হ ল মহাগায়ক আৰু মানৱ কবিৰ কণ্ঠত সেই মহাগায়কৰ বিশ্বসঙ্গীতৰ অংশমাত্ৰ প্ৰতিধ্বনিত হয়। কবিবৰ হাফিজে কৈছে যে মহাগায়কৰ মুখত এটি স্বৰ্গীয় বাঁহী আছে সেই বাঁহীৰ আনটো মূৰ আছে মানৱ কবিৰ হৃদয়ত মহাগায়কে যেতিয়া সেই বাঁহীত সুৰ তোলে তেতিয়া মানৱ কবিৰ হৃদয়ত সুৰতৰঙ্গৰ – ভাবৰ লহৰীৰ সঞ্চাৰ হয় আৰু মানৱ কবিয়ে সেই সুৰকে নিজৰ ভাষাৰে প্ৰকাশ কৰে। এই তত্ত্বটো মিলনৰ সুৰ গ্ৰন্থৰ শেষ

কৰকত ব্যঞ্জিত হৈছে –

মহাগায়কৰ বাঁহীৰ সুৰত
কবিৰ প্ৰাণত কপিলে সুৰ
মন্দাকিনীৰ স্নিগ্ধ ধাৰাই
জীৱন শ্ৰান্তি কৰিলে দূৰ।

শ্ৰীযুত দুৱৰাদেৱৰ এই নতুন কাব্যকুসুমৰ সাফল্য কামনা কৰি মই ভূমিকা সমাপ্ত কৰিলো।

# মৰমৰ সুৰ
## তীৰ্থনাথ শৰ্মা

স্বৰ্গীয় যতীন্দ্ৰনাথ দুৱৰাৰ কবিকৰ্ম নিছিগা ধাৰৰ বোৱতী সুঁতি নাছিল। ফল্গু ধাৰাৰ নিচিনাকৈ তলে তলে বৈ থাকিলেও ই কেতিয়াবা ওপৰৰ বালিচৰত লুকাই যায় আৰু কোনোবাখিনিত ভুমুকি মাৰেগৈ। তেখেতৰ কাব্য জীৱনত মাজে মাজে কাব্য প্ৰয়াসহীন শুকান দিন আহিছিল। সেইখিনি দিনত তেখেতে একোকে নিলিখিছিল কেৱল পঢ়িছিল। মাজে মাজে ৰহস্য উপন্যাস পঢ়িয়ে কাল কটাইছিল। দুৱৰাৰ ভিতৰৰ কবিজনে এইদৰে কেতিয়াবা দৰক লৈছিল। এইকথা তেওঁৰ সান্নিধ্যলৈ অহা দুই চাৰিজনেহে লক্ষ্য কৰিছিল আনে নাজানিছিল। মাজে মাজে দৰক মৰাৰ কাৰণ বিবিধ ধৰণৰ আছিল। কেতিয়াবা একোটা কাল্পনিক অসুস্থতা কেতিয়াবা সচাসচি অসুস্থতা কেতিয়াবা কাৰোবাৰ কিবা কথাত ঠেহ লাগিও নিলিখা হৈছিল। এবাৰ তেখেতে ডাংবৰলাৰ কেচুৱা দৰ্শন নামৰ চুটিগল্প এটা লিখিছিল আৰু চুটি গল্পটো আৱাহন কাকতৰ কোনোবা এটা স খ্যাত প্ৰকাশিত হৈছিল। গল্পটোত জেৰম কে জেৰমৰ Three Men in a Boat নামৰ হাস্যৰসাত্মক কিতাপৰ এক কথাখণ্ডৰ ছা পৰিছিল। পৰিছিল যদিও সি সম্পূৰ্ণ পৃথক ৰচনা যেনেই হৈ পৰিছিল আৰু অসমীয়া ঘৰুৱা পৰিবেশৰ পৰিচ্ছদেৰে চিনিব নোৱৰা যেনেই হৈছিল। আৱাহনত প্ৰকাশিত হওতে জেৰম কে জেৰমৰ ছা লৈ লিখা এনে এটা শিতান টোকা বা পথান টোকা দিয়াৰ প্ৰয়োজন দুৱৰা ডাঙৰীয়াই অনুভৱ নকৰিলে। কিছুদিন পাছত তিনিদিনীয়া অসমীয়া কাকততেই নে ক ত এজন ডেকা হাকিমে কথাষাৰ উনুকিয়াই দুৱৰাৰ প্ৰতি অলপ বিৰূপ মন্তব্য কৰিলে। সেই মন্তব্য বৰ কঠোৰ আছিল এনেও নহয় কিন্তু সেয়ে দুৱৰা কবিক শেল যেনকৈ হানিলে। সেই দিনাই কবিতা লিখিলে আজি মই সামৰিলো গান । তাৰ পাচৰ পৰা সচাকৈয়ে কবিতা নিলিখা হ ল। এনেকৈ কবিতা আৰু নিলিখোঁ বোলা কবিতা আগতেও লিখিছিল— কবিতাও বিদায় বিদায় । আমি দুই এজনে কওহে কও যে সাহিত্যিকৰ জীৱনত শলাগ আৰু শপনি দুয়োটাই শুনিবলৈ আছে। ওকণিৰ ভয়ত কোনোবাই মুৰ খুৱাই নেকি? তথাপি দুৱৰাৰ মন নটলিল। তেখেতে মোক কৈছিল হেৰা তীৰ্থ মোক নথৰিবা। মোৰ কবিতাৰ গোলাপ কুঁৱৰী মৰহি গ ল । এনেকৈ ভালেমান দিন উকলিল দুৱৰাৰ লেখনী নিথৰ হৈয়ে থাকিল। এনেতে এজন তৰুণ যুৱক কিবা উপলক্ষ্যে কলিকতালৈ যাওতে কবি দুৱৰাৰ সান্নিধ্যলৈ আহিল। এই তৰুণ যুৱকো কবি আৰু মৰম বিলাব জনা স্বভাৱৰ আছিল। তৰুণ কবিৰ অকপট শ্ৰদ্ধাসনা মৰম পাই দুৱৰাৰ যেন হঠাতে চমক ভাগিল। শুকাই যোৱা কবি কৰ্মধাৰা আকৌ উহ ফুটি ওলাল। দুৱৰাই সেই তৰুণ কবিৰ মৰম আৰু আশীৰ্বাদ জনাবলৈ ধৰিলে কবিতাৰে—এটা কবিতাৰ শেহৰ কালে লিখিছিল —

তুমি মোৰ অকাল অতিথি
অকালত তুলিলা জোৱাঁৰ
জয় পৰা জীৱনকো কৰি সুমহান
তুমি মোৰ ঈশ্বৰৰ দান॥

এইদৰে নীৰব হৈ থকা কবিয়ে আকৌ লেখনী হাতত ললে। ৰহস্য উপন্যাসবোৰ একাষৰীয়া হৈ পৰি থাকিল। এনেকৈ কবিৰ মানভঙ্গ হয়। তেখেতৰ কবি জীৱনৰ খৰাং বতৰ একোটা আহে। আগতে কোৱা তৰুণ কবিজনৰ নিচিনাকৈ দুই এজন দুৱৰাৰ কাষ চাপে তেখেতৰ কবিতাৰ মোহত পৰিয়ে পোনতে কাষ চাপে। পাছতগৈ আপোনভোলা কোমলমতি পুৰুষজনৰ প্ৰতিয়ে আকৃষ্ট হয়। অলপ মৰম শ্ৰদ্ধা পাই দুৱৰাৰ জীৱন যেন বৰ্ষামুখৰ হৈ উঠে। আচলতে কবি দুৱৰা আছিল মৰম আকলুৱা মানুহ। অলপমান মৰমে তেখেতৰ হৃদয়লৈ অতীতক নমাই আনে। অতীতৰ হেৰোৱা সুৰত আকৌ গুণগুণনি উঠে। এনে ধৰণে জোৱাৰ উঠা কবি কৰ্মৰ কিছুমান কবিতা বৰ্তমান সংগ্ৰহখনত সন্নিবিষ্ট হৈছে।

এই কবিতাবিলাকৰ কিছুমান তেখেতে নিজেই প্ৰকাশ কৰিবলৈ দিছিল। বনফুল ত তাৰে কিছুমান ওলাই গৈছে। কিছুমান কবিতা এই লিখকক পঢ়ি শুনাইছিল আৰু বৰ মৰমেৰে তাক লুকুৱাই থৈছিল আৰু কৈছিল বোলে সেইবোৰ ছপাৰ কাৰণে নহয় পাঠকৰ তুষ্টিৰ বাবে নহয় নিজৰ পুৰণি দিনৰ সোৱৰণী চিন। একণি আসন সুখ সপোনৰ সখা মোৰ আদি কেইটামান কবিতা দুৱৰা কবিৰ গোপন স্মৃতিৰত্ন আছিল। এনেকুৱা কিছুমান কবিতা তেখেতৰ বহীত আছিল। তাৰ পাছত তেখেতৰ সান্নিধ্যলৈ আহি আকৌ কবিতাৰ জোৱাৰ তুলিবলৈ সক্ষম হোৱা তৰুণ বন্ধু কেইজনক উপহাৰ দিয়া কবিতা বহুত আছিল। তাৰো স খ্যা নিচেই কম নহয়। তাৰ ভিতৰত শ্ৰীযতিনাৰায়ণ শৰ্মালৈ দিয়া কবিতাখিনি স গ্ৰাহকে উদ্ধাৰ কৰিলে। বাকীকিজনে শৰ্মাৰ দৰে ইমান আটোম টোকাৰিকৈ কবিতাবিলাক হয়তো নাৰাখিলে। বহুত কবিতা বৰ্তমানে বন্ধ হৈ যোৱা আৰু বহুত দিন আগতে প্ৰকাশিত হোৱা সাময়িক কাকতত ওলাইছিল সেইবোৰৰ কিছুমানৰ নকল স্বৰ্গীয় দুৱৰাদেৱৰ হাতত নাছিল। এতিয়া এই আটাইবিলাক কবিতা সামৰি সুতৰি আনি দুৱৰাৰে সুযোগ্য সাহিত্যিক ভতিজা শ্ৰীমান বসন্তলাল দুৱৰাই সংগ্ৰহ কৰি গ্ৰন্থাকাৰে দিয়াত অসমীয়া সাহিত্য সমাজ তেওঁৰ ওচৰত পৰিশোধৰ অসাধ্য ঋণত আবদ্ধ হ ল। শ্ৰীমান বসন্তলালৰ বাহিৰে এইকাম নিয়াৰিকৈ সম্পন্ন কৰাৰ সুযোগ সুবিধা আৰু যোগ্যতা আন কাৰো নাছিল।

দুৱৰা কবিতাৰ এই অন্তিম সংগ্ৰহখনৰ নাম দিয়া হৈছে মৰমৰ সুৰ । মৰমৰ সুৰ নামটো দুটাফালৰপৰাই সাৰ্থক হৈছে। ইয়াৰ কেইটামান কবিতা তেখেতৰ বৰ মৰমৰ আৰু গুপুত ধন আছিল এই কথা আগতে কোৱা হৈছে। শ্ৰীমান বসন্তলাল দুৱৰাই বহুত

পৰিশ্ৰম কৰি অ ৰ ত ৰ পৰা কবিতাবিলাক বুটলি ননাহেতেন বা পুৰণি ধোৱাঁকলীয়া বহীৰ পৰা উদ্ধাৰ নকৰাহেতেন এই সুৱদী কবিতাখিনি কিজানি হেৰাই গ লহেতেন। সেইফালৰপৰা চালে এই গ্ৰন্থ দুৱৰাৰ হেৰাব খোজা মৰমৰ কবিতা বা সুৰৰ সংগ্ৰহ আৰু সেই কাৰণে মৰমৰ সুৰ। হেৰোৱা সপোন হেৰোৱা কুৱৰী হেৰোৱা সুৰ আদি ভঙ্গিতাবিলাক দুৱবাৰ বৰ প্ৰিয় আছিল। এতিয়া তেখেতৰ কবিতাৰ এই শেষৰ স গ্ৰহখনৰ নাম হেৰোৱা সুৰ হোৱাহেতেন জীৱিত থকা হ লে তেখেতে নিজেও কিজানি সমৰ্থন কৰিলেহেতেন।

প্ৰকৃতপক্ষে দুৱৰাৰ সৰহভাগ কবিতাই হেৰোৱা সুৰৰ সোঁৱৰণৰ ঝঙ্কাৰ। তেখেতৰ জীৱনৰ কোনোবা এটা মুহূৰ্তত — কোন আহি কেনি গ ল । আকাশে সেইখিনিতে এটি হেঙুলীয়া বোল সানি থ লে। সেই শুৱলা সপোন তেখেতৰ জীৱনৰ লগৰীয়া হ ল। সেয়ে যেনিবা তেখেতৰ কাব্যসাধনাৰ কুণ্ডলিনী জাগৰণ। সেইদিনাৰ যৌৱনৰ প্ৰণয়ৰ অৰুণোদয় ৰ হেঙুলী আভাই ওৰে জীৱনকে ৰঙীন কৰি থ লে আৰু তাৰ ফলতে বা প্ৰভাৱতে দুৱৰাৰ জীৱনত হৰ্ষ বিষাদৰ লীলাখেলা চলি থাকিল। অতীতৰ হেৰাই যোৱা আহ্লাদিনী স্মৃতি এটাই নতুন নতুন সুৰেৰে তেখেতৰ মনোবীণাত বৈ বৈ ঝঙ্কাৰ তুলিবলৈ ধৰিলে। এই দৃষ্টিৰে চালে তেখেতৰ জীৱনৰ সৰহভাগ কবিতাই হেৰোৱা সুৰৰ ঝঙ্কাৰ। হেৰাই যোৱা চেনেহখিনিকে সামৰি লৈ কবিয়ে জগতকে আপোন কৰাৰ সপোন দেখিছিল। শুৱলা সপোন নামৰ কবিতাটো এই সম্পৰ্কে পঢ়ি চাবলগীয়া।এই কবিতাটি কবি জীৱনৰ এটি স্বীকাৰোক্তিৰ নিচিনা। কবিয়ে নিজকে সম্বোধন কৰি কৈছে

ফুল তুলি ধেমালি কৰোতে
সৰগৰ দেৱ বালিকাই
এটি ফুল আলফুল কৰি
বতাহে আনিলে উৰুৱাই।

উৰি উৰি ফুল পাহি আহি
পৰিলেহি তোমাৰ কোলাত।
মুখখনি উজলি উঠিল
হিয়াভৰা নতুন আশাত।
ফুলপাহি বুকুৰে সাৱতি
নিজৰ ভাবতে ভোল গৈ
দেখিছিলা মধুৰ সপোন
সেইদিনা বহি অকলই॥

এইটো এটা যেনিবা কবি জীৱনৰ মধুৰ সপোনহে। সাৰ পাই উঠি কবিয়ে দেখিলে সেই তটিনীৰ তীৰত তেও অকলশৰীয়া সেই সপোনত পোৱা ফুলপাহেই গোটেই জীৱনৰ

সমল হ ল। কাৰোবাৰ পৰা পোৱা চেনেহৰ পাহেঁই জীৱনৰ অচিন পথৰ সমল হ'ল।

সাৰ পাই উঠিলা যেতিয়া
তুমি সেই তটিনী তীৰত

সৰগৰ ফুলপাহি লই
তুমি ধীৰে ধীৰে গ লা আগুৱাই
জীৱনৰ অচিন পথত।

কবিয়ে হেৰোৱা জীৱনৰ কাৰণে আক্ষেপ কৰা নাই। স সাৰ তটিনীৰ পাৰত নিজকে অকলশৰীয়া যেন অনুভৱ কৰি তাৰবাবে অভিভূত হৈছে সচা কিন্তু এটা কামনা কবিয়ে এৰিব পৰা নাই। কবিয়ে নিজকে সম্বোধন কৰি আকৌ কৈছে –

পৰে যেন তোমাৰ মনত
শুনিছিলা যিটি সুৰ
সেইদিনা সৰগৰ নন্দন বনত
আজি যেন পৰক মনত।।
চেনেহেৰে সকলোকে কৰিবা আপোন।
হোৱা যেন জগতৰ শুৱলা সপোন।।

সেইদিনা যৌৱনৰ নন্দন বনত শুনা সুৰটো মনৰপৰা নেহেৰোৱাকৈ সযতনে ৰাখি থোৱাৰ প্ৰচেষ্টাই দুৱৰাৰ কবিকৰ্মৰ গুৰি কথা। কেতিয়াবা নিৰাশাই মন আগুৰি পেলায় তেনেস্থলত কোনোবাই যদি অকণমান মৰম দেখুৱায় সেই পাহৰা দিনৰ সুৰটোৱেই কবিচিত্তত আকৌ ভুমুকি মাৰি তোলপাৰ লগাই দিয়ে। তেতিয়া আকৌ কিছুমান কবিতা বা সুৰ উজাৰি উঠে। এইটোৱেই দুৱৰাৰ কবি জীৱনৰ খৰালি বাৰিষাৰ গুপুত ৰহস্য।

দুৱৰাৰ কিছুমান কবিতাত বিদেশী কবিতাৰ ছা আছে। এই বিষয়ে কবিক এদিন সোধোতে কৈছিল — মই সৰুতে বঙলা পঢ়িব লগা হৈছিল। অসমীয়া ভাষাৰ দৈন্যৰ কথা সুঁৱৰি বুকুত একুৰা জুই জ্বলা দি জ্বলি আছিল। তেতিয়াৰ পৰাই য তে কিবা এটা পঢ়ি ভাল লাগিছিল আপোন ভাষাতো তাক ৰূপ দিবলৈ চেষ্টা কৰিছিলো। তাকে কৰোতে বিদেশী কবিতাৰ ছা মোৰ কবিতাত পৰিলেই বা তাত দোষৰ কথা কি হ ল। মই কেতিয়াও হুবহু অনুবাদ কৰিবলৈ যত্ন কৰা নাই ভাবৰহে ধাৰ কৰিছো। তোমালোকৰ দিনৰ কথা সুকীয়া এতিয়া বিদেশী কবিতাৰ ওচৰত হাত নপতাকৈও চলিব পৰা হৈছা।

দুৱৰাৰ দিনত ই ৰাজী আৰু আন বিদেশী সাহিত্যৰ প্ৰতি আকৰ্ষণ বেছিকৈ আছিল। সেই আকৰ্ষণ আজিও আছে আৰু কোনো কোনো ক্ষেত্ৰত আৰু প্ৰৱলকৈহে আছে। তাৰপৰা অসমীয়া সাহিত্যৰ হানি হোৱা নাই ক্ষেত্ৰ বিশেষে সমৃদ্ধিহে বাঢ়িছে।

কবি যতীন্দ্ৰনাথ দুৱৰাৰ অসমীয়া সাহিত্যলৈ অবিস্মৰণীয় দান কি বুলি সুধিলে ঘপৰাই কব পাৰি যে সেই দান হৈছে অসমীয়া কবিতাত সঙ্গীতৰ মাধুৰ্য আৰু অসমীয়া

ভাষাৰ স্বকীয় কোমলতাৰ আধান। দুৱৰা পূৰ্ব কবিতাত অবিচ্যুতভাৱে এই সঙ্গীত মাধুৰ্য আৰু কোমলতাৰ পৰশ পোৱা নগৈছিল। কোমলকান্ত পদাৱলী ৰচনাত যতীন্দ্ৰনাথ দুৱৰা যেন অসমীয়া কাব্যৰ ইতিহাসত জয়দেৱ। বৰ্তমান সংগ্ৰহত থকা কবিতাবিলাক বিভিন্ন সময়ৰ ৰচনা। এটা কবিতাৰ পৰা আনটো কবিতালৈ কেতিয়াবা কালৰ ব্যৱধান বহুত বেছি। তথাপিও দুৱৰা সুলভ ৰচনা মাধুৰ্য আৰু প্ৰসাদগুণ এটাইবোৰ কবিতাতে পোৱা যায়।

এই সংগ্ৰহৰ কিছুমান কবিতা বিশেষ উপলক্ষ্যে বা কাগজৰ সম্পাদকৰ খেচখেচনিত সাময়িক প্ৰয়োজন সাধিবৰ কাৰণে লিখা । আশীৰ্বাদীয়া বাণী বেদমন্ত্ৰৰ অনুবাদ শ্ৰীশ্ৰী শঙ্কৰদেৱ আদি কবিতাবোৰো ইয়াত সন্নিবিষ্ট কৰা হৈছে। স গ্ৰাহকে ইয়াকে কৰি ভালেই কৰিছে। যিমান দূৰ বুজা গৈছে ইয়াৰ পাছত দুৱৰাৰ কবিতাৰ নতুন স গ্ৰহ ওলোৱাৰ আশা নাই গতিকে সকলো প্ৰকাৰৰ কবিতাকে থূপতে পোৱাকৈ গোটাই থোৱাষাৰ ভাল কথাই হৈছে। দুৱৰাৰ উৎকৃষ্ট কবিতাৰাজিৰ এখন বাছনি ওলালে ভাল হয়। বিভিন্ন চিন্তাধাৰাৰ সাহিত্যিকসকলৰ বাছনিত পৰা সৰ্বশ্ৰেষ্ঠ কবিতাসমূহ একেলগে থূপ খুৱাই সম্পাদনা কৰি প্ৰকাশ কৰাৰ ভাৰ যদি বসন্তলাল দুৱৰাই লয় অসমীয়া সাহিত্য সমাজে তেওক ধন্য ধন্য বুলিব।

# দুৰ্ৰাৰ ওমৰ তীৰ্থ

## আব্দুছ ছাত্তাৰ

কবি যতীন্দ্ৰনাথ দুৱৰাৰ  ওমৰ তীৰ্থ' বোলা পুথিখন পাৰস্য কবি ওমৰ খায়ামৰ এশ পাচটা ৰুবায়তৰ অসমীয়া ভাঙনি। ওমৰৰ এই ৰুবায়ীসমূহ এডৱাৰ্ড ফিটজেৰাল্ডৰ ইংৰাজী অনুবাদৰপৰাহে দুৱৰাৰ অনূদিত। মূল বিষয়  বস্তুলৈ অহাৰ আগতে ৰুবায়ত কি  ফিট্জেৰাল্ড কোন  ওমৰৰ সমসাময়িক সমাজৰ পটভূমি আদিৰ সম্বন্ধে জনাহে প্ৰথম আৱশ্যক।

**ৰুবায়তঃ**   ফাৰ্চি ভাষাত ৰুবায়তৰ অৰ্থ হ ল চাৰিশৰীয়া কবিতা। ইংৰাজীত ইয়াক কোৱা হয় Quatrain।  ৰুবায়ত  ফাৰ্চি শব্দ আৰু ই আছে এক বচনত। বহুবচনত হয় – ৰুবায়ী । এই ৰুবায়ী জাতীয় কবিতাত প্ৰায়েই প্ৰথম  দ্বিতীয় আৰু চতুৰ্থ শাৰীৰ ছন্দ মিলে। তৃতীয় শাৰী স্বতন্ত্ৰভাৱে থাকে। ফাৰ্চি কবিতাৰ অনুকৰণতেই ইংৰাজ কবি ফিট্জেৰাল্ডে ছন্দবদ্ধ কৰিছে । যেনে

Here with a Loaf of Bread beneath the Bough
A Flask of Wine  a Book of Verse and Thou
Beside me singing in the Wilderness
And Wilderness is Paradise enow

ছন্দ বিচাৰ কৰিলে ককখক মিলে।

দুৱৰাৰ অনুবাদত তেওঁ প্ৰতিটো ৰুবায়ত দুটা চৰণত (Stanza)চাৰিশাৰী চাৰি শাৰীকৈ আঠ শাৰীত সমাপ্ত কৰিছে। ওপৰৰ ই ৰাজী ভাগৰ অনুবাদ দুৱৰাই এইদৰে কৰিছে –

সেই নিৰলাত থাকিম নিজানে
কাষত তোমাৰ মধুৰ গান
ৰুটি এটুকুৰা সুৰাৰ পিয়লা
কবিতা কুৰৱী আকুল প্ৰাণ।
সি সুৰ পুৰীৰ এয়েই সপোন
এয়ে হৃদয়ৰ বাসনা মোৰ
মৰুৰ মাজত নামিব সৰগ
জীৱন যাতনা পৰিব ওৰ।

ইয়াত দুৱৰাই ককখখ ছন্দতহে ছন্দোবদ্ধ কৰিছে। ওপৰত দিয়া একেটা ৰুবায়তকে কবি নজৰুল ইচলামে অনুবাদ কৰিছে এই ধৰণে – চাৰিশাৰীতে।

এক সোৰাহি সুৰা দিও  একটু ৰুটিৰ ছিল্‌কে আৰ
প্ৰিয়া সাকী  তাহাৰ সাথে একখানি বই কবিতাৰ।
জীৰ্ণ আমাৰ জীবন জুড়ে ৰইবে প্ৰিয়া আমাৰ সাথ

এই যদি পাই চাইব নাকো তখন আমি শাহনশাৰ

বিশ্লেষণ কৰিলে দেখা যাব যে নজৰুল ইচলামে ফাৰ্চী ৰুবায়তৰ ককখক ছন্দ ৰীতি ৰক্ষা কৰিছে। তৃতীয় শাৰী স্বতন্ত্ৰভাৱে আছে।

এই একেটা ৰুবায়তকে নৰেন্দ্ৰদেৱে আন এটা সুকীয়া ছন্দত ৰচনা কৰিছে—

এইখানে—এই তৰুতলে—
তোমাৰ আমাৰ কুতুহলে
এ জীৱনেৰ যে কটা দিন কাটিয়ে যাবো প্ৰিয়ে
সংগে ৰবে সুৰাৰ পাত্ৰ অল্প কিছু আহাৰ মাত্ৰ
আৰ একখানি ছন্দ মধুৰ কাব্য হাতে নিয়ে।

কিন্তু কান্তি ঘোষে এই একেটা ৰুবায়তকে ককখখ ছন্দত ভাঙিছে। কিন্তু দুৱৰাৰ নিচিনাকৈ আঠশাৰীত নকৰি চাৰিশাৰীতে কৰিছে—

সেই নিৰালা পাতায় ঘেৰা বনেৰ ধাৰে শীতল ছায়
খাদ্য কিছু, পেয়ালা হাতে ছন্দ গেঁথে দিনটা যায়।
মৌন ভাঙ্গি মোৰ পাশেতে গুঞ্জে তব মঞ্জু সুৰ—
সেঁইতো সখি স্বপ্ন আমাৰ সেই বনানী স্বৰ্গপুৰ॥

**এডৱাৰ্ড ফিট্‌জেৰাল্ড (১৮০৯ ৮৩)ঃ** এজন ই ৰাজ কবি। ওমৰ খায়ামৰ কবিতাৰ সম্বন্ধে ফিটজেৰাল্ডে তেওৰ ৰুবায়ত অনুবাদ কৰাৰ পিছতহে তেওক প্ৰথম বাৰৰ কাৰণে ইউৰোপে জানিছিল। ফিট্‌জেৰাল্ডে ৫০ বছৰ বয়সত ১৮৫৯ চনত সৰু এখন পুস্তিকাত ওমৰৰ কিছুমান ৰুবায়ীৰ ইংৰাজী ভাঙনি কৰে— তাকো আকৌ কবিয়ে ৷িজৰ নাম প্ৰকাশ কৰা নাছিল। ১৮৬০ চনত কবি চুইনবাৰ্ণ আৰু ৰচেটিয়ে ইয়াক আৱিষ্কাৰ কৰে। তাৰ আঠ বছৰৰ পিচত পৰিবৰ্দ্ধিত দ্বিতীয় স স্কৰণ ফিটজেৰাল্ডে নিজৰ নাম দি প্ৰকাশ কৰে। কিন্তু ফিটজেৰাল্ডে ৰচনা কৰা ৰুবায়ীসমূহৰ সম্বন্ধে জানিবলগা এইটোহে যে তেওঁ কৰা অনুবাদ সম্পূৰ্ণ অনুবাদ নহয়— বহুত সময়ত তেওঁ মূল ভাবকে বহলাই একোটা ৰুবায়ত ৰচনা কৰিছে বা দুটা তিনিটা ৰুবায়ীৰ মূল কথাৰে একোটা ৰুবায়ত ৰচনা কৰিছে। কিন্তু এইটো সুনিশ্চিত যে ফিটজেৰাল্ডে মূল ভাবৰ ক তো বিকৃত অৰ্থ বা ভাবাৰ্থ কৰা নাই। জগতৰ বিভিন্ন ভাষাত ৰুবায়ীসমূহৰ অনুবাদ হ ল। কিন্তু পণ্ডিতসকলৰ মতে জাৰ্ম্মান ৰুচী ফৰাচী আৰু অন্যান্য অনুবাদৰ ভিতৰত ফিট্‌জেৰাল্ডৰ অনুবাদ জনপ্ৰিয় আৰু এই ই ৰাজী অনুবাদৰ যোগেদিহে সমগ্ৰ বিশ্বতে ওমৰৰ কবিতাৰাজি প্ৰচাৰ হ ল। গতিকে ওমৰৰ দ্বাদশ শতিকাৰ কবিতাই ঊনবিং শ শতিকাত জনপ্ৰিয়তা অৰ্জন কৰি সমগ্ৰ ইউৰোপতে বিশেষ চাঞ্চল্যৰ সৃষ্টি কৰিলে। ওমৰ আছিল একাদশ দ্বাদশ শতিকাৰ কবি। কবিৰ মৃত্যু হয় ১১২৩ খৃষ্টাব্দত। তেতিয়াৰপৰা ছশ বছৰ কাল এই কবিৰ কবিতাসমূহে জগতত বিস্তাৰ লাভ কৰিব নোৱাৰিছিল। হঠাৎ

ইয়াৰ আদৰ কিয় এনেদৰে বাঢ়িলে ই এটা প্ৰশ্ন। ইয়াৰ এয়ে বিশেষ কাৰণ যে ওমৰে ধৰ্ম্ম কথাবোৰ যুক্তি তৰ্কৰে বিচাৰ কৰিবলৈ লৈছিল আৰু ধৰ্ম্মৰ নামত ওমৰে ভণ্ডামি বা গোড়ামি মানি লোৱা নাছিল। পৰকাল অৰ্থাৎ স্বৰগ নৰকৰ সত্যতাত ওমৰৰ বিশ্বাস নাছিল কাৰণে পশ্চিমীয়া ভাবধাৰাত সেইবোৰ খাপ খায়। জনা যায় ওমৰে প্ৰায় ৮০০ ৰুবায়ী ৰচনা কৰিছিল। কিন্তু তাৰে আকৌ বাছি বাছি মাত্ৰ কিছুমানহে পশ্চিমীয়া সভ্যতাৰ লগত খাপ খোৱা ৰুবায়ীহে ফিটজেৰাল্ডে অনুবাদ কৰিলে। কাৰণ তেওলোকে (ইউৰোপীয়সকলে) ওমৰৰ সুৰাক পাৰ্থিব সুৰাৰ লগতে ধৰি লৈছিল। গতিকে দুৱৰাই যি ৰুবায়ীসমূহৰ ভাঙনি কৰিলে সিও আমাক একেটা ধাৰণাকে দিয়াৰ সক্ষম হ ল। গতিকে প্ৰকৃত ওমৰক ওমৰ তীৰ্থ পঢ়ি বিচাৰ কৰা দুৰূহ। কাৰণ এই দ্বাদশ শতিকাৰ কবি ওমৰকে পৰৱৰ্তী পাৰস্য কবি হাফেজ ৰুমী (জালালুদ্দিন) আদি চুফী কবিসকলে গুৰুৰূপে মানি লৈছিল। গতিকে ওমৰ আছিল আদি চুফী কবিসকলৰ অগ্ৰণী । চুফীবাদ হ ল — ইচলামৰ অন্তৰ্গত পন্থা। তেনে অৱস্থাত কিছু অংশ অনুবাদ পঢ়ি ওমৰক নাস্তিক কোৱা বা বিধৰ্ম্মী কোৱা অন্যায়।

১৮৮৩ চনত হুইনফিল্ডে (Whinfield) ওমৰৰ পাচশ ৰুবায়ী মূল ফাৰ্চিসহ একেবাৰে আক্ষৰিক আৰু হুবহু অনুবাদ কৰে। এওঁ আস্তিক নাস্তিক দুই ভাবৰ কাব্যানুবাদ কৰে। গতিকে ওমৰে নাস্তিক আখ্যা পোৱা কথাষাৰৰ মূল হ ল ফিট্জেৰাল্ডৰ অনুবাদৰ কাৰণেহে।

হেৰণ এলেন নামৰ এজন ই ৰাজে ১৮৯৯চনত ওমৰৰ কিছুমান ৰুবায়ী ই ৰাজীলৈ গদ্যানুবাদ কৰে। ইয়াৰ পৰাও জনা গ ল যে ফিট্জেৰাল্ডে আক্ষৰিক অনুবাদ কৰা নাই। গতিকে ইয়াৰ পৰাও কব পাৰি যে কবিৰ আচল ৰূপ বা দৰ্শন ফিট্জেৰাল্ডৰ অনুবাদে প্ৰকট কৰিব পৰা নাই। এটা বিশেষ ধাৰাৰ ৰুবায়ীহে তেওঁ অনুবাদ কৰিছিল। ইয়াতো নিশ্চয় কিবা এটা ন্যস্ত স্বাৰ্থ আছিল। এই সম্বন্ধে পিচত আৰু আলোচনা কৰা হৈছে।

গতিকে ওমৰ তীৰ্থ'ই যে প্ৰকৃত ওমৰক বুজিবলৈ সহায় নকৰে ই ঠিক। ওমৰে যেন পাৰ্থিব জীৱনটোতহে মূল্য দিছিল — সিপাৰৰ কথা ইপাৰৰ পৰা যেন চিন্তা কৰিবলগা একো নাই — সেয়েহে ফিট্জেৰাল্ডে বাছি ললে —

Ah make the most of what we yet may spend
Before we too into the Dust Descend
Dust into Dust and under Dust, to lie
Sans Wine sans Song sans Singer and sans End

ধূলিৰ লগতে মিলিব যেতিয়া
খন্তেকীয়া ই জীৱন মোৰ
যাওক তেন্তে ভাহি সুৰাৰ সোতেতে
নপৰক যেন সুখৰ ওৰ।

আহিলে মৰণ যাবই লাগিব
আত্মাৰ পুৰীৰ কোনোবা দেশ
নাই য ত সুৰা, নাই য ত গান
অজান দেশৰ ক তনো শেষ।

ঠিক একে ভাব ধাৰাৰ আন এটা প্ৰখ্যাত ৰুবায়ত হল —

Ah my Beloved fill the cup that clears
To day of past Regrets and future Fears—
To morrow ?—Why Tomorrow I may be
Myself with Yesterday s Sev n Thousand Years

অসমীয়াত দুৱৰাৰ ভাঙনি চাওক —

ধৰা প্ৰিয়তম প্ৰাণৰ পিয়লা
জীৱন মদিৰা ভৰাই দিয়া
অতীত ভবিষ্য শোক দুখ ভয়
আজিৰ ভাবনা উটাই দিয়া।
আজিয়েই দিয়া কালিলৈ কিয়
কোনে জানে কালি মোৰ কি হ ব?
হাজাৰ হাজাৰ বছৰ বিয়পা
হয়তো অতীতে সামৰি থ ব।

দুৱৰাই শেষৰ শাৰীকেইটা মূল ভাব ৰক্ষা কৰিহে ভাঙনি কৰিছে। নজৰুল ইচলামে এই চৰণটিৰ অনুবাদ কৰিলে এনেদৰে —

কাল কি হ বে কেউ জানেনা দেখছ ত হায় বন্ধু মোৰ'
নগদ মধু লুঠ কৰে লও মোছ মোছ অশ্ৰু লোৰ।
চাঁদনি তৰল শৰাব পিও, হায় সুন্দৰ এই সে চাঁদ
দীপ জ্বালিয়ে খুজবে বৃথাই কাল এ শূন্য ধাৰাৰ ক্ৰোড়।

সেইকাৰণে ওমৰে আজিৰ কাৰণে অৰ্থাৎ বৰ্তমানৰ কাৰণে যিমান মূল্য দিছে অতীত আৰু ভবিষ্যতৰ প্ৰতি একোকে চিন্তা কৰা নাই —

অতীত ভবিষ্য ভাবিলে কি হ ব
ভাবনাৰ দেখো বিৰাম নাই
ঢালা সুৰা ঢালা পিয়লা ভৰাই
প্ৰতি নিমিষতে সময় যায়।
আজি যদি মোৰ ৰঙতেই যায়!
অতীতৰ 'কালি দূৰতে থক

কাইলৈ কি হ'ব? ভৱিষ্য ভাৱনা
সুৰাৰ সোঁতত উটোৱা যক!

ফিট্‌জেৰাল্ডৰ ভাঙনিৰ দুৰৰাৰ এই চৰণটি অতি সাৱলীল আৰু নিমজ ভাঙনি। ইংৰাজী ভাষাত আছে—

Ah fill the cup —What boots it to repeat
How time is slipping underneath our Feet
Unborn To-morrow and dead Yesterday
Why fret about them if To Day be sweet!

ওমৰৰ কবিতাত উল্লেখিত সুৰা কি? এই সুৰা পাৰ্থিৱ সুৰা নহয় — ই হৈছে আধ্যাত্মিক প্ৰেম (Devine Love)। 'সুৰা 'চাকী আদি শব্দবোৰক ৰূপকৰূপে অৰ্থ কৰিব নোৱাৰিলে এনে ধৰণৰ কথাবোৰ বুজা টান। পাৰস্য সমাজে সুৰা ক পাৰ্থিৱ সুৰাৰ লগত ধৰি লোৱা কাৰণেই হ'ল—ওমৰ ইচলামৰ বিৰোধী। কাৰণ, সুৰা ইচলামৰ নীতি অনুসৰি হাৰাম অৰ্থাৎ নিষিদ্ধ। তেনে অৱস্থাত পিয়লা ভৰাই সুৰা বিচৰাজন ইচলাম বিৰোধী হোৱা স্বাভাৱিক। কিন্তু দৈৱ প্ৰেমৰ (সুৰা) আশাৰেহে চাকীক তেওঁ পিয়লা ভৰাই দিবলৈ অনুৰোধ কৰিছিল। কাৰণ—সীমিত জ্ঞানেৰে মানুহে অসীমৰ সম্বন্ধে একো জানিব নোৱৰা কাৰণেই তেওঁৰ আছিল আটাইতকৈ ডাঙৰ দুখ। সেই দুখ পাতলাবলৈকে কবিয়ে সুৰা ৰ কামনা কৰিছিল। চাকী শব্দটোৰ অৰ্থও ইয়াত জনা দৰকাৰ। ওমৰৰ কবিতাত বা পৰৱৰ্তী চুফী কবিসকলৰ লেখনীত চাকী ৰ ব্যৱহাৰ খুব বেছি। চাকী শব্দৰ শব্দগত অৰ্থ হ'ল — যি মদ বাকী দিয়ে। ইৰাণীয় সভ্যতাত কবিসকলে মদ্য পানক আধাত্মিক প্ৰেমৰ প্ৰতীকৰূপে লৈ চাকী শব্দৰ ব্যৱহাৰ কৰিছে গতিকে সুৰা হ'ল আধ্যাত্মিক প্ৰেমৰূপে লোৱা ৰূপক বিশেষ। সেয়েহে 'চাকী হ'ল আধ্যাত্মিক প্ৰেমৰ বাৰ্ত্তা বাহিকা। তেওঁৰ হাতৰ ফুলাম চোৰাহীৰ এটুপি সুৰাই হ'ল কবিয়ে কামনা কৰা দৈৱ প্ৰেম বা আধ্যাত্মিক প্ৰেম। সেই কাৰণে উপৰুৱাকৈ চালে ওমৰক উদ্বাউল প্ৰেমিক বা মাতাল যেন লাগে। এনে উদ্বাউল প্ৰেমিক আৰু মাতালৰ কাৰণে কিহৰ ভগৱান আৰু পৰকাল দৰ্শন! —তেওঁৰ কাৰণে আজিয়েই দিয়া কালিলৈ কিয়? গতিকে এইবোৰ বিচাৰতে ওমৰ হৈ পৰে একেবাৰে নাস্তিক।

সামাজিক পটভূমি ওমৰ যি সময়ৰ লোক সেই সময়ৰ পাৰস্যৰ সমাজখন কেনে আছিল তাকো চোৱা আৱশ্যক। সেই সময়ত চুফীবাদৰ প্ৰতি পাৰস্য সমাজ অতিকৈ আকৃষ্ট আছিল। চুফীবাদৰ মূল নীতি হ'ল 'তৱাকল তু আলাল্লাহ অৰ্থাৎ সকলো আল্লাৰ ওপৰত ভৰসা। আন কথাত ইয়াৰ অৰ্থ এনেকুৱা যে — মানুহে কৰিব পৰা একো ক্ষমতা নাই। সকলো আল্লাই কৰে আৰু তেওঁৰ নিৰ্দ্দেশতে সকলো হয়। ইয়াৰ ফলত সমাজত কৰ্ম্মহীনতা আৰু কৰ্ম্ম বিৰতিৰ ইচ্ছা কৰা লোকেৰেই ভৰি পৰিল। বিশৃঙ্খলতাই হে দেখা দিলে। কাৰণ, কৰ্ম্ম নকৰি 'আল্লা 'আল্লা, কৰি থকা মনোভাব হ'লে

দৈনন্দিন কাৰ্যও সমাপন নহয় আৰু দৈনন্দিন খোৱা কামোৰা বা সমস্যাৰো অন্ত নপৰে। ওমৰে সম্পূৰ্ণ আল্লাৰ ওপৰত নিৰ্ভৰ কৰা ৰ শেষ পৰিণতি কি হ ব পাৰে তেও মৰ্ম্মে মৰ্ম্মে অনুভৱ কৰিছিল। গতিকে তেও বৰ্হিজগতত আল্লাৰ সত্তা বিচাৰি ব্যাকুল হ ল আৰু পৰকালৰ প্ৰতি বিৰূপ ধাৰণা জন্মাই দিলে। সমাজ চেতনা আছিল কাৰণেই ওমৰে সমাজ সংস্কাৰকৰূপে এটা নতুন পন্থা দেখুৱাবলৈ প্ৰয়াস কৰিছিল। তৰ্ক বিতৰ্ক কৰি কবিয়ে হাবাথুৰি খাইছে—

শিকিবৰ আশে প্ৰথম পুৱাতে
কত পণ্ডিতৰ কাষত গই
শুনিলো বহুত তৰ্ক বিতৰ্ক
এটি মাথোঁ এটি বিষয় লই।
নেদেখিলো ক তো বিচাৰৰ শেষ
তৰ্কই থাকে জীৱন জুৰি
শেষে লাভ মোৰ গ লো যেই বাটে
সেই বাটেদিয়েই আহিলো ঘূৰি।

কবিয়ে একোৰে সন্ধান নেপালে। যোৱা বাটেদি ঘূৰি আহিল।

ৰুবায়ীৰ মাজেদি দেখা যায় অদৃষ্টবাদী ওমৰক। অদৃষ্টবাদত(Fatalism) ওমৰৰ দৃঢ় বিশ্বাস আছিল। কাৰণ চুফীবাদৰ প্ৰকৃত উদগাতা হিচাবে জগতৰ সকলো কাৰ্য অদৃষ্ট শক্তিৰ অবিহনে হ ব নোৱাৰে। মানুহে কৰোঁ বুলি কৰিব পৰা একো কাম নাই। যি জনৰ এই মহান অদৃষ্ট শক্তিতে বিশ্বাস তেওহে অদৃষ্টবদী হ ব পাৰে—এফালেদি চালে দেখা যায় যে অদৃষ্টবদীৰ কাৰণে পাপ পূণ্যৰ বিচাৰ একোকে নাই। যি হ ব লগা আছে হ বই। ভাগ্যৰ লিখন কোনে খণ্ডাব।—

The Moving Finger writes and having write
Moves on nor all thy Piety nor Wit
Shall lure it back to cáncel half a Line
Nor all thy Tears wash out a Word of it

এই ৰুবায়তটো দুৱৰাই কিমান সুন্দৰকৈ অসমীয়ালৈ ৰূপান্তৰ কৰিছে—ই মন কৰিবলগীয়া—

নিয়তিয়ে নিজ হাতেৰে যিদিনা
কপালত সিটি লিখিলে আহি
নাই লৰচৰ সেই আখৰৰ
সিদৰে জীৱন চলিব ভাহি।
চকুৰ পানীৰে নৈ বৈ যক
হিয়া যদি ভাগে শোকতে হায়

তথাপিতো জানো পাৰেনে গুচাব
কপালৰ ছাপ লগতে যায়।

গতিকে আমি পাশাখেলৰ গুটি। চালকে যিদৰে চলায় সেইদৰেই আমি চালিত হ'ব লাগিব। ইয়াৰ ই ৰাজী শাৰীকেইটিৰ অতি মনোৰম অনুবাদ হ ল –

দিন ৰাতি ল'ই আন্ধাৰে পোহৰে
অকা এইখনি পাশাৰ ঢাল
মানুহক লৈ পাশাটি খেলিছে
বহি নিয়তিয়ে অনন্ত কাল।
সোমাই নতুন গুটিটি ঢালত
কোনোটিবা পকি ওলাই যায়
কাৰোবা কেচাতে কাটিলে গুটিটি
ই খেলা সদায় খেলিছে হায়।

ওমৰৰ ৰুবায়ীক কেইবাভাগেও ভাগ কৰা যায়।

(১) আল্লাৰ প্ৰতি অভিযোগ – দৈৱপ্ৰেমৰ ব্যৰ্থতা।

(Disappointment in Divine Love)

(২) প্ৰেম মিলন আৰু বিৰহ মিলনৰ আনন্দ আৰু বিৰহৰ জ্বালা।

(৩) সৌন্দৰ্য – প্ৰকৃতি আৰু মানুহৰ ৰূপৰ প্ৰতি ব্যাকুলতা। ৰূপ ৰসৰ তৃষ্ণা চিৰবিদ্যমান।

(৪) বিদ্ৰূপ — মানৱৰ অন্ধ বিশ্বাস আৰু ভণ্ডামিক ফহিয়াই দেখুওৱা – তাতে ওমৰৰ সমাজৰ প্ৰতি বিদ্ৰোহ ফুটি ওলাইছে।

(৫) আধ্যাত্মিকতা — বিশ্বৰ মূল সত্তাৰ প্ৰতি আকুল সন্ধান – পাপ পুণ্য সৰগ নৰক জন্ম মৃত্যুৰ ৰহস্য বিচাৰ। ই হ ল বিশ্বজনীন। ওমৰ তীৰ্থ ৰপৰা আমি ওপৰত দিয়া ধৰণৰ দুই এটাকৈ ৰুবায়তৰ উদাহৰণ উদ্ধৃতিৰূপে দেখুৱাম – কবি দুৰৰাই কিন্তু এই ধৰণে ৰুবায়ী সমূহক ভাগ কৰা নাই –

(১) দৈৱ প্ৰেম ব্যৰ্থতামূলক –

পুৱা বিহগৰ মধুৰ সুৰত
শত আলহীয়ে সাদৰি কয়
মেলাহে দুৱাৰ নবীন পথিক
আহিছো উলাহে বাঁহীটি লই।
খন্তেক থাকিম ধেমালি কৰিম
ধেমালি শেষত কেনিবা যাম
সোঁতৰ মুখত উটিলে এবাৰ
পুৰণি সুখ কি পুনৰ পাম ।

(২) মিলনৰ আনন্দ আৰু বিৰহৰ দুখত গাইছে —

সৌ যে দেখিছা গোলাপ কুৱৰী
ঢালিছে ৰঙেৰে সুধাৰ ধাৰা
কয় হাঁহি হাঁহি পাহি মেলি মেলি
চোৱা মোৰ হিয়া চেনেহ ভৰা।
প্ৰেমৰ বাতৰি দিম জগতত
তোলা মোক হেৰা যতন কৰি
শুকাম যেতিয়া ঢুকাম তেতিয়া
চিন স্মৃতি যাব কেনিবা উৰি।

(৩) সৌন্দৰ্যৰ প্ৰতি ব্যাকুলতা — কিন্তু সকলোবোৰ যে লয়প্ৰাপ্ত তাকে বৰ্ণাইছে —

পুৱা কিৰণত লাখে লাখে ফুল
ফুলিছে মলয় পৰশ পাই
কাষতেই তাৰ আৰু অসংখ্যাত
নীৰলে লেৰেলি শুকাই যায়।
যাৰ পৰশত লাজুকী গোলাপে
নাচিছে ৰঙেৰে ওৰণি থই
সেই পৰশতে শত জামচেদ্
শত কৈকোবাদ কালত লয়।

(৪) বিদ্ৰুপাত্মক ৰুবায়তৰ নিদৰ্শন — সমাজৰ প্ৰতি ক্ৰোধ বা বিদ্ৰোহ তাতে প্ৰকাশ পাইছে। যেনে —

ইয়াৰ আগেয়ে ক ত আছিলো
কাকনো সুধিম কথাটি মোৰ !
ইয়াৰ পাচত কোন দেশলৈ
নোৱাৰো বুজিব ৰহস্য ঘোৰ।
ঢালা তেন্তে সখা জীৱনৰ সুৰা
চিন্তা ভাবনা দূৰতে থক
ধৰিব নোৱৰা নিয়তিৰ লীলা
পিয়লা ভৰাই পাহৰা যক।

(৫) আধ্যাত্মিকতা — এয়ে হ ল ৰুবায়ীৰ মাজেৰে ওমৰৰ বিশ্বৰ মূল সত্ত্বাৰ সন্ধান বিচৰা — পাপ পূণ্যৰ বিচাৰ সৰগ নৰকৰ ৰহস্য অভেদ্য হৈয়ে ৰয় —

পাপ পুণ্য প্ৰভু কোনে সৰজিলে ?
সুধিছোঁ কাতৰে কোৱাচোঁ মোক
সুখ সাগৰত এজনে সাঁতোৰে

ইজনে কিয়নো ভুগিছে শোক ?
নিষিদ্ধ ভোগৰ গুপুত বাসনা
ইয়াতেই যদি সাৰটে নৰে
কোন বিধানত সিপুৰীত তাৰ
নৰকৰ ছবি আগত ধৰে ?

মুঠতে ওমৰৰ কবিতা বুজাৰ আগতে কবি ওমৰক বুজা দৰকাৰ। কবিক নুবুজাকে কবিতা বুজা টান। ওমৰ প্ৰকৃততে আছিল আস্তিকবাদৰ কবি। ঈশ্বৰত গভীৰ বিশ্বাস আছিল কাৰণেই তেওঁৰ অস্তিত্বক ওমৰে অনুভৱ কৰিছিল। কিন্তু কৌতুহলী মন এটাৰে ঈশ্বৰৰ সত্ত্বাৰ প্ৰশ্ন কৰিলেই কবি নাস্তিক হ ব নোৱাৰে। ঈশ্বৰৰ সত্ত্বা অনুভৱ কৰা ভালেখিনি ৰুবায়ত ওমৰৰ আছিল কিন্তু ফিট্‌জেৰাল্ডে তাৰ ভাঙনি কৰা নাই। গতিকে আমাৰ ওমৰ তীৰ্থ তো নাই। কিন্তু নজৰুল ইচলামে ভাঙনি কৰাৰপৰা এটা চৰণ তুলি দিলো — অন্তত ওমৰ কি সম্যক পাঠকসকলে অনুভৱ কৰিব পাৰিব।

আকাশ যেদিন দীর্ণ হবে আসবে যেদিন ভীম প্রলয়
অন্ধকারে বিলীন হবে গ্রহ তারা জ্যোতিময়
প্রভুর আমার দামন ধরে বলব কেদে হে নিষ্ঠুর
নিরপরাধ মোদের কেন জন্মে আবার মরতে হয় ?

সিন্ধুৰপৰা বিন্দুৰ বিচ্ছেদ হৈ অহা যি দুখ সেই দুখেই আছিল ওমৰৰ। আত্মা পৰমাত্মাৰ পৰাই হৈছিল — সিন্ধু পূৰ্ণ — সেয়েই পৰমাত্মা। বিন্দু — অসম্পূৰ্ণ — সেয়েই মানৱাত্মা। এইধৰণৰ প ক্তিসমূহ ই ৰাজীতে ফিট্‌জেৰাল্ডে বাদ দি গ ল।

সিন্ধু হতে বিচ্ছেদেৰই দু খে কাদে বিন্দুজল
পূৰ্ণ আমি কইল হেসে বিন্দুৰে সিন্ধু অতল।
সত্য শুধু পূৰ্ণ বাকী অন্য যা তা নাস্তি সব
ঘূৰ্ণমান ঐ এক সে বিন্দু বহুৰ ৰূপে কৰছে ছল।

তেন্তে এইজন কবিক কোনোবাই নাস্তিক বুলি ক ব নেকি? সৃষ্টিৰ সন্ধান বিচৰাজন নিশ্চয় নাস্তিক নহয়। এঠাইত এইজন কবিয়েই আকৌ কৈছে — খোদা কি তা জানতে পাবে মৃত্যুতে সে অৱশ্যই। গতিকে ততাতৈয়াকৈ ওমৰক বিচাৰ কৰিলে নহ ব। ওমৰৰ কবিতাক সন্ধানী চকুৰে চালেহে ভগৱৎ প্ৰেম প্ৰকট হোৱা দেখা পোৱা যাব। সন্ধানী চকু আৰু কৌতুহলী মন থকা সকলো মানুহেই এই ধৰণৰ জীৱনৰ ইপাৰ সিপাৰৰ প্ৰশ্ন কৰে — কিন্তু সেইবাবে জগৰীয়া হ ব নোৱাৰে। এই বিশ্বজনীনতা ওমৰৰ কবিতাত বিদ্যমান কাৰণেই কবি দুৰ্বৰাই ওমৰতীৰ্থৰ পাতনিত উল্লেখ কৰিছে — এই সুৰতে মুগ্ধ হৈ আজি আমি অসমীয়া ৰাইজৰ ওচৰত নিজৰ ক্ষুদ্ৰ শক্তিৰে ওমৰৰ ভাবৰ এটি চানেকি, এটি ছাঁ দাঙি ধৰিব খুজিছোঁ। গতিকে প্ৰকৃততে দুৰৰাৰ সকলো ভাঙনি নহয়। কিছুমান পংক্তিৰ সম্পূৰ্ণ ভাবাৰ্থহে পোৱা যায় — অনুবাদ কেতিয়াও নহয়। যেনে

Oh Thou who Man of baser Earth dıdst make
And who wıth Eden dıdst devıse Snake
For all the Sın wherewıth the Face of Man
Is blacken d man s Forgıveness gıve and take !

প্ৰথম মানুহ আদম ক মাটিৰে তৈয়াৰ কৰা আৰু ঈডেন ফুলনিত সাপৰূপী চয়তানৰ প্ৰৰোচনাত পৰি হাওৱাই (ইভে) কেনেকৈ আদমক নিষিদ্ধ বৃক্ষ ফল খুৱাই পাপ কৰালে তাৰ উল্লেখ আছে। দুৱৰাদেৱে এই প ক্তিৰ ভাবাৰ্থহে কৰিলে – ই ৰাজী ভাগৰ অনুবাদ নহয় –

মাটিৰ মানুহ সৰজিলা তুমি
পাপৰ কালিমা তুমিয়ে দিলা
অসীম অনন্ত বিশ্বজগতত
দেখালা পঞ্চভূতৰ লীলা
পাপৰ ছাঁয়াটি ঘূৰি দিনে ৰাতি
আবৰি ধৰিছে মৰত ভূমি
মানুহে তোমাক ক্ষমিছে দেৱতা
মানুহকো দেৱ ক্ষমিবা তুমি।

অনুবাদেই হওক তথাপি ওমৰৰ কবিতা তথা ফাৰ্চী কাব্যৰ আদি চুফী কবি ৷মৰৰ ভাবৰাশি প্ৰথমবাৰৰ কাৰণে ওমৰ তীৰ্থ ৰ যোগেদিয়েই অসমীয়া সাহিত্যত আৰু অসমীয়া সমাজত প্ৰৱেশ লাভ কৰিলে। ওমৰ তীৰ্থ"ই কবি দুৱৰাক অসমীয়াৰ আৰু আপোন কৰিলে। অনুবাদ হলেও কবিৰ বিশেষত্ব আছে শব্দ চয়নত আৰু আঁৰ নলগা ছন্দৰ লয়লাস গতিত। গতিকে পঢ়ি যাওতে ক ৰবাৰ পৰা যে অনুবাদ পঢ়িছো এনে এটা ধাৰণা নাহে। কবিৰ স্বাভাৱিক কবিত্ব শক্তিয়ে অনুবাদ হলেও বা আনৰ ভাবৰদ্বাৰা অনুপ্ৰাণিত হলেও কবিৰ স্বকীয়তা পোৱা যায়। কবি ওমৰৰ ভাবাবেগে কবি দুৱৰাৰ অন্তৰত প্ৰকৃততে থৌকি বাথৌ লগাইছিল – সেয়েহে কবি দুৱৰাই ইমান প্ৰাণ ঢালি ওমৰ তীৰ্থ ৰচনা কৰিব পাৰিলে।

# দুৰৰা খাযাম নহ'ল

## ছৈয়দ আব্দুল মালিক

যতীন্দ্ৰনাথ দুৱৰা নামে আমাৰ সকলোৱে চিনাকি কুৰি শতিকাৰ এজন অসমীয়া কবিৰ বিষয়ে দুআষাৰ কথা আলচ কৰিবলৈ লৈ একাদশ শতিকাৰ এজন ইৰাণৰ কবি ওমৰ খায়ামৰ বিষয়ে বহুত কথাৰ অৱতাৰণা কৰিবলগীয়া হোৱাৰ কাৰণ নেদেখুৱালে নহ ব।

দুয়োৰে মাজত প্ৰায় ৯০০ বছৰৰ ব্যৱধান।
ভাষাৰ ব্যৱধান।
স্থানৰ ব্যৱধান।
পৰিবেশ পৰিপাৰ্শ্ব ভাবমণ্ডলৰ ব্যৱধান।
তথাপি –

মোৰ যুক্তিয়ে উজুটি খালেও কাৰণটো কৈছোঁ।

প্ৰথম কাৰণ প্ৰকৃত কবি এজন কোনো দেশ কাল ভাষা ধৰ্মৰ মাজত আবদ্ধ হৈ নাথাকে তেওঁ সৰ্বদেশৰ সৰ্বকালৰ আৰু সকলো মানুহৰ।

দ্বিতীয়তে –

দুৰৰাৰ ওমৰ তীৰ্থ যি পঢ়িছে তেওলোকে স্বীকাৰ কৰিব যে ই ৰাজীৰপৰাই হওক(ফিট্‌জেৰাল্ড) বা লাৰপৰাই হওক(কান্তি ঘোষ) নাইবা খোদা বখ্‌ছৰ ওচৰত ফাৰ্চি শিকি খায়ামৰ ৰোবাইয়াতৰপৰাই হওক দুৱৰাই যেতিয়া অসমীয়া পাঠকৰ কাৰণে ওমৰ খায়ামৰ কবিতা তেওঁৰ অননুকৰণীয় অসমীয়া ভাষাৰে অনুবাদ কৰি আগবঢ়াইছিল তেতিয়া পাঠকক ওমৰ খায়ামৰ আতিগুৰি বিচাৰি ফুৰিবলগীয়া দুৰ্দশাত পেলোৱা নাছিল সমধৰ্মী এক শ্ৰদ্ধাশীল সহযোগীয়ে অকৃত্ৰিমভাৱে এজন দূৰণীয়া কবিৰ মনোজগতৰ ভাবানুভূতিবোৰক নিজৰ ভাষালৈ আনি লগে লগে নিজৰ জীৱনদৰ্শনৰ আভাসৰো ইংগিত দিছিল। কৃত্ৰিমতাৰ আশ্ৰয় নলৈ গভীৰ আন্থাৰে চিনাকি ঘৰুৱা ভাষা আৰু অভিব্যঞ্জনাৰে চিনাকি উপমা অনুপ্ৰাসেৰে দুৱৰাই ওমৰক অসমীয়া কবি পেলাইছিল। সাধাৰণ পাঠকে সন্দেহ কৰিবৰ প্ৰয়োজন নাছিল যে এইয়া মৌলিক ৰচনা নহয় অন্য দেশৰ অন্য যুগৰ অন্য ভাষাৰ এজন মহৎ কবিৰ কবিতাৰ মুকলি অনুবাদহে। সাধাৰণ পাঠকে দুৱৰাৰ ওমৰ তীৰ্থ ৰ ভাষাত নিজৰ মনৰ প্ৰতিধ্বনি শুনিবলৈ পাইছিল। কোনো কোনোৱে আনকি(যি ওমৰ খায়ামৰ বিষয়ে একো নাজানিছিল) ওমৰৰ উক্তিক দুৱৰাৰ নিজৰ উক্তি বুলিয়ে ভাবিছিল। ওমৰৰ দৃষ্টিৰ প্ৰতি এক গভীৰ অনুৰক্তি নাথাকিলে ওমৰৰ ভাবজগতৰ লগত নিজৰ ভাবজগতৰ এক সান্নিধ্য উপলব্ধি নকৰিলে দুৱৰাই খায়ামক ইমান সুন্দৰকৈ অসমীয়া পাঠকৰ আগত দাঙি ধৰিব নোৱাৰিলেহেতেন।

সচা আনন্দচন্দ্ৰ আগৰৱালায়ো কবিতাৰ ভাঙনি কৰিছিল তেওঁৰ অনুবাদতো সাফল্য আৰু নিষ্ঠা বৰ্তমান। কিন্তু আগৰৱালাই কেইজনমান বিখ্যাত ইংৰাজী ভাষাৰ কবিৰ জনাজাত কবিতাৰহে ভাঙনি কৰিছিল। একেজন কবিৰে বা বিভিন্ন কবিৰ একে ভাবৰ কবিতাৰে অনুবাদ কৰা নাছিল। দুৱৰায়ো শ্যেলী টেনিচন গ্ৰে আদিৰ কবিতাৰ মুকলি অনুবাদ বা ভাৱানুবাদ কৰিছিল। কিন্তু এইসকল কবিৰ প্ৰেম আৰু মৃত্যুৰ কবিতাবোৰেহে দুৱৰাক অধিক আকৰ্ষণ কৰিছিল। গ্ৰে ৰ ইলিজী ৰ বিষাদ প্ৰতিধ্বনিত হৈছিল দুৱৰাৰ মৰিশালিখনি ৰ বুকুত। টেনিচনৰ চিৰ বিদায়ৰ শোকবাণী Crossing the Bar অৰ বেদনা

Twilight, and evening bell
And after that the dark
Let there be no sadness of fare well
When I embark –

দুৱৰাৰ অতীতক নেযাবা পাহৰি ৰ কৰুণতাৰ মাজত মৰ্মদাহী নিবেদন ৰূপে প্ৰকাশি উঠিছিল

সন্ধিয়াৰ আকাশৰ সৰু তৰাটিৰ
সাদৰৰ শেষ আৱাহন
সেউজীয়া প্ৰকৃতিৰ কোমল কোলাত
খেলা মোৰ হ ল সমাপন
নাও মেলি আহিলোঁ আতৰি
অতীতক নেযাবা পাহৰি।

দুৱৰাই যেন এইসকল কবিৰ কবিতাত নিজৰ চিৰনি স গ জীৱনৰ অশ্ৰুসিক্ত কান্দোনৰ সন্ধান পাইছিল। আৰু তেওলোকৰ সুৰত সুৰ মিলাই নিজৰ কথাকে ক বৰ প্ৰয়াস কৰিছিল।

শ্যেলীয়ে বেদনাদীৰ্ণ অন্তৰৰ আৰ্তনাদ প্ৰকাশ কৰিছিল

O lift me as a leaf a wave
a cloud
I fall upon the thorns of life
I bleed !

এয়ে মোৰ জীৱনত বিধিৰ নিঠুৰ লেখা
এয়ে মোৰ জীৱনৰ কাঁইটীয়া বন।

প্ৰেমৰ কবি শ্যেলীৰ ৰোমাণ্টিক ভাবোচ্ছ্বাসৰ প্ৰতিধ্বনি দুৱৰাৰ কবিতাত নোহোৱা নহয়। আমাৰ সাহিত্য সমালোচকে সেইবোৰ ফহিয়াই চাইছে। কিন্তু ওমৰৰ ৰোবাইয়াতৰ অসমীয়া ৰূপান্তৰৰ এটা বিশেষত্ব আছিল।

ওমৰ তীৰ্থ'ই দুৰ্ব্বাৰ প্ৰথম কাব্যগ্ৰন্থ। ওমৰৰ কাব্যজগতত প্ৰবেশ কৰাক তেওঁ এক তীৰ্থক্ষেত্ৰত প্ৰবেশ কৰা যেন অনুভৱ কৰিছিল। এইয়া খেলনীয়া কথা নাছিল এক পৰম নিষ্ঠা শ্ৰদ্ধা আৰু সাত্ত্বিকতাৰ কথা। তীৰ্থক্ষেত্ৰৰ প্ৰতি অচলা শ্ৰদ্ধা আৰু অনুৰক্তি নাথাকিলে কোনোৱে তীৰ্থ কৰিবলৈ নাযায়। ওমৰৰ কাব্যজগতৰ প্ৰতি দুৰ্ব্বাৰ এই শ্ৰদ্ধা নিশ্চয় আছিল নহ লে ওমৰৰ ৰোবাইয়াতৰ অনুবাদে ওমৰ তীৰ্থ'ৰ ৰূপ নাপালেহেঁতেন।

দুৰ্ব্বাৰ ভাবপ্ৰৱণতাৰ কথা তেওঁৰ কাব্যমোদী সকলোৱে জানে, যি বয়সত তেওঁ ওমৰৰ ৰচনাৰ অনুবাদ কৰিছিল সেইটো অনুভূতিপ্ৰৱণ মধুৰ বিষাদ উপলব্ধি কৰাৰ বয়সেই আছিল। জীৱনৰ অভিজ্ঞতাই তেতিয়াও তেওঁৰ জীৱনলৈ তিক্ত বিষাদ বেদনা অনা নাই। তেতিয়া ভাগ্য বা অদৃষ্টৰ বিৰুদ্ধে অভিযোগ অনাৰ কোনো কাৰণ সৃষ্টি হোৱাৰ সম্ভাৱনাও কম আছিল।

দুৰ্ব্বা অসমীয়া সাহিত্যৰ আদি ৰোমাণ্টিক যুগৰ কবি। তেওঁ ইংৰাজী ৰোমাণ্টিক কবিতা পঢ়িছিল চৰ্চা অধ্যয়ন কৰিছিল আৰু ৰোমাণ্টিক কবিতা লিখিছিল। ডেকা কবি ভাবালুতা এক প্ৰকাৰ স্বভাৱধৰ্ম পৰিবেশ বাতাবৰণো ভাবপ্ৰৱণতাৰ অনুকূল। সচা বিষাদেই হওক বা কল্পিত বিষাদেই হওক ডেকা মনক কাৰুণ্যভাৱাক্ৰান্ত কৰি তুলিবলৈ বিষয়বস্তুৰ অভাৱ নাছিল। সেই সময়ত কৰুণতম ভাবানুভূতি আছিল মধুৰতম আবেদনৰ পৰশ বুলাই যোৱা সামগ্ৰী

Our sweetest songs are those
That tell of saddest thought

অতীত ভৱিষ্যতলৈ চাই দুৰ্লভ অবৰ্তমানৰ কাৰণে হামৰাও কঢ়া আছিল জীৱনৰ মৰমী দৰ্শন

We look before and after
And pine for what is not

মৃত্যুৰ অৱশ্যম্ভাৱিতা জীৱনৰ অস্থায়িত্ব মানৱ শক্তিৰ সীমাবদ্ধতা আদিৰ চিন্তাই ওমৰৰ কাব্যকো কৰুণ ৰসেৰে সিক্ত কৰিছিল।

আচৰিত হ বলগীয়া নাই যে শ্যেলীৰ দৰেই খায়ামেও তেওঁৰ ভাব চিন্তাৰ প্ৰতি দুৰ্ব্বাৰ মনত মোহ সৃষ্টি কৰিব। কোৱা শুনিছো যে, খায়ামক মন আৰু হৃদয় দি উপলব্ধি কৰিবৰ কাৰণে তেওঁৰ মনত এনে এক উদগ্ৰ হেপাহ জন্মিছিল যে তেওঁ অধ্যাপক খোদাবখ্‌ছৰ ওচৰত ফাৰ্চী ভাষা শিকাত আত্মনিয়োগ কৰিছিল।

শ্যেলী প্ৰেমৰ কবি। তেওঁ সমগ্ৰ বিশ্ব প্ৰকৃতিত দেখা পাইছিল প্ৰেমৰ ৰামধেনুৰ বিচিত্ৰ বৰ্ণালী। ৰোমাণ্টিক প্ৰেমৰ এক চৰম অভিব্যক্তি শ্যেলীৰ কবিতাত বাঙ্ময় হৈ উঠিছিল।

এইখিনিতে কৈ থোৱা ভাল যে ওমৰ খায়ামেও প্ৰেমক অতি উচ্চ আসন আৰু মূল্য দি গৈছে

চিৰেঁ দফ্‌তৰে আলমে মা নি
ইস্ক আস্ত
চিৰেঁ বয়তে কছিৰায়ে জৱানী
ইস্ক আস্ত।
এই আঁকে খবৰ নদাৰি আজ
আলমে ইস্ক
ই নোক্তা বদান, কে জিন্দগানী
ইস্ক আস্ত।
*   *
আধ্যাত্মলোকৰ গোপন ৰহস্য
হৈছে প্ৰেম
যৌৱনৰ কাব্যকলাৰ গোপন ৰহস্য
হৈছে প্ৰেম
তোমালোকে যি প্ৰেমৰ জগতৰ
খবৰ নেৰাখা
এই কথা জানি লোৱা যে
জীৱন (কেৱল) প্ৰেম।
(প্ৰেমেই জীৱন)

একাদশ শতিকাৰ ইৰাণৰ কাব্যিক পৰিবেশ আৰু ভাৱমণ্ডল আৰু অষ্টাদশ শতিকাৰ ই লণ্ডৱ কাব্যিক পৰিবেশ আৰু ভাৱমণ্ডল নিশ্চয় একে নাছিল। ওমৰৰ ৰোমাণ্টিকতা আৰু শ্যেলীৰ ৰোমাণ্টিকতাৰ মাজতো পাৰ্থক্য নাথাকিবৰ কাৰণ নাই।

আছে।

কিন্তু মানুহৰ প্ৰতি এক দৰদ জনজীৱনৰ প্ৰতি গভীৰ মমতা হৃদয়ানুভূতিৰ প্ৰতি ঐকান্তিক শ্ৰদ্ধা — এইবোৰ যেই কোনো যুগৰ যেইকোনো ভাবপ্ৰৱণ কবিৰে নিজস্ব বস্তু হ ব পাৰে। দুৱৰায়ো সৰল উক্তি কৰিছে

ভালপাও জগতৰ সুখ দুখ ৰাশি
ভালপাও মানৱ জীৱন
ভালপাও অসীমৰ দূৰৰ আভাস
ভালপাও সুখৰ সপোন —
(সুখৰ সপোন)

অসমীয়া কাব্যমেদী আৰু সমালোচকে দুৱৰাক প্ৰেমৰ কবি বুলি আখ্যায়িত কৰিছে। দুৱৰাৰ নিজৰ প্ৰায়বোৰ খণ্ড কবিতাই প্ৰেমৰ বিষয় লৈ আৰু প্ৰেমৰ আধাৰত ৰচনা কৰা কবিতা। এই প্ৰেমৰ কবিতাবোৰ বিভিন্ন সময়ত বিভিন্ন মানসিক অৱস্থাত কিন্তু একেটা

অনুভূতিক আশ্ৰয় কৰি ৰচনা কৰা। দুৰৰাৰ সমগ্ৰ কাব্য জীৱনক প্ৰেমৰ বিভিন্ন চিন্তাই আৱৰি ৰাখিছিল। স্বপ্ন স্বপ্নভ গ হতাশা নৈৰাশ্য আৰু এক গভীৰ বিষাদে দুৰৰাৰ মনোজগতত যিদৰে অহর্নিশে উৎপীড়িত কৰি ৰাখিছিল তাৰেই কাব্যিক প্ৰকাশ তেওৰ বিভিন্ন খণ্ড কবিতাবোৰ। ওমৰ তীৰ্থ ক ইয়াৰ লগত ধৰা নাযায়।

এটা প্ৰশ্ন আমাৰ মনলৈ আহে কোনো প্ৰবল মানসিক বা হৃদয়ানুভূতিজনিত আঘাতে ওমৰ তীৰ্থ'ৰ কবি দুৰৰা আৰু আপোন সুৰ, বনফুল ৰ কবি দুৰৰাক দুজন সুকীয়া যতীন্দ্ৰনাথ কৰি পেলাইছিল নেকি ? ব্যক্তিগত জীৱনত প্ৰেমৰ কোনো সমাধানবিহীন তিক্ত অভিজ্ঞতাই দুৰৰাক বৃহত্তৰ মানৱীয় সমস্যাৰ চিন্তাৰপৰা আঁতৰাই আনি নিজৰ, কেৱল নিজৰ জীৱনৰ আৰত আত্মগোপন কৰিবলৈ বাধ্য কৰিছিল নেকি ? যাৰ কাব্যৰ সৌন্দৰ্য আৰু ভাবাদৰ্শৰদ্বাৰা অনুপ্ৰাণিত হৈ দুৰৰাই ওমৰৰ কাব্যৰসৰ কাষ চাপিছিল, সেই প্ৰেৰণাক কোনো এক প্ৰচণ্ড মানসিক অৱস্থাই একেবাৰে নোহোৱা কৰি দিছিলনেকি? জীৱনৰ মাজ মজিয়াৰপৰা জীৱনৰ আৰত আশ্ৰয় ল বলৈ কিহে কবি দুৰৰাক বাধ্য কৰিলে?

জীৱনৰ আৰতেই আছো মই সংসাৰত
ছায়া মাথো কায়াহীন বিফল বাসনা
উটাই বুৰাই সোঁতে টানি লৈ ফুৰে মোক
প্ৰেমৰ মধুৰ ছবি অলীক কল্পনা।

(শূন্য পৰিচয়)

ওমৰ খায়ামৰ কথা।

ওমৰৰ সমগ্ৰ কাব্য চিন্তাৰ মাজত আছিল মানুহক লৈ চিন্তা। সেই মানুহৰ কোনো দেশ নাই কাল নাই জাতি নাই ধৰ্ম নাই। সেই মানুহ সৰ্বকালৰ সৰ্বদেশৰ চিৰন্তন মানুহ। সেই মানুহ স্ৰষ্টাৰ সৃষ্টিৰ বুকুৰ এক অভিনৱ জীৱ। ওমৰৰ চিন্তা আছিল নিৰ্বিশেষ সেই মানুহৰ জন্মপূৰ্বৰ অতীত তাৰ পাছৰ জন্ম তাৰ পাছৰ জীৱন তাৰ পাছৰ মৃত্যু আৰু তাৰ পাছৰ মৰণোত্তৰ দশাক লৈ। Man and his destiny – মানুহ আৰু মানুহৰ ভাগ্য — ইয়াৰে চিন্তাই ওমৰক মহান কৰিলে মানৱতাবাদী কৰিলে দাৰ্শনিক কৰিলে সত্যসন্ধানী বিদ্ৰোহী কৰিলে। ওমৰ হ ল মানুহৰ কবি সৰ্বকালৰ সত্যদ্ৰষ্টা এক অতৃপ্ত জিজ্ঞাসু চুফী।

ওমৰৰ ভাবচিন্তাৰ জগতত সোমাই ওমৰৰ নিচিনাকৈ মানুহৰ destiny সম্পৰ্কে চিন্তা কৰাৰ সুযোগ আৰু অৱকাশ দুৰৰাই পাইছিল। কিন্তু দুৰৰাই বিশ্বচিন্তাৰপৰা নিজক আতৰাই আনিলে। মানুহৰ ভাগ্য লৈ নহয়, যতীন্দ্ৰনাথ নামেৰে এজন প্ৰেমিক কবিৰ ভাগ্যক লৈ তেওঁ অন্তৰ্মুখী ভাবৰোমন্থনত বিভোৰ হৈ ৰ ল।

শ্যেলীয়ে এক অনাগত মন্বন্তৰৰ (মিলেনিয়াম) স্বপ্ন দেখিছিল য ত বিশ্বৰ সকলোকে নিয়ন্ত্ৰণ কৰিব এক সৰ্বব্যাপক প্ৰেমে।

ওমৰ খায়ামে সৃষ্টি ৰহস্য উদঙাই মানুহৰ বৃহত্তৰ পৰিচয় প্ৰতিষ্ঠা কৰাৰ স্বপ্ন দেখিছিল।

কাল মহাকাল,ভাগ্য নিয়তি সকলোৰে ৰহস্যজাল ভেদ কৰিবৰ কাৰণে মানুহৰ অন্তৰ্নিৰ্হিত শক্তি শৌৰ্যৰ প্ৰতি আহ্বান জনাইছিল। কিন্তু কবি যতীন্দ্ৰনাথে?

মানুহৰ ভাগ্য নহয় যতীন্দ্ৰনাথৰ ভাগ্যৰ ব্যাখ্যা বিচৰাতে নিজক সীমিত কৰি ৰাখিলে। নিজৰ জীৱনৰ বৰ্তমানকো তেওঁ অস্বীকাৰ কৰিলে স্মৃতিৰ জগততে তেওঁ বিচাৰি পালে বৰ্তমান ভৱিষ্যতক সামৰা এক মানস কালৰ অৰ্থ। ভৱিষ্যতৰ ফালে চাই তেওঁ দেখা পালে — সমুখত স্মৃতিৰ শ্মশান। দুৱৰা হৈ পৰিল স্মৃতিৰ শ্মশান নিবাসী এক বৈৰাগী অৱধূত। সেই শ্মশানত তেওঁ জীয়া মানুহৰ জীৱনানন্দৰ কোলাহল শুনিবলৈ নাপালে পালে — জীৱনৰ অৱসানৰ এক নিথৰ নীৰৱতা —

সকলো প্ৰেমৰ ছবি লয় গৈ তাতে
তোলে এটি সকৰুণ তান।

কোনো মহত্ত্বৰ স্বপ্নই কোনো আকাশমুখী আকাঙ্ক্ষাই তেওঁক নতুন সম্ভাৱনাৰ ই গিতেৰে উন্মুখ কৰি নুতুলিলে দূৰণিৰ আকাশৰ নীলিমাৰ বুকুতো তেওঁ দেখা পালে মৰণৰ হাত বাউলি

সন্ধিয়াৰ আকাশৰ সৰু তৰাটিৰ
সাদৰৰ শেষ আৱাহন
সেউজীয়া প্ৰকৃতিৰ কোমল কোলাত
খেলা মোৰ হ ল সমাপন

কবি দুৱৰাই মৃত প্ৰেমৰ এক শ্মশানত ঘৰ কৰিবলৈ ল লে। তেওঁ শান্তি বিচাৰিলে আত্মগোপনত মুক্তি বিচাৰিলে জীৱন বিমুখিতাত সান্ত্বনা বিচাৰিলে পৰিৱৰ্তনৰ সম্ভাৱনাহীন চিৰ নৈৰাশ্যৰ নিশ্বাসৰ বুকুত ' নিয়তিক অব্যৰ্থ জানিও ওমৰে মানুহক নিয়তিৰ ওপৰত বিজয়ী হ বৰ কাৰণে প্ৰেৰণা যোগাইছিল। বিশ্বনিয়ন্তাৰ ইচ্ছাতে সকলো মানুহে কৰ্ম কৰে যদি কৃতকৰ্মৰ কাৰণে মানুহক জগৰীয়া কৰিবৰ কি অধিকাৰ নিয়ন্তাৰ আছে — সেই প্ৰশ্ন তুলিছিল। পাপ নকৰিবৰ কাৰণে বিধান নকৰি পাপ কৰাৰ কাৰণে মানুহক শাস্তি বিহাৰ কি যুক্তি থাকিব পাৰে ? খায়য়ামে প্ৰশ্ন কৰিছিল। মানুহৰ প্ৰতি অবিচাৰ কৰি মানুহক পাপকৰ্মৰ কাৰণে জগৰীয়া কৰাৰ কি যুক্তি আছে? ওমৰে নিয়তিৰ অস্তিত্বক মানি লৈছিল কিন্তু নিয়তিৰ বিধানৰ অখণ্ডনীয়তা বা অব্যৰ্থতা মানি ল বলৈ প্ৰস্তুত নাছিল।

কবি দুৱৰাই মানুহৰ জীৱনৰ ওপৰত মহাকাল আৰু নিয়তিৰ অপ্ৰতিহত অমোঘ প্ৰাধান্য মানি লৈছিল। তেওঁ কাল আৰু নিয়তিৰ বিৰুদ্ধে থিয় দিয়াৰ প্ৰয়াস নকৰিলে সময় দুৰ্বাৰ বাধা দিবৰ উপায় নাই

সময়ৰ প্ৰতিশোধ কোনে বাধা দিব
জগতত অকলশৰীয়া।

তেও নিজে জীৱন নাওৰ গুৰিবঠা ধৰি কোনো এক নিৰ্দিষ্ট লক্ষ্যস্থল অভিমুখে যাত্ৰা কৰাৰ কোনো সিদ্ধান্ত অথবা প্ৰস্তুতি নকৰিলে

ষ ক উটি যেনি তেনি সোঁতৰ লগত
মেলি দিয়া নাও নাৱৰীয়া—

এইয়া হতাশাবাদ অদৃষ্টবাদ নে নিজৰ জীৱন আৰু কৰ্মশক্তিৰ ওপৰত আস্থাহীনতা নে বৈৰাগ্য উদাসীনতা?

এনেকৈয়ো ক ব পাৰিনেকি—

কাৰোবাৰ কাৰণে(যথা ওমৰ খায়য়াম) নিজৰ জীৱনৰ লাভ ক্ষতিৰ জয় পৰাজয়ৰ সমস্যাতকৈ মানুহৰ জীৱন মৰণৰ বিষয়ে চিন্তা ভাৱনা কৰাটো অধিক গুৰুত্বপূৰ্ণ কথা। আৰু কাৰোবাৰ কাৰণে (যথা, যতীন্দ্ৰনাথ)নিজৰ জীৱনটোৱেই, নিজৰ জীৱনৰ সমস্যাৱেই সকলো নিজক কেন্দ্ৰ কৰিয়ে তেওৰ সকলো চিন্তা সকলো ক্ৰিয়া কৰ্ম। অন্যৰ বিষয়ে অন্যৰ জীৱনৰ হাহি অশ্ৰ ৰ বিষয়ে চিন্তা কৰাৰ অৱকাশ তেওৰ নাই। এনে আত্মকেন্দ্ৰিকতাৰ এটি যোগাত্মক দিশো আছে নিজৰ অভিজ্ঞতাৰ কষ্টিশিলত ঘঁহি তেও যি সত্য উপলব্ধি কৰে তাতে সমগ্ৰ বিশ্বমানৱৰ জীৱন মৰণৰ সমস্যা বা প্ৰশ্নৰ উত্তৰ নাথাকিব পাৰে কিন্তু তাত নিজৰ জীৱন মথি পোৱা অমৃত আৰু গৰলৰ স্বাদ আছে। এইয়া যেন বিন্দুত সিন্ধুৰ প্ৰতিফলন।

কিন্তু দুৰৰাৰ জীৱন সত্য উপলব্ধি একদেশদৰ্শী তাত জীৱনৰ সমগ্ৰ দিশৰ প্ৰতিফলন পাবলৈ নাই যদিও তেও কৈছে

হহা কন্দা জগতৰ ৰীতি চিৰন্তন
বিষাদত উলাহৰ গান
পোহৰত আন্ধাৰৰ অন্ধ আৱৰণ
নিয়তিৰ বিচিত্ৰ বিধান।

(আপোন সুৰ)

কিন্তু দুৰৰাই কোনোবা দিনা হাঁহিলে জানো?

পৃথিৱীৰ সকলো মানুহ জানো বিৰহী সকলো মানুহ জানো হতাশাবাদী সকলো মানুহে জানো দুখকে জীৱন ধৰ্ম কৰি লৈছে?

প্ৰেমৰ কবি শ্যেলীৰ কথা ইয়াত আলচ নকৰোঁ।

তুলনাৰ সম্বল বৰ শক্তিশালী নহয় যদিও দুটামান কথা তুলনামূলকভাৱে ওমৰ আৰু দুৰৰাৰ বিষয়ে আলোচনা কৰি চোৱা যাওক।

জীৱন মৰণৰ সমস্যাবোৰৰ কোনো যুক্তিসংগত (অন্তত মানুহৰ সীমাবদ্ধ যুক্তিৰ দ্বাৰা)ব্যাখ্যা বিচাৰি নাপাই ওমৰে মানুহৰ জীৱনৰ কাৰ্যকলাপৰ কাৰণস্বৰূপে এক অদৃশ্য শক্তি বা ইচ্ছাক—তাৰ নাম ভাগ্য অদৃষ্ট নিয়তি—যেই নহওক—জগৰীয়া কৰিছে। দুৰৰায়ো তাকে কৰিছে।

মানৱীয় বিচাৰৰ জোখেৰে খায়ামে সৃষ্টিৰ মাজত দেখা পোৱা অসংগতিবোৰ সহজে মানি ল ব পৰা নাই। সেইবোৰৰ ঔচিত্য সম্পৰ্কে প্ৰশ্ন কৰিছে আৰু মানুহ হোৱাৰ কাৰণেই সেইবোৰৰ যৌক্তিকতা নাইবা যুক্তিহীনতা লৈ সমালোচনা কৰাৰ অধিকাৰ থকাটো সাব্যস্ত কৰিবলৈ বিচাৰিছে। জীৱশ্ৰেষ্ঠ মানুহৰ জ্ঞান বুদ্ধি কৰ্মৰ শ্ৰেষ্ঠত্ব প্ৰতিপন্ন কৰিবৰ প্ৰয়াস কৰিছে।

দুৱৰাই এনে কোনো প্ৰকাৰৰ বিদ্ৰোহৰ চিন্তাই কৰা নাই। নিয়তিৰ বিধানকে অব্যৰ্থ অপৰিৱৰ্তনীয় আৰু অখণ্ডনীয় বুলি মানি লৈছে।

ওমৰৰ আছে জীৱনৰ প্ৰতি গভীৰ শ্ৰদ্ধা আৰু মমতা। তেও সৃষ্টিৰ গূঢ় ৰহস্যৰ মূল উদঘাটন কৰাৰ যোগেদি জীৱনক মহীয়ান কৰি তুলিবলৈ বিচাৰে। পুণ্য কৰাৰ শক্তি নাথাকিলেও পাপ কৰাৰ অধিকাৰকো তেও সৃষ্টিৰ বিধানৰ লগত এক সক্ষম প্ৰতিযোগিতা বুলি ধৰিবলৈ বিচাৰে

গৰ কাৰে তু নে ক আস্ত ব তদ্‌বীৰে তু নেস্ত
ৱৰ ছৰ্ বৰৱদ নিজ ৱ তক্‌চীৰে তু নেস্ত
তচলিম ৱ ৰজা পে ছ কুন্ ৱ ছাদ বজী
চু নেক ৱ বদে জাহা ব তদ্‌বীৰে তু নেস্ত।

* *

তোমাৰ কাৰ্য যদি ভাল হ ল তোমাৰ বাবে হোৱা নাই
আৰু যদি বেয়া হ ল সিও তোমাৰ দোষৰ বাবে নহয়
ধৈৰ্য ধৰা শান্ত হোৱা আনন্দেৰে জীৱন উপভোগ কৰা
কিয়নো পৃথিৱীৰ ভাল আৰু বেয়া তোমাৰ কৰ্মৰ বাবে হোৱা নাই।

দুৱৰা পাপ পুণ্যৰ নিচিনা সমস্যাবোৰৰ কাষৰে পাজৰেও যাবলৈ সাজু নহয়

পাপ পুণ্য দূৰৰ বাতৰি
সিপাৰৰ অন্ধ আৱৰণ
ছয়াময়া বন্ধুৰ চেনেহ
কোনো কাৰো নহয় আপোন।

(আপোন সুৰ)

তেওৰ কাৰণে জীৱনত মাথোঁ এটাই সমস্যা আছে

প্ৰেমৰ লগত জীৱনৰ সম্পৰ্ক নিৰ্ণয়ৰ সমস্যা গভীৰভাৱে জীৱনত প্ৰেমক দিয়াৰ ঠাই সমস্যা। তাকেই কৰিব পাৰিলে আৰু জীৱনত অন্য একো জানিবলগীয়া নেথাকে।

বনফুলৰ এটা কবিতাত দুৱৰাই এই বুলি নিজকে আশ্বস্ত কৰিছে যে প্ৰেমৰ স স্পৰ্শলৈ আহিব পৰাটোৱেই জীৱনৰ শ্ৰেষ্ঠতম সিদ্ধি।সেই প্ৰেমে জীৱনলৈ জয়েই আনক বা পৰাজয়েই আনক সেইটো ডাঙৰ কথা নহয়। অৱশ্যে এই বিষয়ত দুৱৰাই ৰবীন্দ্ৰনাথৰ দৰে উচ্ছ্বসিতভাৱে কবলৈ নিবিচাৰে তুমি মোৰে কৰেছ সম্ৰাট তুমি মোৰে

পৰায়েছ গৌৰব মুকুট। প্ৰেমৰ ক্ষেত্ৰত সাফল্যৰ এটা মুহূৰ্তই অনন্তকালৰ জয়ৰ আস্বাদ আৰু মহিমা দিয়ে। যি জীৱনত প্ৰেম পালে, সি সকলো পালে যি প্ৰেম নাপালে সি একোকে নাপালে। এইয়া সান্ত্বনা নে প্ৰত্যয় ? ব্ৰাউনিঙৰ Last ride together অত প্ৰেমিক নায়কে তেওৰ প্ৰিয়তমাৰ লগত অলপ সময়ৰ কাৰণে হ'লেও একেলগে ঘোৰাত উঠি যোৱাৰ আহুকলীয়া আকা ক্ষাৰ সাফল্যক জীৱনৰ শ্ৰেষ্ঠতম জয় বুলি ঘোষণা কৰিছে। কোনো বিজয়ী সেনাধ্যক্ষই কোনো ৰাজনীতিকে কোনো কবিয়ে প্ৰেমিকৰ এই জয় আৰু সাফল্যৰ মহত্ত্ব আৰু তাৎপৰ্য উপলব্ধি কৰিব নোৱাৰে। বহু অসফল প্ৰতীক্ষাৰ পাছত সদয় হৈ প্ৰেমিকাই যেতিয়া প্ৰেমিকৰ বাহুপাশত ধৰা দিয়ে তেতিয়া সেইটো মুহূৰ্তত সেই প্ৰেমিকজনেই হৈ পৰে পৃথিৱীৰ সফলতম ব্যক্তি। এটা মুহূৰ্ত অনন্তকালৰ মৰ্যাদা লৈ মহিমান্বিত হৈ উঠে। এই মুহূৰ্তটোৰ দাম হাজাৰ যুগৰ অসফল প্ৰতীক্ষাতকৈ বহুত বেছি। কাৰণ তেতিয়া মুহূৰ্তটোৱেই অনন্তকালৰ সমান হৈ পৰে – The moment becomes eternity

দুবৰায়ো এনে উপলব্ধিৰ জয়গান গাইছে।

কিন্তু সাফল্যৰ সেই ইতিহাস তেওৰ হাতৰ মুঠিত নাই কোনোবা অতীতৰ গৰ্ভত হেৰাই গৈছে – আছে মাথো তাৰ অমৰণ অভগন অক্ষয় স্মৃতি। প্ৰেম হেৰুৱাই জীয়াই থকা মৃত্যুৰ সমানেই। কাৰণ ই বৰ্তমান আৰু ভৱিষ্যতক নিৰৰ্থক কৰি দিয়ে কিন্তু তথাপি তেও জীয়াই আছে ভাগ্যহীনৰ জীৱনত সুৰহীন গান গাবৰ কাৰণে। দুৱৰাৰ প্ৰেমে কেৱল দিবহে জানে । সেই প্ৰেমক তেও পোৱা নোপোৱাৰ বিচাৰেৰে সৰু কুৰিবলৈ নিবিচাৰে। প্ৰেমত জয়ী হ'ব নোৱাৰাৰ কাৰণে তেও নিয়তিক আৰু নিজকহে জগৰীয়া কৰিছে – প্ৰেমাস্পদক দোষী কৰা নাই।

প্ৰেমৰ কবি হিচাপেও –

দুৱৰাৰ প্ৰেম ত্যাগ আৰু উদাৰতাৰে সমৃদ্ধ যদিও এই প্ৰেম মানৱীয় পোৱা নোপোৱাৰ সীমাতে ৰৈ গৈছে। তেওৰ প্ৰেমৰ সাধনাই তেওক মজনু, ডাণ্টে বা মীৰাৰ উদ্দাম অতীন্দ্ৰিয় sublimity ৰ স্তৰলৈ উন্নীত কৰিব পৰা নাই। প্ৰেমিকে পূজা কৰিলে কিন্তু প্ৰতিমাৰ প্ৰাণ প্ৰতিষ্ঠা নহ'ল। এই বাবেও তেও নিজকহে জগৰীয়া কৰিছে প্ৰাণহীনা প্ৰতিমাক নহয়।

এই বিফলতাৰ মূলতো তেও দেখা পাইছে নিয়তিৰ অদৃশ্য ইচ্ছা দেখা পাইছে বিধিৰ নিঠুৰ লেখা।

দুৱৰাৰ ধাৰণাত নিয়তিৰ ৰূপ

এখন মুকলি পথাৰৰ মাজেদি মই অকলে গৈ আছিলোঁ। হঠাৎ মোৰ পাছত লাহে লাহে পৰা ভৰিৰ খোজ শুনিবলৈ পালো। কোনোবা মোৰ পাছে পাছে আহিছে।

মই চাৰিওফালে চাই পঠিয়ালো। পুৰণি চিৰলি চিৰলি ফটা কাপোৰেৰে গোটেই

গাটো ঢাকি অহা এজনী কুজী বুঢ়ীক দেখিবলৈ পালোঁ – তাইৰ গাল শোতোৰা শোতোৰ নাক দীঘল মুখখন শেতা আৰু দাঁত এটিও নাই।

মই তাইৰ কাষলৈ আগবাঢ়ি গ লো তাই থিয় হৈ ৰ ল।

তই কোন? তোক কি লাগে তই মগনিয়াৰ নেকি?

বুঢ়ীজনীয়ে একোকে নামাতিলে। তাইৰ চকুলৈ চাই পঠিয়ালত দেখিলো যে পোহৰত চকু ঢাকিবলৈ যেনেকৈ কিছুমান চৰাইৰ এখন ছাল থাকে ঠিক তেনেকুৱা এখন ছালেৰে তাইৰ চকু দুটা ঢকা। কিন্তু এই বুঢ়ীজনীৰ চকুৰ ছালখন অলপো লৰা নাই একেবাৰে থিৰ হৈ আছে। ভাবিলোঁ – মানুহজনী কাণী।

মই আকৌ সুধিলোঁ তোক কি লাগে? তই কিয় মোৰ পাছে পাছে আহিছ?

তাই আগৰ দৰেই মনে মনে থাকিল মাথো মোৰ ওচৰৰপৰা আঁতৰি গ ল।

মই তাইৰ কাষৰপৰা আহি আকৌ বাট বুলিবলৈ ধৰিলোঁ আকৌ মই সেই ভৰিৰ খোজবোৰ পাছে পাছে শুনিবলৈ পালো। কোনোবা যেন চোৰৰ দৰে মোৰ পাছে পাছে আহিছে।

নিশ্চয় সেই বুঢ়ীজনীয়েই। কিয় তাই মোৰ পাছে পাছে আহিছে? মোৰ মনেৰে তাই বাট হেৰুৱালে আৰু সেই কাৰণে খোজৰ মাত শুনি শুনি কোনোবা গাৱঁৰ মাজত ওলাবলৈ আহিছে।

মোৰ কিন্তু মনত অলপ ভয় লাগিবলৈ ধৰিলে – মই ভাবিলো যে মানুহজনী যে অকল মোৰ পাছে পাছে আহিছে এনে নহয় তাইহে দেখোন মোক বাট দেখুৱাই দিছে আৰু মই আপোনা আপুনি তাই দেখুৱাই দিয়া বাটেদি আগবাঢ়িবলৈ ধৰিছো।

যি হ ক মই এখোজ দুখোজ কৰি আহিবলৈ ধৰিলো। মোৰ আগত সৌখন নৈ আৰু তাৰ পাৰত সৌডোখৰ আন্ধাৰ ভয় লগা ঠাই। সেইখন কি ঠাই – সৰ্বনাশ ! এইখন মৰিশালি। অ মই বুজিছো এতিয়া তাই মোক ইয়ালৈকে আনিছিল। মই লৰালৰিকৈ উভতিলো। এইবাৰ ঠিক তাইৰ মুখে মুখে পৰিলোঁ ইকি! তাই চকুৰে দেখে। তাই দেখোন খঙেৰে মোলৈ বাঘে চোৱাৰ দৰে একেথৰে চাই আছে। দেখিলেই ভয় লাগে।

মই কেৰাহিকৈ তাইৰ চকুলৈ চালোঁ। তাই আকৌ ছালখনেৰে চকু দুটা ঢাকি পেলালে। আৰু আগৰদৰেই কাণী বুঢ়ী হ ল।

মই এতিয়া বুজিলো এই বুঢ়ীজনীয়েই মোৰ নিয়তি । এই নিয়তিৰ হাতৰপৰা সাৰিবলৈ মানুহৰ কোনো উপায় নাই ।

সাৰিবলৈ কোনো উপায় নাই ?

পৰিত্ৰাণ নাই ?

বলিয়াৰ দৰে এবাৰ চেষ্টা কৰা যাওক।

মই অইনফালে লৰ মাৰিলোঁ। মই বেগেৰে যাবলৈ ধৰিলো। কিন্তু আগৰদৰে আকৌ

মোৰ পাছে পাছে ভৰিৰ খোজ আৰু সমুখত সেই আন্ধাৰ ভয়লগা মৰিশালি।

আৰু এবাৰ অইনফালে পলালোঁ – কি হ ব !

পাছত সেই ভৰিৰ খোজ আগত মৰিশালি।

কি হ ল মই য লৈকে পলাবলৈ যাও ত তে এনে অৱস্থা সকলো ঠাইতে একে দশা !

বাৰু এইবাৰ মই ফাঁকি দিম আৰু ইয়াকে ভাবি তাতে বহি পৰিলোঁ। সেই বুঢ়ীজনীও মোৰপৰা ঠিক দুহাতমান আঁতৰতে থিয় হ ল মই যদিও তাইৰ ভৰিৰ খোজ শুনা নাই, তথাচ মই বুজিছোঁ তাই মোৰ পাছত থিয় হৈ আছে।

আগত আকৌ সেই আন্ধাৰ ভয় লগা মৰিশালি – ভীষণ মূৰ্তিৰে মোক গ্ৰাসিবলৈ খেদি আহিছে।

হৰি হৰি ! মই কি কৰো কলৈ যাও। ভয়ত চাৰিওফালে চাবলৈ ধৰিলোঁ।

সেই বুঢ়ীজনীয়ে চকু দুটা তেজ যেন ৰঙা কৰি গোঙোৰা মুখেৰে মোৰ ফালে একেথৰে চাই আছে তাইৰ চকু দুটাৰপৰা যেন জুইৰ ফিৰিঙতিহে ওলাবলৈ ধৰিছে! সৰ্বনাশ পলাবৰ ঠাই নাই। সাৰিবৰ উপায় নাই ! নাই ৰক্ষা নাই !

( এজনী বুঢ়ী – দুৰৰাৰ কথা কবিতা )

নিয়তিৰ ওপৰত বিশ্বাসৰ সম্পৰ্কে দুৰৰাৰ এইয়া পোনপটীয়া স্বীকাৰোক্তি।

নিয়তি প্ৰচীন।

নিয়তি অন্ধ যদিও দৃষ্টিশক্তি ৰহিত নহয়।

নিয়তিয়ে আমাক আগ পিছ কেঁউফালৰপৰা আগুৰি আছে।

নিয়তিৰপৰা আৰু পলাবৰ উপায় নাই।

নিয়তি ক্ৰুদ্ধ করুণাহীন অব্যৰ্থ।

দুৰৰাৰ এনে বিশ্বাসত জানো ওমৰৰ জীৱন দৰ্শনৰ প্ৰভাৱ পৰা নাই?

অন্ধ নিয়তিৰ অন্ধ বিশ্বাসত
চলে মানুহৰ জীৱন ৰথ।

(ওমৰ তীৰ্থ)

নিয়তিৰ ওপৰত বিশ্বাসৰ বিষয়ত জীৱনৰ ওপৰত প্ৰেমৰ শক্তিৰ বিষয়ত এক পৰম নিয়ন্তা বা পৰম সত্তাৰ ওপৰত থকা বিশ্বাসৰ বিষয়ত ওমৰ খায়াম আৰু যতীন্দ্ৰনাথৰ মাজত বহুখিনি মিল আছে। আৰু যিটো কথাত আটাইতকৈ বেছি মিল আছে সেইটো হৈছে – মূলত দুয়োজনেই কবি।

হাফিজৰ দৰে দুৰৰাই মানুহৰ অক্ষমতাৰ কথা অতি বিনীত আৰু সৰলভাৱে প্ৰকাশ কৰিছে

অনাদি প্ৰেমৰ সোঁত একেৰাহে বৈ আছে
চিৰকাল একেদৰে চলিয়ে থাকিব

অনন্ত ৰহস্যময় তোমাৰ স্ৰজন প্ৰভু
অবোধ মানৱ মই নোৱাৰো বুজিব।

(নাৱৰীয়া খ)

একেই স্বীকাৰোক্তি কৰিও কিন্তু ওমৰ নিৰস্ত্ৰ নহ ল অনাদি প্ৰেমৰ সোঁতৰ ৰহস্য অনন্ত ৰহস্যময় স্ৰজনৰ অৰ্থ বিচাৰি ওমৰ ব্যাকুল হৈছিল।

দুৱৰাক নিয়তিৰ ক্ষমাহীন ভৰিয়ে পিছে পিছে খেদিছিল। তেওৰ কাৰণে নিয়তিৰ অস্তিত্ব কেৱল দুৰ্বল মনৰ কল্পনা নহয় ই এক জীৱন্ত সক্ৰিয় হাতেৰে ছুই চাবপৰা অপ্ৰতিহত অস্তিত্ব।

এই নিয়তি প্ৰাচীন কুন্দচ নিষ্ঠুৰ তাইৰ চকুত জ্বলন্ত অগ্নিশিখাৰ স্ফুলি গ।

নিয়তিৰ মুখামুখি হ বৰ যত্ন নকৰি দুৱৰাই কেৱল পলাই সাৰিবৰ চেষ্টা ক'ৰিছে। শেষত যেন তেও অনুভৱ কৰিছে তেওৰ জীৱনটোৱেই নিয়তিৰ এটা জীৱন্ত প্ৰতিৰূপ। নহ লে তেও জীৱনৰপৰা পলাবৰ চেষ্টা কৰিব কিয় ?

জীৱনৰ আঁৰতেই আছোঁ মই স সাৰত
ছায়া মাথো কায়াহীন বিফল ব'সনা
উটাই বুৰাই সোতে টানি লৈ ফুৰে মোক
প্ৰেমৰ মধুৰ ছবি অলীক কল্পনা।

(শূন্য পৰিচয়)

কায়াহীন বাসনাও (বিফল হ ল বুলিয়ে) ছায়াহে ? হেৰুৱাৰ বেদনা আৰু হেৰাই যোৱাৰ ভয়ে দুৱৰাক জীৱনৰ প্ৰতি দুখলগাকৈ বীতৰাগ কৰি তুলিছে।

সচা মৃত্যু আছে বুলিয়েই জীৱনৰ ইমান মূল্য ! হেৰুৱাৰ আশ কা (দুৱৰাৰ ক্ষেত্ৰত অৱশ্যম্ভাৱিতা) আছে বুলিয়ে জীৱনক আকোৱালি ৰখাৰ ব্যৰ্থ চেষ্টা।

গোটোৱা গোলাপ কলি
থাকোতে সময় সখী
জীৱনৰ সোত বলি যায়
যিটি ফুলে হাঁহি আজি
ফুলনি ফুলাই তোলে
কালিলৈ পাহি মেলি
নেহাঁহে দুনাই
সময়ৰ সোত বলি যায়।

(জীৱন জেউতি)

একেই কথাকে প্ৰায় একেই উপলব্ধিৰ ওমৰ খায়ামেও কৈছিল

আজ হাদিছায়ে জমানে আইন্দা মপুৰছ,

ৰজ হৰ্‌চে কছদ চু নেস্ত পাইন্দা মপুৰ্‌ছ,
ই এক দমে নেকক্‌দ্‌ৰা গনিমত ঘী দান
আজ ৰফ্‌তা সিন্দেছ ৰজ আইন্দা মপুৰ্‌ছ।
অনাগত দিনৰ ইতিহাসৰ কথা নুসুধিবা।
অনন্তকালৰ কথা নুসুধিবা
যি পাইছা সিও নোহোৱাৰ তুল্য।
নগদ যি পাইছা তাকে মহামূল্য বুলি ধৰা
যি গ ল তাৰ কথা চিন্তা নকৰিবা
যি অনাগত তাৰ কথা নুসুধিবা।

এষাৰ কথা এইখিনিতে মনত পেলাব পাৰো

ওমৰ খায়াম আছিল একাদশ শতিকাৰ এজন চুফী কবি। লগতে আছিল এজন গণিতজ্ঞ আৰু বৈজ্ঞানিক।

যতীন্দ্ৰনাথ দুৱৰা আছিল কুৰি শতিকাৰ এজন কবি — কেৱল কবি। প্ৰেমৰ কবি।

বুজিবলৈ টান নালাগে যে এই দুয়োজন কবিকে একে ৰকমৰ কিছুমান ভাৱ আৰু চিন্তাই উন্মনা কৰি তুলিছিল। দুয়ো নিজৰ নিজৰ মতে নিজ নিজ কবিতাত তাৰ ৰূপ দিবৰ যত্ন কৰিছিল।

কিন্তু এজন কবিয়ে তেওৰ ভাব অনুভূতিৰ জগত কিমানখিনিক ভাষা দিব পাৰে ? বাঙ্ময় ৰূপত ব্যক্ত কৰিব পাৰে ? যিখিনি ক লে সেয়াই জানো শেষ কোৱা হ ল ? তাকেই জানো তেও ক বলৈ বিচাৰিছিল? যি দ'ৰে ক লে সেইদৰেই জানো তেও ক ব খুজিছিল? তেওৰ উপলব্ধিয়ে জানো ইপ্সিত দিগন্ত বিচাৰি পালে? মনৰ মাজৰ নাম দিব নোৱৰা অনুভূতিবোৰে যেতিয়া কবিতাত ৰূপ ল বলৈ ধৰে তেতিয়া হেৰাই যায় তাৰ ভাষা উপমা বিচাৰি পাবলৈ নোহোৱা হয় প্ৰতীকবোৰ অচিনাকি আচহুৱা হৈ পৰে।

চিৰ অতৃপ্তি ৰৈ যায়। সকলো কোৱা নহয়। উপলব্ধিৰ জগতত সোমাই যেন ৰবীন্দ্ৰনাথৰ দৰে মনটোৱে চীৎকাৰ কৰি উঠে

হেথা নয়, হেথা নয়
অন্য কোনোখানে।

দুটামান ৰোবাইৰ মাজেদি ওমৰে জানো তেওৰ কবি দাৰ্শনিক মনটোৰ মাজত উদ্ভৱ হোৱা হাজাৰ জিজ্ঞাসাক ভাষা দিব পাৰিলে? যিখিনি ক লে সেয়াই জানো তেওৰ ক বলগীয়া সকলো কথা আছিল? দুৱৰাৰ কৰুণ ছন্দিত বিননিৰ মাজত জানো তেওৰ অন্তৰৰ নিবিড় কান্দোন প্ৰতিধ্বনিত হ ল? একেটা কথাকে গোটেই জীৱন ধৰি কত ৰকমে ক লে ক বৰ চেষ্টা কৰিলে — জীৱনৰ ওচৰত পৰাজিত কবি দুৱৰাই। কিন্তু তেওৰ ভাগ্যহীন জাৱনৰ সুৰহীন গানত জানো প্ৰকাশি উঠিল তেওৰ অন্তৰৰ অনন্ত হাহাকাৰ ? তেওৰ প্ৰাণৰ পাপৰি কোমল সোণালী দুখ ? কাৰো হৃদয়ত ৰৈ যোৱাৰ ঠাই

নাপাই তেওঁৰ সুৰবোধ জানো শূন্য নীল আকাশৰ বুকুত হৃদয় বিচাৰি উবি যোৱা নাছিল ?

সমস্ত প্ৰশ্নৰ সীমাহীন সমুদ্ৰৰ পাৰত বৈ মহাকাল আৰু মহাকাশক প্ৰশ্নৰ চোকা শৰেৰে থকা সৰকা কৰা ওমৰ খায়ামে জানো সকলো প্ৰশ্নৰ ভাব বিচাৰি পাইছিল? প্ৰশ্নৰ সিপাৰে যে বৈ গ ল আৰু অযুত নিযুত প্ৰশ্ন।

উত্তৰৰ কথা নক লোৱেঁইবা।

যি প্ৰশ্নৰ শৰত খায়ামে চিৰমৌন নিৰুত্তৰ আকাশৰ বুকু দীৰ্ণ বিদীৰ্ণ কৰিছিল সেই প্ৰশ্নৰ শৰবোৰে জানো কবি ওমৰৰ নিজৰ বুকুৰ ভিতৰখনকেঁই থকা সৰকা নকৰিলে? প্ৰশ্নৰ কাড়ৰ মূৰত সেয়া কি লাগি আহিল? সহজ প্ৰত্যুত্তৰৰ মৌসিতা নে উত্তৰহীনতাৰ আমঠুকলীয়া তেজৰ চেকা — ?

সৌন্দৰ্য আৰু প্ৰেম।

স্বপ্ন আৰু মৃত্যু !

কালৰ ধুমুহাৰ লগত জীৱনৰ ক্ষীণপ্ৰভ চাকিৰ অস্তিত্ব ৰক্ষাৰ স গ্ৰাম।

নিয়তিৰ নিষ্ঠুৰ ভ্ৰুকুটি।

ওমৰ আৰু দুৱৰা।

* * *

য ত প্ৰশ্ন আৰু উত্তৰ এক হৈ যায় ঢৌ সাগৰ হয় আৰু সাগৰ ঢৌ হয় সেই জগতৰ সন্ধান দিবৰ চেষ্টা কৰিছিল ওমৰ খায়ামে।

সেইবাবেই ওমৰৰ ৰোবাইয়াতে আমাক মুগ্ধ কৰে বিস্মিত কৰে চিন্তিত কৰে এক নাম নোহোৱা বিষাদেৰে অন্তৰ ভৰাই তোলে আকৌ এক বিমল আনন্দেৰে জীৱনৰ বৈচিত্ৰ্যৰ অ শীদাৰ হ বলৈ সঁকিয়ায়।

ওমৰ খায়ামৰ ৰোবাইৰ অনুবাদেৰে যতীন্দ্ৰনাথ দুৱৰাই কবি জীৱন আৰম্ভ কৰিছিল। দুৱৰাৰ জীৱন আৰু কবি জীৱনৰ ওপৰত ওমৰৰ প্ৰত্যক্ষ পৰোক্ষ নানা প্ৰভাৱৰ দৃষ্টান্ত বৰ্তমান

গোটেৱা গোলাপ কলি
থাকোঁতে সময় সখী
জীৱনৰ সোঁত বলি যায়
যিটি ফুলে হাঁহি আজি
ফুলনি ফুলাই তোলে
কালিলৈ পাহি মেলি
নেহাঁহে দুনাই।

তেতিয়া তাত জানো ওমৰৰ কণ্ঠৰ মাত শুনা নেযায় ? নাইবা —

মধুৰ বাঁহীৰ তান আহে বতাহত
দূৰতেই শুনা পাতি কাণ

দূৰতে সৌন্দৰ্য তাৰ দূৰতে মাধুৰী
ওচৰত প্ৰাণশূন্য তান।
(অতীতক যোৱাহে পাহৰি)

তেতিয়াও জানো আমাৰ ওমৰলৈ মনত নপৰে ?

আৰু নিয়তিৰ বিষয়তো ওমৰ আৰু দুৰৰাৰ সুৰ প্ৰায় মিলিয়ে যায়। তথাপি অব্যৰ্থ নিয়তিৰ খেয়ালক অখণ্ডনীয় বুলি ধৰি লৈ কবি দুৰৰা বিৰহ বিচ্ছেদৰ জগতখনতে সোমাই থাকিল। দুৰৰাৰ ক্ষেত্ৰত প্ৰেমৰ প্ৰশ্নই বিৰহ মিলনৰ প্ৰশ্নই জীৱনৰ অন্যান্য প্ৰশ্নবোৰৰ গুৰুত্ব নেহোৱা কৰি পেলালে। কিয় এনে হ'ল সুধিবৰ মন নাযায় জানো? প্ৰেমৰ সফলতা অথবা বিফলতাৰ লগত জানো দুজন ব্যক্তি বা দুখন হৃদয়েই জড়িত ? তাৰ লগতো জানো কোনো অদৃশ্য নিয়ন্তাৰ ইচ্ছা জড়িত কৰা নাই? দুৰৰাই তেওৰ দুৰ্ভাগ্যৰ কাৰণে সেই নিয়ন্তাকতো এবাৰো প্ৰশ্ন কৰা নাই!

দুৰৰাৰ প্ৰেমৰ ব্যৰ্থতাজনিত গভীৰ দুখৰ লগত হয়তো অন্যান্য তেনে প্ৰেমিকৰ দুখৰ সাদৃশ্য আছে। তেওৰ বিৰহ বেদনাত হয়তো বিশ্ব বিৰহীৰ হতাশ্বাসৰ প্ৰতিধ্বনি আছে। তথাপি বাৰু দুৰৰাই অন্য সমস্যা নহ'লেও প্ৰেম বিৰহৰ সমস্যা লৈয়ে এবাৰো আকাশক নক'লে কিয় ?

দৰীগা এই ফলক্ বা মন্ চে কদি !
*   *

হায় নিষ্ঠুৰ আকাশ মোৰ এইয়া কি অৱস্থা কৰিলি ?
এজন ইৰাণৰ এজন অসমৰ।
তথাপি দুয়োজন কবি।
হাঁহি আৰু চকুলোৰ অপূৰ্ব মিলন
এয়ে হায় মানৱ জীৱন !

বুলি দুৰৰায়ো জানো বিশ্বজনীন উক্তি কৰা নাছিল ?

কিন্তু যি কবিতাত জীৱনৰ প্ৰশ্নবোৰ সমস্যাবোৰ নাই সেই কবিতাই কিমানক আকৰ্ষণ কৰিব পাৰে ?

এক গভীৰ প্ৰেমৰ সোণালী স্পৰ্শই যিটো জীৱনক ধন্য কৰিলে সেইটো জীৱনক জানো দুৰৰাই ভাল পোৱা নাছিল? শ্ৰদ্ধা কৰা নাছিল? তাক তেও জীৱনানন্দৰ ৰসায়নেৰে মহৎ কৰি তোলাৰ প্ৰয়োজন উপলব্ধি কৰা নাছিল?

কিন্তু তেওৰ জীৱনটোক সৰু কৰি আনি তাক তেও শূন্যত পৰিণত কৰি পেলালে। তেওৰ পৰিচয় শূন্য পৰিচয় হ'ল।

দুৰৰা এজন অসমীয়া কবি হৈয়ে থাকিল। এজন প্ৰেমৰ কবি হৈয়ে থাকিল।

দুৰৰা খায়য়াম নহ'ল।

# ওমৰ-তীৰ্থৰ গুৰিৰ কথা

## ডঃ প্ৰফুল্লদত্ত গোস্বামী

দুৱৰা তেতিয়া কলিকতাত ল কলেজৰ ছাত্ৰ। সম্ভৱ ১৯১৪ চন। এক বিহাৰী মুছলমান তেওঁৰ সহপাঠী বন্ধু। কবিয়ে ৱাৰ্ডছৱাৰ্থৰ বিষয়ে কিতাপ এখন পঢ়ি থকা দেখি তেওঁৰ বন্ধুগৰাকীয়ে সুধিলে আপুনি খায়ামৰ ৰুবাইয়াত পঢ়িছেনে ? নাই পঢ়া ? জ্যাদা উম্‌দা চিজ্‌ হ্যায় !

খায়ামৰ এই তাৰিফ শুনিবলৈ পাই দুৱৰাদেৱ বিচলিত নহ'ল। তথাপি বন্ধুৰ অনুৰোধ পেলাব নোৱাৰি তেও কিতাপৰ দোকান দাসগুপ্ত এণ্ড কোম্পানীত উপস্থিত হ'লগৈ। কিতাপখন অৰ্থাৎ ই ৰাজী অনুবাদ এটি পালে কিন্তু তাৰ নাম কি বিপৰীত — পাৰশ্যৰ জ্যোৰ্তিবিদ কবি ওমৰ খায়ামৰ ৰুবাইয়াত। জ্যোতিৰ্বিদ কবি হাঁহিয়েই উঠে দেখোন। তেও উভতি আহিল।

পিছত যেনিবা পিছদিনা আকৌ গৈ কিতাপখন লৈ আহিল। এইখন ফিট্‌জেৰাল্ডৰ বিখ্যাত ই ৰাজী অনুবাদ। তেওঁৰ বন্ধুজনে তেওঁক ৰুবাইয়াতবিলাক অসমীয়ালৈ তৰ্জমা কৰিবলৈ উপদেশ দিলে আৰু মূল পাৰছীয় ভাষাৰপৰা কিছুমান গদ্য অনুবাদ কৰি দি নিজেও সহায় কৰিলে। তেও পাৰছীয় সাহিত্যৰ আভাস লভিবলৈ ব্ৰাউন আদি পণ্ডিতে ৰচনা কৰা কেতবোৰ কিতাপ পঢ়ি ললে। ছুফীতত্ত্ব সম্পৰ্কে জ্ঞান লভিলে। ফিট্‌জেৰাল্ডৰ ইংৰাজী অনুবাদৰ তলৰ কথাকেইটা তেও প্ৰথমে ভাঙিবলৈ চেষ্টা কৰিলে —

Ah my Beloved fill the cup that clears
To day of past Regrets and future Fears—
To morrow ?—Why Tomorrow I may be
Myself with Yesterday s Seven
Thousand Years

কিন্তু কামটো হাতত লৈয়ে ডিব্ৰুগড়লৈ যাবলগীয়া হোৱাত সি পৰি থাকিল। ডিব্ৰুগড়ৰপৰা উভটি আহি তেও হাফিজ ৰুমী আদি পাৰছীয় কবি আৰু দাৰ্শনিকৰ ই ৰাজী অনুবাদবিলাক আকৌ ভালকৈ পঢ়ি ললে। কিন্তু অসমীয়ালৈ তৰ্জমা কৰিবলৈ লৈ তেও বিপাণ্ডত পৰিল কিয়নো মূল কবিতাবিলাকৰ প্ৰাণ আৱিষ্কাৰ কৰি লৈ তাৰ উপযোগী লয় আৰু ছন্দত লিখিব নোৱাৰিলে সি কবিতাই নহব জোৰ কৰি লিখা পদ্যহে হব। তেও দুই এফাকি অ নুবাদ কৰে আকৌ এৰি পেলায় নিজে নিজে অলপো সন্তুষ্ট নহয়। ওপৰত উদ্ধৃত্ব কৰা কবিতাফাকি তেও প্ৰথমতে ভাঙিছিল এইদৰে —

ধৰা ধৰা সুৰাপাত্ৰ পাহৰা এবাৰ
আজিৰ ভাবনা আৰু ভবিষ্যৰ জয়

কালিলৈ?

কালিলৈ কি হয় কোনে জানে কি হব তাৰ
হব পাৰোঁ নিজে মই অতীতত লয়।

ইয়াৰ পিচৰ অনুবাদ ওমৰ তীৰ্থৰ ২০ পৃষ্ঠাত পোৱা যাব। এইদৰে প্ৰথম অৱস্থাত কৰা আন এফাকি অনুবাদ—

আঠুকাঢ়ি সৰগক সুধিলো কাতৰে
কিয় প্ৰভু এনুৱা বিধান?
অসীম ৰহস্যময় সৃষ্টিৰ কৌশল
পালো মাথো এই সমিধান।

কবিয়ে বুজিলে তেওঁ আপোন সুৰ বিচাৰি পোৱা নাই ওমৰৰ প্ৰকৃত সত্ত্বা যেন তেওঁৰ ছন্দত ধৰা নপৰিল। এদিন গধূলি এন্ধাৰত তেওঁ কাৰ্জন পাৰ্কত বহি আছে এইবিলাকেই ভবা চিন্তা কৰি এনেতে অকস্মাৎ তেওঁৰ মনত বিজুলীয়াই গ ল ওমৰ তীৰ্থৰ প্ৰাণময় চঞ্চল ছন্দ—

সোণালী ৰথত আলোকি বিমান
মাৰিলে সূৰুযে সোণৰ কাঁড়
পলাল আন্ধাৰ হৰিণীয়ে যেনে
হয় নিমিষতে চকুৰ আঁৰ ।

ঘৰলৈ গৈ সেইদিনাৰ পৰা তেওঁ একাণপতীয়াকৈ কামত লাগিল কিন্তু তথাপি কি হ ব? দুৱৰাৰ প্ৰকৃতিৰ এটা লক্ষণ হৈছে তেওঁৰ সোৰোপালি কোনোবাই ঠেলি হেচি আগবঢ়াই নিদিলে সামৰ্থ্য থাকিলেও তেওঁৰ কোনো কাম হৈ নুঠে। এনে সন্ধিক্ষণত অৱতীৰ্ণ হলহি স্বৰ্গীয় লক্ষীধৰ শৰ্ম্মা । লক্ষীধৰে তেওঁক উদগায় আৰু ভাবে — কামটো কোনোমতে কৰাই লব পাৰিলে ভাল হয় কিয়নো ৰুবাইয়াতৰ দৰে এনে আপুৰুগীয়া কবিতা প্ৰায় ভাষাতে আছে অসমীয়াতহে নাই। পিছে তেওঁ কলিকতা এৰিবলগীয়া হ ল তেতিয়া তেওঁ শ্ৰীযুত শৈলেন ৰায় নামে বন্ধু এজনক দুৱৰাৰ লগত দি গ ল। দুৱৰা তেতিয়া ডাণ্ডাছ হোষ্টেলৰ ৱাৰ্ডেন। শৈলেনে কবিক তাগিদা দি দি কোনোমতে অনুবাদৰ কাম শেষ কৰালে। এদিন দেওবাৰে কাম শেষ হ ল শৈলেনে একান্ত মনে শুনিলে। পিচদিনা তেওঁ দুৱৰাক কলে মই যাও আৰু । কিয়? মোৰ কাম শেষ হ ল নহয়। মই লক্ষীধৰৰ অনুৰোধতহে ইয়াত আছিলো !

কবিতাটি শেষ হ লত তাক শ্ৰীযুত নগেন কোঁৱৰে কপি কৰি দিয়ে। বেজবৰুৱাই দেখিবলৈ পাই তাৰ দুই এটা শব্দ সলচৰ কৰে। ৺দুৰ্গাধৰ বৰকটকীয়ে কিতাপখন ছপা কৰি উলিয়ায়(১৯২৬)। কিতাপখনে স্বাভাৱিকতে এক উত্তেজনাৰ সৃষ্টি কৰে। ল কলেজৰ ছাত্ৰসকলে প্ৰিন্সিপেল জে বৰুৱা ডা হৰেকৃষ্ণ দাস ৺চন্দ্ৰকুমাৰ আগৰৱালা আদি

লোকে ওমৰ তীৰ্থৰ শলাগ ললে। বেয়া বোলা মানুহো ওলাল। এজনে মন্তব্য কৰিলে আপুনি পদ্য লিখিব পাৰে দেখিছোঁ। আন এজনে কলে তুমি ৰাতিখোৱা সম্প্ৰদায়ৰ নে কেৱলীয়া সম্প্ৰদায়ৰ? ক বই নালাগে তীব্ৰ অনুভূতিশীলতাসম্পন্ন কবিক এনে ব্যঙ্গই বেজাৰ দিছিল।

ফিট্‌জেৰাল্ডৰ ইংৰাজী অনুবাদৰ দৰে ওমৰ তীৰ্থও আমাৰ ভাষাৰ এক বিশেষ সম্পত্তি। ইয়াৰ অনুবাদত অস্বাভাৱিকতা নাই, কিয়নো কবিয়ে হুইন্‌ফিল্ড হেৰণ এলেন ফিটজেৰাল্ড আদি বিবিধ লিখকৰ অনুবাদ আৰু টীকা টিপ্পনী মনোযোগেৰে পাঠ কৰি আৰু আন উপায়েৰে যিমানদূৰ পাৰি পাৰশ্যৰ সাহিত্য আৰু ছুফী দৰ্শনৰ প্ৰেমতত্ত্ব আদি বিষয়ে বিশেষ জ্ঞান লাভ কৰি কামটো হাতত লৈছিল। অনুবাদৰ শ্লোকবিলাকৰ যি সাৱলীল প্ৰৱাহ যি প্ৰাণময় লয় তাত কবিৰ নিজা কলাকৌশল ফুটি ওলাইছে। মূলৰ লগত তাৰ সম্বন্ধ যিয়েই নহওক স্বাধীনভাৱে আলোচনা কৰিলেও যে সি অন্তৰৰ পৰশত সঞ্জীৱিত হৈ উঠা কবিতা তাত কোনো সন্দেহ নাথাকে।

দুৱৰাই অনুবাদৰ প্ৰথম স্তৰত যি দুই চাৰি শ্লোক অসমীয়ালৈ ভাঙিছিল সেইবিলাক অপ্ৰকাশিত অৱস্থাতে আছে। তেখেতে তাক প্ৰকাশ কৰাৰ কিবা সাৰ্থকতা আছে বুলি নাভাবে । ওমৰ তীৰ্থত প্ৰকাশ হোৱা শ্লোকৰ মাজত যি পাৰ্থক্য অনুভৱ কৰা যায় তাৰ আভাস দিবলৈহে ইয়াত দুফাকিমান উদ্ধৃত কৰা গ ল —

কত যুগ ধৰি কালৰ কোলাত
দিন ৰাতি দুয়ো সমানে চলে
ধৰণী বুকুত ফুলৰ সুষমা
সাগৰ বুকুত লহৰী খেলে।
বলা ধীৰে যাও এই বাটেদিয়েই
আমাৰ আগতো কতনো গ ল
কত সুন্দৰীৰ চকুৰ মণিটি
ধৰাৰ ধূলিতে মিহলি হ ল।
টোপনি কোলাত আজি কোনাবাই
কাণেকাণে যে বাতৰি দিলে
সপোনে তোমাৰ জীৱন নাশিলে
সুখৰ কণিকা উৰাই নিলে।
জীৱন মৰণ নহয় সপোন
বিৰহ মিলন নহয় ভুল
হিয়াৰ মাজত কোৱাচোঁ সপোনে
পাৰেনে ফুলাব চেনেহ ফুল?

আনা সখা মোৰ জীৱনৰ সুধা
ধৰা প্ৰিয়তম নতুন তান
মিছা সপোনৰ ছবি আঁতৰক
ব ক পৰাণত সুখৰ বান।
মাথো দুদিনৰ ধেমালি শেষত
জীৱনযৌৱন কেনিবা যায়
সুখৰ সমল হেৰালে এবাৰ
আৰু জানো তাক দুনাই পায়?

ওপৰে ওপৰে চালেও বুজিব পাৰি যে এই কেইফাকিত অৰ্থৰ সঙ্গতি আৰু ছন্দৰ শৃঙ্খলা দুয়োফালৰপৰাই যথেষ্ট ত্ৰুটি ৰৈছে। অৱশ্যে দুই এশাৰিত পিছত তেওঁ নিজে পচন্দ কৰা ছন্দৰ স্পন্দনো যে পোৱা নাযায় এনে নহয়।

ওমৰৰ দৰ্শনে সম্ভৱ দুৰৱাৰ মনতো ৰেখাপাত কৰিছে। তেওঁৰ কবিতাৰাশিত যি এটা বিষাদৰ সুৰ বাজি উঠে যি এটি নিজান দেশৰ সুৰে মন বিয়াকুল কৰে তাৰ গুৰিত তেওঁৰ জীৱনৰ নিজা অভিজ্ঞতা আৰু ওমৰৰ প্ৰভাৱ দুয়োটাই আছে। অনুভূতিশীল লোকৰ মনত জীৱন এটি সাথৰ । দুৰৱাই ওমৰৰ দৃষ্টিভঙ্গীৰ যি এটি আভাস দিছে সি তেওঁৰ নিজৰো দৰ্শন— এটি গভীৰ বিষাদ এটি গভীৰ কাৰুণ্যৰে পূৰ্ণ তেওঁৰ কবিতাৰ ৰাশি। প্ৰশ্ন অনন্ত প্ৰশ্ন কিন্তু উত্তৰ ক ত উত্তৰতো তেওঁ পোৱা নাই দিব ক ৰপৰা? বৈজ্ঞানিকৰ বিশ্লেষণ প্ৰথা ভাবুকৰ সামঞ্জস্যকৰণ প্ৰথা কবিৰ গভীৰ দৃষ্টি দাৰ্শনিকৰ জ্ঞান সকলো গোটাই লৈ সৃষ্টি তথ্যৰ গভীৰতম প্ৰদেশলৈ ওমৰে চাই দেখিলে তাৰ আদি আৰু অন্ত দুয়ো আন্ধাৰ গভীৰ আন্ধাৰ। মানৱ মনৰ অসীমৰ প্ৰতি ব্যৰ্থ অভিযান— এয়ে ওমৰ আৰু ওমৰৰ অভিযানৰ ব্যৰ্থতাৰ কাৰুণ্যই তেওঁৰ মানৱ জাতিৰ প্ৰতি শ্ৰেষ্ঠ দান।

# ওমৰ তীৰ্থ

## ধীৰেশ্বৰ শৰ্ম্মা

মন্দ কবিযশ প্ৰাৰ্থী গমিষ্যাম্যুপহাস্যতাম্।
প্ৰাংশুলভ্যে ফলে লোভাদুদ্বাহুৰিব বামন ॥

মোৰ এই প্ৰবন্ধটিৰ বাবে কোনোৱে যেন মোক সমালোচক বুলি নাভাবে। ওমৰ কবিৰ ভাব ভাষাৰ সমালোচনা কৰিবলৈ মোৰ নিচিনা ক্ষুদ্ৰ বুদ্ধিৰ মানুহৰ সাহো নাই সাধ্যও নাই।

ভাবুকৰ প্ৰাণ ভাৱে ভৰপুৰ
কোনে বুজে সেই নীৰব ভাষা।

সমালোচনা কৰিব খোজা নাই মাত্ৰ মই ওমৰক যি ভাৱে বুজিছো তাকেহে প্ৰকাশ কৰিবলৈ আগবাঢ়িছোঁ।

ওমৰ তীৰ্থ ব্যৰ্থ হৃদয়ৰ কৰুণ বিননি।

যিদিনা বিধাতাই সৃষ্টিৰ প্ৰথম পুৱাতে মাটিৰে মানুহ গঢ়িলে সেইদিনাই প্ৰশ্ন উঠিল — ক ৰপৰা আহিছো — ক লৈ যাম কিন্তু ইয়াৰ উত্তৰ নাই ইয়াৰ সমাধান নাই — এই প্ৰশ্ন চিৰকাল চলি আহিছে ইয়াৰ সমাধানৰ চেষ্টা বৃথা। অনন্ত প্ৰয়াসী সীমাৰ মাজৰ অসীম মানৱাত্মাই এই চিৰন্তন প্ৰশ্নৰ সমাধানত ব্যৰ্থ হৈ আপোন সুৰে বজোৱা কৰুণ সুৰেই ওমৰ কবিৰ বিষাদপূৰ্ণ ৰাগিণীৰ উৎস।

কিয়বা আহিলোঁ কিহৰ সোতত —
কি কাম ইয়াত সাধিম অ'ই!
এই কোলাখনি উদঙাই পুনু
কাৰনো উদ্দেশ্য উধাও হই
মৰুৰ মাজত বতাহৰ দৰে
কোন অসীমত মিলিম গই।

*   *

ইয়াৰ আগেয়ে   ক ত বা আছিলোঁ
কাকনো সুধিম কথাটি মোৰ?
ইয়াৰ পাচত   কোন দেশলৈ —
নোৱাৰোঁ বুজিব ৰহস্য ঘোৰ।

ইয়াকেই কবিৰ হৃদয়ে জানিব খোজে কিন্তু ই যে ঘোৰ ৰহস্য! এই ৰহস্য যে দৰ্শনৰ গভীৰ তৰ্কয়ো ভেদ কৰিব নোৱাৰে। কত ঋষি মুনি পণ্ডিতে এই অসীম ৰহস্য ভেদ কৰিবলৈ অসীম যত্ন কৰিলে কিন্তু তেওলোকৰ জ্ঞানৰ পোহৰ অনন্ত পোহৰ মাৰ

গ ল তথাপি ৰহস্যৰ ওৰ নপৰিল জীৱন মৰণ অদৃষ্টৰ গাঁথি মেলিব নোৱাৰিলে জীৱন স শয় ছেদ নহ ল ! পণ্ডিতসকলে বেলেগ বেলেগ ৰকমে এই প্ৰশ্নৰ সমাধান কৰিবলৈ যুক্তি তৰ্ক আগবঢ়ালে কিন্তু যুক্তি তৰ্ক যুক্তি তৰ্কই হৈ থাকিল তেওলোকৰ জ্ঞানৰ পোহৰে এই ৰহস্যৰ কুৱলী ভেদ কৰিব নোৱাৰিলে। তেনেহ লে মায়াজালখনি কোনে আঁতৰাব? ৰহস্যৰ জানো কেতিয়াবা ওৰ পৰিব ? কবি নিজেও পণ্ডিত কত শ্লোক মুখস্থ কৰিলে কত পণ্ডিতৰ গভীৰ জ্ঞানপূৰ্ণ তৰ্ক জাল শুনিলে কিন্তু আচল তথ্য নোলাল। কবিৰ বাট হেৰাল কোন বাটে যাব ভীষণ সন্দেহ উপস্থিত হ'ল ইফালে ভবা চিন্তা কৰোতে সময়ো গ ল ভালেখিনি। কবিৰ হৃদয়ে কান্দি উঠিল— এই কান্দোনৰ কৰুণ সুৰেই ওমৰ খৈয়াম। ই সীমাবদ্ধ অসীম মানৱাত্মাৰ ব্যৰ্থ সত্যানুসন্ধান আৰু অনন্ত মুক্তিৰ প্ৰচেষ্টাৰ কৰুণ অভিমান।

এই জীৱন কি? ই মানস যাত্ৰী হংসৰ দৰে মহামৰণৰ পাৰলৈ উৰি যোৱা আত্মাৰ অনন্ত পথৰ মাজত এটি আলহী ঘৰ —অকণি জিৰণিৰ ঠাই অসীম কালৰ আন্ধাৰ মহাসাগৰৰ বিশাল জলৰাশিৰ মাজত এটি দ্বীপ—জীৱন তৰণী ইয়াতে ক্ষন্তেকলৈ চাপি আকৌ সেই শত শত লহৰী খেলি থকা তিমিৰ পথত লীন যায়। ই সপোনৰ মিছা লীলাখেলা এখন ছায়াবাজী এখন ভাওনা —এই আছে এই নাই। এই আলহীঘৰৰ দুৱাৰমুখত ঠিয় হৈ কবিয়ে আগলৈ আৰু পাছলৈ চাই পঠিয়ালে কিন্তু তাৰ বাহিৰে সকলো আন্ধাৰ। অতীত সি এটা আন্ধাৰ গহ্বৰ অসীম অনন্ত ক ত তাৰ আদি তাৰ ঠিকনা নাই। কত সুন্দৰীৰ মধুৰ হাঁহি কত জ্ঞানী পণ্ডিত কত জামছেদ কত কৈকোবাদ কত বেইৰাম এই অতীতৰ আন্ধাৰ গুহাত লীন গ ল । কাৰো চিন চাব নাই মাত্ৰ সেই অতীতৰ বুকুত উপঙি আছে এটা কৰুণ স্মৃতিৰ কৰুণ প্ৰতিধ্বনি। সকলোৰে জীৱন একেদৰে অতীতৰ গৰ্ভত মাৰ গৈছে ক্ষন্তেক পাচতে হয়তো হাজাৰ হাজাৰ বছৰ বিয়পা অতীতে কবিৰো জীৱন সামৰি থব। তেন্তে অতীতৰ কথা ভাবি কাম নাই তাৰপৰা প্ৰশ্নৰ সমাধান হোৱাৰো আশা নাই। তেন্তে

পাহৰি সকলো খায়য়ামৰ মতে
ওলোৱা উদাস পৰাণ লই
বুৰঞ্জী পাতত থক নিশব্দে
খচক কৈকোবাদ ৰঙ্গেৰে শুই।
ৰুস্তামৰ কথা ভাবিলে কি হ্ব—
ভাবিলে ভাবনা বাঢ়িহে যায়
এৰি দিয়া সেই বিষাদ ৰাগিণী
হেৰাল যিদৰে হাতেম তাই।

অতীতে এই চিৰন্তন প্ৰশ্নৰ সমাধান কৰিব নোৱাৰে। আৰু ভৱিষ্যত? অতীতৰ দৰে সিও আন্ধাৰ—

ঢাকিছে সমুখ আন্ধাৰ ঢাকোনে
জুমি চাবলৈকো সাধ্য কাৰ।

অসীম অনন্ত কালৰ মহাসাগৰৰ নীৰৱ বুকুত শত শত লহৰীয়ে নিৰলে খেলিব লাগিছে দূৰৰ ঢৌ ওচৰ পাইছে আৰু ধীৰে ধীৰে অতীতৰ আন্ধাৰ গৰ্ভত লীন গৈছে। ভবিষ্যত বৰ্তমান হৈছে আৰু বৰ্তমান অতীতত প্ৰবেশ কৰিছে এইদৰে কালৰ চকৰি সদায় ঠিক একেদৰে চলি আছে। এই অতীত ভবিষ্যত ভাবিয়েই মানুহ ব্যস্ত। কিন্তু যি অতীত ভবিষ্যৎ ভাবি কাল কটায় সি মূৰ্খ।

যিসকল সাধু মহাজন জ্ঞানৰ গভীৰ তৰ্ক কৰি ইপুৰী সিপুৰী বুজালে তেওলোককো অতীতে গ্ৰাস কৰিলে। ক্ষন্তেকৰ আগে যিসকলে এই আলহী ঘৰত আশ্ৰয় লৈছিল তেওলোকো সেই অতীতৰ অজান দেশৰ বাটৰুৱা হ ল। তেওলোকৰ সেই এৰা আসনতে – আজি ৰ ধেমালি কৰিছো কিন্তু দুদিনৰ পাচে মৰণ আহিলে আন্ধাৰপুৰীৰ কোনোবা দেশলৈ আমিও যাব লাগিব আৰু আমাৰ পাছতো আৰু কতজনে আমাৰ এৰি যোৱা ঠাই অধিকাৰ কৰিবহি। ভবিষ্যতে মাত্ৰ বাতৰি দিলে –

দুদিনৰ পাচে সকলোৰে শেষ
মিলনৰ ঠাই মৰণ পুৰী –

* *

দুদিনীয়া মাথো তুমি আৰু মই –
শেহত সকলো একতে লীন।

তেন্তে সৰগনো কি নৰকনো কি? সি মাত্ৰ এটা কল্পনা এটা তৰ্কৰ বিষয়। এই তৰ্কৰ শেষ নাই – ই জীৱন জুৰি থাকে। ঘূৰি পকি আহি একেটা বাটতে ওলাবহি লাগে। মাত্ৰ এটা কথা ঠিক –

এবাৰ সৰিলে সৃষ্টিৰ বুকুত –
দুনাই নুফুলে জীৱন ফুল।
আলহীৰ ঘৰ এই দেহাখনি
ক্ষন্তেকৰ মাথো জিৰণিৰ ঠাই
মৰণৰ শিঙ্গা বাজিলে এবাৰ
নিজৰ বাটেদি আলহী যায়।
বাটত ভাগৰি আৰু আন জনে
জিৰণিৰ ঠাই বিচাৰি আহে
এজনৰ পাচে যায় আন জন
যোৱা জন আৰু দুনাই নাহে।

ভবিষ্যৎ এটা দূৰৰ সঙ্গীত অতীত এটা আন্ধাৰৰ মাজৰ করুণ স্মৃতি। এই অতীত ভবিষ্য ভাবনাৰ বিৰাম নাই। ইয়াৰ পৰা সত্যৰ বিকাশ নহয় প্ৰশ্নৰ সমাধান নহয়। এই

সংশয় ছেদ কৰিব নোৱাৰি কবিৰ মোহ উপস্থিত হ ল তেও তেতিয়া তেওৰ পিয়লাত আত্মসমৰ্পন কৰিলে –

উভতি তেতিয়া পিয়লাটি চুমি
সুধিলো চেনেহী পিয়লা মোৰ
কোনে আতৰাব মায়াজালখনি
ৰহস্যৰ জানো পৰিব ওৰ।

তেও পিয়লাৰ শিষ্যত্ব গ্ৰহণ কৰিলে –

ক লে পিয়লাই ইয়াতে সকলো
ইয়াৰ সিপাৰে একোৱেই নাই
পান কৰা সখা থাকোতে জীৱন
নহ লে জীৱন বিফলে যায়।

পিয়লাই তেওক তেতিয়া যোগ শিক্ষা দিলে দৰ্শনে ঢুকি নোপোৱা তথ্য চকুৰ আগত দাঙি ধৰিলে মন্ত্ৰ দিলে মামেক শৰণ ব্ৰজ । পিয়লাৰ বিশ্বৰূপ দৰ্শন কৰি কবিৰ মোহ আতৰি গ ল।

ধন্য তোমাৰ ন্যায়ৰ বিধান
জগত মাজত সুৰাৰ জয়।

যদি অতীত ভবিষ্যৎ একো নাই যদি বৰ্তমানেই সকলো তেন্তে আৰু কিয়? প্ৰাণৰ পিয়লা ভৰাই জীৱন মদিৰা পান কৰা যাওক অতীত ভবিষ্য শোক দুখ ভয় সুৰাৰ সোঁতে উটাই নিয়ক। আজি যদি মোৰ ৰঙ্গতেই যায় তেন্তে অতীত ভবিষ্য ভাবি হাবাথুৰি খোৱাৰ লাভ কি? কালৰ চকৰি অনন্ত কাল একেদৰে চলি থাকিব যেতিয়া হাতত যি পোৱা যায় তাকে লোৱা যাওক। অতীত মিছা ভবিষৎ মিছা সকলো অলীক সকলো অসাৰ সত্য মাথো এই জীৱন্ত বৰ্তমান এই আলহীঘৰ সাৰ মাথো সুৰা পান। কবিয়ে সত্যৰ সন্ধান পালে কবি মুক্ত হ ল –

মুক্ত এবে মই আজি শুভদিন
বজোৱা শঙ্খ উৰুলি দিয়া
নতুন প্ৰিয়াই পিয়লা ভৰাই
আনিছো উল্লাহে ভৰিছে হিয়া।

কবিৰ হৃদয় স্থিৰ হ ল।

আমি সকলোৱে ভাগ্যৰ পুতলা। এই স সাৰখন ভোজবাজী খেল পুতলাৰ নাচ এখন পাশাৰ ঢাল নিয়তিৰ ই এখন খেলা। যিদিনা পোনতে পুৱা কিৰণত সৃষ্টি শতদলে পাহি মেলিলে সেইদিনাই বিধাতাই লেখনী লৈ মানুহৰ কপালত ভাগ্যফল লিখি দিছে তাৰ কোনো লৰচৰ হব নোৱাৰে। আশা নিৰাশাৰ আৰু ভবিষ্যতৰ ভয়ে গোটেই জীৱন জুৰি আছে – অতীতৰ স্মৃতিয়েও তাকেই কয়। যদি বিধাতাই আমাৰ কপালত ভাগ্য

ফলাফল লিখি দিছে যদি সি হ'বই যদি এই সংসাৰ দুদিনীয়াই হয় তেন্তে তাক আৰু ভবাৰ সকাম কি?

থাকক জ্ঞানীয়ে শাস্ত্ৰৰ মাজত
সৃষ্টি প্ৰকৰণ ব্যাখ্যা কৰি
যাও হেৰা আহা তুমি আৰু মই
আপদীয়া হাই উৰুমি এৰি।
বহি নিৰলাত নিয়তিৰ খেলা
বুৰাও পিয়লা হাতত লই
ভাগ্যৰ পুতলা আমি সকলোটি
তাৰ সৈতে আজি ওমলো গই।

গুহা নিহিত ধৰ্মৰ তত্ত্ব বিচাৰি নাপাই কবিৰ মন আকুল হ'ল। তেনে ক পন্থা? তেতিয়া যি প্ৰশ্নৰ সমাধান ন্যায়ৰ বিচাৰে বা দৰ্শনৰ গভীৰ তৰ্কই কৰিব নোৱাৰিলে তাক এক মুহূৰ্ততে এক কথাৰে সুৰাৰ পিয়লাই শেষ কৰি দিলে —

— ইয়াতে সকলো
ইয়াৰ সিপাৰে একোৱেই নাই
পান কৰা সখা থাকোতে জীৱন
নহলে জীৱন বিফলে যায়।

যেন মোহপ্ৰাপ্ত অৰ্জুনক শ্ৰীকৃষ্ণই উপদেশ দিলে —

মত্ত পৰতৰ ন্যান্যৎ কিঞ্চিদপি ধনঞ্জয়।
মন্মনা ভব মদ্ভক্তো মদ্‌বাজী মা নমস্কুৰু।

অতীত ভৱিষ্য ভাবিবৰ আৱশ্যক নাই উচিত নহয় কাৰণ গতাসূনগতাসূংশ্চ নানুশোচন্তি পণ্ডিতা । স্থিতপ্ৰায় আৰু স্থিতধীসকলে কেতিয়াও ৰাগ ভয় ক্ৰোধৰ বশৱৰ্তী নহয়। তেওলোকৰ সুখ দুখ সমান নিজৰ মনতেই তেওলোকৰ মন সন্তোষ হয়। যাৰ মন সদায় প্ৰসন্ন তেওৰ মনত নিৰ্মল বুদ্ধিৰ স্থাপনা হয়। এই নিৰ্মল বুদ্ধিৰ পৰা জ্ঞানৰ উদ্ভৱ আৰু জ্ঞানৰ নিচিনা পৱিত্ৰ বস্তু ব্ৰহ্মাণ্ডত নাই। জ্ঞান লাভ হ'লে মানুহে সোনকালে শান্তিৰ অধিকাৰী হয়।

তেনেহলে — ধৰা প্ৰিয়তম প্ৰাণৰ পিয়লা
জীৱন মদিৰা ভৰাই দিয়া
অতীত ভৱিষ্য শোক দুখ ভয়
আজিৰ ভাবনা উটাই নিয়া।

পিয়লাই কবিক বিশ্বৰূপ দেখুৱালে আৰু দিব্য চক্ষু পাই তেও দেখিলে এই সুৰাই

মামুদৰ দৰে বিজয়ী তেজেৰে
সকলোকে তুমি পেলালা গ্ৰাসি।

এই বিশ্বৰূপ বেদ পাঠৰদ্বাৰা তপস্যাৰদ্বাৰা দানৰপৰা যজ্ঞৰদ্বাৰা দেখা নাযায়। মাত্র ভক্তিৰদ্বাৰাহে এই ৰূপ দেখিব আৰু জানিব পাৰি। সেই কাৰণে যজ্ঞ দান তপ জপ সকলো ধৰ্মকে পৰিত্যাগ কৰা মাত্র পিয়লাত শৰণ লোৱা পিয়লাত মন বুদ্ধি সকলো অৰ্পণ কৰা। পিয়লাত আত্মসমৰ্পণ কৰিলেই যদি এই আলহী ঘৰতে অনন্ত জ্যোতিৰ পোহৰ পোৱা যায় যদি জীৱনত সুৰাপানেই সাৰ হয় তেন্তে পান কৰা পিয়লা ভৰাই উলাহ কৰা। ইয়াতে কবিয়ে সেই আন্ধাৰ দুৱাৰৰ চাবিটি বিচাৰি পালে। কবিৰ জীৱনৰ আকুল উদ্বেগ উদাস ভাব সন্দেহ সকলো আঁতৰি গ ল – কবিয়ে নতুন জীৱন পালে তেওঁ আজি শুভ দিনত মুক্ত হ ল পিয়লাই তেওঁৰ জীৱন সংশয় ছেদ কৰি দিলে।

জীৱন কুৰুক্ষেত্ৰত পিয়লাটি ওমৰ কবিৰ সাৰথি। পিয়লাই ওমৰৰ সখা শ্ৰীকৃষ্ণ পিয়লাই শুদ্ধ মুক্ত জ্ঞান। এই জ্ঞানৰ পোহৰেই ওমৰৰ সুৰা। কবিৰ সুৰা মৰতৰ আঙুৰ ৰস সুৰা নহয় – ই সৰগৰ সুধা বিধাতাৰ দান। ই মৰ্ত্যত প্ৰেমৰ বাতৰি দিয়ে ইয়াৰ অমোঘ যুক্তি তৰ্কৰ আগত ন্যায় দৰ্শন সকলো মিছা ইয়াৰ আগত সকলো ধৰ্ম এক সকলো প্ৰাণী এক। এই সুৰাৰ পোহৰত সকলো বিশ্ব ব্ৰহ্মাণ্ড অতীত ভবিষৎ উদ্ভাসিত হৈ উঠে। জ্ঞান পিয়লাত বিশ্বজনীন ভগৱদ্ভক্তিৰ সুৰা পান কৰি কবিৰ হৃদয় মৰুত প্ৰেম মন্দাকিনীৰ সঞ্চাৰ হ ল। কবিৰ প্ৰাণ মন সকলো ইয়াৰ সোতত‌ে উটি অনন্তৰ পথত আগুৱাবলৈ ধৰিলে। হৃদয়ত সোণৰ পদুম পাহি ফুলি উঠিল তেওঁ মুক্তিত নিস্পৃহ ৰসময়ী সুৰাময়ী ভকতি লাভ কৰিলে। কবিক মুক্তি নালাগে – সি দূৰৰ বাজনা। যদি এই জীৱনতে অনন্ত জ্যোতিৰ ক্ষুদ্ৰ কণা তেওঁ পায় তেন্তে সেয়েই তেওঁৰ পক্ষে যথেষ্ট আন্ধাৰৰ মাজত লুকাই থকা সৰগ তেওঁক নালাগে আৰু নৰকতো মনৰ মাজতে – বেলেগ নৰকতো নাই। পাপ পুণ্য সুখ দুখ সৰু বৰ সকলো ঈশ্বৰৰে সৃষ্টি। সকলোকে সমান চকুৰে চোৱা – পাপো যেনে পুণ্যও তেনে সকলোকে সুৰাৰ সোঁতত টৌৱাই দিয়া। অনন্ত জ্যোতিৰ পোহৰ যদি হৃদয়ত পৰে তেন্তে পাপক কি ভয়? আৰু পাপ – তাতো যে ঈশ্বৰ আছে সিও যে কৰুণাময়ৰ হাতৰেই সৃষ্টি। ভয় নাই পাপ তাপ কাকো ভয় নকৰিবা মাত্র পিয়লা ভৰাই সুৰা পান কৰা – অন্তিম মুহূৰ্তও যেন সুৰাই আৱৰি ৰাখে। এয়েই ওমৰ কবিৰ বিজয় ভেৰী এয়েই তেওঁৰ মুক্তি যোগ।

ওমৰৰ গান বালুকাৰাশি আচ্ছাদিত ফল্গুৰ সোঁত। ই তেওঁৰ মুক্তিকামী সত্যান্বেষী অনন্ত প্ৰয়াসী আত্মাৰ কৰুণ বিননি কিন্তু এই কৰুণ ভাব কবিৰ প্ৰাণভৰা উলাহেৰে আচ্ছাদিত কপালত যি লিখা আছে হবই অতীত ভবিষ্যৎ সকলো আন্ধাৰ যাক কোনেও পোৱা নাই যাক পোৱাৰ ঠিকনা নাই যাক দেখা নাই তাৰ বাবে কান্দি বহুমূলীয়া সময় নষ্ট কৰাৰ সকাম কি?

পিয়লাটি মোৰ ধৰাহি মুখত
আহা প্ৰাণসখা সময় নাই

পাখি মেলি সেই জীৱন পখিটি
অনন্তৰ পিনে উৰি যে যায়।

কান্দিলেওতো সেই নেদেখা বস্তু পোৱাৰ ঠিক নাই। তেন্তে কিহৰ আশাতনো হাতৰ লখিমী ঠেলি আন্ধাৰত খেপিয়াবলৈ যাম? হাতত যি আছে তাৰেই জীৱনত সুখ কৰা হাতৰখিনি এৰি নিদিবা অতীত ভবিষ্যৎ নাভাবিবা।

লোৱা ততালিকে যি পোৱা হাতত
নোপোৱা যিখিনি থাকক বাকী
দূৰৰ বাজনা শুনিলে কি হব
মাজত তোমাৰ তেনেই ফাঁকি।

কবিৰ এই প্ৰাণভৰা উলাহ ইংৰাজ কবি ব্ৰাউনিঙৰ উলাহৰ লগত তুলনা কৰিব পাৰি। এই ই ৰাজ কবিৰ আন কবিতা এৰিও অকল The Last Ride together কবিতাটি পঢ়িলে এই সামঞ্জস্য উপলব্ধি কৰিব পাৰি। তেওঁ অতীত ভবিষ্যৎ পৰিত্যাগ কৰি বৰ্তমানকেই হাতত তুলি লৈছে।ওমৰৰ –

আজিয়েই দিয়া কালিলৈ কিয়
কোনে জানে মোৰ কালি কি হব?
হাজাৰ হাজাৰ বছৰ বিয়পা
হয়তো অতীতে সামৰি থব।

এই কথা ফাকিকে ব্ৰাউনিঙেও ঠিক একে ৰকমেই প্ৰকাশ কৰিছে –

Who knows the world may end to night ?

তেও যুক্তিতৰ্ক অতীত ভবিষ্যৎ পৰিত্যাগ কৰি বৰ্তমানত হাতত যি পাইছে তাকেই ততালিকে তুলি লৈছে।

Try and test !
I sink back shuddering from the quest
Earth being so good would heaven seem best?
Now heaven and she are beyond this ride

ওমৰৰ গানত যদিও প্ৰাণভৰা উলাহ ফুটি ওলাইছে তথাপি ইয়াৰ ভাব অতি কৰুণ। এই কৰুণ ভাব কবিৰ অন্তৰৰ গভীৰতম প্ৰদেশৰপৰা বৈ আহিছে – ধীৰে অলক্ষিতে আৰু ইয়াৰ কৰুণ প্ৰতিধ্বনিয়ে আমাৰ হৃদয়ৰ কৰুণ বীণৰ তাৰত বিষাদী সুৰৰ কম্পন জগাই মন চমকিত কৰি তোলে। আমি ওমৰৰ হৃদয়ক সহানুভূতি জনাও। কিন্তু ওমৰৰ প্ৰাণভৰা উলাহ পূৰ্ণ গানৰ সুধা সনা ললিত ছন্দৰ মধুৰ ঝঙ্কাৰে আমাৰ মন এনেকৈ আকৰ্ষণ কৰে যে তাৰ কৰুণ ভাব সহজে হৃদয়ঙ্গম নহয় প্ৰাণৰ কৰুণ কান্দোন আমাৰ কাণত নপৰে শুনো মাত্ৰ শৈলৰাশি ভেদ কৰি বৈ যোৱা সুৰাৰ নিজৰাৰ কুলু কুলু ধ্বনি। ওমৰৰ গানৰ মাধুৰ্য এৰি তেওৰ ভাবৰ গাম্ভীৰ্যলৈ সহজে আমাৰ যাবলৈ ইচ্ছা নাই।

ওমৰৰ এই গান পৃথিৱীৰ বহুত ভাষালৈ অনুবাদ কৰা হৈছে। আমাৰ গৌৰৱৰ বিষয় অসমীয়াতো আমি এখন তেনে অনুবাদ পাইছোঁ। অসমীয়াখনত ঘাইকৈ ইংৰাজী অনুবাদৰ ভাব ছন্দ সকলো অটুত আছে। অসমীয়া অনুবাদ পঢ়িলে ঠিক ইংৰাজীখনৰ ছন্দ পঢ়া যেন বোধ হয়।

ৰাজকাৰেঙক চুমিছে পোহৰে
উঠিছে ম গল প্ৰভাতী গান।
জীৱন্ত জগৎ উঠা উঠা হেৰা
এতিয়াও কিয় নিৰ্জীৱ প্ৰাণ।

এই অসমীয়া অনুবাদ স্বাধীন কিন্তু অনুবাদত মূল সৌন্দৰ্য অলপো লোপ পোৱা নাই। এয়েই ওমৰৰ মাহাত্ম্য অসমীয়া কবিৰ গৌৰৱ।

# ফিট্‌জাৰেল্ডঃ ওমৰ খাযাম আৰু ৰুবাইযাত

**ৰাজেন হাজৰিকা**

ফিট্‌জাৰেল্ডে ওমৰ খায়ামৰ ৰুবাইয়াত অনুবাদ কৰিছে বুলি আমি ইচ্ছা কৰিয়ে নকও। ফিট্‌জাৰেল্ডে ওমৰ খায়াম অকল অনুবাদ কৰিছে এনে নহয় আনকি ই ৰাজী ভাষাত ওমৰ খায়ামৰ ৰুবাইয়াতক ফিট্‌জাৰেল্ডে নতুন ৰূপ দিলে। ই মৌলিক প্ৰতিভাৰ পৰিচায়ক। ফিট্‌জাৰেল্ডৰ ৰুবাইয়াতৰ কবিতাসমূহ মানুহৰ মুখে মুখে। ৰুবাইয়াতৰ অনুপম শাৰীবোৰে ধনী দুখীয়া পণ্ডিত অপণ্ডিত সকলোৰে মন আকৃষ্ট কৰিছে। ইয়াৰ পদ এফাঁকি গাই সকলোৰে মনত তৃপ্তি পায়।

পাৰস্যৰ এই অনুপম কাব্যগ্ৰন্থখন এদিন হয়তো পাৰস্যৰ ভাষাতে আৱদ্ধ থাকিলহেতেন যদিহে ফিট্‌জাৰেল্ডে ই ৰাজী ভাষাৰ নিচিনা আন্তৰ্জাতিক ভাষা এটাত অনুপমৰূপে ভাষান্তৰিত নকৰিলেহেতেন। ই ৰাজী ভাষাৰ যোগেদি আলম লৈ অনুপম এই কবিতা সমূহ আজি হয়তো পৃথিৱীৰ সকলো ভাষাতে অনুবাদ হৈছে। অসমীয়া ওমৰ তীৰ্থ খন ফিট্‌জাৰেল্ডৰ আলম লৈহে কবি দুৱৰাই অনুপমৰূপে ভাঙি উলিয়ালে। গতিকে ইয়াৰ গুৰিতে ফিট্‌জাৰেল্ডৰ দানেই প্ৰধান। ফাৰ্চী ভাষাত যিসকলৰ জ্ঞান নাই তেওলোকে ওমৰ খায়ামৰ এই অনুপম কবিতাবোৰৰ সোৱাদ লোৱা কঠিন হৈয়েই থাকিলেহেতেন। ফিট্‌জাৰেল্ডে ই ৰাজী ভাষাত অনুপম কাব্যছন্দেৰে ৰূপান্তৰিত কৰি জগতত পাৰস্যৰ বুলবুল চৰাইটোক চিৰকাললৈ কলকণ্ঠ কৰি থৈ গ ল। ফিট্‌জাৰেল্ড আৰু ওমৰ আজি মৰিও অমৰ ।

কিন্তু কথা হৈছে ফিট্‌জাৰেল্ডে এই কিতাপখন অনুবাদ কৰি সহজেই কৃতকাৰ্য হৈছিলনে? তেওৰ জীৱিত কালত এই কিতাপখনে তেওৰ সন্মান আনি দিছিলনে? জীৱিত কালত ফিট্‌জাৰেল্ডে এইখন লিখি সন্মান পোৱা নাছিল। তেওৰ অনূদিত ৰুবাইয়াত এদিন অনাদৃত হৈ প্ৰায় হেৰাইছিল। কবিক ইয়াৰ ব্যৰ্থতাই এদিন বিষণ্ন কৰি তুলিছিল। তেওৰ এই ব্যৰ্থতাৰ করুণ কাহিনী এজন লিখকৰ The Romance for the Rubaıyat খনত এশবছৰৰ পাছত বৰ্ণিত হৈছে।

এডৱাৰ্ড ফিট্‌জাৰেল্ডৰ জন্ম হৈছিল ১৮০৯ চনৰ ৩১ মাৰ্চত ই লেণ্ডৰ এক ধনী সম্ভ্ৰান্ত পৰিয়ালত। তেওৰ জীৱন ভৰপূৰ হৈ আছিল নানান ঐশ্বৰ্য বিভূতিৰে। অভাৱ বোলা কথাটো তেও অনুভৱেই কৰিব পৰা নাছিল। ধনীৰ দুলাল ফিট্‌জাৰেল্ডৰ মন প্ৰাণ কবিতা কাব্যৰ সৰলতাৰে ভৰপূৰ হৈ আছিল। তেও পঢ়িছিল কেম্ব্ৰিজৰ ট্ৰিনিটি কলেজত। এই কালছোৱাত ই লেণ্ডৰ বহু বিখ্যাত সাহিত্যিক কবিৰ লগত তেওৰ পৰিচয় হৈছিল। কাৰ্লাইল টেনিছন থেকেৰে আদি তেওৰ এসময়ৰ বন্ধু আছিল। কিন্তু এইসকলৰ ভিতৰত ই বি কাৱেলৰ বন্ধুত্বই তেওক বহুদিশৰপৰা আকৃষ্ট কৰিছিল। ফাৰ্চীভাষাৰ লগত

ফিট্‌জাৰেল্ডৰ পৰিচয় হয় কাৱেলৰ পৰামৰ্শমতেই। কাৱেল আছিল প্ৰাচ্য বিদ্যাবিশাৰদ। তেওঁৰ বন্ধুত্বৰ অন্তৰঙ্গতাই ফিট্‌জাৰেল্ডক প্ৰাচ্যকাব্য আৰু স স্কৃতিৰ প্ৰতি অধিক মনোযোগ দিবলৈ সুযোগ দিছিল।

ফিট্‌জাৰেল্ড আছিল জ্ঞানপিপাসু। তেওঁ বিপুল অধ্যয়ন কৰিছিল। ইপছ্‌উইকত থকা কালছোৱাত এটা পুৰণা গ্ৰন্থাগাৰত ফিট্‌জাৰেল্ডে দহ বছৰ কাল অকল কিতাপ পঢ়িয়েই কটাইছিল। এই গ্ৰন্থাগাৰৰ হাজাৰ বিজাৰ কিতাপৰ কথা সম্পূৰ্ণৰূপে তেওঁ আয়ত্ব কৰিব পাৰিছিল। তেওঁৰ ব্যক্তিত্ব আছিল বহুমুখী। জ্ঞানপিপাসু অশান্ত মন লৈ য তে ত তে তেওঁ অঘৰী হৈ ফুৰিছিল।

নানান মানুহৰ মাজত নানাভাৱে মিলা মিচা কৰি সময় কটাই দিয়াই তেওঁৰ চখ্‌ আছিল। কিন্তু ইয়াৰ অন্তৰালত লুকুৱাই ৰাখিছিল তেওঁৰ অধ্যয়নশীল মন আৰু আছিল অগাধ পাণ্ডিত্য। জীৱনটো হ ব চলি যাব কি আছে কি নহ ব এইবোৰ চিন্তা নকৰি কাব্য প্ৰাণৰ মাজত নিজকে বিলাই দিব পৰাটোৱে আছিল তেওঁৰ গতিশীল জীৱনৰ উদ্দেশ্য। তেওঁ জীৱনটো অতি সাধাৰণভাৱে কটাই দিছিল তাত কোনো বিলাসিতা আড়ম্বৰ নাইবা ধন দৌলতৰ লেখ জোখ নাছিল। অথচ ইচ্ছা কৰা হ লে তেওঁ অগাধ ঐশ্বৰ্য বিভূতিৰ মাজত নিজকে বিলাই দি সুখে সন্তোষে থাকিব পাৰিলেহেতেন। তথাপি বিলাস বিভূতিৰ প্ৰতি কোনো আকৰ্ষণ নাছিল। সেয়েহে তেওঁৰ কবিতাময় মনটো আছিল সদায় আলসুৱা কৰুণতাৰ এক মধুৰ আকৰ । নিৰ্বিকাৰ নিৰ্মল ভাবৰ মাজত তেওঁ হেলাৰঙে সময়বোৰ কটাই দিছিল।

তেওঁতকৈ কুৰি বছৰৰ ডাঙৰ কবি বাৰ্নাড বাৰ্টনৰ লগত ফিট্‌জাৰেল্ডৰ অতি ঘনিষ্ঠ বন্ধুত্ব স্থাপন হৈছে। বাৰ্টনে ফিট্‌জাৰেল্ডক নিজৰ ল ৰাৰ দৰে মৰম কৰিছিল। পাছত তেওঁ নিজৰ সুন্দৰী কন্যা লুচীক ফিট্‌জাৰেল্ডলৈ বিয়া দিছিল। ১৮৫৬ চনৰ ১৪ নবেম্বৰ তাৰিখে এই বিয়া হৈছিল। দুৰ্ভাগ্যবশত দুয়োৰে বিবাহিত জীৱন সুখৰ নহ ল। শেষত এই বিয়া ভাগিব লগা হয় আৰু দুয়ো এৰা এৰি হয়। এই বিবাহ বিচ্ছেদৰ সূত্ৰপাতে ফিট্‌জাৰেল্ডৰ কবি মনত বাৰুকৈয়ে দুখৰ সাঁচ বহুৱালে। ইয়াৰ পৰিণতিত ফিট্‌জাৰেল্ডৰ মনে শান্তি বিচাৰি পালে ওমৰ খায়ামৰ ৰুবাইয়াতসমূহত আনহাতে ৰুবাইয়াতবোৰ পঢ়িবলৈ উদ্‌গনি দিলে কাৱেলে।

ওমৰ খায়ামৰ ৰুবাইয়াত ই ৰাজী ভাষালৈ ৰূপান্তৰিত কৰাৰ আগতে ফিট্‌জাৰেল্ডে কেইবাখনো কবিতা নাটক লিখিছিল। সেইবোৰৰ মূল্যাঙ্কণ সাধাৰণ। ল ৰালি কালৰ মধুৰ সোঁৱৰণিৰে মুখৰিত তেওঁৰ ইউফ্ৰেনৰ কিতাপখনত কবি কল্পনাৰ সোণালী সপোনবোৰ থূপ খাই আছিল। সেইবোৰ ভাবৰ উৰণীয়া উচ্ছ্বাস জীৱন যৌৱনৰ কিছুমান দাৰ্শনিক অনুৰাগ। কিন্তু কিতাপখনে পাঠক সমাজত বিশেষ আদৰ নাপালে। ইয়াৰ পাছত আন এখন কিতাপ প্ৰকাশ হ ল তাত আছিল পুৰণা কালৰ যোজনা ফকৰাৰ কথা।

সেইবোৰত প্ৰভাৱ পৰিছিল জাৰ্মানী আৰু ফৰাছী সংস্কৃতিৰ। সেইখনো কাৰো আদৰৰ নহ ল। সেইখনৰ নাম আছিল প লনিয়াচ । ইয়াৰ পাছত স্পেনীয় ভাষাৰপৰা অনুবাদ কৰি উলিয়ালে কল্ডেৰেণৰ ছখন নাটক । এইবোৰ তেও অমিত্ৰাক্ষৰ ছন্দত সাৱলীলভাৱে অনুবাদ কৰিছিল। এইখনে যদিও কিছু সংখ্যক পাঠকৰ মন আকৃষ্ট কৰিছিল তথাপি ইয়াৰ সমাদৰ অধিক নোহোৱাত প্ৰকাশ বন্ধ কৰি দিব লগাত পৰিছিল। কিতাপবোৰ লিখি তেও দেখিলে যে বেচিঁকৈ ব্যৰ্থতাহে তেও মনৰ মাজলৈ মাতি আনিছে। অৱশেষত তেও সিদ্ধান্ত কৰিলে যে নাম দি কিতাপ নিলিখাই ভাল। তেতিয়াৰেপৰা তেও কিবা লিখিলেও নিনাম হৈহে লিখিব ধৰিলে। উপৰোক্ত কিতাপবোৰ লিখাৰ ন বছৰৰ পাছত আৰু আন দুই এখন কিতাপ লিখিলেও তেও গ্ৰন্থাকাৰ হিচাপে ব্যৰ্থতাহে স্বীকাৰ কৰিছিল। শেষত তেও কিতাপ লিখিবলৈ এৰি দি অধ্যয়নত মনোনিবেশ কৰিবলৈ ধৰিলে। এই অধ্যয়নশীল মনটো বৰ বেচিঁকৈ নিবিষ্ট হৈ পৰিল পাৰস্য সাহিত্যৰ অধ্যয়নত আৰু তেতিয়াৰেপৰা তেও মনৰ খোৰাক বিচাৰি পালে ওমৰ খায়ামৰ ৰুবাইয়াতত।

১৮৫৯ চনত ওমৰ খায়ামৰ ৰুবাইয়াতখন ই ৰাজীলৈ নিপুনতাৰে ৰূপান্তৰিত কৰি নাম নোহোৱাকৈ সৰু এখন বুকলেট হিচাপে উলিয়ালে। সেইখন ছপা কৰিবলৈ পঠিয়াই দিলে ফ্ৰজাৰ্ক মেগাজিন ৰ সম্পাদকলৈ। সম্পাদকে ইয়াৰ ওপৰত গুৰুত্ব নিদি এনেয়ে দুবছৰমান পেলাই থলে। কিন্তু পাছত ফিট্‌জাৰেল্ডে উপায় নেদেখি সম্পাদকৰ পৰা ঘূৰাই আনি নিজে ছপা কৰি উলিয়ালে। তাত তেওৰ নাম নিদিছিল। কিতাপৰ দাম দিলে — এক ছিলি । কেইবাবছৰো এইকিতাপখনে কাৰো মন আকৰ্ষণ নকৰিলে। কোনেও চকু ফুৰায়ে নাচালে।

এদিন দেখা গ ল কবি ৰছেটিয়ে কিতাপখন এখন সাধাৰণ দোকানত দেখা পালে আৰু সেইদিনাই পশ্চিমৰ সাহিত্য জগতত এটা ডাঙৰ আবিষ্কাৰ হ ল। ৰছেটিৰ পাচতে কবি চুইন্‌বাৰ্ণ আৰু লৰ্ড হট্টনেও অভিনন্দন জনালে। কিন্তু কোনেও কব নোৱাৰিলে যে ইয়াৰ লিখক এড্‌ৱাৰ্ড ফিট্‌জাৰেল্ড ।

পাছত ১৮৮৫ চনত টেনিছনে এই কবিতাৰ ওপৰত বিশেষভাৱে আপ্লুত হৈ Old Fitz নামেৰে এটি কবিতা লিখি প্ৰচাৰ কৰিলে যে এনেধৰণৰ অনুপম কবিতা সেই সময়ত ই ৰাজী সাহিত্যত কোনেও লিখা নাছিল। ৰুবাইয়াত কলেটখন প্ৰকাশ হোৱাৰ সোতৰ বছৰৰ পাচতহে মানুহে জানিব পাৰিছিল যে ফিট্‌জাৰেল্ডেই এই পুথিৰ লিখক। যিখন পুথি প্ৰথম প্ৰকাশত এক ছিলিং দাম আছিল সেই পুথি শেষত চুইন্‌বাৰ্নৰ পাতনি সম্বলিত হৈ ২৫ বছৰৰ পাছত ৪৫ হাজাৰ টকাত একপি বিক্ৰি হৈছিল। অজ্ঞাত লিখক হিচাপে ফিট্‌জাৰেল্ডে কিতাপ লিখোতে কাৱেলৰ বাহিৰে কোনেও তেওক জনা নাছিল। কিন্তু কাৱেলৰ নীতিবাদী মনে ওমৰ খায়ামৰ জীৱন দৰ্শনক আদৰ কৰিব নোৱাৰা বাবে ফিট্‌জাৰেল্ডৰ ৰুবাইয়াতৰ অনুবাদ পুথিখন যদিও তেৱেঁই প্ৰথমে দেখিবলৈ পাইছিল

তথাপি প্ৰশ সা কৰিব পৰা নাছিল। এই হিচাপে তেওঁৰ অন্তৰঙ্গ বন্ধুৰপৰাও ফিট্জাৰেল্ডে এই কিতাপখন লিখি সমাদৰ নোপোৱাত মনে মনে দুখ পাইছিল। অথচ তেওঁৰ উচ্চ ভাবাদৰ্শই কবিতাৰ অন্তৰালত চিৰকাল বিৰাজ কৰিছিল।

ৰুবাইয়াতৰ প্ৰথম প্ৰকাশ পঢ়িবলৈ পাই কবি অৰৱেলে (Orwell) এবাৰ লিখিছিল —

These pearls of thought in
    Persian Gulf were bred
Each softly lucent like
    a rounded moon
The diver Omar plucked
    them from their bed
Fitzgeral strung them on
    an English thread

কিন্তু বহু সমালোচকে ফিট্জাৰেল্ডৰ ৰুবাইয়াতখন ওমৰ খায়ামৰ ভাবধাৰাৰ লগত অকণো মিল নাই বুলি উপলুঙা কৰিছিল এইবোৰত যেন ওমৰ কাব্যৰ ভাবাদৰ্শ ব্যৰ্থ হৈছিল বুলি তেওঁক কটু বাক্যও প্ৰয়োগ কৰিছিল। কিন্তু ৰাস্কিনৰ নিচিনা বিখ্যাত লিখকে ইয়াৰ উচ্চ প্ৰশ সা কৰিছিল ফিট্জাৰেল্ডলৈ চিঠি লিখিছিল। অৱশ্যে চিঠিখন তেওঁৰ হাতত দহবছৰৰ পাচতহে পৰিছিলগৈ। ওমৰৰ পাচশ চতুৰ্দশপদী কবিতাৰ শাৰী অৰ্থাৎ ৰুবাইয়াতৰ আটাইবোৰ কবিতা ফিট্জাৰেল্ডে অনুবাদ কৰিব পৰা নাছিল সেইবোৰৰ ভাবাদৰ্শ নিপুনভাৱে ৰাখি কিছুমান মূল কবিতাহে ভাঙিছিল। অথচ তাতেই ওমৰৰ জীৱন দৰ্শন মধুৰভাৱে আবেগানুৰাগ আৰু বিশ্বজনীনতা স্পষ্টৰূপে প্ৰকাশ হৈছিল আৰু তাত তেওঁ বিচিত্ৰ মৌলিকতাও আৰোপ কৰিব পাৰিছিল।

ৰুবাইয়াতবোৰ কি? ৰুবি শব্দৰ বহুবচনেই হৈছে ৰুবাইয়াত। ৰুবি হৈছে চাৰিশাৰীৰ এবিধ কবিতা বা শ্লোক। এই চাৰিশাৰী কবিতাৰ প্ৰথম দ্বিতীয় আৰু চতুৰ্থ শাৰীৰ ছন্দৰ মিল থাকিব লাগিব তৃতীয় শাৰীৰ নহলেও হয় কিন্তু সাধাৰণতে ইয়োতো ছন্দৰ মিল থাকে।

## ওমৰৰ দৰ্শন

ইবে্ উল ইফ্টিৰ মতে ওমৰৰ ৰুবাইয়াতৰ গুঢ়াৰ্থ যেন মুছলমান আইন বিৰোধী এবিধ বিষাক্ত সৰ্প। ওমৰৰ সমসাময়িক ভাবুক কবিসকলে ৰুবাইয়াতৰ আচল মৰ্ম আৰু ইয়াৰ প্ৰয়োগ ক ত হৈছে বুজিব পাৰিলেও তেওঁক চুফীসকলৰ শাৰীত স্থান দিবলৈ টান পাইছিল। ওমৰে কিন্তু সকলো শাস্ত্ৰকে নিপুণভাৱে অধ্যয়ন কৰিছিল। চুফীসকলৰ দৰে তেৱোঁ ভগৱানৰ সৈতে একাত্মবোধ অনুভৱ কৰিছিল বিশ্বৰ বৈচিত্ৰ্যৰ লগত ঐক্যৰ সমন্বয় পৰিৱৰ্তনশীল জগতৰ লগত বিভিন্নতাৰ সম্পৰ্ক — তেৱোঁ উপলব্ধি কৰিবলৈ সক্ষম হৈছিল। ওমৰেও বিশ্বাস কৰিছিল যে বিশ্বখনৰ এক অনাবিল ঐক্যধ্বনি আছে

কোনো পৰমপুৰুষৰ জ্ঞানৰ সুঁতিতে যেন আমাৰ জনা নজনাৰ কথাবোৰৰ বাস্তৱ ঢৌ উঠি মাৰ যায়। নৱ প্লেটুবাদী আৰু চুফীবাদীসকলৰ দৰে তেৰোঁ বিশ্বাস কৰিছিল যে পৰমপুৰুষৰ স্বৰূপ প্ৰেমৰ মাজেদিয়েই প্ৰস্ফুটিত। ওমৰে এইখিনিও কবলৈ সক্ষম হৈছিল যে সৌন্দৰ্যই হৈছে বাস্তৱ আৰু সেয়ে হৈছে চিৰন্তন ! সৌন্দৰ্যৰ প্ৰকাশ প্ৰেমৰ পৰিণতিত। অণু পৰমাণুৰ যি আকৰ্ষণ আত্মাই আত্মাৰ যি মিলন খণ্ডৰ মাজেদি অখণ্ডৰ যি প্ৰকাশ — সেয়ে হৈছে বিশ্বৰ বিপুল প্ৰকাশ। তলৰ শ্লোক ফাঁকিতে এই ভাবৰ অভিব্যক্তি স্পষ্টকৈ প্ৰতীয়মান হয় বিশ্বখনেই হৈছে আমাৰ শৰীৰ ! সত্যই হৈছে আত্মা দেৱদূতীসকলেই যেন আমাৰ ইন্দ্ৰিয়ানী সিহঁতেই নিয়ন্ত্ৰণ কৰে আমাৰ অঙ্গ প্ৰত্যঙ্গ গ্ৰন্থীসমূহ ভয় আৰু ভ্ৰান্তি আৰু এই সকলোৰে মূৰ্ত বিকাশত আছে এক বিৰাট — পৰমপুৰুষ।

উপৰোক্ত কথাফাকিৰ দৰে কোনো এজন পৰমপুৰুষ বা কৰ্তাৰ কল্পমূৰ্তিতে আমাৰ মনত উদয় হয় জ্ঞান আৰু সত্য। কিন্তু ইয়াকে উপলব্ধি কৰোতে মানুহে যি সজ আৰু অসজৰ কথা উত্থাপন কৰে সেই যুক্তিৰ প্ৰতি ওমৰে বিদ্ৰুপ কৰিছে। ওমৰ আছিল এজন ডাঙৰ বৈজ্ঞানিক আৰু আনহাতে আছিল তেও বিৰাট দাৰ্শনিক আৰু শ্ৰেষ্ঠ জ্যোৰ্তিবিদ। সজ অসজক লৈ যুজ বাগৰ কৰা চুফী নৈষ্ঠিকসকলৰ লগত তেও মতৰ বিৰোধিতা কৰিছে। তেওঁৰ মতে এনে তৰ্ক অবাস্তৱ আৰু সেইবোৰ সৰ্বসাধাৰণৰ কাৰণে অলীক। তেও কৈছে যে অবিশ্বাসী (Sceptic)আৰু ধৰ্মান্ধসকলে এইবোৰ কথাৰ তৰ্ক জাল নুগুথি — সুখ ভোগকে প্ৰকৃত সত্য বুলি স্বীকাৰ কৰি লোৱা ভাল।

আনহাতে ওমৰে চুফীসকলে ভবাৰ দৰে পৃথিৱীখনক বৰ সুন্দৰ বৰ সুখৰ বুলি ভাবিবলৈ টান পায়। তেওৰ মতে পৃথিৱীখন বহুত সময়ত কদৰ্য আৰু বেমেজালিপূৰ্ণহে। এই পৃথিৱীৰ পাপপূণ্যৰ কথাৰ প্ৰতি তেও বক্ৰোক্তি কৰিছে। নিয়তিৰ পৰিহাসেই যে মানুহৰ ভাগ্যলেখা আকি দিছে সেই কথা তেও বুজিবলৈ টান পায়। চুফীসকলে ভবাৰদৰে ভগৱানৰ ঈৰ্ষান্বিত কোপতে মানুহৰ ভাগ্যচকৰী আৰু শাস্তি ঘূৰিছে সেইবোৰ কথা তেওৰ মানত বহুত সময়ত ঘৃণাসূচক আৰু জঘন্য বুলি ধাৰণা হয়।

পূৰ্বজন্মৰ পাপ পূণ্যক লৈ মানুহে কৰা তৰ্কা তৰ্কিৰ কথা তেও হাঁহি ঠাট্টাৰে কৈছে

তুমি জানো ক ব নোৱাৰা কোনে বাৰু ইয়াত পাপ কৰা নাই? তুমি জানো নাজানা পাপ নকৰা হ লে — তেও এই পৃথিৱীত কেনেকৈ জীয়াই থাকিলেহেতেন? সেই কাৰণে মই যদি পাপ কৰোঁ তুমি যদি তাৰ বাবে শাস্তি দিয়া — তেন্তে তোমাৰ মোৰ মাজত পাৰ্থক্য থাকিল ক ত? তুমি জানো নাজানা? আৰু আন এঠাইত কৈছে আমি আটায়ে নিয়তি হাতৰ পাশা খেলুৱৈ আৰু এইটো নিশ্চিত যে ইয়াবো ওপৰত এজন পাকৈত খেলুৱৈ আছে যি জনে আমাক জীৱনৰ পাশাৰ ঢালত লটি ঘটি কৰি সময় হ লে আন্ধাৰ কক্ষত ভৰাই থৈ দিয়ে। পূৰ্বজন্মৰ কথাৰ প্ৰতি তেও বিদ্ৰুপ কৰি কৈছে

সচা মই সকলো জ্ঞানী মানুহৰ দৰেই মদ খাও মই জানো যে ঈশ্বৰে মোক দোষাৰোপ

নকৰে ভগৱানেও হয়তো জানিছিল মই মদ খামেই গতিকে তেওৰ আদেশ অমান্য কৰো কেনেকৈ? –

সেই কাৰণে তেও কৈছে পাপ পূণ্যৰ কথা লৈ তৰ্ক কৰি লাভ কি? জ্ঞানীসকলে যি কয় কওক আৰু আনে যি সুখ সম্ভোগ কৰিছে কৰক — তাত বাধা নজন্মোৱাই ভাল। এইবোৰ কথা ভাবি নিজকে অসুখী বিষাদিত আৰু নিৰাশাবাদী নকৰাই শ্ৰেয় । মায়া মৰীচিকাৰ কথা ভবাৰ সলনি নিজৰ যুক্তি মৰ্মৰে নিজক সুখী আৰু আমোদী কৰি নোতোলা কিয়? যদি পৃথিৱীখন মায়াময় আৰু খন্তেকীয়া বুলিয়েই ভাবিছা — তেতিয়াহ লে আনন্দ আৰু প্ৰেমৰ পিয়লা হাতত লৈ অসাৰ অলীক কল্পনাৰ কথা ত্যাগ কৰা। আন এঠাইত তেও কৈছে

খায়াম ! তোমাৰ জীৱনটো বেয়া বুলি চকুলো টোকা কিয়? দুখ কৰিবলৈকেনো কি আছে ? বৰঞ্চ আনন্দ কৰা। যি জনে পাপ কৰা নাই তেও ক্ষমা কৰিবলৈকো দাবী কৰিব নোৱাৰে ক্ষমা পাপীসকলৰ কাৰণেহে সৃষ্টি হৈছে— দুখ নকৰিবা।

## ওমৰৰ জ্ঞানৰ প্ৰতি দৃষ্টিভঙ্গী

নীতি বা জ্ঞানৰ প্ৰতি ওমৰৰ দৃষ্টিভঙ্গী অবিশ্বাস আৰু সন্দেহজনক। অনিশ্চয়তা চিৰন্তন সন্দেহ আৰু ঈশ্বৰ বিশ্বাসৰ কথা মানুহৰ কাৰণে চিৰকালেই অমীমাংসিত হৈ আছে। মানুহে এই সন্দেহভঞ্জনৰ কাৰণে যিমানেই তৰ্কজাল নেগাথক লাগে বাস্তৱত সেই সকলোবোৰেই অসাৰ আৰু যুক্তিহীন। এইকবিতা ফাকি ফিট্জাৰেল্ডে ভাঙনি কৰিছে এনেকৈ

Into the Universe and why
not knowing
Nor whence like water
willynilly flowing
And out of it as wind
along the waste
I know not whither
willynilly blowing

তেওৰ ধৰ্মবিশ্বাসত প্ৰত্যয় নাই ! তেও কেতিয়াও মানি নলয় যে মানুহে কষ্ট ভোগ কৰিবলৈ নিয়তিয়ে কপালত লিখি দিছে। এনেবোৰ ধাৰণাত তেওৰ অলপো বিশ্বাস নাই! শাস্ত্ৰৰ উপৰি শাস্ত্ৰ মন্থন কৰি যিমানেই মানুহে জন্ম মৃত্যুৰ কথা উদ্‌ঘাটন নকৰক লাগে — মানুহে কেতিয়াও এইবোৰৰ আবৰণ ভেদ কৰিব নোৱাৰে। এইবোৰ কথাই মানুহক বেচিকৈ বিভ্ৰতহে কৰে। কবি দুৱৰাই ওমৰৰ এই কবিতা ফাঁকি অনুবাদ কৰিছে

এনেকৈ —

একে বাঘজাল কত পণ্ডিতৰ
শুনিলো অশেষ গভীৰ জ্ঞান
ছত্রে ছত্রে শ্লোক কৰিলো মুখস্থ
সকতে আছিল শ্লোকেই ধ্যান
দিনে দিনে জ্ঞান বাঢ়িলে যেতিয়া
শিকিলো আচল কথাটি সচা
জীৱনত মাথোঁ সাৰ সুৰাপান
বাকী সকলোটি তেনেই মিছা।

## ওমৰৰ নিৰাশা আৰু সুখবাদ

ওমৰে গোড়া ধৰ্মান্ধসকলৰ বিপক্ষে সদায় বিদ্ৰোহ কৰিছে। কিন্তু এই বিদ্ৰোহ কৰোতে তেও নিজকে বৰ অসহায় অনুভৱ কৰিছে। কেতিয়াবা তেও নিজতো বিশ্বাস হেৰুৱাই পেলাইছে। তেও নিজকে মন্দিৰ আৰু গীৰ্জাৰ শত্ৰু বুলি অভিহিত কৰিছে। তেও কেতিযাবা আক্ষেপো কৰিছে। আল্লাইনো তেওক কি মাটিৰে গঢ়িলে? এজনী কুষ্ঠচ বেশ্যা এটা নঙঠা ফকিৰৰ দৰেই তেও যেন সকলো আনন্দ বিলাস হেৰুৱাই পেলাইছে। সেইবাবে তেও মানুহৰ প্ৰত্যেক প্ৰযত্নতে এটা অহ কাৰ ভাব দেখিছে আমি যিমানেই আশা আকাঙ্ক্ষা আৰু যশ গৌৰৱৰ কাৰণে যত্ন নকৰো আমি সকলো পানীৰ ফুৎকাৰৰ দৰেই ক ৰবাত বিলীন হৈ যাম। তেও যেন হুমুনিয়াহ কাঢ়িছে সমগ্ৰ বিশ্বৰ মানৱ জাতিৰ শোকাবহ পৰিণতিৰ বাবে। যিসকলে এই শোকাবহ পৃথিৱীখনলৈ আহিছে তেওলোকে মাথোন দুখ আৰু বেদনাহে পাইছে। যিসকল এই পৃথিৱীলৈ একেবাৰেই অহা নাই তেওলোকেই সুখী। কোনোবা যদি আহিছে তেওলোকে ইয়াৰপৰা সোণকালে বিদায় লোৱাই ভাল। এই যে অহা যোৱা ইয়াৰ অৰ্থ কোনেও পোৱা নাই। কিন্তু মানুহ আহি যে জীয়াই থাকিব লাগিব এইটোৱেই হৈছে চিৰন্তন ৰহস্য। মাজৰ এই জীৱনটো কেনেকৈ কটাব লাগিব সেয়ে তেওৰ ৰুবাইয়াতৰ গভীৰ প্ৰশ্ন।

মানুহৰ এই মৰ্মবিধুৰ কথাবোৰৰেই অনুভূতি প্ৰকাশ ওমৰে মধুৰ সুৱলা সুকোমল কাৰুণ্য ভাবত কবিতাৰ ছন্দত ৰূপায়িত কৰিবলৈ সক্ষম হৈছে। পৃথিৱীৰপৰা নি শেষ হৈ যোৱা প্ৰতিটি বস্তুৰ কদৰ্য্য আৰু সৌন্দৰ্যত ওমৰৰ প্ৰাণৰ ব্যাকুল অনুভূতি পাৰ ভাঙি ওলাইছে। ইয়াতেই ওমৰৰ সাৰ্থকতা — ৰুবাইয়াতৰ কমনীয়তা। — ইয়াতেই আছে তেওৰ কাব্যৰ প্ৰাচুৰ্য্য।

ওমৰৰ উপৰোক্ত নিৰাশভাবৰ কথাবোৰ অৱশেষত ৰুবাইয়াতৰ ছত্ৰবোৰৰ সুখবাদৰ আস্বাদনত বিলীন হৈ গৈছে। এই দাৰ্শনিক ভাবকে Epicureanism বুলি অভিহিত

কৰিব পাৰি। তেওঁ নিজেই কৈছে মই জানো যে মোৰ জীৱনটো দুদনৰ কাৰণে — তাকো প্ৰৱল ঝৰণাৰ সোঁতৰ দৰে উধাতু খাই কৰবালৈ লৰি গৈছে। কিন্তু এই যে এদিন — দুদিন কেনেকৈ আহিছো কলৈ গৈছোঁ তালৈ ভ্ৰুক্ষেপ কৰিবলৈ মোৰ সময় নাই। এই খন্তেকীয়া পৃথিৱীখনৰ অহংজীৱনবোধৰ যদি সত্যাসত্য বিচাৰা তেতিয়া হ'লে একোকে নোপোৱা। সেইবাবেই জীৱনৰ একমাত্ৰ সাৰ গোলাপী ওঠৰ পৰশ আৰু আঙুৰ ৰসৰ আস্বাদন

সেই নিৰলাত থাকিম নিজানে
কাষত তোমাৰ মধুৰ গান
ৰুটি এটুকুৰা সুৰাৰ পিয়লা
কবিতা কুৱৰী আকুল প্ৰাণ।

সেইকাৰণে তেওঁ কৈছে

আজিয়েই দিয়া কালিলৈ কিয় —
কোনে জানে কাৰ কালি কি হ ব
হাজাৰ হাজাৰ বছৰ বিয়পা
হয়তো অতীতে সামৰি থ ব।

মানুহে সুখ দুখ ভয় জৰা মৃত্যুৰপৰা হাত সাৰি থাকিবলৈ হ'লে একমাত্ৰ সুৰাপানেই সাৰ। সেয়ে তেওঁ কৈছে জীৱনত মাথোঁ সাৰ সুৰাপান বাকী সকলোটি তেনেই মিছা।

এই ৰুবাইয়াতৰ যোগেদিয়েই ওমৰ খায়ামৰ অন্তৰৰ সকলো উদাৰতা সৰলতা আৰু মনৰ কৌতুকতা উদ্‌ঘাটন কৰি মানৱ জাতিক প্ৰেমৰ বাণীৰে অভিবাদন জনাইছে। এই জটিল পৃথিৱীখনক সহজভাৱে গ্ৰহণ কৰি জৰা মৃত্যুৰ তাড়নাৰ কথা পাহৰি মানুহক আনন্দৰ কৰ তালি দিবলৈ আহ্বান কৰিছে। আনকি তেওঁ ইয়াকো কবলৈ দ্বিধাবোধ কৰা নাই যে মই যদি নিজে আল্লা হ লোহেতেন এই পৃথিৱী এই আস্মান এই ব্ৰহ্মাণ্ডখন নতুন ৰূপেৰে সৃষ্টি কৰি মানুহক আত্মাৰ পৰিতৃপ্তিৰে সুখকেই আস্বাদন কৰিবলৈ দিলোহেতেন!

# ওমৰ তীৰ্থ

## হেম বৰুৱা

গান্ধীজীৰ মতে No country can be a nation with a race of translators কথাটো বহু দূৰ সচা। গান্ধীজীৰ এই কথাষাৰত ডাঙৰ এটা অৰ্থ সোমাই আছে। সেই বিষয়ে আমি আলোচনা নকৰো। আলোচনা কৰিবলৈ হ লে ১৯১৬ চনৰপৰা মাহমানৰ জনাৰ জীৱন ফহিয়াই চাব লাগিব।

দৰাচলতে নিজস্ব সৃষ্টি প্ৰতিভাৰ জৰিয়তেহে জাতি একোটা ডাঙৰ হয়। ডক্টৰ ৰাধাকৃষ্ণনৰ ভাষাতে আনৰ ভাষাতে আনৰ উক্তি নাইবা গান্ধীজীৰ মতে আনৰ ব্ৰটিশু কাকতৰ টোকাৰ জৰিয়তে নহয়। তথাপি আনহাতে চাবলৈ গলে ভাঙনি সাহিত্যৰ আৱশ্যক দলিয়াই পেলাব নোৱাৰি। ভাঙনিয়ে জাতি একোটাৰ সাহিত্য চহকী কৰাৰ উপৰিও ন ন বাটৰ বতৰা দিয়ে। উদাহৰণস্বৰূপে টকিঅ বিশ্ববিদ্যালয়ৰ অনুপ্ৰেৰণাত গঢ়ি উঠা নতুন জাপানী সাহিত্যৰ কথা কব পাৰি। আধুনিক সাহিত্য জগতত ইখন দেশৰ সিখনৰ ওপৰত প্ৰভাৱ যথেষ্ট। এই ক্ষেত্ৰত ৰুছদেশৰ সাহিত্যৰ কথা ক ব পাৰি। ৰুছদেশৰ সাহিত্যৰ প্ৰভাৱ আজি পৃথিৱী জুৰি পৰিছে। ছেকভ পুস্কিন টলষ্টয় ছ লক ভ আদিৰ ভাঙনিয়ে বিশ্বজোৰা খ্যাতি অৰ্জন কৰিছে। সেইদৰে ৰবীন্দ্ৰনাথৰ ভাঙনিয়ে প্ৰাচ্যৰ প্ৰতিভাৰ পোহৰ পাশ্চাত্য জগতত পেলাইছে। ই জাতি বিশেষৰ দাৰিদ্ৰ নুবুজায় বিৰাট জীৱন শক্তিৰ কথাহে কয়।

ভাল পুথি ৰচনা উচ্চ ধৰণৰ সাহিত্য সৃষ্টি জাতি একোটাৰ প্ৰতিভাৰ জোখকাঠি? গতিকেই বেলেগ দেশৰ সাহিত্যৰ লগত জাতি বিশেষৰ অপৰিহাৰ্য্য। আনহাতে ভাঙোতাজনৰ কথা ভাবিবলগীয়া। ভাঙোতাৰ প্ৰতিভাৰ ওপৰত ভাঙনিৰ বহুখিনি কৃতকাৰ্যতা নিৰ্ভৰ কৰে। নহলে নিউমেনৰ ভাষাৰে কবলৈ হ লে ভাঙনিৰ যোগে সৌৰভ বিতৰণ অসম্ভৱ হব। প্ৰত্যেক ভাষাৰে এটা মৌলিক ব্যক্তিত্ব আছে নিজস্ব বচন ভঙ্গিমা আছে মূলৰ ওপৰত ভাঙনিৰ বচন ভংগিমাৰ সাচ পৰে সচা কথা। তথাপি মূলৰ বিষয় বস্তু যাতে ক্ষুণ্ণ নহয় সেইফালে ভাঙোতাই চোকা চকু ৰখা উচিত। এনে ভাৱে ভাঙিলেহে মূলৰ সৌৰভ নষ্ট নহয়। তেতিয়াহে ভাওনাৰ সাজে ভাৱৰীয়াৰ মৌলিক ৰূপ নষ্ট নকৰাৰ দৰে ভাষাৰ বাহনে মূলৰ ৰূপ নষ্ট নকৰাকৈ এৰিব।

ভাঙনি সহজ কথা নহয়। বিশেষকৈ কবিতাৰ ভাঙনি। ভাব আৰু ছন্দৰ অনুকৰণ কৰিব পাৰিলেও মূল কবিতাৰ প্ৰাণবস্তু ভাঙনিলৈ আনিব পৰাটো সহজ নহয়। এই প্ৰস গত কোনো কোনোৱে ফিট্‌জেৰাল্ডৰ ওমৰ খায়াম বা প পৰ ইলিয়াড কাব্যৰ কথা কব পাৰে। আচলতে এই দুখন ভাঙনি নহয়। মূলৰ আলম লৈ নতুন সৃষ্টিহে। দুৱৰাৰ ওমৰ তীৰ্থ ৰ গাতো কথাষাৰ ভালেখিনি খাটে। ভাঙনিত স্পিন জাৰ দৰ্শন বা টলষ্টয়ৰ উপন্যাসৰ ৰূপ নেহেৰায়। কবিতাত হেৰায়। কাব্যিক সত্যৰ ৰূপ বৈজ্ঞানিক

সত্যৰ লেখীয়া নহয়। কোনো কোনোৱে কবিতাৰ ভাবাত্মৰ ওপৰত বেছি জোৰ দিয়ে। উদাহৰণস্বৰূপে শ্যেলী আৰু মেথিউ আৰ্ণল্ডৰ কথা কব পাৰি। যেনেকৈ শব্দৰ সমষ্টিয়েই কবিতা নহয় তেনেকৈ ভাবৰ সমষ্টিয়েও কবিতা নুবুজায়। ইয়াকে হোৱা হ লে ইংৰাজী সাহিত্যৰ জৰ্জিয়ান যুগৰ কবিতাবোৰ ওখ চাপৰ বস্তু হ লহেঁতেন। শব্দৰ বিশেষ সাজ আছে বাবেই কবিতাৰ ভাঙনি টান। শব্দৰ বান্ধে ললিত ধ্বনি সৃষ্টি কৰে।

অংক শাস্ত্ৰৰ ভাঙনি সহজ। আঁঠ যোগ ন সমান সোতৰ। যি কোনো ভাষাৰ শব্দৰ সহায়েৰে এই একেটা সত্যকে অকণো হীনডেটি নঘটোৱাকৈ প্ৰকাশ কৰিব পাৰি। অংক শাস্ত্ৰৰ শব্দ একোটা অৰ্থব্যঞ্জক চিন। ই অনুভূতিধৰ্মী চিত্ৰধৰ্মী নাইবা প্ৰতীকধৰ্মী নহয়। বিজ্ঞানৰ প্ৰাণবস্তু অ ক। কবিতাৰ হৈছে সৌন্দৰ্য্য যোগ সত্য। বিজ্ঞানে বিচাৰে গণিত কবিতাই বিচাৰে সংগীত।

প্ৰতিভাৰ অভাৱত ভাঙনি সাহিত্য পঢ়াশালীৰ ছাত্ৰৰ অভিধান প্ৰণোদিত অনুবাদ হোৱা যেন লাগে। বচন ভংগী প্ৰকাশ ভংগী উপলব্ধি শক্তি ইত্যাদিৰ অভাৱত বহুত সময়ত ভাঙনি নষ্ট হয়। ভাঙনিৰ অৰ্থ কছু বা ছুইডেনৰ আঙ্গা অসমীয়া কাঁহীত সজাই দিয়াতো নহয়। ইয়াৰ বাবে প্ৰয়োজন প্ৰতিভা আৰু মৌলিক শিল্পানুৰাগ। ইংৰাজ কবি ড্ৰাইডেনে প্ৰায়ে লেটিন ভাষাৰপৰা ইংৰাজী ভাষালৈ ভাঙিছিল। তেওঁৰ মতে ভাঙোতাই মূলভাষাৰ প্ৰত্যেকটো শব্দ ভাব প্ৰবচন ইত্যাদিৰ বিষয়েও জনা উচিত। তেহে ভাঙনি মনোৰম হয়।

অসমীয়া ভাঙনি সাহিত্যৰ ওজা যতীন দুৱৰা আৰু আনন্দচন্দ্ৰ আগৰৱালা। দুয়োজন শিল্পী কবি। যি কৌশলেৰে বৈষ্ণৱ যুগত মাধৱদেৱে সংস্কৃত সাহিত্যৰ বছা বছা ফুলেৰে অসমীয়া সাহিত্য ফুলনিৰ জেউতি চৰাইছিল সেই একে কৌশলেৰে যতীন দুৱৰাই ভাঙনিৰ জৰিয়তে অসমীয়া সাহিত্যৰ পৰিসৰ বঢ়াইছে।

দুৱৰাৰ ওমৰ তীৰ্থ' নিচাপুৰৰ কবি ওমৰ খায়ামৰ ভাঙনি। অলপতে ইয়াৰ দ্বিতীয় স স্কৰণ ওলাইছে। সাহিত্যামেদী সমাজত ওমৰ তীৰ্থ'ই যথোচিত সমাদৰ পাইছে। দুৱৰাৰ ভাঙনিত মূলৰ কঠিন আৱৰণ হেৰাই যায়। সেইবুলি প্ৰাণ নেহেৰায়। এইজনাৰ ভাঙনি ডা কাকতিৰ ভাষাতে বুকুৰ তপত তেজেৰে উম দিয়া। দুৱৰাৰ কাব্য প্ৰতিভা অনুভূতিমূলক। শব্দধ্বনি নিমজ আৰু স্বচ্ছল। ওমৰ তীৰ্থ' ৰ নিবেদনত আছে 'কবিয়ে নিজৰ প্ৰাণৰ বীণত এনে এটা সুৰ বজায় যি সুৰ গোটেই মানৱ জাতিৰ হৃদয়ত প্ৰতিধ্বনিত হয় এই বিশ্বজনীন সুৰ যাৰ প্ৰাণত বাজে সেয়ে কবি।

দুৱৰা সাহিত্যমেদী। ওমৰ তীৰ্থ''ই কথাষাৰৰ সত্যতা প্ৰমাণ কৰে। বঙালী সাহিত্যত ৰুবাইয়ত ৰ কেবাটাও ভাঙনি আছে। অন্তত তিনিটা। ওমৰৰ স্বপ্নকথা ইত্যাদি। গতিকে ইটোৰ লগত সিটো ৰিজাই চাব পাৰি। অসমীয়া সাহিত্যত নাই, অধ্যাপক ৰায়হান শ্বাহে ছাত্ৰাৱস্থাত মূল ফাৰ্চীৰপৰা এক অংশ ভাঙি সেই সময়ৰ কলেজ মেগাজিনত প্ৰকাশ কৰিছিল। ই সম্পূৰ্ণ নহ ল।

দুৱৰাই 'নিবেদন ত ওমৰৰ কাব্য প্ৰতিভাৰ আংশিক চিনাকি দিছে। এইজনা কবিৰ জীৱনী পোৱা টান। অৱশ্যে কবিতা যে ওমৰৰ জীৱনৰ পেচা নাছিল সেই বিষয়ে কোৱাটো সহজ। ওমৰ আছিল বৈজ্ঞানিক জ্যোৰ্তিবিদ পণ্ডিত। আকাশৰ গ্ৰহ নক্ষত্ৰৰ নীৰিক্ষণত ব্যস্ত।

শুনো মুখে মুখে জ্যোতিষত হেনো
অসামান্য মোৰ প্ৰতিভা জ্বলে।
পুৰণা বিধান এৰি সকলোৱে
মোৰ বিধানকে আদৰি ললে।

ওমৰ খায়ামে কবিতা ৰচনা কৰিছিল এৰাধৰাকৈ আজৰি সময়ত। ৰুবায়ত বৈজ্ঞানিকৰ এৰাধৰা প্ৰচেষ্টাৰ বস্তু। কেতিয়াবা এটা ষ্টেঞ্জা, কেতিয়াবা আন এটা বা দুটা বা কেইবাটাও। আইনষ্টাইনে কবিতা লিখে নে নাই নাজানো। ক ৰবাত দুই এজন বৈজ্ঞানিকে দুটা কবিতা লিখা উদাহৰণ তেনেই তাকৰ নহয়। আজিলৈকে অৱশ্যে এজনো ওমৰৰ শাৰীলৈ আহিব পৰা নাই।

ওমৰৰ কবিতা মানৱ জীৱনৰ বিষয়ে ৰচিত ইলিজি বা শোক সংগীত। ৰবি ঠাকুৰৰ গীতাঞ্জলী ৰ পূৰ্বে ৰুবায়ত ৰ লেখীয়াকৈ প্ৰাচ্যৰ কোনো কবিতাই পাশ্চাত্য জগতত আলোড়ন তুলিব পৰা নাছিল। ওমৰৰ কবিতা বেলেগ বেলেগ সমালোচকে বেলেগ বেলেগ পৰ্যায়ত পেলাব খোজে। আধ্যাত্মিক দাৰ্শনিক মিষ্টিক ৰোমাণ্টিক পলায়নবাদী ইত্যাদি। ই যিয়েই নহওক ওমৰৰ সুৰ ব্যক্তিগত। তথাপি ইয়াৰ সৌৰভ বিশ্বজনীন। ইয়াত মানৱ জাতিৰ হৃদয়ৰ অব্যক্ত অথচ অতি কৰুণ সুৰটো মিনাৰৰ গাৰ মণি মুকুটাৰ দৰে উজ্জ্বল হৈ আছে। এই সুৰ বিশ্বজগতৰ। ওমৰৰ কবিতাত শঙ্কৰাচাৰ্যৰ মায়াবাদ ৰ লেখীয়া উচ্চ দৰ্শন নাই। ইয়াত আছে আলহী ঘৰ ৰ দৰ্শন। এই দৰ্শনে সৃষ্টি কৰা ক্ৰিয়া প্ৰতিক্ৰিয়া।

ওমৰৰ দৰ্শন ডি এম দ লবেইন্ নামৰ কবি এজনে Wine of Omar Khayam বোলা কবিতাটোত বঢ়িয়াকৈ বৰ্ণাইছে।

No, just because we have no life but this
Turn it to use be noble while you can
Search helf create
Then pass into the light

কবি অদৃষ্টবাদী ভৱিষ্যত এন্ধাৰৰ গৰ্ভত। ধুৱলি কুৱলি।

আজিয়েই দিয়া
কালিলৈ কিয়। ইত্যাদি।

কোনো কোনোৱে ৰুবায়তক ৰোমাণ্টিক কবিতাৰ পৰ্যায়ত পেলাব খোজে। প্ৰিয়া প্ৰকৃতি আৰু সুৰা একেলগে থকাৰ বাবে কেনে ধৰণৰ ই ৰোমাণ্টিক কবিতা কৰ

নোৱাৰি। প্ৰিয়া বা প্ৰকৃতিৰ উল্লেখে কবিতাৰ ৰূপ সলাই কেনেকৈ? সেয়ে যদি হয় তেন্তে ৰুটি এটুকুৰা উল্লেখ থকা বাবে ইয়াক প্ৰগতিশীল কবিতাৰ পৰ্যায়ত পেলাব নোৱাৰি কিয়? ইয়াত জীৱনৰ অৰ্থনৈতিক প্ৰয়োজনৰ কথা আছে গতিকে ই প্ৰগতিশীল কবিতা। এনেধৰণৰ যুক্তিৰ মূল্য তাকৰ । ওমৰ খায়াম ৰোমাণ্টিক কবিতা । এইখিনিতেই প্ৰশ্ন হয় ই কেনেধৰণৰ ৰোমাণ্টিক কবিতা? নিশ্চয় ই বিদ্যাপতীয় বা সুৰদাসীয় ৰোমাণ্টিকতা নহয়। উৰ্দ্দু ফাৰ্চী ইত্যাদি কবিৰ ৰোমাণ্টিকতা অলপ বেলেগ গোষ্ঠী ৰ। উৰ্দ্দু ফাৰ্চী কবিয়ে লাখ লাখ যুগ হিয় হিয় বাৰ্থনু এনেধৰণৰ অত্যুক্তিৰে অন্তৰ ব্যথা কমাব নোখোজে। সাধাৰণতে এওলোকৰ ৰোমাণ্টিকতা কৰুণ ৰসাত্মক বা অতিন্দ্ৰীয়বদী নহয়। ই পাৰ্থিৱ বহুখিনি বিদ্ৰোহমূলক। ওমৰৰ কবিতা সমাজ আৰু নিয়তিৰ বিৰুদ্ধে বিদ্ৰোহ। বিৰহী ওমৰে লাখ লাখ যুগ ধৰি তপস্যা কৰিব খোজা নাই। বাৰিষাৰ মেঘৰ কথা ভাবি কোনোবা চিৰন্তন ৰহস্যময়ী প্ৰিয়াৰ বিৰহত কবি উদ্বাউল হব খোজা নাই। কবিয়ে দুখ বেদনা সুৰাৰ সোঁতত উটুৱাই দিব খোজে ' চোৰাহি' উবুৰিয়াই — ওমৰে মৰণৰ কল্পনা কৰিছে। এই মৰণৰ কল্পনা হুইটমেন বা ৰবীন্দ্ৰনাথৰ ধৰণৰ নহয়। মৃত্যু প্ৰেমিকাৰ সৈতে নিৰৱচ্ছিন্ন মিলনৰ আশা নহয়। ওমৰৰ চকুত মৃত্যুৰ অৰ্থ সকলো জ্বালা যন্ত্ৰণাৰ অৱসান ক্ৰুৰ নিয়তিৰ চক্ৰান্তৰপৰা মুক্তি।

আঙুৰ ৰসৰ ৰাঙলী ৰসেৰে
পাহৰোৱা সখী অতীত বেথা

জীৱনত মাথো সাৰ সুৰা পান
বাকী সকলোটি তেনেই মিছা।

ওমৰৰ সুৰা জীৱন আধাত্মিকতাৰ নিচা। সাক্ষী একেলগে কবিতা আৰু সৌন্দৰ্য।

ফিট্‌জাৰেল্ডৰ ই ৰাজী আৰু নিকোলাছৰ ফৰচী ভাঙনিয়ে ওমৰ খায়াম বেছি জনপ্ৰিয় কৰি তুলিছে। দুৱৰাৰ ওমৰ তীৰ্থ সম্ভৱত ফিট্‌জাৰেল্ডৰ ছাঁৰপৰা ৰচনা কৰা হৈছে। পাৰস্যজাতীয় সাহিত্য সম্বন্ধে ফিট্‌জাৰেল্ডৰ জ্ঞান যথেষ্ট আছিল। কবি হিচাপে তেওঁ ওখ খাপৰ বুলি কোনো কোনোৱে কব খোজে। কথা সচা মিচা ঠিৰাংকৈ কোৱা টান।

ৰিক্‌টাৰৰ ভাঙনিয়ে কাৰ্লাইলৰ ওপৰত প্ৰভাৱ বিস্তাৰ কৰিছিল। সেইদৰে ওমৰৰ ভাঙনিয়ে অলক্ষিতে দুৱৰাৰ কবি জীৱনৰ ওপৰত প্ৰভাৱ পেলাইছিল। দুয়োজনা কবিৰ এটা অন্তৰ মিলন আছে। এই অন্তৰ মিলনে ভাঙনি স্বভাৱগত কৰিছে। এটা আভ্যন্তৰীণ সামঞ্জস্য আনি দিছে।

ছন্দ প্ৰয়োগৰ ফালৰপৰা চাবলৈ হ লে দুৱৰাৰ ছন্দৰ গতি ক্ষিপ্ৰ। লয়লাস সোৱাদ লগা যদিও উৰণীয়া। ইয়াত আছে কিশোৰীৰ চঞ্চল পদধ্বনি। এনে ছন্দৰ জৰিয়তে ৱৰ্ডছৱৰ্থৰ লুচি ৰ ভাঙনি ভাল হ লহেতেন। মূল ছন্দৰ গতি ধীৰ মন্দাক্ৰান্তা প্ৰায়।

এইখিনিতেই ওমৰ তীৰ্থ' আৰু ওমৰ খায়াম ৰ পাৰ্থক্য।

সৌযে দেখিছা গোলাপী কুঁৱৰী
ঢালিছে ৰঙেৰে সুধাৰ ধাৰা
কয় হাঁহি হাহি পাহি মেলি মেলি
চোৱা মোৰ হিয়া চেনেহে ভৰা। "ইত্যাদি।

তথ্যৰ গাম্ভীৰ্য বা নিষ্ফলতাৰ কাৰুণ্য ভাঙনিত লুইতৰ দৰে দ নহয়। শিলনিৰ নিজৰাৰ দৰে ই চঞ্চল। ওমৰ তীৰ্থ'' নাচি বাগি ফুৰা পৰ্বতীয়া জুৰি ওমৰ খায়াম পৰ্বত বাগৰি অহা ভৈয়ামৰ বৰ নৈ।

যতীন্দ্ৰনাথ দুৱৰাৰ ভাঙনিত মূলৰ কঠিন আৱৰণ হেৰাই যায়। সেইবুলি প্ৰাণ নেহেৰায়। দুৱৰাৰ ভাঙনি ডক্টৰ কাকতিৰ ভাষাতে বুকুৰ তপত তেজেৰে উম দিয়া। তেওঁৰ কবিতা অনুভূতিমূলক। শব্দধ্বনি নিমজ আৰু স্বচ্ছল। দুৱৰাৰ সপোনৰ সুৰ শ্যেলীৰ মিউটে বিলিটি ৰ ভাঙনি। শ্যেলীৰ কাব্য জীৱনৰ লগত এইজনা কবিৰ যথেষ্ট মিল দেখা যায়। গতিকেই বেজবৰুৱাই দুৱৰাক অসমীয়া শ্যেলী আখ্যা দিছিল। এইজনা কবিৰ কাব্যভাৱ বিষাদ। শ্যেলীৰ কবিতাৰো বিষাদ।

The flower that smiles today
Tomorrow dies
All that we wish today
Tempts and then flies

শ্যেলীৰ কবিতাই বিৰহী কবি দুৱৰাৰ প্ৰাণত ধ্বনিৰ সৃষ্টি কৰিছিল। আজি মোৰ হহা ফুলপাহি কালিলৈ লেৰেলি শুকায় । ইয়াত কবিৰ বুকুৰ শব্দ ধ্বনিত হোৱা শুনা যায়। মূলৰ ধ্বনিয়ে ইমান দূৰ অনুকম্পাৰ সৃষ্টি নকৰে। দুৱৰাৰ তোমালৈ বোলা কবিতাটো শ্যেলীৰ লাইন্স টু এন ইণ্ডিয়ান এয়াৰ ৰ মুকলি ভাঙনি। কবিতাটো মূলতকৈ অধিক সোৱাদ লগা হৈছে যদিও ইয়াত মূলৰ গাম্ভীৰ্য নাই অনুভূতিৰ তীক্ষ্নতা আছে। নাৱৰীয়া নামৰ দুৱৰাৰ কোমল অনুভূতিৰ তিনিটা কবিতা আছে। শেষৰটো কবিতা নাৱৰীয়া গ টেনিছনৰ ক্ৰছিং ডি বাৰ ৰ মুকলি ভাঙনি। দুৱৰা সাহিত্যামেদী । ওমৰ খায়াম ৰ ভাঙনি ওমৰ তীৰ্থ'ই কথাষাৰৰ প্ৰমাণ যোগায়। ইয়াৰ মূল ফিট্‌জাৰেল্ডৰ কবিতা। ওমৰ খায়াম ৰ বঙালী ভাষাত কেইবাটাও ভাঙনি আছে। ওমৰৰ স্বপ্নকথা ইত্যাদি। অসমীয়াত নাই। অধ্যাপক ৰায়হান শ্বাহে মূল ফাৰ্চীৰপৰা এছোৱা ভাঙি কটন কলেজৰ আলোচনীত প্ৰকাশ কৰিছিল। ই সম্পূৰ্ণ নহ ল। ওমৰ তীৰ্থ'ৰ ছন্দত চপলা কিশোৰীৰ চৰণ ধ্বনি আছে। তথ্যৰ গাম্ভীৰ্য বা নিষ্ফলতাৰ কাৰুণ্য কবিতাটোত লুইতৰদৰে দ নহয় পৰ্বতীয়া জুৰিৰ দৰে চঞ্চলহে।

সেই নিৰলাত বহি অকলে
কাষত তোমাৰ মধুৰ গান

কটি এটুকুৰা সুৰাৰ পিয়লা

কবিতা কুৱৰী আকুল প্ৰাণ। ইত্যাদি।

ওমৰৰ ৰুবায়ত মানৱ জীৱনৰ বিষয়ে ৰচিত ইলিজী বা শোক সঙ্গীত । ৰবীন্দ্ৰনাথৰ গীতাঞ্জলী ৰ পূৰ্বে ৰুবায়ত ৰ লেখীয়াকৈ প্ৰাচ্যৰ কোনো কবিতাই পাশ্চাত্যত আলোড়নৰ সৃষ্টি কৰিব পৰা নাছিল। জাৰ্মান সাহিত্যিক ৰিক্টাৰৰ ভাওনিয়ে কাৰ্লাইলৰ ওপৰত অলক্ষিতে প্ৰভাৱ বিস্তাৰ কৰাৰ দৰে ওমৰৰ ভাওনিয়ে দুৱৰাৰ ওপৰত প্ৰভাৱ বিস্তাৰ কৰিছিল। উদাহৰণস্বৰূপে দুৱৰাৰ আপোন সুৰ ৰ কথা উল্লেখ কৰিব পাৰি প্ৰাণ আৰু অনুভূতি সমজাতীয়। দুৱৰাৰ গাৱলীয়া দৃশ্য গ্ৰে ৰ ইলিজীৰ আংশিক ভাওনি।

দুৱৰাৰ অনুপ্ৰেৰণাৰ সুৰ সীমাবদ্ধ সৰোবৰ নহয় — ই ব্যাপক। মিলন বোলা মিষ্টিক কবিতাটোত হাফিজৰ সুৰ ধ্বনিত হোৱা শুনা যায়। আনকি অতীতক নেযাবা পাহৰি ৰ মাজতো সেই একে সুৰকে ৰিণিৰিণি শুনা যায়। 'শূন্য পৰিচয় ৰ বিষয়েও একে কথাকে ক ব পাৰি। শ্যেলী আৰু টেনিছনৰ প্ৰভাৱ জীৱনৰ কাঁইটীয়া বন ।

সন্ধিয়াৰ আকাশৰ সৰু তৰাটিৰ সাদৰৰ শেষ আৱাহন । ইত্যাদি।

# দুৰ্ৰৰাৰ "আপোন" সুৰ

## শ্ৰীযতীন্দ্ৰনাথ গোস্বামী

কবি জীৱনৰ যি অভিজ্ঞতা সেয়েই হৈছে আপোন সুৰ। স্ংসাৰৰ ঘাত প্ৰতিঘাতত পৰি কবিয়ে স সাৰ মৰুভূমিৰ মাজত দুখ সুখ সকলো সামৰি লৈ নিৰ্য্যাতন পথত অন্তৰ কপাই যি সুৰ ধ্বনি তুলিছে সেযে আপোনাৰ সুৰ। সংসাৰৰ সকলো সৌন্দৰ্য শান্তি কবিৰ ভোগৰ পৰা আঁতৰাই নিলেও কবিয়ে নিৰাশাত উটি বুৰি নেযায় গ্ৰহতৰাই তেওক আদৰ কৰিব।

নিয়া মোৰ ফুল পাহি বুকু শুদাকৰি
মালতীৰ মালা নিয়া খোপা সোলোকাই
ধুনীয়া জোনাক ৰাতি যোৱা আগবাঢ়ি
তৰাৰ হাহিৰে নিয়া বাট দেখুৱাই।

প্ৰেমিক কবিৰ বুকু উদ্ কৰি সৌন্দৰ্যৰ সফুৰা ফুলপাহি নিলেও সৌন্দৰ্য ৰূপিনীৰ (মোৰ মতে মালতীৰ মালাই নাৰীৰ খোপা শোভা কৰে এতেকে সৌন্দৰ্য ৰূপিনী) অঙ্গ সৌষ্ঠৱ কাঢ়ি নিলেও কবিযে জোনৰ কোমল কান্তি ত তৰাৰ সকীযনি পাব। তৰাৰ হাহিৰ কথাষাৰিৰ লগত টেনিচনৰ উদ্ধৃত শাৰী যেন খাপ খাই পৰে।

Star that gildest yet this phantom shore (to Virgil) পাহৰা সুৰ কবিতাটি পঢ়িলে ৰবিঠাকুৰৰ পৰশ পাথৰ (ক্ষ্যাপা খুঁজে খুঁজে পৰশ পাথৰ) কবিতালৈ মনত পৰে। মুকলি পথাৰত কবিৰ মনত পৰিল ল ৰালিৰ ল ৰা খেলা উদাস প্ৰাণৰ মেলা এনে চিন্তাত মগ্ন হৈ থাকোতে কবিৰ যেন কি এটি হেৰাল। এই পাহৰা সুৰটি নানা সৌন্দৰ্যৰ ভিতৰেদি জীৱনক গভীৰ ভাৱে স্পৰ্শ কৰিছে— বাস্তৱ সত্য এৰি কল্পনাৰ ( মনৰ মাজতো নাই ) আলমত তাক অন্বেষণ কৰিবলৈ গলে কোনো দিন তাক বিচাৰি পোৱা নহ্ ব। সন্ধিযাৰ সুৰৰ গ্ৰন্থ কৰ্ত্ৰীয়ে কবৰ দৰে কোনেনো সদায মাতে আকুল উদাস সুৰে কোন দূৰ সুদূৰৰ পৰা কবিয়ে যেন এটি আকৰ্ষণ অনুভৱ কৰিছে। সেযে অনন্তত লীন কবিৰ সৌন্দৰ্যৰ চৰম সীমা তেতিযা হৃদয মুকলি হ্ ব পবিত্ৰ কিৰণ পৰি।

জীৱনৰ সুৰ ত কবিযে বাইৰণৰ দৰে নিৰ্জ্জনতাপ্ৰিয় হৈ অকলশৰে অন্তৰৰ গীত ৰচি জগতৰ মাজত হৃদয বিচাৰি সুৰবোৰ বিলাই দিলে। ৰবি ঠাকুৰৰ এয়ে হৃদয দিয়ে হৃদি অনুভৱ। দ্বিতীয় এখন অন্তৰ বিচাৰি কবিযে হৃদয মুকলি কৰি দিলে। তথাপি কবিয়ে সুৰবোৰ মেলি দি জগতৰ মাজত প্ৰতিধ্বনি বিচাৰি নেপালে সেই কাৰণে—

এটি এটি জুই ফিৰিঙটি
দূৰতেহে দেখি বিতোপন।

(of Distant buds enchantment to the view) বাস্তৱতাত কবিয়ে আঘাত পালে বিধিয়ে তেওক হাহিলে এটি শূন্য প্ৰতিধ্বনিৰ সূচনা হ্ ল। সেয়েহে জগতত হৃদয় নেপাই কবিয়ে নিজে সান্ত্বনা লভিবৰ মনে বিষাদৰ বাহী বজায়। দুৰৰা কবিতাৰ কাৰুণ্যৰ

এয়ে এক স্তৰ। এই কাৰুণ্যই দুৰ্ব্বাৰ সকলো কবিতাত বিয়পি গৈছে। যি সৃষ্টি স্থিতি প্রলযৰ গৰাকী যাৰ বিকাশ এই বিশ্ব ব্রহ্মাণ্ড কবিয়ে সেই তুমিকেই অনুনয় বিনয় কৰিছে। সেই সুন্দৰকে কবিয়ে বিচাৰি ফুৰিছে কিন্তু—

খোজ ললো আপোন পাহৰি
তুমি মোৰ চকুৰ আগত
কাষ চাপি আহিলো যেতিয়া
তুমি মোৰ প্রাণৰ মাজত।

শ্যেলীৰ দৰে I have fallen on the thorns of life জীৱনৰ কাৰুণ্যতে ক্লিষ্ট হৈ কবি দুৰ্ব্বাই কামনা কৰিছে

প্রাণ মোৰ পৰিছে ভাগৰি
আথে বেথে তুলি লোৱা মোক।

যাতনাত কাতৰ হৈ কবিয়ে শান্তি লভিবৰ মনেৰে সেই সুন্দৰকে আহ্বান কৰিছে যাৰ আগত তেও দুখ সুখৰ কাহিনী ক ব পাৰিব আৰু মৰণৰ আগতে যাৰ একণি কৃপাই কবিৰ প্রাণত শান্তি দিব কিন্তু সমুখত বহল সংসাৰ (bivouac of life) আৰু স্‌সাৰখন সুখ দুখৰ খনি। ঈশ্বৰৰ স্নেহেই কাম্য কবিৰ কামনা। দুৰ্ব্বাই সেই কামনাকে এই কবিতাত বিচাৰিছে অৱশ্যে অসহায়ত। কবিয়ে ঈশ্বৰ প্রেমৰ এতিয়াও অধিকাৰী হ ব পৰা নাই তেন্তে জীৱনৰ সকলো কাম অসম্পূর্ণ হৈ থাকিব— বুকুৰ মাজত শোকৰ ধাৰাটি বব ? কবি এনে সীমাত উপনীত হৈছেহি য ত অনিশ্চিত মুহূর্ত্তত মৃত্যুৰ শীতল অন্ধ আৱৰণে জীৱন গ্রাসি পেলাব। কবিয়ে এই জীৱনৰ সকলো অৱস্থাকে বিশ্বাস কৰে কিন্তু এই জীৱনৰ পাচত কি জীৱন আছে কবিয়ে কব নোৱাৰে।

ইয়াৰ সিপাৰে কোনে কব পাৰে।
কি জানি কি আছে লিখা।

মেটাৰলিঙ্কৰ Blue bird ৰ লগত (behind thoveil) এই দুষাৰিৰ লগত যেন সাদৃশ্য দেখা যায। নিৰাশা শোকে কবিৰ অন্তৰৰ দুখৰ অগনি জলাই তুলিছে দুখ ভাগৰৰ বোজাত তেও অৱশ হৈ পৰিছে। স্‌সাৰখন আশাৰ ছলনা । কবিয়ে মালতীৰ মালা গাঁথিলে কিন্তু সৌন্দর্য ৰাণী ধৰা নপৰিল— প্রেমৰ ফুলনি মৰহি গ ল। আশাৰ কাৰণেই কবি অতদিন মোহ গৈ আছিল। আশাৰ অৱসানত কবিয়ে সংসাৰ বন্ধন মুক্তি বিচাৰিছে। কিন্তু শুকান যেতিয়া আশাৰ পোহৰ এই ফাকিত শুকান শব্দটিৰ ব্যৱহাৰ ভাল নেলাগিল।

বিৰাট আত্মাৰ লগত মানৱ আত্মাৰ যি অচ্ছেদ্য সম্পর্ক তাক মিলন কবিতাটিত ইঙ্গিত দিয়া হৈছে। সিপাৰৰ জিলিঙনি এটি কবিৰ অন্তৰত পৰিলেই কবিয়ে বন্ধনবিহীন হ্বলৈ বিচাৰে। কবিৰ জীৱনৰ সকলো আশা ভ্রষ্ট হ ল (বুৰিল বেলি যদি জীৱনৰ সুখ যৌৱন বুজায়। সৰল অর্থত ‘বুৰিল বেলিয়ে কবিতাৰ অর্থ নষ্ট কৰিব।) নিৰাশাৰ মাজত জীৱন সন্ধ্যাত কবিয়ে ভগৱানক আড়ম্বৰৰ মাজেদি আহ্বান কৰি ‘বীণৰ জোকাৰ শুনিবলৈ প্রয়াস কৰিছে। কিয়নো —

সকলো প্ৰাণীৰ তুমি সাৰ্থক পুতলা
তোমাতেই সাৰ্থক জীৱন।
মৃত্যু কিনো ?
আত্মাৰ প্ৰকৃত মিলন।

টেনিচনে কৈছে, That Go
To which the whole creation moves
(In meruonium)

শ্যেলীয়েও Adonais অত কৈছে

That Beauty in which all things work and move

দুৱৰাৰ এই কবিতাটিত উৰি যাম পোহৰতে মই এইষাৰি কেনেবা লাগিল। বিখ্যাত কবিসকলক কল্পনা কবিতাৰ ডেউকা (wings of poesy) বা দৃষ্টিহীন কলিজাৰ ডেউকাত উৰি যোৱা পোৱা যায়। কিন্তু পোহৰত উৰা পোৱা নেযায়।

নাৱৰীয়া (ক) কবিতাত সৌন্দৰ্যৰূপিণী মালতী যে জীৱনৰ গীত গাই যোৱা নাবৰীয়া বাটৰুৱাক মুহূৰ্তৰ কাৰণে হলেও চেনেহ যাচিছে। নাবৰীয়াই ভাষান্তৰত কবিয়ে মালতীৰ অনুগ্ৰহ উপেক্ষা কৰি প্ৰকৃতিৰ ৰাজ্যৰ ধুনীয়া বস্তুবোৰক লগৰীয়া কৰি ধন সোণৰ মোহ আৰু মানুহৰ চেনেহ ত্যাগি দুখ সুখ (যিহেতু মনেই কাৰণ) সমান জ্ঞান কৰি কঠোৰ আইনৰ বাহিৰত মুকলিমুৰীয়া সদায় সুখীয়াৰ দৰে বিচৰণ কৰে। নাৱৰীয়া ৰূপে কবিয়ে যি ব্যৰ্থতা বৰ্ণনা কৰিছে সি মন কৰিবলগীয়া —

আশা কি নো ? সংসাৰত নিযৰৰ কণা
সুখ দুখ একো নাই সকলোটি মিছা
ই এটি মনৰ কল্পনা।

আশা ৰ ৰূপকটো বাস্তৱিকতে সুন্দৰ জুই খেদাৰ বিপদ (ঘূৰাই পকাই আশাকহে ইঙ্গিত কৰিছে) মানৱ জীৱনৰ সতৰ্কতাৰ আদৰ্শ।

নাৱৰীয়া (খ) কবিতাত নাৱৰীয়াই নিজান দেশৰ ফালে নতুন আশাত নাওখনি আগুৱাই নিছে। জোনৰ স্নিগ্ধ কিৰণত জগতত আনন্দ বিযপিছে গছ লতা যেন নিস্তব্ধ। কোনোবা দেশৰফালৰ কিবা এটি সুৰ জগৰ্ত বিয়পাই গ ল। এই কবিতাটোত টমাছ হাৰ্ডিৰ (Thomas Hardy ৰ The darkling thrash কবিতাটিৰ লগত কিছুদূৰ তুলনা কৰিব পাৰি। অনন্ত ৰহস্যময়। ভগৱানৰ সৃজন এই স সাৰত—

অনাদি প্ৰেমৰ সোত একেৰাহে বই আছে
চিৰকাল একেদৰে চলি থাকিব।

কিয়নো Shelley এ কৈছে—

Here is light for ever shines (Adonais) নাৱৰীয়া (গ) কবিতাত সন্ধিয়াৰ মাঙ্গলিক উৎসৱৰ পাচত তমোময় যামিনীত আকৰ্ষণৰ হাত সাৰি অনন্ত ঢৌৰ সোতত দেশকাল সময়ৰ সীমা হেৰুৱাই নিজ দেশলৈ যাবলৈ প্ৰয়াস ইঙ্গিত কৰিছে। কবিতা পুথিত উল্লেখ নেথাকিলেও এই কবিতাটি টেনিচনৰ Crossing the bar ৰ সম্পূৰ্ণ

অনুবাদ। এনে মৌলিকতা পূর্ণ অনুবাদ কৰিব পৰা বাবে দুৰ্বা ডাঙৰীয়া প্রশংসনীয়।

'নাৱৰীয়া নিয়া নাও বাই কবিতাটিত বিশ্বৰ বুকুত যি এটি সুমধুৰ সুৰ বিয়পি পৰে বিৰাট আত্মাৰ প্রতি মানৱৰ যি আকৰ্ষণ মানৱৰ প্রতি আচৰণ এয়েই কবিতাৰ ভেটি। জগতৰ পৰিৱৰ্তন এটা অৱস্থা

অহা আহে যোৱা যায় নতুন পুৰণি হয়।
জগতত নতুন প্ৰকাশ
জীৱনৰ নতুন বিকাশ।

টেনিচনৰ এযে The old order changeth giving place to new মোৰ বোধেৰে (গ) কবিতাটো তাত নিদি এই কবিতাটোহে (গ) কবিতাত অন্তৰ্ভুক্ত কৰা উচিত আছিল।

সুখৰ সপোন ত কবিয়ে বিষাদৰ মাজে তুমি ক দেখা নেপায় কাৰণে উলাহ সঙ্গীতক আঁকোৱালি ধৰি অসীমৰ দূৰৰ আভাস পাবৰ কাৰণে নাওখনিত উঠি জগতত সৌন্দৰ্যৰ কিৰণ দেখিছে। এই কবিতাটি শ্যেলীৰ এটি কবিতাৰ লগত তুলনা হয়—

জানো তুমি বেযা পোৱা বিষাদ ৰাগিণী
বাজিব বীণাত উলাহ সঙ্গীত
জীৱনৰ সোত উলটিব।

তাৰ লগত শ্যেলীৰ

Thou will never come for pity
Thou wilt come for pleasure
Pity will then cut away
Those crudwings ৰিজাওক।

শ্যেলীয়ে আৰাধ্য দেৱীৰ বিনোদনৰ কাৰণে আনন্দ উপলব্ধি কৰিবলৈ প্ৰয়াস কৰাৰ দৰে দুৰ্বাইয়ো নৰম ফাকিৰপৰা পৃথিৱীৰ ভালখিনিহে দেখা পাইছে। কবিতাৰ ৰাজ্যত কল্পনাৰ ডেউকাই যি শ্ৰেষ্ঠ সুখলৈ লৈ যায় খন্তেকীয়া হলেও কবিৰ এই সুখ বাঞ্ছনীয় কল্পনা আঁতৰি গলে বাস্তৱতাত কবিযে সংসাৰৰ দুখ কষ্ট ভোগ কৰে। এয়েই হৈছে হেৰোৱা সপোন। শ্যেলীৰ বাস্তৱতাৰ পৰা এয়ে পলাযন। হেৰোৱা সপোনত আশাৰ কণিকা (পৃ ৩৫) নজলে নিদিয়াহেতেন বেছি ভাল হ লহেতেন।

এই সংসাৰৰ সকলো বস্তুৱেই খন্তেকীয়া আৰু অনিত্য। সংসাৰৰ সুখ বিজুলীৰ চমকৰ নিচিনা। ভাল পোৱা মৰম চেনেহ সকলো দুদিনীযা। সপোনতহে এটাইবোৰ সুন্দৰ বাস্তৱতাত স সাৰৰ অনিত্যতাই দেখা দিয়ে। সুখৰ সপোন ৰ এনেই অমূল্য। এই কবিতাটিত ওমৰ খৈয়ামৰ প্ৰভাৱ দেখা যায়—

হহা ফুলপাহি।
কালিলৈ লেৰেলি শুকায়।

ওমৰ খৈয়ামৰ ধ্বনি চাওক The Flower that once has blown forever dies চকুলো তে কোনোবা সপোনপুৰীৰ বিৰহ বাতৰি, আশা নিৰাশাৰ মাজেদি

প্ৰকাশ পায়। চকুলোৰে অতীত ভৱিষ্যত এটি পাৰ্থক্য যাচে। যিদিনা মোৰ সৌন্দৰ্য উপভোগৰ শক্তি কমি যাব সিদিনা মই এই সংসাৰৰ পৰা বিদায় ল ম। এই কবিতাটি টেনিচনৰ Tears idle tears ৰ লগত তুলনা কৰিব পাৰি কোন সুদূৰৰ নোৱৰাকই (পৃ ৩৯) তাৰ লগত ৰিজাওক Tears idle tears I know not what they mean Tears from the depth of some divine despair আকৌ নতুন ধাননি সেউজীয়া বননি তাৰ লগত in looking on the happy Autum filds ৰিজাওক। আকৌ নেদেখা নুশুনা হ্ম সকলোটি চকু যুৰি মুদ খাব ৰ লগত so dying ears unto dying eyes ৰিজাওক। পখিলা কবিতাত কবিয়ে বাস্তৱতা অতিক্ৰম কৰি এখনি উপভোগৰ ৰাজ্য সৃষ্টি কৰিছে। ৰংমনে পখিলাই হাহি বিলাই ফুৰে যদিও নিঠুৰ বিধিয়ে তাক শেষ কৰিব। প্ৰেমৰ সুৰ ত প্ৰেমৰ্খনি হিয়াক বৰ্ণাইছে। মানুহৰ হিয়াখনি বিৰহ মিলনৰ ঠাই। যিটোৱেই এই হিয়া আঘাত কৰে সেইটোৱেই দুখ সুখ কেন্দ্ৰ কৰে। কবিৰ প্ৰেমৰ পোহৰো তৰা মুকুতাৰ জেউতি নুমাই নিয়াৰ লগত বৰকাকতীৰ তৰাক পেলালা জুঁই ৰ তুলনা হয়। শূন্য হুমুনিয়া দুৱৰা কবিতাৰ কাৰুণ্যৰ আন এটি স্তৰ —

বুকু পাতি লোৱা সুখ দুখ
কত শত চেনেহ বান্ধনি
অনাদৰ অৱহেলা আৰু কত
আৰু কত অতীত কাহিনী।

জীৱনৰ সকলো আনন্দ উৎসৱ মাৰ গ ল। ফুল কলি লেৰেলি শুকাল। কিন্তু স্মৃতিৰ সৌৰভ পৰি ৰল (their scent survives — Thomson)। এই পৰিবৰ্তা কেদৰে থাকে মাথো জগত আৰু প্ৰকৃতি। অতীতক যোবাহে পাহৰি আৰু অতীতক নেযাবা পাহৰি এই দুটি কবিতাৰ ঘনিষ্ঠ সম্পৰ্ক আছে। প্ৰথম কবিতাটিত কবিয়ে স সাৰৰ বোজা বহন কৰিব নোবাৰি আৰু ব্যৰ্থ প্ৰেমিকৰ দৰে অতীতক সুৱৰি যন্ত্ৰণা ভোগ নকৰিবলৈ সোতত নাও এৰি দিছে। এই বৈৰাগ্যৰ পাচতো দ্বিতীয় কবিতাত কবিয়ে সংসাৰ বন্ধনৰ পৰা মুক্ত হ ব পৰা নাই অতীতৰ মধুৰ সপোন পাচে পাচে ফুৰিছে বিদায়ৰ শক্তি নাই। তথাপি কবিয়ে সকলো অন্তৰৰ প্ৰণাম জনাই নাও মেলি আঁতৰি যায় কিন্তু অস্তিত্বৰ কাৰণে থমকি ক লে অতীতক নেযাবা পাহৰি। এই কৱিতাত সন্ধিযাৰ আৱাহন (৫৭) টেনিচনৰ Sunset and evening star

And one clear call for me— কবিতাটো ৰিজাওক। শূন্য পৰিচয়ত কবিৰ বিনাশৰ পাচত আমাৰ কাৰণে পঁজাৰ কাষৰ পাহৰণি নৈখন বৈ থাকিব অনাদৰ অৱহেলাত তেও কুসুম কানন ৰচিব। জেতুকা পাতৰ ৰূপক অপূৰ্ব। কবিৰ জীৱনতো এটা অনন্ত সন্ধান অনন্ত সৌন্দৰ্য নিজৰা। যি প্ৰতি অণু পৰমাণুতে বিযপি আছে সেই সৌন্দৰ্য শ্ৰেষ্ঠৰ লগত প্ৰতি অণু পৰমাণুৰ লগত যিদিনা মিলিব সেইদিনাই—

সংসাৰৰ লীলা খেলা সামৰি সুতৰি থই
হাহি মুখে কৰিম প্ৰয়াণ।

কবিৰ তেতিয়া অৱসান হ ব। কবিৰ বাসনা এতিয়া অসম্পূৰ্ণ।

মেথিউ আৰ্ণল্ডৰ high seriousness দুৰবা কবিতাত কিমাদূৰ আছে তাক বিচাৰ কৰিবলৈ এই লিখক অক্ষম। জীৱনৰ ঘাত প্ৰতিঘাত সামৰি সুতৰি লৈ যি কাৰুণ্যৰে অব্যক্ত ভাবে জীৱন কাহিনী বৰ্ণনা কৰিছে সেয়েই আমাৰ মনে higher নহ লেও অন্তত তেওৰ কবিতাৰ Seriousness আৰু শ্ৰেষ্ঠতা অৱশ্যে অসমীয়া সাহিত্যৰ outputলৈয়ো মন দিব লাগিব। ভাষা আৰু ছন্দৰ সাৱলীল গতি। তেওৰ fidelity of movement আৰু liquidness of diction আছে। এনে সহজ সৰল শব্দ ‘প্ৰতিমাৰ” খনিকৰৰ দৰে ব্যৱহাৰ কৰিব পৰাটো দুৰবাৰ (যি পাৰিপাৰ্শ্বিকতাৰ মাজত কবি বৰ্তমান আছে) বিশেষত্ব আৰু গৌৰব। প্ৰকৃতিৰ প্ৰতি তেওৰ দৃষ্টি সাধাৰণ। কাৰুণ্য আৰু নৈৰাশ্য দুৰবা কবিতাৰ শ্ৰেষ্ঠ উপাদান। নৈৰাশ্যতকৈ কাৰুণ্যই শ্ৰেষ্ঠস্থান লাভ কৰিছে নৈৰাশ্য দুই এটা কবিতাত পোৱা নেযায। দুৰবাই টেনিচনৰ দৰে তৰা ভাল পায় কিয়নো তৰা প্ৰেমৰ প্ৰতীক তেওৰ কবিতাত টেনিচন্ আৰু শ্যেলীৰ ছা পৰিছে। ওমৰ তীৰ্থৰ ভাবো দুই এঠাইত বিৰাজ কৰিছে। দুৰবা পুনৰুক্তিপ্ৰিয়। তেও অন্ধ আৱৰণ ’ এটি সকৰুণ জ্ঞান সুখৰ দুখৰ গান শুনি সাদৰৰ শেষ আৱাহন উলাহত গালা কত গান কপি থকা ওঠ দুটি অনাদৰ অৱহেলা ইত্যাদি কবিতাত ব্যৱহাৰ কৰিছে।

# যতীন্দ্ৰনাথ দুৱৰাৰ আপোন সুৰ

ডঃ প্ৰহলাদ কুমাৰ বৰুৱা

অসমীয়া কবিতাৰ বুৰঞ্জীত সুপৰিচিত আৰু জনপ্ৰিয় কবি দুৱৰাৰ বিষয়ে এগৰাকী কৃতী সমালোচক আৰু কবি ড মহেন্দ্ৰ বৰাদেৱৰ মতে ভাৱৰ ঐশ্বৰ্যৰে নহয়, উপমাৰ বৈচিত্ৰ্যৰে নহয় অকল সুৰৰ মাধুৰীৰে এমুঠি অমৰ কবিতা সৃষ্টি কৰি যোৱা দুৱৰা অন্যতম কবি । মৰ্মস্পৰ্শী সুৰ মাধুৰ্যৰে ৰসাল কবিতাৰ সকলো সোৱাদ আছে আপোন সুৰত। দুৱৰাৰ আপোন সুৰৰ একুৰি আঠোটা কবিতাৰ মাজেদি ৰিণিকি ৰিণিকি এটি মাথোন সুৰৰ মূৰ্চ্ছনা, সেই সুৰ আশা নিৰাশাৰ সান্ত্বনা বেদনাৰ কঠিন চেপাত বাজি উঠা কবি জীৱনৰ নিজৰ সুৰ। এই সুৰ কবিৰ ব্যক্তিগত জীৱনৰ সুৰ অথচ ই ব্যক্তিগত হৈয়ো যেন নৈৰ্ব্যক্তিক। কবিতা ব্যক্তিহৃদয় নি সৃত আলসুৱা আৰু স্বচ্ছবাণী হলেও ই সৰ্বজনৰ হৃদয়ৰ বাণী। সেইবাবেই কবিতা সকলোৰে প্ৰিয়। দুৱৰাৰ কবিতাও এই কাৰণেই ইমান আপোন আৰু আপোন সুৰৰ কবিতাৰ সুৰটোও দুৱৰা কবিয়ে নিজৰ জীৱনৰ সুৰ বুলি কলেও ই সৰ্বজনৰ।

দুৱৰাৰ আপোন সুৰত কবি হিচাপে দুৱৰাৰ সফলতাৰ মাজেদি তেওৰ জীৱনৰ বিফলতাৰ এক কৰুণ সুৰ ধ্বনিত হৈছে। কবি দুৱৰাৰ বিফলতাৰ মৰ্মন্তুদ সুৰ এটাই যদিও এই সুৰ প্ৰকাশ পাইছে চাৰিটা বাটেদি। এইটো কথাতে ভৰ দি দুৱৰাৰ আপোন সুৰৰ কবিতা মুঠিক চাৰিটা ভাগত ভগাই পেলাব পাৰি। আপোন সুৰ পাহৰা সুৰ জীৱনৰ সুৰ সপোনৰ সুৰ আৰু প্ৰেমৰ সুৰ এই পাচোটা কবিতাক সুৰৰ কবিতা নাম দিব পাৰি। দ্বিতীয়টো থূলত নাৱৰীয়া ক খ গ এই তিনিটা আৰু নাৱৰীয়া নিয়া নাও বাই নামৰ কবিতাটোক লৈ এই চাৰিটা কবিতাক নাৱৰীয়া কবিতা নাম দিব পৰা যায়।

দুৱৰাৰ জীৱনৰ স্থিতি আৰু সুখ দুখ সকলোটি যেন একোটি সপোন আৰু এনে ভাৱৰ ঐশ্বৰ্য্যৰে উপচি পৰা দুটি কবিতা সুখৰ সপোন আৰু হেৰুৱা সপোন ক সপোন কবিতা নামেৰে তৃতীয়টো ভাগ কৰিব পাৰি সেইদৰে আপোন সুৰত কাব্যময় সৌন্দৰ্য আৰু কবি ভাৱনাৰ ঐশ্বৰ্যৰে নিটোল কবিতা গোটাদিয়েক আছে য ত কবি গৰাকীয়ে গভীৰ আত্মমগ্নতাৰে জীৱনৰ শূন্যতা উপলব্ধিৰ চৰম স্তৰত উপনীত হৈ এবাৰ তেওঁক পাহৰি যাবঁলৈ কৈছে আকৌ পাহৰি নাযাবঁলৈ কাতৰ আহ্বান জনাইছে। শূন্য পৰিচয় অতীতক যোৱাহে পাহৰি অতীতক নেযাবা পাহৰি আজি মোক যোৱাহে পাহৰি নামৰ এই কেইটা কবিতাক স্মৃতি কবিতা বুলি নামকৰণ কৰিব পাৰি। এটা প্ৰশ্ন হয় এই চাৰিটা ভাগত ঠাই নোপোৱা বাকী নটা কবিতাই সপোনৰ সুৰৰ মূৰ্চ্ছনা তোলাত সহায় কৰা নাই নেকি ? যি নটা কবিতাক একেটা থূলতে ভৰাই সুকীয়া নামকৰণ কৰা নহ ল সেইকেইটা কবিতাৰ ভাৱৰ মহিমা প্ৰকাশ পাইছে বাকী চাৰিটা ভাগত থকা কবিতা কেইটাৰ মাজেদিয়েই। কবিতা হিচাপে এই নটা কবিতাৰ মূল্য আছে। কিন্তু কোনো এটা বিশেষ নামেৰে এটা থূল কৰাৰ সুবিধা এই নটা কবিতাত নাই। গতিকে চাৰিটা ভাগত ভগাই লোৱা কবিতাখিনি আলোচনা কৰোতেই বাকী নটা কবিতাৰো প্ৰসঙ্গ টানি আনিলেই আপোন সুৰৰ বিচাৰটো সম্পূৰ্ণ হৈ উঠিব পাৰে।

দুৱৰা একান্তভাৱেই আত্মনিমগ্ন কবি। প্ৰথমটো থূলৰ কবিতা যিটো থূলক সুৰৰ কবিতা আখ্যা দিয়া হৈছে, সেই থূলৰ প্ৰথম কবিতা ‘আপোন সুৰ ত কবি দুৱৰাৰ জীৱনৰ উপলব্ধিৰ প্ৰকাশ ঘটিছে। জনতাৰ মাজতে থাকিও এক নিবিড় নি সঙ্গতাৰ উপলব্ধি আৰু হাহি কান্দোনকেই জগতৰ চিৰন্তন ৰীতি বুলি মানি লোৱাৰ বাবেই কবিৰ বিষাদত উলাহৰ গানৰ মূৰ্চ্ছনা বাজে। আপোন সুৰত ধ্বনিত হোৱা দুৱৰাৰ, জীৱনৰ সুৰটি এয়েই। বিষাদ আছে কিন্তু সেই বিষাদতেই যেন কবিৰ উলাহ। আপোন সুৰত জীৱন জগত আৰু সুখ দু খৰ বিষয়ে যি গভীৰ উপলব্ধি সেই উপলব্ধিয়েই পাহৰা সুৰ ত সুখসন্ধানী কবিমনে এবাৰ অতীতৰ বুকুত আৰু এবাৰ অতীন্দ্ৰিয় জগতত প্ৰৱেশ কৰি ব্যাকুলতাৰ মাজত আত্মবিলীন কৰিছে। কিন্তু সুখ তৃষ্ণাতুৰ কবিয়ে দুখৰ ৰাশি ৰাশি কণিকা বুটলি জীৱনগীতি ৰচনা কৰিব খুজিছে।

জীৱনৰ দুখৰ ৰাশিৰ।
এটি এটি কণা তুলি লই॥
ৰচো মই অন্তৰৰ গান।
শুনো তাকে বহি অকলই॥

কবিৰ জীৱন সুৰো সেইটিয়েই যি সুৰে কাৰো হৃদয় নাপাই ঘূৰি আহি আপোন হৃদয়তে বিষাদ ৰাগিনী তোলে। এনে ধাৰণাৰ বাবেই দুৱৰাই জীৱনৰ সুখ উপলব্ধিক সপোনৰ ক্ষণিক ছায়াৰ দৰে ভাবিছে।

অন্তৰৰ প্ৰেম পুতলীয়ে
সপোনতে চেনেহ যাচিব।
দেখা দেখা সুখৰ সপোন
সাৰ পাই কান্দিব লাগিব।

ভাল পোৱা কবিৰ বাবে হাহি উঠা কথা। য তে ভাল পোৱা ত তেই যেন নিৰাশাৰ কুটিল হাহি। সেইবাবে আনৰপৰা মৰম চেনেহ, প্ৰেম কবি দুৱৰাই আশা কৰা নাই। প্ৰেমত বিফল কবিয়ে মৰততো মোৰ এই হিয়াখনি অতুল প্ৰেমেৰে ভৰা বুলি নিজৰ হৃদয় সাগৰত প্ৰেমৰ মুকুতা বুটলি আত্মবিভোৰ হৈ পৰিছে।

আপোন সুৰৰ পাঁচোটা সুৰৰ কবিতাত কবি দুৱৰাৰ নি সঙ্গতাবোধে এক অসহনীয় ৰূপ ধাৰণ কৰিছেগৈ যাৰ ফলত দুৱৰাই সুখ শান্তি আৰু প্ৰেম এক ক্ষণিক সুখস্বপ্ন বুলি ভাবিবলৈ বাধ্য হৈছে। কিন্তু আত্মমুখী কবি দুৱৰাই শেহত যেন প্ৰেমত বিফল হৈ নিজৰ হৃদয় ৰাজ্যতে অফুৰন্ত প্ৰেমৰ সন্ধান পাই তাতেই তেও বুৰ গৈ আপোন বিভোৰ হৈ থকাৰ প্ৰয়াস কৰিছে।

আপোন সুৰৰ যিখিনি কবিতাক সুৰৰ কবিতা বুলি কোৱা হৈছে সেইখিনি কবিতাত কবি দুৱৰাই ব্যক্তিগত জীৱনৰ বিফলতাৰ এক চৰম সীমাত উপনীত হৈছেগৈ আৰু নাৱৰীয়া কবিতা কেইটাও সেই সীমা মুৰিয়লিত থিয় হৈ দেখিছে য ত মাথোন নিৰাশাৰ জুয়ে পুৰি উতপ্ত কৰা এক মৰুভূ। মৰুভূৰ সিপাৰে প্ৰেম সুখ শান্তিৰ অপূৰ্ব পোহৰ। তেওৰ হৃদয় উপচি থকা যি প্ৰেমৰ মৰ্ত্যত আদৰ নাই, সেই প্ৰেমৰ পূৰ্ণতা যেন সিপাৰত।

ভূমিত নহয় ভূমাত। এই ভূমাস্পৃহাই কবিক মৰ্ত্য বিমুখ কৰি উদ্বাউল কৰি তুলিছে। গতিকে আপোন সুৰৰ দ্বিতীয়টো থূলৰ নাৱৰীয়া কবিতা কেইটাত কবি দুৱৰাই ভূমি এৰি ভূমালৈ যাব খুজিছে নাৱৰীয়াৰ সৈতে। দুৱৰা কবিৰ যি দুখবাদ ঠিক তেনে ধৰণৰ দুখবাদৰ বাবেই শ্যেলীয়ে কৈছিল—

Art thou pale for wearıness
Of clımbıng heaven and gazıng on the earth
Wanderıng companıonless
Among the stars that have a dıfferent bırth
And even changıng lıke a joyless eye
That finds no object worth ıts constancy ?

(To The Moon)

বাস্তৱ জীৱনৰ বিফলতাৰপৰা সৃষ্টি হোৱা গভীৰ দুখবাদৰ বাবে কবি দুবৰাই অপাৰ্থিব প্ৰেমত হৃদয় জ্বালাৰ উপশম ঘটাব খুজিছে। ঠিক একে কাৰণত নহলেও টেনিচনেও কৈছিল—

For thıs from out bounce of
time and place
The flood may bear me for
I hope to see my pılot face to face
When I have crossed the bar (Crossıng the Bar)

দুৱৰা কবিয়েও নাৱৰীয়া গ কবিতাত ক লে—

দেশ কাল সময়ৰ সীমা হেৰুৱাই
সোতে যদি নিয়ে মোক বহু দূৰলই
ভয় নাই নাৱৰীয়া বহি কাষতেই
নাওখনি নিব মোৰ নিজ দেশ লই।

মৰ্ত্যৰ দুদিনীয়া ভাল পোৱা আৰু ক্ষণিক সুখৰ প্ৰতি আওকাণ কৰি অপাৰ্থিব প্ৰেমৰ ৰাজ্যলৈ লৈ যাবৰ বাবে দুৱৰাই আকুতি জুৰিছে নাৱৰীয়াক।

দুৱৰাই নাৱৰীয়া কবিতাৰ ভাৱবস্তু পশ্চিমৰ পৰা বুটলি আনি আপোন হিয়াৰ উম দি তেওৰ নিজৰ যেন কৰি লৈছে। কবিতাৰ ভাৱবস্তু যাৰেই নহওক লাগে নিজৰ মনৰ কথাৰ লগত ৰজিতা খোৱা বাবেই এইখিনি বাছি বিচাৰি আনিছে। নাৱৰীয়া কবিতা কেইটাত কবি গৰাকীৰ প্ৰেমৰ বিফলতা যিমানখিনি প্ৰকাশ পাইছে তাতকৈও অধিক প্ৰকাশ পাইছে লাজুক কবি গৰাকীৰ অভিমান। বাস্তৱ জীৱন আৰু বাস্তৱ মানুহৰ পৰা তেও একোকে নাপালে। এই ক্ষোভৰ বাবেই তেও ভূমি এৰি ভূমালৈ যাব খুজিছে। নাৱৰীয়া কবিতা কেইটাৰ এয়ে তাৎপৰ্য।

আপোন সুৰৰ তৃতীয় থূলৰ সাপোন কবিতা দুটাই কবিৰ জীৱন কথাৰ ইঙ্গিত বহন কৰি আছে। জীৱনৰ কোনোবা ক্ষণত প্ৰেমৰ সচা ৰাগিণীত মত্ত হোৱা কবি গৰাকীয়ে শেহত বিৰহৰ জ্বালাৰ মাজতো অতীত স্মৃতিৰ একাচলি পোহৰত আমেজ অনুভৱ কৰিছে। অথচ কবি গৰাকীৰ ধাৰণা স্পষ্ট যে অতীতৰ সেই সুখ আছিল সপোনত যাৰ স্থিতিৰ

স্বাক্ষৰ বাস্তৱে বহন কৰা নাছিল। সেই বাবেই হেৰুৱা সপোন কবিতাত ক লে—

এনে দৰে সপোনৰ মধুমিলনত
থাকোতেই আপোন পাহৰি
সাৰপাই উঠি দেখোঁ হঠাতে হেৰাল
কেনিবাদি কবিতা কুৱৰী।

সুখৰ সপোন আৰু হেৰোৱা সপোন — এই দুয়োটা কবিতাই কবি দুৱৰাৰ বাস্তৱ জীৱনৰ প্ৰেম আৰু প্ৰেমৰ বিফলতাৰ সফল ইঙ্গিত দিয়ে। তেওৰ বাস্তৱ প্ৰেমৰ সুখ এক সপোন আৰু শেহত সেই সপোনো হেৰাই গ ল। সপোন কবিতা দুটা আন কেইটা কবিতাৰ তুলনাত বহুখিনি পৃথক। পৃথক এই কাৰণেই যে এই দুয়োটা কবিতাত বিৰহী কবিৰ বিৰহ বেদনাৰ জ্বালা যিমান গভীৰ তাতকৈ বহুখিনি তীব্ৰতৰ হৈ উঠিছে কবিৰ অন্তৰৰ ক্ষোভ।

দুৱৰাৰ সপোন কবিতা মাথোন দুটাই। কিন্তু এই দুয়োটা কবিতাৰ ভাৱ বস্তুৰ লগত আৰু তালেকেইটা কবিতাৰ বক্তব্যৰ মিল আছে। সোণোৱালী বালিৰ এমুঠি কবিতাত পাৰ্থিব প্ৰেমৰ প্ৰতি কবিৰ ধাৰণা— এটি মাথো নিৰাশা সপোন । কবিৰ এই হতাশা নিৰাশাৰ তীব্ৰতা প্ৰকাশ পাইছে কবিতাটিৰ সপোনতে দেখিছো সপোন এই শেহৰ শাৰীটিত।

সপোনতে সপোন দেখাৰ যি মৰ্মন্তুদ বেদনা সেই বেদনাই যি কোনো পাঠকৰ হৃদযমনত স্পৰ্শ কৰি যায়। যেতিয়া কবিয়ে কয়—

পানীত উটাই দিবা অতীতৰ স্মৃতি বুলি।
হ ব সেয়ে শেষ উপচাৰ
এয়ে মোৰ কাষত তোমাৰ
শেষ মোৰ মিনতি এবাৰ।

দুৱৰাৰ সপোন কবিতা কেইটাত যিদৰে আক্ষেপৰ সুৰ ধ্বনিত হৈছে ঠিক সেইদৰে সোণোৱালী বালিৰ এমুঠি আৰু শেষ মিনতি নামৰ কবিতা দুটিত কবিৰ প্ৰেম এক সপোন মাথোন বুলি কোবা কথাখিনি সুগভীৰ বেদনাৰে সিক্ত।

আপোন সুৰৰ অতীতক যোৱাহে পাহৰি অতীতক নেযাবা পাহৰি শূন্য পৰিচয় আৰু আজি মোক যোবাহে পাহৰি এই চাৰিটি কবিতাকে স্মৃতি কবিতা বুলি কোৱা হৈছে।

এফালে গভীৰ প্ৰেমানুভূতিৰ সুখময় তান আনফালে বিফলতাৰ অসহনীয় বেদনা এফালে স্মৃতি ৰোমন্থনৰ দ্বাৰা সুখানুভূতিৰ প্ৰতি আগ্ৰহ আৰু আনফালে স্মৃতিৰ মাধুৰ্যত যন্ত্ৰণাৰ জ্বালা— এইবোৰ দ্বন্দ্বৰ মাজত কবি গৰাকী অস্থিৰ। নাম ঘোষাত শেহৰফালে মাধৱদেৱ নামতেই বিলীন হৈ যোৱাৰ দৰে দুৱৰা কবিয়েও সুখ দুখ যন্ত্ৰণা বেদনা বহন কৰা স্মৃতি সাগৰত যেন বিলীন হৈ যাব খুজিছে।

আত্মনিমগ্ন প্ৰেমিক আৰু বিৰহী কবি দুৱৰাৰ স্মৃতি কবিতা কেইটাই আটাইতকৈ বেছি বেদনাবিধূৰ কবিতা য ত যন্ত্ৰণা বেদনাই কবিৰ হৃদয় ভেদি ওলাই আহি যেন

কাব্যৰূপ লৈছেহি। কবিৰ বাবে প্ৰেম দূৰৰ বাঁহীৰ সুৰ যি বাঁহীৰ সুৰৰ মাধুৰী দূৰৰপৰাহে উপভোগ্য ওচৰত সি প্ৰাণশূন্য তান। জগতত অকলশৰীয়া বুলি ভবা কবি গৰাকীয়ে হৃদয়ৰ চিতা জুইৰ উত্তাপৰ যন্ত্ৰণাৰপৰা মুক্তি পাবৰ বাবেই অতীতক পাহৰি যোৱাই শ্ৰেয় বুলি ভাবিছে। কিন্তু যন্ত্ৰণাৰপৰা মুক্তিৰ আশাত অতীত পাহৰিব খোজাৰ লগে লগেই কবি গৰাকীৰ সৰ্বশৰীৰ যেন কপি উঠিছে। কাৰণ তেওৰ জীৱনৰ স্থিতি অতীত মাধুৰী বহন কৰা স্মৃতিত। গতিকে তেও পুনৰ ক লে—

নাও মেলি আহিলো আঁতৰি
অতীতক নাযাবা পাহৰি।

কবি গৰাকীৰ আত্মপ্ৰীতিৰ গভীৰতাই দোমোজাত পেলাইছে। সেযে এবাৰ তেও অতীত মাধুৰীক পাহৰিব খোজে কিন্তু হঠাৎ তেও অতীতৰ মধুৰ স্বপ্নৰে জীয়াই থাকিব খোজে। জীৱনৰ মোহত কবি গৰাকীয়ে ক লে—

অনাদৰ অৱহেলা সকলো গোটাই লই
ৰচো মই জীৱনত নতুন কানন
সিয়ে মোৰ কপালত বিধিৰ নিঠুৰ খেলা
এয়ে মোৰ জীৱনৰ কাঁইটীয়া বন।

পাহৰণিয়ে কবিৰ শূন্য পৰিচয় দিয়ক কবিৰ তাত আপত্তি নাই। কবিৰ প্ৰতি সমাজৰ অৱহেলা য ত আছে সকলোখিনি গোটাই লৈ তেও নতুন কানন ৰচি তাতে মগ্ন হৈ থাকিব। অথচ আজি মোক যোৱাহে পাহৰি কবিতাৰ শেহত ক লে—

আজি এই সন্ধিয়া পৰত
মিলনৰ অপূৰ্ব ক্ষণত
মেলানি মাগিছো নিজে।
আজি মোক যোৱাহে পাহৰি
মাতিছো কাকুতি কৰি
দুই হাত যুৰি
আজি মোক যোৱাহে পাহৰি

এযা সচাই জানো কবিয়ে পাহৰিবলৈ কৈছে ? আশা নিৰাশাৰ তীব্ৰ জ্বালা যন্ত্ৰণাৰ অসহনীয় উপলব্ধিত কবিৰ এযা কাতৰ প্ৰাণৰ বিননিহে বিস্মৃতিৰ প্ৰতি আহ্বান নহয়।

দুৱৰাৰ আপোন সুৰ দেখাত একান্তভাৱে কবি গৰাকীৰ ব্যক্তিগত বিফল জীৱনৰ বিননি। কিন্তু আপাতদৃষ্টিত দুৱৰাৰ আপোন সুৰ ব্যক্তিমুখী হৈযো ই নৈৰ্ব্যক্তিক। কাৰণ দুৱৰাৰ প্ৰেম আৰু প্ৰেমৰ বিফলতাজনিত বেদনা আশা আৰু নিৰাশাৰ যি যন্ত্ৰণা এই সকলোবোৰে দেখুৱাব খোজে যে মানুহে জীৱনক ৰসাল কৰিব খোজে— প্ৰেমেৰে। গভীৰ হৃদয়ানুভূতি আৰু আশাৰে মানুহ জীয়াই থাকে। মানুহৰ আশা যেতিয়া পূৰণ নহয় হৃদযানুভূতি তেতিয়া থান বান হৈ ভাগিব খোজে। এই যন্ত্ৰণা মানুহৰ বাবে অসহনীয়। জীৱনৰ এই সত্য দুৱৰাৰ আপোন সুৰত বিৰিঙি ওলাইছে। সেইবাবেই আপোন সুৰ দুৱৰাৰ ব্যক্তিগত জীৱনৰ সুৰ হৈয়ো নৈৰ্ব্যক্তিক দুৱৰাৰ নিজৰ সুৰ হ লেও সৰ্বজনৰ

জীৱনৰ সুৰ। এই কাৰণেই দুৱৰা পলায়নবাদী কবি নহয়। জীৱন যুজত পৰাজিত আত্মাৰ বিননিৰ সুৰৰ কম্পন এটা অনুভূত হয় আপোন সুৰত। দুৱৰাৰ আত্মপীড়নৰ মূলত এক প্ৰচ্ছন্ন বিষাদ। বিষাদৰ প্ৰতি এটি বিশেষ দৃষ্টিভঙ্গী আৰু ইয়াৰ নৱমূল্যায়ন ইউৰোপীয় নৱজাগৰণৰ সৃষ্টি। ইউৰোপীয় নৱজাগৰণৰ বিষাদ বহু পৰিমাণে ছিন্নমূল। দুৱৰাৰ বিষাদৰ কিন্তু এটা মূল আছে। এটা আধাৰ আছে। সেই আধাৰ তেওঁ হৃদয় উপচা প্ৰেম আৰু এই প্ৰেমৰ বিফলতা। শ্যেক্সপীয়েৰৰ 'মাৰচেণ্ট অৱ ভেনিচ'ত এণ্টনিয়ই কৈছিল— In sooth I know not why I am so sad আমাৰ দুৱৰা কবিৰ অন্তৰত যি দুৰ্বাৰ বিষাদ, সেই বিষাদৰ কাৰণে দুৰ্জ্ঞেয় নহয়। দুৱৰা কবিয়ে স্পষ্টভাৱেই কৈছে—

'জানো তুমি বেয়া পোৱা বিষাদ ৰাগিণী
তুমি'য়েই দিছাহি যোগান
নহলে কিয়নো মোৰ জীৱন বীণত
বাজে মাথো বিষাদৰ গান।

গতিকে দুৱৰাৰ বিষাদ ছিন্নমূল নহয়। প্ৰেমৰ বিফলতাৰ ভিত্তিতে এক গভীৰ আত্মপীডনেৰে জীৱনৰ উপলব্ধি আপোন সুৰৰ বৈশিষ্ট্য। দুৰন্ত প্ৰেমৰ অতৃপ্ত স্পৃহা আশা নিৰাশা আৰু হাহি কান্দোনেৰে আত্মপীড়নৰ দ্বাৰা জীৱনক উপলব্ধি আৰু উপভোগ কৰাৰ বৈশিষ্ট্যৰ বাবেই আপোন সুৰ আৰু আপোন সুৰৰ কবি দুৱৰা ইমান জনপ্ৰিয়।

# দুৰ্ব্বাৰ কথা-কবিতা

## শ্ৰীনলিনীধৰ ভট্টাচাৰ্য

দুৰ্ব্বাৰ কবিতা অসমীয়া কাব্যামোদীয়ে এটা সময়ত আস্বাদন কৰিছিল সচা কিন্তু আজিৰ নিবিষ্ট পাঠকৰ বাবে সেইবোৰ স্বাদহীন হোৱাৰ সম্ভাৱনাই বেছি। আধুনিক সাহিত্যৰ পটভূমিত পূৰ্বসুৰী ম্লান হোৱাৰ আশঙ্কা ষোল অনাই থাকে দুৰ্ব্বাৰ কবি প্ৰতিভাৰ বেলিকাও এই কথা প্ৰযোজ্য। ইয়াৰ কাৰণ তেওঁ অতিশয় আত্মকেন্দ্ৰিক আৰু ভাবালু তেওঁৰ কবিতাত বৌদ্ধিক উপাদান আৰু অভিজ্ঞতাৰ বৈচিত্ৰ্যৰ অভাৱ। তদুপৰি যুগ আৰু সমাজ সম্বন্ধে শোচনীয় উদাসীনতাও ইয়াৰ অন্যতম কাৰণ। তথাপি তেওঁৰ কাব্য সাধনাৰ ঐতিহাসিক মূল্য অনস্বীকাৰ্য। তেওঁৰ কবিতাৰ আঙ্গিক সমকালীন কাব্য পৰিক্ৰমাত এটি উজ্জ্বল প্ৰয়াস বুলি ক ব পাৰি। বনফুলৰ উৰি যোৱা ৰাজহাইলৈ নামৰ কবিতাৰ ইমেজ কল্পনা ভাষা আৰু ছন্দই আজিৰ কাব্য ৰসিককো আকৃষ্ট নকৰাকৈ নেথাকে। আন্তৰিকতাৰে উজ্জ্বল শূন্য পৰিচয় তোমালৈ (শ্যেলীৰ Lines to an Indian air ৰ অনুসৰণত লিখা) আদি কবিতাও একনিষ্ঠ হৃদয়বাৰ্ত্তা হিচাপে স্মৰণযোগ্য। ভাবাবেগক সুসংহত কৰি মননশীলতা আৰু ভাব বৈচিত্ৰ্যৰে সমৃদ্ধ কৰাৰ প্ৰচেষ্টা নোহোৱা বাবে দুৰ্ব্বাৰ আটাইবোৰ কবিতা নি স্বাৰ্থ বস্তু হৈ নপৰিল। অৱশ্যে ওমৰখায়ামৰ সাৰ্থক অনুবাদক হিচাপে দুৰ্ব্বাৰ কৃতিত্ব অবিস্মৰণীয়।

দুৰ্ব্বাৰ কথা কবিতা সম্পৰ্কেও কম বেছি পৰিমাণে ওপৰৰ মন্তব্যকে দোহাৰিব পাৰি এইবোৰ কবিতাতো আমি ইন্দ্ৰিয়গ্ৰাহ্য জগতৰ সন্ধান নেপাওঁ। ইয়াত কবিৰ ইন্দ্ৰিয়ানুৰক্তি স্বপ্নময় ভাববেগত পৰিণত হৈছে। এনে ৰোমাণ্টিক স্বপ্নময়তাই দুৰ্ব্বাৰ কথা কবিতাৰ ঘাই বৈশিষ্ট্য।

একপ্ৰকাৰ সন্ধানী দৃষ্টিৰ ফলতে কথা কবিতাৰ জন্ম। কাব্যৰ ইতিহাস কাব্য মুক্তি আৰু বৈচিত্ৰ্যৰ ইতিহাস। এনেবোৰ কাৰণতে এদিন টুৰ্গেনিভৰ Prose Poems নাইবা হুইটমেনৰ Leaves of Grass ৰ সৃষ্টি হৈছিল। একালত ছন্দ কবিতাৰ অপৰিহাৰ্য অঙ্গ বুলি বিবেচিত হৈছিল। আজিৰ কবিয়ে ইয়াৰ পৰাও মুক্তি বিচাৰিছে কবিতাৰ পটভূমি অতিৰিক্তভাৱে বিস্তৃত কৰি কবিতাক স্মৰণীয উক্তি বুলিছে। কবিতা স্মৰণীয় নে অবিস্মৰণীয় উক্তি কোৱা টান, তথাপি স্পন্দিত গদ্য অথবা মুক্তকৰ ব্যৱহাৰে কাব্য প্ৰকৰণৰ পৰিধি বিস্তৃত কৰি কবিতাৰ মৰ্মবস্তুত ইতিহাসচেতনা আৰু কালজ্ঞানক ঠাই দিবৰ বাবে যে সুযোগ দিছে তাক নুই কৰিব নোৱাৰি। কথা কবিতা অৱশ্যে স্পন্দিত গদ্য নহয় ই বৰ্ণনাধৰ্মীৰ ৰূপকাত্মক কাব্যিক গদ্য। ইয়াত স্পন্দিত গদ্যৰ অৰ্থঘনতা নাই।

সকলো কাব্য ৰসিকেই এইকথা স্বীকাৰ কৰিব যে অনুভূতিৰ স্নিগ্ধ অপূৰ্ব ব্যঞ্জনাময় ভাষাময় ভাষাই কবিতা পদবাচ্য হ ব পাৰে। কবিতাত বহিৰঙ্গই সকলো নহয় তাৰ অন্তৰ্নিহিত চৰিত্ৰৰ ওপৰতহে কবিতাৰ সৌন্দৰ্য নিৰ্ভৰশীল। কথা কবিতাৰ ক্ষেত্ৰতো সম্ভৱত এই অন্তৰ্নিহিত চৰিত্ৰৰ ওপৰতে প্ৰাধান্য দিয়া হৈছিল।

এপাহি বিৰল বিদেশী ফুলক আত্মসাৎ কৰি দুৰ্ব্বাই স্বকীয় কবি প্ৰতিভাৰ জীপ্ দি

লহ্পইীয়া কৰি তুলিবলৈ যত্ন কৰিছিল। দুৰবাৰ এনে প্ৰয়াস নিশ্চয় প্ৰশংসনীয়। ই সমকালীন পাঠকক নতুন আস্বাদনৰ সুযোগ দিয়াৰ উপৰিও অসমীয়া কাব্য সাহিত্যৰ প্ৰকৰণৰ পৰিসৰ বৃদ্ধি কৰিলে। পৰৱৰ্ত্তী কালত অসমীয়া গদ্য কবিতাৰ পৰীক্ষা চলিছিল আৰু এতিয়াও চলি আছে। আধুনিক গদ্য কবিতাৰ চৰিত্ৰৰ লগত দুৰবাৰ কথা কবিতাৰ চৰিত্ৰৰ পাৰ্থক্য থাকিলেও দুৰবাক এই ক্ষেত্ৰত আগৰণুৱা বুলি ধৰিব পাৰি।

আজিৰ মুক্তক আৰু স্পন্দিত গদ্যৰ যুগত কথা কবিতাৰ মৰ্ম গ্ৰহণ সহজ, কিন্তু দুৰবাৰ যুগত ই তেনেই আচহুৱা বস্তু আছিল। দুৰবাৰ ৰচনাত টুৰ্গেনিভৰ বাস্তৱ দৃষ্টিভংগী অনুপস্থিত, টুৰ্গেনিভৰ কবিতাৰ ফৰ্মটোৱেহে দুৰবাক আকৃষ্ট কৰিছিল। কথা কবিতা ভাবৰ দৃশ্যগন্ধী মূৰ্ত্ত বৰ্ণনা ই এনে এক প্ৰকাৰ চিত্ৰাত্মক বৰ্ণনা য ত এটি কোমল ভাবালুমনৰ ভাবাবেগ ব্যঞ্জিত হৈছে। ছন্দ বা ছন্দস্পন্দনৰ অভাৱ ইয়াত পূৰণ কৰিছে আধেয়ৰ মাজত লুকাই থকা আবেগৰ গুণগুণনিয়ে। সেই গুণগুণনি পাঠকে মনৰ কাণেৰে শুনে। এইবাবেই ইয়াক কবিতা আখ্যা দিব পাৰি।

মোৰ ধাৰণা সোণবৰণীযা দেশ আৰু 'শিল্পী এই দুটা কবিতা দুৰবাৰ কবিজগতৰ প্ৰতিভূ। সোণবৰণীয়া দেশ ত তেও দেখুৱাব খুজিছে পৃথিৱীৰ প্ৰেম ক্ষণিক প্ৰকৃত প্ৰেম অপাৰ্থিৱ অথবা অনন্ত অজেয়— মৃত্যুস্পৰ্শৰ পৰা মুক্ত। পৃথিৱীৰ প্ৰেম ক্ষণিক বুলি কোৱাৰ কাৰণ হ ল ইয়াত মানুহে ভাল পায় আৰু পাহৰে। অপাৰ্থিৱ প্ৰেমৰ কুঞ্জত পাহৰণিৰ প্ৰৱেশ নাই। এনে স্বপ্নময় পৰিবেশক তেওৰ প্ৰেমে পূৰ্ণতা লাভ কৰিছে। অনন্ত প্ৰেমৰ সোণবৰণীয়া দেশত কোৱৰ কুৱৰী সুখেৰে আছিল পকা পাতৰ পৰশ পোৱাৰ পিছত তেওঁবিলাক নামি আহিল পৃথিৱীলৈ। স্বাভাৱিক গতিত পৃথিৱীত তেওঁবিলাক এদিন মৃত্যুৰ কবলত পৰিল। কোৱৰ কুৱৰী আকৌ সোঁণবৰণীয়া দেশ পালেহি। পৃথিৱীৰ মৰহা প্ৰেমৰ কৰুণ অভিজ্ঞতাৰ মাজতো কোঁৱৰ কুৱৰীয়ে স্বপ্ন দেখিছিল সোণবৰণীয়া দেশৰ। কোঁৱৰ কুৱৰীৰ এই অপাৰ্থিৱ প্ৰেমৰ স্বপ্নই দুৰবাৰো স্বপ্ন কিয়নো দিঠকতকৈ স্বপ্নই হে তেওৰ বাবে সচা

সপোন শেষ হ লে মোহজাল আঁতৰিলে
দুনাই এনুৱা ভাৱে দিবা জানো দেখা ? (শূন্য পৰিচয়)

শিল্পী কবিতাত শিল্পীৰ সৌন্দৰ্য স্পৃহা পৃথিৱীত পূৰণ হোৱা নাই সময়ৰ চৰণ চাবকো উপেক্ষা কৰি নীৰৱ সাধনাৰে গঢ়া সৌন্দৰ্য প্ৰতিমাৰ প্ৰাণ প্ৰতিষ্ঠাত শিল্পী বিফল হ ল উত্তাল ধুমুহাৰ মাজত শিল্পীয়ে অনুভৱ কৰিলে— প্ৰতিমাই যেন তেওক সংকেত দিছে অনন্তৰ পিনে যাবলৈ। বিফলতা আৰু হাঁহাকাৰৰ মাজত শিল্পীয়ে মৃত্যু বৰণ কৰিছে। ইয়াৰ অৰ্থ প্ৰেম যি দৰে অনন্ত সৌন্দৰ্যও অনন্ত।

দেৱী নামৰ আন এটি কবিতাত এই কথা আৰু স্পষ্ট হৈছে দেৱী প্ৰেম আৰু সৌন্দৰ্যৰ অদ্বৈত ৰূপ কবিৰ মানস প্ৰতিমা। এই দেৱীয়েই অপাৰ্থিৱ মোহিনী মূৰ্ত্তি কল্যাণৰ প্ৰতিনিধি, কবিতাৰ উৎস আৰু কবিৰ জীৱন্ধৰী। সোণবৰণীয়া দেশৰ 'কুঁৱৰী , শিল্পীৰ প্ৰতিমা আৰু এই দেৱীৰ মাজত কোনো প্ৰভেদ নাই। আগৰ কবিতা দুটাত পকাপাত আৰু ধুমুহাৰ চিত্ৰকল্পৰ মাজেৰে দিয়া মৃত্যুৰ ব্যঞ্জনা মন কৰিবলগীয়া। সম্ভৱত দুৰবাৰ অৱচেতন মনত এনে ধৰণৰ ৰোমাণ্টিক মৃত্যু কামনা সুপ্ত হৈ আছিল। ইয়াৰ কাৰণ ব্যৰ্থতা হ'ব পাৰে,

কিন্তু মৃত্যুয়েহে যে অপাৰ্থিৱ সৌন্দৰ্যৰ দুৱাৰ মুকলি কৰে এইকথা দুৱৰাই হয়তো বিশ্বাস কৰিছিল। তেওঁৰ মানত মৃত্যু অনন্ত অসীম নীৰৱতা

'আমাৰ আগৰ আৰু পাছৰ নাওবোৰ ক'লৈ গ ল— ক তো অলপো চিন নাই সেই হাহি ৰং ধেমালি ক ত কেনিও কাৰো এষাৰি মাত শুনিবলৈ নাই নিমাত শূন্য এক মহান নীৰৱতা একো বুজিব পৰা নাই। হায় ! এই অনন্ত অসীম নীৰৱতাৰ মাজত, আমি কোন কেনি যাম কোনে বুজাব ? (এটি গীত)

আকৌ

ওখ ওখ পৰ্ব্বত শুলে, অনন্ত নীল আকাশ শুলে অসীম বিশ্ব নিতাল মাৰি শুলে জগত নিস্তব্ধ— প্ৰকৃতি নীৰৱ ! (কথা বাৰ্ত্তা)

মৃত্যু অনন্ত জীৱনৰ পথ প্ৰদৰ্শক শ্যেলীয়ে সেইবাবেই বোধকৰো মৃত্যুক ইম্‌মৰটেলাইজিং উইণ্টাৰ বুলিছে। দুৱৰাৰ মৃত্যু কামনাৰ মূলতো আছে অপাৰ্থিৱ জগতৰ সন্ধানৰ ইচ্ছা। পৃথিৱীৰ প্ৰেমৰ প্ৰতি তেওঁৰ অনাস্থাৰ কাৰণ হ ল ই ক্ষণিক তদুপৰি মানুহৰ অকৃতজ্ঞতাৰে পৃথিৱীৰ প্ৰেম কলুষিত (কেতেকী)। তেওঁৰ মতে পৃথিৱীৰ স জ্ঞা হ ল

— য ত মানুহ ওপজে বুঢ়া হয় মৰে আৰু য ত ভাল পায় আৰু পাহৰে।

এনে এখন পৃথিৱীত অপাৰ্থিৱ প্ৰেমৰ অন্বেষণহে সম্ভৱ (পোহৰ) তাক পাব নোৱাৰি। দুৰ্লভ প্ৰেম আৰু সৌন্দৰ্যৰ অদ্বৈত ৰূপ সেই মোহিনী মূৰ্ত্তি অপাৰ্থিৱ তাক পাব পাৰি কেৱল মৃত্যুৰ স্তব্ধতাৰ সিপাৰে। মৃত্যুৰ ইঙ্গিত কেইবাটাও কবিতাত আছে। বুঢ়ী নামৰ কবিতাৰ নিয়তি জনী শেষ দেখাৰ বগা সাজ পিন্ধা নিথৰ নাৰীমূৰ্ত্তি প্ৰকৃতি কৰিতাত প্ৰকৃতিৰ পালক আৰু ৰুদ্ৰ মূৰ্ত্তি (যাক ঈশ্বৰ বুলিও ক ব পাৰি) সপোন ত যৌৱনকো মষিমূৰ কৰা শিঙাল ভয়লগা জন্তুটো জঁটীয়া দঢ়ীয়া বুঢ়াটোৰ দৰে থিয় হৈ থকা ভগা দ ল টো অনন্তৰ ফালে লৈ যোৱা চোৰ টো অন্তৰ্দাহী জুই লৈ ফুলৰ বুকুত মৰা পখিঁলা টো প্ৰলয় ত ভীষণ গাজনি আদিয়ে হয়তো কবিৰ মৃত্যু কামনাৰে ইঙ্গিত দিছে।

জীৱনৰ বন কাঁইটীয়া বুলি দুৱৰাই ক লেও শ্যেলীৰ দুখ আৰু তেওঁৰ দুখ একে নহয় শ্যেলীয়ে দুখ পাইছিল সামাজিক তাডনাৰ কাঁইটনিত আমাৰ কবিৰ দুখ বিষাদ সম্পূৰ্ণ ব্যক্তিগত। দুৱৰাৰ দুখ কীটচৰ জীৱনৰ দৰে নহয়। শ্যেলীৰ বৌদ্ধিক প্ৰেমৰ লগতো আমাৰ কবিৰ প্ৰেম তুলনীয় নহয় কিয়নো দুৱৰাৰ কোনো বৌদ্ধিক প্ৰেৰণা নাই। আৰ্টে জীৱনৰ ক্ষণিকতাক অমৰত্ব দিয়ে— কীটচ্‌ৰ এই ধাৰণাৰ পৰাও দুৱৰা আঁতৰত। তেন্তে দুৱৰাৰ বক্তব্য কি ?

সূৰ্যমুখী ফুলৰ দৰে কবি প্ৰেমৰ সাধনাত ব্যৰ্থ হ ল। সামাজিক বাধা নাইবা মানুহৰ অকৃতজ্ঞতাৰ বাবেই এই ব্যৰ্থতা আহিল। এহালি পাৰ ৱ দৰে ৰক্ত মা ্সৰ মানুহে সুখে দুখে লগ্ন বিচাৰে আমাৰ কবি কিন্তু আজীৱন নি সঙ্গ হৈ ৰ ল। নি সঙ্গতাৰ দুখত তেওঁৰ অন্তৰ দগ্ধ (এপাহি গোলাপ)। এই দুখৰ পৰা মুক্তি পাবলৈকে তেওঁ কবিতাৰ আশ্ৰয় লৈছিল আচৰিত কথা এই যে, একেটা 'মুড তে তেওঁ কবিতা ৰচনা কৰি গ ল যুগৰ বুকুৰেদি পাৰ হৈ যোৱা ৰাজনৈতিক বা অৰ্থনৈতিক ধুমুহা, বয়সৰ আঁচোৰ, দেশ বিদেশৰ কাব্যচৰ্চ্চা একোৱেই তেওঁৰ মুড ৰ সলনি কৰিব নোৱাৰিলে। তেওঁৰ কবিতা ব্যক্তিগত বিফলতাৰ

চাৰলিমেশ্যন হৈ ৰ ল। সেইবাবে তেওৰ কবিতাসমূহৰ ঘাই আকৰ্ষণীয় বস্তু হ'ল তাৰ স্বপ্ন সুষমা তেও জীয়াই আছিল স্বপ্ন ৰাজ্যত ইয়াৰ বাবে তেওক আমি 'জীৱন পলাতক আখ্যাও দিব পাৰো। এনে কবিতাৰ মাজত ইন্দ্ৰিয়স্পৰ্শবোধহীন মুক্তিৰ ইংগিতহে পোৱা যায় জীৱনবোধ তাত অনুপস্থিত। ইয়াৰ বাবে সাগৰপৰীয়া ৰোমাণ্টিক চেতনা দায়ী কিন্তু তাতোকৈ বেছি দায়ী কবিৰ ৰুচি মানসিক আলস্য আৰু সমকালীন সমালোচনা।

কবি নীৰৱ হৈও সমাজ সচেতন হ ব পাৰে দুৰ্বাৰ পথ নীৰৱ নি সঙ্গ যদিও তেও আজীৱন ব্যস্ত হৈ ৰ ল অতীতৰ স্মৃতি লৈ। অতীতৰ ব্যৰ্থ প্ৰেমৰ স্মৃতিৰ শ্মশানত তেও ম্ৰিয়মান

অন্তৰ জ্বলোৱা ছবি অতীতৰ স্মৃতি লই
বুকুৰ তেজেৰে আছে অন্তৰতে গাঁথা। (শূন্য পৰিচয়)

এটি বুঢ়া মানুহ ত ইয়াৰ প্ৰতিধ্বনি আছে

তোমাৰ অন্তৰৰ চকু মুকলি কৰা অতীতৰ স্মৃতিবাটত তোমাৰ জীৱনক তুলি ধৰি নিজক বুজিবলৈ চেষ্টা কৰা বৰ্হিজগতৰ পৰা অৰ্ন্তজগতলৈ সোমাই তোমাৰ জীৱনক তোমাৰ হাতত থকা সচাৰ কাঠিৰে মুকলি কৰা।

এই অৰ্ন্তজগত তেওৰ কবিতাৰ স্বপ্নৰাজ্য ইয়াৰ পৰা কবিৰ ব্যক্তিগত উজ্জীৱন হ ল সচা কিন্তু বাণী কাকতিয়ে কোৱাৰ দৰে তেওৰ কবিতা বিশ্ব জীৱন ৰচনাৰ উপাদান নহ ল।

জীৱনক তেও কেনেদৰে চাইছে তাক আমি জীৱনৰ দান কবিতাৰ পৰাই বুজিব পাৰো। জীৱন এটি পোহৰ তাৰ কাম দূৰ সুদূৰৰ বাট উজলাই দিয়া। এই পোহৰ হাতৰ মুঠিত থকা বস্তু নহয়। ইয়াৰ অৰ্থ কি ? শ্যেলীৰ দি ডিজায়াৰ টু চম্‌থিং অফাৰ্ ফ্ৰম্ দি স্ফিয়েৰ অব্ আৱাৰ চৰ — এই উক্তিৰ প্ৰতিধ্বনি নে কি ? সম্ভৱ ইয়াত দূৰ সুদূৰৰ অৰ্থ স্বপ্নময় সুন্দৰ তাৰ আশাতে তেও ৰৈ থাকে। এই কথাৰ সমৰ্থনত তেওৰ কবিতাৰ এটি স্তৱক উদ্ধৃত কৰিব পাৰি

সৰগ মৰত থাকে একে থিৰে চাই
সময়ৰ সোঁত বলি যায়
কেতিয়ানো সুন্দৰৰ মধুৰ পৰশে
কাষ চাপি লবহি চপায়। (এটি উৰি যোৱা ৰাজহাহলৈ)

এই সুন্দৰেই সোণবৰণীয়া দেশ এইখন আচৰিত দেশ — পৃথিৱীৰ পৰাজয় আৰু ব্যৰ্থতা ইয়াত জযৰ গৌৰৱেৰে বিমণ্ডিত হয়। সংসাৰৰ বেচা কিনা পাহৰি ব্যৰ্থতাৰ চকুলো লৈ পৰাজয় বৰণ কৰা কবিৰ দুখ তাত সুখ হৈ দেখা দিয়ে। ই ব্যথা পীড়িত আত্মাৰ মুক্তি স্বপ্ন মাথোন। মোৰ লগৰীয়া ত কবিযে অমূৰ্ত্ত প্ৰেমৰ সঙ্গ সুখ উপভোগ কৰিছে। এই প্ৰেমেই তেওৰ কল্পনাৰ দেৱী প্ৰেম আৰু সৌন্দৰ্যৰ অদ্বৈত ৰূপেৰে উজ্জ্বল এটি স্বপ্নময় সত্তা।

কবি সংসাৰত থাকিও বৰাগী। সীমায়ো দিয়েহি ধৰা ত এই বৰাগীৰ উল্লেখ আছে। বৰাগীজনৰ অন্ধতা আৰু বধিৰতাৰ অৰ্থ সম্ভৱত পাৰ্থিৱ প্ৰেম আৰু সৌন্দৰ্যৰ প্ৰতি বিৰাগ।

এনে বিৰাগ লৈ বৰাগী জনে গীত জোৰে আৰু অনন্তৰ অনন্ত সঙ্গীতৰ উমান পায়

'মই এই টোকাৰী লৈ গীত গাও— বতাহৰ ছেৱে ছেৱে টৌ তুলি মোৰ গীত ওপৰলৈ উঠি অনন্ত সঙ্গীত তৰঙ্গত মিহলি হৈ মোৰ অন্তৰত বাজি উঠে— সীমাৰ শেষ অসীমত সঙ্গীতৰ শেষ। সেই সঙ্গীত তৰঙ্গত যি জগতত আৱহমান কাল চলি আৰু চলি থাকিব — শুনাই শুনিব বুজাই বুজিব।

কবিৰ অপাৰ্থিৱ স্বপ্নময় ৰাজ্যত অনন্তৰ সঙ্গীত গুঞ্জন অহৰহ চলিছে তথাপি সি অধৰা। সসীম পৃথিৱীত দুখৰ শিকলিত কবি আৱদ্ধ কবিৰ মুক্তি নাই। মানুহে অসীমৰ ৰহস্য উদ্ঘাটনৰ আশা আকাঙ্ক্ষা পুহিলেও তাক সীমাবদ্ধ জ্ঞানেৰে পৃথিৱীত সম্পূৰ্ণভাৱে পূৰণ কৰিব নোৱাৰে। সেইবাবেই মিউজিক অৱ্ দি স্ফিয়েৰ তেও শুনিছে — তাতে তেওৰ মন নিৱিষ্ট। দুৱৰাৰ বাবে সম্ভৱত ইও সোণবৰণীয়া দেশৰে নামান্তৰ।

ভাবৰ ঘাই সুতিৰ লগত মিল নথকা কেইটিমান কবিতাও উল্লেখ কৰিব পাৰি। মোৰ শেষ পাঠ জীৱনৰ সাঁতোৰ চহকী মানুহ মগনিয়াৰ উৎসাহ কবি আৰু দাৰ্শনিক আদি এই শ্ৰেণীৰ কবিতা। মাতৃভাষাৰ প্ৰতি অনুৰাগ দৰিদ্ৰৰ আন্তৰিকতা আত্মনিৰ্ভৰশীলতা বিপদ বিঘিনি অতিক্ৰম কৰাৰ প্ৰচেষ্টা কবিতা আৰু দৰ্শনৰ সমন্বয় আদি ভাবৰ ব্যঞ্জনা এইবোৰত কৰা হৈছে। এনেবোৰ কবিতাৰ মূল বিদেশী যেন অনুমান হয়। সেই দেখি এইবোৰ তেওৰ ঘাই ভাৱ ভূমিৰ লগত সম্পৰ্কহীন।

কথা কবিতাৰ প্ৰকাশৰীতিৰ স্বকীয় বৈশিষ্ট্য মন কৰিবলগীয়া। ইযাত অমূৰ্ত্তৰ মূৰ্ত্ত চিত্ৰন সপোনক উপস্থাপনৰ মাধ্যম হিচাবে গ্ৰহণ মনুষ্যত্বৰ জীৱ জন্তু আৰু নিৰ্জীৱ পদাৰ্থৰ কথাবাৰ্ত্তা— এনেবোৰ বৈশিষ্ট্য লক্ষণীয়। কেতিয়াবা লোকগীতৰ ফুলকোৱৰ ফুলকুৱৰীকো অনা হৈছে, কেতিয়াবা আকৌ দেৱতা মহাকাশ আদিক চৰিত্ৰৰূপে দাঙি ধৰি বিষয়বস্তুত ৰহস্যময়তা আৰোপ কৰা হৈছে। চৰিত্ৰবোৰৰ ব্যৱহাৰৰ পৰাও কবিৰ ৰোমাণ্টিক স্বপ্নময়তাৰ আভাস পাব পাৰি। দুৱৰাৰ কবিতাত নিসৰ্গ চেতনা আছে কিন্তু সি অগভীৰ। টুৰ্গেনিভৰ বাহিৰেও ফৰাচীদেশত ঊনৈশ শতিকাত এলয়চিযাচ বাৰ্ট্ৰেণ্ড (Aloysius Bertrand) নামৰ এজন কবিয়ে লিখা কবিতাকো সেই দেশৰ সমালোচকে আচহুৱা গদ্য কবিতা বুলি অভিহিত কৰিছে। তলত তেওৰ এটা কবিতাৰ দুটা স্তৱক মাত্ৰ অনুবাদ কৰি (সাৰ্থক অনুবাদ নহবও পাৰে) কথা কবিতাৰ ভাষাৰ এটি চানেকি দাঙি ধৰিব খুজিছো।

নৰক—নৰক আৰু সৰগ—বিষাদৰ আৰ্ত্তনাদ! হৰ্ষৰ কল্লোল! অভিশপ্তৰ কলঙ্ক! জাকত জিলিকাসকলৰ কীৰ্ত্তি! অসুৰে উভালি পেলোৱা পাহাৰৰ শালগছৰ দৰে মৃতৰ আত্মা। দেৱদূতে সংগ্ৰহ কৰা উপত্যকাৰ ফুলৰ দৰে মৃতৰ আত্মা!

বেলি আকাশ পৃথিৱী আৰু মানুহ— সকলোৰে সৃষ্টি হ'ল— সকলোৰে ধ্বংস হ'ল। এটা কণ্ঠই শূন্যতাক কপাই তুলিলে! উজ্জ্বল জেৰুজেলেমৰ দুৱৰাৰ পৰা সেই কণ্ঠত ধ্বনিত হ'ল বেলি ?—

এইয়া কবিতাৰ ভাষা গদ্য হলেও ই ব্যঞ্জনাময়।

দুৱৰাৰ কবিতাৰ ভাষাত এনে অপূৰ্ব্ব ব্যঞ্জনাময়তা নাই। ফৰাচী কবিৰ কাব্যিক পদ্যৰ ৰমণীয়তা দুৰ্গেনিভতো আছে বুলি কোৱা টান। দুৱৰাৰ কবিতাত মিতভাষণৰ অভাৱেও

ভাষাৰ সৌন্দৰ্য হানি কৰিছে, আৰু তাৰ ফলস্বৰূপে ঠায়ে ঠায়ে প্ৰগাঢ়তাও নষ্ট হৈছে। তথাপিও কথা কবিতাৰ গদ্য মনোহৰতা অসমীয়া সাহিত্যৰ সম্পদ হৈ থাকিব। ইয়াৰ প্ৰাঞ্জল আৰু প্ৰসাদগুণসম্পন্ন ব্যঞ্জনাময় ৰচনাভঙ্গী মনোৰম চিত্ৰৰ দৰে আকৰ্ষণীয়। ব্যৰ্থপ্ৰেমৰ তাড়নাত চকুলো টুকি স্বপ্নসুষমাৰে মানস প্ৰতিমা গঢ়া এই কবিজন জীৱন বিমুখী হ ব পাৰে, কিন্তু তেওঁৰ কথা কবিতাৰ ৰচনা ৰীতি কাব্যামোদীৰ বাবে সদায় তৃপ্তিকৰ হৈ থাকিব।

সকলো দেশৰে কাব্য আন্দোলনৰ ইতিহাস চালি জাৰি চালে দেখা যায় যে কবি জগতৰ উৎস ভূমিত থাকে সমকালীন জীৱন বোধ আৰু ঐতিহাসিক চেতনা। অসমীয়া ৰোমাণ্টিক কবিতাৰ জন্মলগ্নত দেশৰ জীৱনৰ লগত জড়িত কোনো সমস্যাই কবিসকলৰ মনত গভীৰ ৰেখাপাত কৰা নাছিল। এই কথা দুৰ্বাৰ ক্ষেত্ৰতো প্ৰযোজ্য। নিজস্ব ভাবলোক কাল চেতনা অথবা গভীৰ জীৱন বোধেৰে উদ্ভাসিত হোৱা হ লে কালোত্তীৰ্ণ কবি হ লহেঁতেন। ৰোমাণ্টিক কবিতাত প্ৰথমে যি বাস্তৱবোধ আছিল শেহলৈ সি ক্ৰমে নাইকিয়া হ ল আৰু সম্পূৰ্ণভাৱে আত্মকেন্দ্ৰিক হোৱা বাবে নিজৰ সৃষ্টিৰ জালত নিজেই স্থবিৰ হৈ পৰিল। বাস্তৱ বোধৰ অভাৱৰ বাবেই দুৰ্বাৰ কবিতাত মুড ৰ সলনি নহ ল। সেইগুণে আধুনিক জিজ্ঞাসু মানসৰ বাবে দুৰ্বা কাব্যৰ ভাব বস্তুৰ আবেদন প্ৰায় শূন্য বুলি কলেও অত্যুক্তি নহয়।

স সাৰৰ সুখৰ সোতত উটি যোৱা তেওৰ জীৱনৰ নাওখনহে দুখৰ— সুখৰ সোতত ভাহে দুখৰ নাৱত ছয়ামায়া চেনেহ ভিখাৰী। বিজুলীৰ দৰে ই ক্ষণপ্ৰভা ক্ষণিকৰ বাবে দেখা দি আকৌ নোহোৱা হয়। ভালপোৱা বিশ্বাস এইবোৰ কথাৰো কোনো অৰ্থ নাই। 'বিশ্বাসৰ নিজৰা শুকায় নিৰাশাৰ ৰ দৰ তাপত। Mutability কবিতাত শ্যেলীয়ে কৈছে—

The flower that smiles to-day
To-morrow dies
All that we wish to stay
Tempts and then flies

ইয়াৰ অনুবাদ সপোনৰ সুৰ দুৰৱাৰ হাতত প্ৰাণস্পৰ্শী হৈ উঠিছে

আজি মোৰ হহা ফুলপাহি
কালিলৈ লেৰেলি শুকায়
আজি যাক বুকুৰে সাৱটো
কালিলৈ কেনিবা পলায়।

নিৰাশাৰ আন্ধাৰে তেওৰ প্ৰাণৰ আশাবোৰ আৱৰি ৰাখিছে। কাকো আপোন কৰিব নোৱৰা কবিৰ জীৱনৰ ধাৰা এটি মাথো নিৰাশা সপোন। তেওৰ আঙুলি ফাকেদি বাৰে বাৰে সৰকি যায় সোণোৱালী বালিৰ কণা। সেয়ে তেও মাজে মাজে অনুভৱ কৰে সকলো যেন 'ছয়ামযা পুতলাৰ নাচ সপোনতে দেখিছো সপোন। তেওৰ বুকুৰ মাজৰ আশা নিৰাশাৰ গুপুত বেথাৰ বাণী কটিয়াই মাজে মাজে যি চকুলো বৈ আহে তাত আছে অতীতৰ মৰণ সমান স্মৃতি। Tears idle tears কবিতাত টেনিচনে কৈছিল— I know not what the means আমাৰ কবিয়ে কিন্তু বুজিছে খন্তেকীয়া সপোনৰ দৰে শেষ হৈ যোৱা সুখময় অতীতেই সেই চকুলোৰ উৎস। বৰ্তমান দুখৰ হলেও কবিৰ অতীত সুখময এক ৰঙীন সপোন আছিল। সেই সপোনে এতিযাও তেওক লগ এৰা নাই

সুখে দুখে জীৱনৰ ফুৰে পাছে পাছে
অতীতৰ মধুৰ সপোন
নিমিষতে বিষাদত ধৰেহি আগত
এৰি অহা প্ৰেমৰ দাপোণ

তেওৰ জীৱনত পোহৰৰ লেশ মাত্ৰ নাই আকাশ বিষাদ ডাৱৰে ঢকা। গতি তেওৰ স্মৃতিৰ শ্মশান গছকি বুকুৰ মাজত আশা নিৰাশাৰ ৰেখা অকা। শুকুলা পাখিৰ নাৱেৰে তেও আঁতৰি পৰ্বত সমান ঢৌ তোলা অনন্ত সাগৰৰ মাজেৰে। বিদায়ৰ এই শেষ ক্ষণত তেও আকুল কণ্ঠেৰে মাথোন কৈছে— অতীতক নেযাবা পাহৰি। অথচ প্ৰতিমাত প্ৰাণ জগাব নোৱাৰি এদিন তেৱেঁই অতীতক যোৱাহে পাহৰি বুলি ৰিঙিয়াই উঠিছিল দুদিনীয়া সংসাৰৰ আলহীঘৰত দুদিনৰ লীলা শেষ। হোৱাৰ পিছত কোন আছে কেনি মোৰ আহি কাষলই চেনেহেৰে দিবহি বিদায় বুলি হুমুনিয়াহ কাঢ়িছিল।

কবি দুৰৱাৰ হুমুনিযাহবোৰ যেন পাঠকৰ বুকুতো লাগেহি। বিষাদেৰে সিক্ত তেওৰ কবিতাত আলসুৱা কবিমনৰ অভিমান বেদনা আৰু উদাসীনতাই কৰুণ সৌন্দৰ্যৰ সৃষ্টি কৰে। 'আপোন সুৰ ৰ মাজেদি প্ৰকাশ পোৱা তেওৰ বিষাদ বোধ ব্যক্তিগত হৈও তাৰ উপস্থাপন কলাৰ ফালৰ পৰা ইমান উচ্চস্তৰৰ যে এইবোৰে অনায়াসে কবিৰ বুকুৰপৰা পাঠকৰ বুকুৰ মাজলৈ গতি কৰে।

# দুৱৰাৰ-কবিতাত "পাহৰণি"

## তীৰ্থনাথ শৰ্মা

Mıserable men are wrought ınto poetry by worng

They learn ın sufferıng what they teach ın song – Shelley

কবিয়ে নিজৰ ভাগ্যহীন জীৱনৰ সুৰহীন গান' শুনাই কাব্যামোদীৰ সহৃদয় হৃদযত সমবেদনাৰ ঝঙ্কাৰ তুলিবলৈ চেষ্টা কৰাৰ প্ৰথা পুৰণি ভাৰতত নাছিল। সংস্কৃত সাহিত্যত কৰুণ ৰসৰ সমাৱেশ অতুলনীযভাৱে থাকিলেও আত্মকাহিনীৰ অৱলম্বন কৰা হোৱা নাছিল। পিচৰ বৈষ্ণৱ কবি চণ্ডীদাস বিদ্যাপতি আৰু বিশেষকৈ মীৰাবাইৰ কৱিতাত ব্যক্তিগত জীৱনৰ গোন্ধ পালেও আৰু শৃঙ্গাৰ ৰসাত্মক বহুত সংস্কৃত শ্লোকত উত্তম পুৰুষৰ ব্যৱহাৰ থাকিলেও সি যথাযথ আপোন সুৰ (Personal note) নহয। নিজ জীৱনৰ দু খ শোক আনন্দ আৰু অৱহেলাক উপজীৱ্য কৰি প্ৰাদেশিক ভাষাত কবিতা লিখা প্ৰথাত পাশ্চাত্য ইংৰাজ কবিৰ প্ৰভাৱ নুই কৰিব নোৱাৰি। ইংৰাজ কবি শ্যেলী কীটছ্ বাইৰণ আদিৰ পঠন পাঠনেই পোন প্ৰথমে এনে আদৰ্শৰ যোগান ধৰিছিল। আধুনিক বঙ্গ সাহিত্যৰ প্ৰথম কবি অমিত্ৰাক্ষৰ ছন্দৰ প্ৰবৰ্তন কৰোতা মধুসুদন দত্তৰ কিশোৰ জীৱনত বাইৰণেই আছিল আদৰ্শ। তেওক হিন্দু স্কুলত ইউৰেছিয়ান বাইৰণ বুলিছিল। প্ৰথম অৱস্থাতে লিখা— I love thee My fond sweet blue eyed maıd আদি বাইৰণৰ অনুকৰণতে লিখা। কবি দুৱৰাকো সাহিত্যৰথী বেজবৰুৱাদেৱে অসমীয়া শ্যেলী বুলি জোকোৱা কথা আমি জানো।

আধুনিক অসমীয়া সাহিত্যতো এনে ধৰণৰ আপোন সুৰ ৰ আলাপ বিৰল নহয়। যতীন্দ্ৰনাথ দুৱৰাৰ গুটীযা কৱিতা বিলাকেই এই বিষযত আদি নহলেও প্ৰধান। ওমৰ তীৰ্থ'ৰ বাহিৰে তেখেতৰ কথা কবিতা আৰু প্ৰকাশিত অপ্ৰকাশিত বহুত কবিতাতে এটি স্বকীয কৰুণ সুৰ বৰ্তমান। আমি কিন্তু সেই সকলোবিলাক লৈ আলোচনাত নানামো। আমাৰ আলোচ্য কবিতা মুঠেই চাৰিটা। সেই কেউটাক আমি পাহৰণি কবিতা বুলি উল্লেখ কৰিম। সেই চাৰিটা হৈছে— (১) অতীতক যোৱাহে পাহৰি (২) অতীতক নাযাবা পাহৰি (২) শূণ্য পৰিচয় আৰু (৪) আজি মোক যোৱাহে পাহৰি । ক্ৰমে ইটোতকৈ সিটো পিচত লিখা। কবিতাকিটাত এটা ধাৰাবাহিকতা বৰ্তমান আৰু এই ধাৰাৰ মাজত কবিৰ মনৰ দ্বন্দ্ব আৰু তাৰ সমাধান লক্ষ্য কৰিবলগীযা।

কবিতাত দু খবাদ একো নতুন বস্তু নহয়। বহুত কবিয়ে কৰুণ ৰসেৰে কাব্যজগত তিযাই গৈছে। কিন্তু বিশেষত্ব হৈছে সেই দুখৰ সমাধানৰ প্ৰচেষ্টাত। তেওলোকৰ দুখ নিবৃত্তিৰ বাট সুকীযা অৱশ্যে নিজ নিজ অৱলম্বিত উপাযেৰে দুখ নিবাৰণ হৈছিল নে নাই সেইটো আমাৰ অনুসন্ধানৰ সীমাৰ বাহিৰত।

কবিসকলৰ মাজত ঘাইকৈ তিনিটা দল চকুত পৰে। কিছুমান কবিয়ে স সাৰত জঞ্জাল আহুকাল শোক আৰু দুখৰ পৰা হাত সাৰিবৰ একমাত্ৰ উপায় বিচাৰি পাইছিল ঐকান্তিক অৱসৰময় নীৰৱ জীৱনধাৰাত। কোলাহলময় পৃথিৱীৰ পৰা আঁতৰি পৰ্বতৰ দাতি সাগৰৰ কাষ অথবা জনহীন নীৰৱ প্ৰান্তৰত অকলশৰীয়া জীৱন কটাই নিজৰ দুখ

জঞ্জালৰ গধুৰ বোজা পাতলাবৰ এটা চেষ্টা বহুত কৱিৰ ৰচনাত পোৱা যায়। মেছফিল্ড ৱৰ্ডছৱৰ্থ আদি এই শ্ৰেণীত সোমাব।

আন কিছুমানে আকৌ বৰ্তমানৰ অনাদৰ অৱহেলা ঠেলি থৈ ভবিষ্যতৰ গৌৰৱময় সম্ভাৱনাৰ চিন্তা কৰি কৰি অশান্ত মনত শান্তিৰ জিলিঙনি পেলাইছিল। ভাবী গৌৰৱৰ সপোনত আজিৰ অপমান অপযশ উটাই দিছিল। কীটছ্ আছিল এই শ্ৰেণীৰ কবি। আমাৰ ভৱভূতিয়েও বোধহয় নিজৰ জীৱনছোৱাত কোনো সন্মান আৰু প্ৰশংসা লাভ কৰিব নোৱাৰি কৈছিল

তেষাং প্ৰতি নৈষ যত্ন উৎপৎস্যতে মম কোহপি সমানধৰ্ম।

ভবিষ্যতে তেওক বুজিব পৰা মানুহ ওলাব তেওৰ মোল বুজিব আৰু দহক বুজাব— এই আশাতে ভৱভূতিয়ে বুকু বান্ধিছিল।

তৃতীয় শ্ৰেণীৰ কবিসকল কিছু পৰিমাণে দাৰ্শনিক মনোবৃত্তিৰ। তেওলোকে আত্মপ্ৰবোধৰ সহায়ত দুখ দৈন্য সাৰটি লবলৈ চেষ্টা কৰে। যি হৈছে তাকে ঈশ্বৰৰ দান বুলি মানি মনক প্ৰবোধ দিয়ে। ভগৱদা যদ্‌ৱিধীযতে তন্মঙ্গলায এয়ে হ ল তেওলোকৰ ত্ৰিতাপক্লিষ্ট মনৰ জুৰণিগান। আত্ম সন্তুষ্টিৰ ওপৰত নিৰ্ভৰ কৰা কবিসকলৰ ভিতৰত মিল্টন আগৰণুৱা। তেওৰ On his blindness কবিতাত এই মনোভাৱৰ পূৰ্ণ বিকাশ দেখা যায়।

কৱি দুৰৰা ওপৰত কোৱা এটা দলতো নপৰে। তেও নিজেই এটা শ্ৰেণীৰ সৃষ্টি কৰ্তা। তাৰ প্ৰমাণ ওপৰত লিখা কবিতা চাৰিটাই। তেও নিৰ্জন প্ৰকৃতিৰ আশ্ৰয় লৈ ভবিষ্যত গৌৰৱৰ সপোন দেখি অথবা আত্মতুষ্টিৰ কোনো ব্যৰ্থ চেষ্টা কৰি নিজৰ জীৱনৰ দুখ গলাবৰ চেষ্টা কৰা নাই। এই বিষযত তেওৰ অৱলম্বিত উপায় হৈছে পাহৰণি। এই পাহৰণিও নিজৰ মনৰ নহয়— আনৰ চাৰিওফালৰ মমতাৰ আশ্ৰয় স্থল ভাই বন্ধু আৰু আত্মীযৰ। এই কৱিতা চাৰিটাত পাহৰণিতত্ত্বৰে এটা ক্ৰমিক বিকাশ পৰিলক্ষিত হয়।

কবি দুৰৰাৰ মনত জীৱনটো সুখৰ সোতত ভাহে দুখৰ নাৱত। বাহ্যিক বিষযৰ সুখ শান্তিৰ অনুভৱ কৰোতা যি মন সি যদি দুখৰ আৱৰণত অন্ধ থাকে তাৰ ওপৰত আকৌ সুখৰ পোহৰপাতৰ আশা ক ত ? দুখৰ নাৱত উঠি মনে সুখাশাৰ সোতত আপোনাকে উটাই দিয়ে কিন্তু শান্তিজল স্পৰ্শ কৰিব নোৱাৰে। অতীতৰ স্মৃতি সিও কেৱল বিষাদময প্ৰাণহীন প্ৰতিমাৰ ব্যৰ্থ আৱেদনৰ এটি হিয়া ভগা সোৱৰণ। গতিকে দুৰৰাই চাপিল একেবাৰে মনৰ কাষ। আৰম্ভ কৰিলে মনক বুজনি দি। অতীতক যোৱাহে পাহৰি। কাব্য পক্ষীযে কাণে কাণে কৈ গ ল—

সুৱৰি সুৱৰি কিয় অতীতৰ স্মৃতি।
মিছাতেই নিজে দুখ পোৱা।
মুখনি মোলান কিয় মিছাতে চকুলো
অতীতক পাহৰি পেলোৱা।

(অতীতক যোৱাহে পাহৰি)

যদি অতীত স্মৃতিৰ এই শুষ্ক ইন্ধন দলিযাই পেলাব পাৰি দু খাগ্নি আপুনি নুমাই যাব।

হৃদয়ৰ হুমুনিয়াহ শূণ্যে মাৰ যাক
চিতা জুই নুমক আপুনি।
(অতীতক যোৱাহে পাহৰি)

কিন্তু অতীতক পাহৰা কামটি নিচেই সৰু সুৰা নহয় কাৰণ—

সুখে দুখে জীৱনৰ ফুৰে পাছে পাছে
অতীতৰ মধুৰ সপোন।
নিমিষতে বিষাদত ধৰেহি আগত
এৰি অহা প্ৰেমৰ দাপোণ।
(অতীতক নাযাবা পাহৰি)

কবিৰ প্ৰয়াস ব্যৰ্থ হ ল আত্মবিস্মৃতিৰ উদাস মৰুভূমিত থিয় দি দেখিলে—

আন্ধাৰ মুধাৰ বাট নমনি একোকে।
সমুখত স্মৃতিৰ শ্মশান।
ক তনো প্ৰেমৰ ছবি লয গৈ তাতে
তোলে এটি সকৰুণ তান।
সমুখত স্মৃতিৰ শ্মশান। (অতীতক নাযাবা পাহৰি)

কবিৰ চঞ্চলতা আহিল ভয হ ল কিজানি জগতেও তেওক পাহৰি যায। সাধাৰণ মানুহৰ পক্ষে অসহনীয় ইযাতকৈ একো হ ব নোৱাৰে— আনে কি জানি তেওক পাহৰি যায়। মই পাহৰিবলৈ চেষ্টা কৰিম আৰু কৰিছো কিন্তু তুমি মোক নাপাহৰিবা তেতিযা যে মই শূন্য হৈ যাম তোমাৰ বিস্মৃতিৰ গৰ্ভত মোৰ সকলো অতীত লীন হৈ যাব। এইটোৱেই আকৌ দুখৰ আন এটা কাৰণ হৈ পৰিব। কবিয়ে সানুনযে অনুৰোধ জনাইছে—

চেনেহৰ সখা মোৰ শেষ অনুৰোধ
অতীতক নাযাবা পাহৰি।
সমাপি জীৱন খেলা বসুধা বুকুত
যামগৈ যিদিনা আতৰি
অতীতক নাযাবা পাহৰি।
(অতীতক নাযাবা পাহৰি)

এই পাহৰণ আৰু সোৱৰণৰ দোমোজাত পৰি কবি আকুল হৈ উঠিল। বাহিৰত অতীতক পাহৰি যোৱাৰ ভাও ধৰিলেও অন্তৰত পোৰণিৰ ৰাঙলী শিখা জ্বলিব লাগিছে। কবিৰ তৃতীয় কৱিতা শূন্য পৰিচয ৰ প্ৰথম শাৰীতে তাৰ লুকোৱা নিৰ্দেশ পোৱা যায।

মোৰ এই হিয়াখনি জেতুকা পাতৰ দৰে
সেউজীযা বননিৰ বৰণেৰে ঢকা।
(শূন্য পৰিচয)

হিয়াৰ উপমান হিচাবে কবিতাত ঠাই পাব পৰা কোমল আৰু স্নিগ্ধ কত বস্তু আছিল কিন্তু সেই সকলোৰে ভিতৰত জেতুকা পাতৰ লগত হিয়াৰ উপমাৰ সাৰ্থকতা কি ? জেতুকা পাত বছৰেকীয়া বিহুত অসমীয়া ডেকা গাভৰুৰ প্ৰসাধনৰ উপাদান বুলি নহয়। জেতুকা পাত বাহিৰৰ পৰা সেউজীয়া আৰু কোমল সেই কোমলতা আৰু স্নিগ্ধতাৰ মাজত লুকাই আছে উজ্জ্বল ৰক্তিমা। চেপিলেহে আত্ম প্ৰকাশ কৰে নহলে লুকাই থাকে। কবিৰ হৃদযেও অতীতৰ স্মৃতি আৰু মমতাৰ জৰী ছিঙি পেলোৱাৰ ভাও ধৰি শান্ত স্নিগ্ধতাৰ আৱৰণ ললেও প্ৰকৃত পক্ষে দু খ নিৰাশাৰ অন্তৰ্দাহ শাঁত পেলাব পৰা নাই। তাৰ নিৰ্ঘাত ৰক্তিমা বাহিৰৰ কৃত্ৰিম স্নিগ্ধতাৰ মাজত আত্মগোপন কৰি—

বুকুৰ তেজেৰে আছে অন্তৰতে অকা।

আনৰ সমবেদনা সহানুভূতি তাৰো যে একো মূল্য নাই তাকো কবিযে ক্ৰমাৎ বুজি পাৰবলৈ ধৰিলে। অতীতক নাযাবা পাহৰি বুলি আন সকলোকে কলেও সি সান্ত্বনাৰ বাট মুকলি নকৰে। তেওলোকে মনত পেলালেও সহানুভূতি দেখালেও সি ক্ষন্তেকীযা মোহৰ বাহিৰে একো নহয। শূন্য পৰিচযৰ দ্বিতীয দফাত কবিযে নিজেই কৈছে—

কত জন কাষলই আহি কত ভাৱে মোৰ।
তোলাই হিযাত মাথোঁ সকৰুণ তান॥
শূন্যত বিযপি পৰি শূন্যতেই মাৰ যায।
ভাগ্যহীন জীবনৰ সুৰহীন গান॥

(শূন্য পৰিচয)

র্তিকে নিজে পাহৰিবলৈ চেষ্টা কৰা আৰু আনৰ সোৱৰণ সহানুভূতিৰ ছা লৈ দুখ নিবাৰণ কৰা এটা উপাযেৰেও কবি কৃতকাৰ্য্য হৈ নুঠিল। এইখিনিতে তেখেতৰ পাহৰণি তত্ত্বৰ প্ৰথম পৰ্বৰ যৱনিকা। দ্বিতীয পৰ্বত তৃতীয আৰু চতুৰ্থ কবিতাত দুবৰাই পাহৰণিৰ গতি ওলোটাই বোবালে।

কবি হৃদযত এইবাৰ বিজুলীৰ চমক বৈ গ ল। তেও বুজি পালে অনাচাৰ অনাদৰ দুখ দৈন্য এইবোৰ অকল পাহৰিবলৈ চেষ্টা কৰিলেই নহ ব মানি ল ব লাগিব কিন্তু সেযে আত্মসমৰ্পণ হিচাবে নহয।

অনাদৰ অৱহেলা সকলো গোটাই লই।
ৰচো মই জীৱনৰ কুসুম কানন॥
এযে মোৰ কপালত বিধিৰ নিষ্ঠুৰ লিখা।
এইযে মোৰ জীৱনৰ কাইটীয়া বন॥ (শূন্য পৰিচয)

বৰফস্তুপ সূৰ্যৰ প্ৰখৰ কিৰণত গলি যায কিন্তু মনৰ এই দুখস্তূপ গলি যাব লোকবিস্মৃতিৰ অন্ধকাৰত। সুখ আৰু দুখৰ গুৰি ক ত যেতিয়া মানুহে বাহ্যিক জগতৰ লগত খুন্দা খায। মোৰ দুখ আছে সি তোমাক লৈ সুখ পাইছো তুমি আছা বুলি। দুখ আৰু সুখৰ আশ্ৰয নহ লে আনৰ সম্বন্ধলৈ নাহিলে সুখ দুখৰ কোনো অৰ্থ হৈ নপৰে। গোটেই বিশ্বখনত অকল মযেই থকা হ লে সুখ দুখৰ কোনো কাৰণেই নাথাকিলহেতেন। মই যদি বিস্মৃতিৰ আন্ধাৰত লুকাই পৰো মানুহে মোৰ কথা মনলৈ নানে মই অকলে

বহি দুখ বা সুখ পোৱাৰ হেতু নথকা হৈ পৰে। নিজক স সাৰৰ কামৰ পৰা এনে ভাৱে আঁতৰাই আনিম যে মোৰ দুখে আঘাত পাবৰ কোনো আশ কাই নাথাকে। পুখুৰীৰ টৌ পাৰত লাগি আকৌ খুন্দা খাই আহে, মাজ সাগৰৰ টৌ আপোনা আপুনি মাজতে মাৰ যায়। এই ভাবিয়েই কবিয়ে আশ্ৰয় ললে লোকবিস্মৃতি ৰূপ পাহৰণি নৈৰ দাতিত—

নিৰলে থাকিম বুলি সাজিছো ইয়াতে পঁজা
দাতিয়েদি বৈ যায় পাহৰণি নই
ধুনীয়া জোনাক ৰাতি বহি তাৰ পাৰতেই
শুনাম জীৱন গীতি বীণধ্বনি লই।
আকুল উদাস সুৰে উঠিব জগত জুৰি
গভীৰ বেদনাৰাশি অন্তৰ মাজৰ
নামাগে চেনেহ কাৰো নিবিচাৰে হুমুনিয়াহ
সাগৰতে মাৰ যায় টৌ সাগৰৰ। (শূন্য পৰিচয়)

ইযাত এইটো মন কৰিবলগীয়া কবিয়ে গীত গাবলৈ নেৰে তেওৰ বীণত আকুল উদাস সুৰে সপ্তস্বৰৰ নাচোন চলিব কিন্তু সেয়ে পাহৰণি নৈৰ দাতিত। কোনেও নুশুনিব সহানুভূতি বা চেনেহ জনাওতা কোনো নাথাকিব। তেওৰ কথা ঘুণাক্ষৰেও কোনেও মনলৈ নানিব।

প্ৰশান্ত মহাসাগৰত এবিধ বতাহ আছে। বহুদূৰ জুৰি চাকনৈয়া বত'হ। এই সামুদ্ৰিক বা মাৰলিৰ পৰিধিৰ সো মাজত মাত্ৰ এটি শান্ত বিন্দু থাকে। বতাহ তাৰ চাৰিওফালে ঘূৰে কিন্তু সেইকণ ঠাই স্পৰ্শ নকৰে। জাহাজৰ নাবিকসকলে এই বতাহৰ আগজাননী পালেই সেই বতাহৰ স্মৰ্শহীন শান্ত বিন্দুত জাহাজৰ লঙ্গৰ পেলাই আউলী বাউলী বতাহৰ সো মাজতেই জুপুকা মাৰি থাকে। বিচ্ছেদ প্ৰাপ্তিৰ আধাৰ স্বৰূপ লোকস্মৃতিয়ে তেওক যদি এইদৰে স্পৰ্শ কৰিব নোৱাৰে তেনেহলেই তেও নিৰাময় হৈ পৰিব। সেই দেখিযেই শেষৰ কবিতাত তেও স্পষ্ট ভাষাত কাকুতি জনাইছে—

মাতিছো কাকুতি কৰি
সপোনৰ বেহা লই
জীৱনৰ ভুল বাট ধৰি
আহিছিলো আপোন পাহৰি
অকলে অকলে
আজি এই সন্ধিয়া পৰত
মিলনৰ অপূৰ্ব্ব ক্ষণত
মাগিছো মেলানি নিজে
আজি মোক যোৱাহে পাহৰি
মাতিছো কাকুতি কৰি
দুই হাত যুৰি
আজি মোক যোৱাহে পাহৰি (আজি মোক যোৱাহে পাহৰি)

নিজৰ সকলো দুখ গোটাই লৈ লোকবিস্মৃতিৰ গৰ্ভত আত্মগোপন— এযেই দুৰ্বৰা কবিতাৰ পাহৰণি তত্ত্ব। কাব্য জগতত এই তত্ত্বৰ আবিষ্কাৰ দুৰ্বৰাৰ নিজা আৰু এই খিনিতেই কবি দুৰ্বৰাদেৱৰ বৈশিষ্ট্য। দুৰ্বৰাৰ ভাব হিয়াতলি ভেদি ওলোৱা ৰচনাৰ লালিত্য আধুনিক অসমীয়া কাব্যত তুলনাহীন। এই পাহৰণি তত্ত্বটিয়েই কবিতা চাৰিটা অমৰ কৰি ৰাখিব।

দুৰ্বৰাই তেখেতক পাহৰি যাবলৈ আমাক অনুৰোধ জনাইছে। তাত আমাৰ কবলগীয়া এয়ে যে তেখেতে নিজেই নিজৰ ভৰিত কুঠাৰ মাৰিছে। আন নহলেও এই কবিতা কিটাৰ কাৰণেই আমি তেখেতক পাহৰিব নোৱাৰো।

# দুৱৰাৰ কবিতাত "আপোন সুৰ"

## তীৰ্থনাথ শৰ্মা

সকলো অসমীয়াই ষোল বছৰৰ পৰা চৌবিছ বছৰ বয়সলৈকে অলপ অচৰপ কবিতা সাধে। তাৰ ভিতৰত দুই এজন প্ৰতিভাৱান কবিও থাকে কিন্তু তেওলোকো অকালতে নীৰব হৈ যায়। কেতিয়াবা যদিওবা আঁৰি থোৱা বীণখনিৰ ধূলি মাকতি জোকাৰি টু টুঙাবলৈ চেষ্টা কৰে পূৰ্ব্বৰ দৰে ললিত ঝঙ্কাৰ নুঠে। অসমীয়া সাহিত্যিক এমুঠি তেওলোকেই উৎসাহৰ আধিক্যত সাহিত্যৰ সকলো বিভাগতে নিজৰ ক্ষমতাৰ পৰীক্ষা কৰে। এনে হোবাত সাহিত্য ভডাল সংখ্যাত অলপ অচৰপ টনকিযাল হলেও প্ৰকৃত সাধনাৰ অভাবত পৈণত আৰু শ্ৰীসম্পন্ন সাহিত্যৰ সৃষ্টি হোৱাত বাধা হৈছে। সাহিত্য চৰ্চ্চাক জীবনৰ এটা বিনোদৰ পৰা সাধনাৰ স্তৰলৈ তুলিব নোৱাৰিলে যুগমীয়া কীৰ্ত্তিৰ অধিকাৰী হবলৈ আশা কৰা বৃথা। অসমীয়াৰ ভিতৰত যি দুই এজনে কাব্য চৰ্চ্চাক সাধনাৰ স্তৰলৈ নিব পাৰিছে আৰু আশাশুধীয়াকৈ সাহিত্য সেৱাত লাগি আছে সেইসকলৰ ভিতৰত দুৱৰাৰ নামো পোনতে মনলৈ আহে। কবি দুৱৰাই আজি প্ৰায দুকুৰি বছৰে কবিতাৰ উপহাৰেৰে অসমীয়া সাহিত্যৰ সেৱা কৰি আহিছে। অকলে আপোন মনে নিৰলাত বহি নিজানৰ গান ৰচি ৰচি নিজৰ জীৱনটোকে এটা কবিতাৰ নিচিনা কৰি তুলিছে। সেই দেখি দুবৰাক কাব্য যোগী বুলিবৰ ইচ্ছা হয— যদিও তেনেকুৱা এটা পদৰ প্ৰচলন নাই। অবশ্যে কাব্য সাধনাৰ কালৰ জোখাই তেখেতৰ গ্ৰন্থৰ সংখ্যা সৰহ নহয। কবিতাও লেখিব নোবৰা সৰহীয়া নহয। দুবৰাৰ লেখনীক প্ৰচুৰবৰ্ষিণী বুলি কবৰ বাট নাই। তথাপি ওমৰ তীৰ্থ আপোন সুৰ কথা কবিতা বনফুল মিলনৰ সুৰ আৰু মাহেকীয়া পষেকীযা কাকতত মাজে সময়ে ওলোবা কবিতাবিলাকে অসমীয়া সাহিত্যত এটা বিশিষ্ট ধাৰাৰ সৃষ্টি কৰিছে আৰু এটা নতুন গুণ অসমীয়া কবিতাক দান কৰিছে। গতিকে অসমীয়া সাহিত্যলৈ দুবৰা কবিৰ দানৰ মূল্য নিৰ্দ্ধাৰণ কৰিবৰ এতিযাও সময় হোবা নাই এনে কথা ক ব নোবাৰি।

দুবৰাই আধুনিক অসমীয়া কাব্যক কি নতুন বস্তু দিছে ? আন কবিসকলৰ লগত ৰিজালে দুবৰাৰ কবিতাক কোনখিনিত বেলেগ যেন লাগে ? আন কবি বোলোতে আধুনিক যুগৰ দুবৰাপূৰ্ব্ব বা সমনীযা কবিৰ কথাকেহে ধৰিছো। এই উত্তৰ দিবলৈ যাওতে তেনেই অবান্তৰ নহ লেও অলপ দূৰণিবটীযা কথাৰ আলোচনা কৰিব লগা হৈছে।

কবিতা এটা স্ব প্ৰধান ললিত কলা নহয। ছবি আৰু গান এই দুযোটাই লগ লাগি কবিতাক তুলি ধৰে। কবিতাৰ শব্দ ৰাশিযে এপিনে যেনেকৈ সঙ্গীতৰ লহৰী তোলে আকৌ ছবি বৰ্ণৰেখাৰ সমাবেশো ঘটায। এই হিচাবে গান আৰু ছবি একোটা স্ব প্ৰধান ললিত কলা। স্বৰৰ বিভিন স যোগত গানৰ সৃষ্টি ৰ আৰু ৰেখাৰ সমাৱেশত ছবিযে ৰূপ পৰিগ্ৰহণ কৰে। ইটোৱে সিটোলৈ অপেক্ষা নকৰে। কথা নোহোবাকৈযো গান হ ব পাৰে কথা যদি থাকে সি আনুষঙ্গিক ৰূপেহে। কবিতাৰ ক্ষেত্ৰত সেইটো নহয। কাব্য শৰীৰ শব্দ ৰাশিযে নিজেই অকলে কাব্যক কাব্যত্ব দান কৰিব নোৱাৰে। তাত যদিও ছবি প্ৰাযে মিলি জুলি থাকে তথাপি সি কেতিযাবা গান প্ৰধান আৰু কেতিয়াবা ছবিপ্ৰধানো হ ব পাৰে। মহাকবিসকলৰ ৰচনাত দুযোটা প্ৰায় সমানে থাকে। কালিদাসৰ মেঘদূত যেনেকৈ মনোৰম ছবি সেইদৰে

শুৱলা গান। আধুনিক অসমীয়া কবিতাত গানৰ সেই শ্ৰৱণসুভগতা প্ৰথমে প্ৰকাশ পায় দুৰ্বাৰৰ কবিতাত। তেখেতৰ কবিতাবিলাক অতি সোনকালে সৰ্বজনৰহী হোৱাৰ ইও এটা কাৰণ। প্ৰথমছোৱা কালৰ ভোলানাথ ৰমাকান্ত ৰত্নেশ্বৰ সত্যনাথ কমলাকান্ত আদিৰ কথাই নকওঁ পিছৰ লক্ষ্মীনাথ হেমচন্দ্ৰ চন্দ্ৰকুমাৰ গোহাঞিং বৰুৱা আদিৰ কবিতাতো ছন্দৰ লয়লাস গতি গানৰ মাধুৰ্য্য ভালকৈ পোৱা নাযায়। লক্ষ্মীনাথ আৰু চন্দ্ৰকুমাৰৰ দই চাৰিটা কবিতা ভাৱ ভাষা বা চিত্ৰ কোনো ফালৰ পৰাই হীন নহয় সেইবিলাকক উত্তম কবিতাৰ শাৰীত ঠাই দিবলৈ কাব্যসেৱীসকল কুণ্ঠিত নহ ব। তত্ৰাচ অসমীয়া ছন্দৰ নিজস্ব লীলা গতি নিমজ আৰু শুৱলা শব্দৰ গাঁথনি মোটতে কবিতাৰ মাধুৰ্য্য গুণটোলৈ সেইসকলে সিমান চকু দিছিল যেন মনে নধৰে। সেই সকলৰ কবিতাত এই গুণটোৱে মাজে মাজে উকি মাৰিলেও সি ডাবৰীয়া বতৰৰ জোনাকৰ নিচিনা। শ্ৰুতি কটুতা বা গদ্য গন্ধিতাক সৰহ পৰ আঁতৰাই ৰাখিব নোৱাৰে। ভাগি গ ল বীণখনি ছিঙি গ ল তাৰ ৰই গ ল অৱশেষ অমিয়া জোকাৰ এই খিনিলৈকে ঠিকেই আছিল কিন্তু পিছৰ শাৰীলৈকে অমিয়া জোকাৰ ৰাখিব নোৱাৰিলে— ধন গ ল জন গ ল গ ল কায় ক্লেশ সুখ্যাতি-অখ্যাতি ৰ ল আত্মা অৱশেষ বুলি যেন লৰা লৰিকৈ যেনে তেনে সামৰণি মাৰিছে। আমাৰ কবিতাত মিহি সুৰৰ এটা নিছিগা ধাৰ পোম প্ৰথমে দুৰ্বাৰৰ কবিতাতে পাও। চৌধুৰী আৰু দুৰ্বা বয়সত কিছু ডাঙৰ সৰু হ লেও সাহিত্য ক্ষেত্ৰত ব্যৱধান বেছি নিলগীয়া নহয়। চৌধুৰীৰ কবিতা ছবি প্ৰধান গানৰ আকৰ্ষণ তাত নাই। কেতেকীৰ বসন্ত বৰ্ণন ছিনেমাৰ ছবিৰ দৰে ইখনৰ পিছত সিখন আমাৰ সমুখত উজলি উঠে আৰু বিলীন হৈ যায়। গিৰিমল্লিকা আদিৰ নিচিনা সৰু কবিতাতো একোটা মনোৰম ছবিয়ে আমাক মুগ্ধ কৰে। তেখেতৰ কবিতাৰ মনোগ্ৰাহিতা প্ৰধানকৈ নিৰ্ভৰ কৰে তাৰ ছবিৰ ওপৰত গীতৰ মাধুৰ্য্য তাৰ প্ৰধান গুণ নহয়। দুবৰাৰ কবিতাত ছবি নাই কেতিয়াবা থাকিলেও সি অতি ক্ষীণ আৰু অসম্পূৰ্ণ পোহৰ সহিব নোৱৰা বিধৰ। তেওৰ কবিতাৰ প্ৰাণবস্তু গান। পঢ়ি অতোৱাৰ পিছত কোনো ছবিৰ ছাপ ৰৈ নেযায থাকিব এটা ভাৱ এটা মধুৰ জোকাৰৰ অনুৰণন। তেখেতৰ ভাষাত—

মধুৰ জোকাৰ পৰি ৰ ল কোন আহি কেনি গ ল ?

কবিয়ে নিজেও তেখেতৰ কবিতাক সকলো ঠাইতে গান বুলিছে। আপোন সুৰ এই নামটোৱেই তাৰেহে ধ্বনি কৰিছে। আপোন সুৰৰ আৰম্ভণিতে কবিয়ে কৈছে 'ৰচো মই নিজানৰ গান। দুৰ্বাৰৰ কবিতাক কোনোৱে কামিনীসুলভ বোলে। কামিনীসুলভ বোলাতকৈ কমনীয় বুলিলেহে প্ৰকৃত বৰ্ণনা দিয়া হ ব। অসমীয়া কবিতালৈ কোমলতা আৰু কমনীয়তা ঘাইকৈ দুৰ্বাৰৰ দান।

সাধাৰণতে মহাকাব্য ছবিপ্ৰধান আৰু লিৰিক গান প্ৰধান। সেই কাৰণে লিৰিকক ভাৰতীয় ভাষাত গীতিকৱিতা বা গীতিব্যঞ্জক কবিতা আখ্যা দিয়া হৈছে। গানতে লিৰিকৰ জন্ম কিন্তু পিছলৈ লায়াৰ নামক বীণৰ লগত নাগালেও গানৰ গুণবিলাক এই বিধ কৱিতাই হেৰুৱা নাই। অসমীয়া সাহিত্যত লিৰিক কবিতাৰ প্ৰৱৰ্তন জোনাকী যুগত আৰম্ভ হয়। প্ৰথম লিৰিক কবি বুলি সন্মানৰ অধিকাৰী কিজানি চন্দ্ৰকুমাৰ আগৰৱালা। কিন্তু লিৰিকৰ সকলো ধৰ্ম সম্পূৰ্ণকৈ পোনপ্ৰথম প্ৰকাশ পায় দুৰ্বাৰৰ কবিতাত। তীব্ৰ আবেগ অখণ্ড ভাৱ নিজ হৃদয়ৰ প্ৰেম বিৰহৰ সুখ দুখৰ কথা আৰু সবাতোকৈ গানৰ মাধুৰী

এই সকলোখিনি লিৰিকৰ গুণ হীন ডেটি় নোহোৱাকৈ আপোন সুৰত থকা সকলো কবিতাতে পোৱা যাব। দুৱৰাৰ হাতত অসমীয়া লিৰিকে পূৰ্ণতা লাভ কৰিছে অসমীয়া সাহিত্যলৈ এইটো তেখেতৰ দ্বিতীয় দান।

দুৱৰাৰ কবিতাবিলাকৰ মূল ভাৱ দুটা প্ৰধান ধাৰাত পোৱা যায়। প্ৰথমটোত পাও এটা হেৰোৱা সৌন্দৰ্যৰ অৰ্থে ব্যাকুল সন্ধান আৰু তাৰ বাবে কবি জীৱনৰ যুগমীয়া বিৰহ। এই ভাবটো নাৱৰীয়া (খ) হেৰোৱা সপোন শেষ মিনতি 'স্মৃতি খন্তেকীয়া অৱসান আদি কবিতাত ফুটি ওলাইছে। দ্বিতীয়টোত শুনা নোপোৱা আৰু হেৰোৱাৰ বিষাদ বিননি নিৰলাৰ শূণ্য হুমুনিয়া। এই দুযোটা ধাৰাৰ উৎস কিন্তু একেটা আৰু নিজ নিজ গতি পথেদি আগুৱাই পুনৰ মিলিছেহিও একেটা ঠাইতে। এই উৎস কি ? তেওৰ সমগ্ৰ কৱিতাৰ প্ৰেৰণ'ৰ মূলতে কি পাও ?

বস্তু জগতত দেখা যায় কিছুমান বস্তু আছে সেইবোৰ তাপৰ অলপীয়া স্পৰ্শ পালেই ভাপ হৈ যায়। মানুহৰ মনৰ ভিতৰতো সেইদৰে এবিধ মন আছে যি অতি সোনকালে দ্ৰৱতা প্ৰাপ্ত হয় সহজতে ৰসাৱস্থা লাভ কৰে। প্ৰকৃত কবিৰ মন এই শ্ৰেণীৰ। ৰসাৱস্থা লাভ কৰিবৰ কাৰণে এটি সামান্য দৃশ্য এটি মুখৰ কথা আনকি এটি পুৰণি স্মৃতি হ লেই তেওলোকৰ হৈ যায়। তাৰ ফলস্বৰূপে কবিতাৰ সৃষ্টি হয় আৰু সহৃদয় হৃদযত অনুৰূপ ৰসৰ সৃষ্টি কৰে। ক্ৰৌঞ্চ মিথুনৰ এটাৰ শোচনীয মৃত্যু দেখি শোকাৰ্ত্ত হোৱা বাবে বাল্মীকিৰ মুখৰ পৰা শ্লোক ওলোৱা নাছিল কাৰণ শোকাৰ্ত্তই কবিতা ৰচিব নোৱাৰে। এইদৰে কামাতুৰ অৱস্থাতো কবিতা নোলায। কাব্য সৃষ্টি কবি হৃদযৰ ৰসানুভূতিৰ ফল। ক্ৰৌঞ্চ বিৰহৰ দৃশ্য দেখি বাল্মীকিৰ অন্তৰৰ শোক কৰুণ ৰসত পৰিণত হৈছিল। সেই ৰসঘন মুহূৰ্ত্তত তেওৰ মুখৰ পৰা আপোনা আপুনি শ্লোক নিৰ্গত হ ল। এইদৰেই এটি পুৰণি স্মৃতিও কবি হৃদযৰ ৰসোদয়ৰ কাৰণে যথেষ্ট। দুবৰাৰ জীৱনতো সেযে হৈছে— জগতৰ এনে এটি শুভ মুহূৰ্ত্তত এদিনাখন কোনোবা জোনাক নিশা সাগৰৰ তীৰত বা জুৰিৰ কাষত সৌন্দৰ্য আৰু প্ৰেম শৰীৰী হৈ তেওৰ ওচৰত প্ৰতিভাত হৈছিল।

বিয়পিলে দশোদিশে মিলন বাতৰি
ব লে ধীৰে মধুৰ মলয।
সেইদিনা যৌৱনৰ সাগৰ তীৰত
প্ৰণযৰ অৰুণ উদয়।

কবিয়ে এই মধুৰ ক্ষণৰ প্ৰেম আৰু সৌন্দৰ্যক অবিনশ্বৰ কবি কৰি ৰাখিব খুজিছিল সপোনক যুগমীযা কৰিবলৈ বিচাৰিছিল। কিন্তু শৰীৰী হলেই তাৰ হৰণ ভগন আছে গতিকে শৰীৰী প্ৰেম আৰু সৌন্দৰ্য কেনিবা নোহোৱা হ ল এটা সপোনৰ দৰে আতৰি গ ল।

সাৰ পাই উঠি দেখো হঠাতে হেৰাল
কেনিবাদি কৱিতা কুৱৰী।

কবিয়ে ক বই নোৱাৰিলে, কোন আহি কেনি গ ল । সেইদিনাৰ মহামিলনৰ ৰসাৱহ স্মৃতিযেই দুৱৰাৰ সকলো কবিতাৰ উৎস। সেই হেৰাই যোৱা সপোনৰ মধুৰ স্মৃতিয়েই পৰৱৰ্তী কবি জীৱনক বাট দেখুৱাইছে।

'জীৱন সাৰথি মোৰ সুখৰ সপোন
কাষ এৰি নাযাবা দুনাই।

সেই ক্ষন্তেকীয়া সৌন্দৰ্যৰ সমাধিৰ স্মৃতিযেই কবিক গোটেই জীৱন টানি লৈ ফুৰিছে। তাক বাহিৰত যুগমীয়া কৰিব নোৱাৰি ভিতৰত মনৰ মাজত যুগমীয়া কৰিবলৈ কৰা প্ৰযত্নই দূৰৰাৰ কৱিতা—

সেই দিন ধৰি কবি বলীয়া বৰাগী
ঘূৰি ফুৰে স্মৃতি শ্মশানত
বিচাৰি ফুৰিছে সেই হেৰোৱা সপোন
অকলই জগত মাজত।

কস্তুৰী মৃগৰ দৰে নিজৰ মনৰ সৌন্দৰ্য বাহিৰত বিচাৰি হাবাথুৰি খাই ফুৰোতে জীৱনটো এটা যুগমীয়া বিৰহত পৰিণত হৈছে। কবিয়ে অনন্ত যৌৱন লাভ কৰিছে।

তাৰ কাৰণেই মই যত কাম কাজ কৰি
ঢালি দিলো গোটেই জীৱন
কত যুগ যুগান্তৰ বিচাৰি ফুৰিছো সেই
যুগমীয়া মধুৰ সপোন।
উঠিল পৰিল কত শতেক যৌৱন মোৰ
ফুলিলে শুকালে কত ফুল।
অনন্ত যৌৱন লই ফুৰিছো ধৰাত মই
বিৰহত পৰাণ আকুল।।

দূৰৰা কবিতাৰ এই প্ৰথম ধাৰাটিৰ বিচাৰ কৰিলে কবিক আমি পাও হেৰোৱা সৌন্দৰ্য আৰু প্ৰেমৰ কাঞ্চন মৃগ বিচাৰি হাবাথুৰি খোৱা আপোনাৰ ৰসতে আপুনি ভোল যোবা এজন বৰাগী ৰূপে।

অন্ত নোহোৱা অন্বেষণৰ মাজে মাজে কৱি কেতিযাবা হতাশ আৰু ব্যথিত হয়। সেই অতীতৰ স্মৃতি শ্মশান যেন লাগে ভৱিষ্যতৰ মোহন মন্দিৰ বিষাদৰ অন্ধকাৰে আৱৰি পেলায— বিষাদ ডাৱৰে ঢাকে জীৱন আকাশ পোহৰৰ লেশ মাথো নাই। অথবা আন্ধাৰ মুন্ধাৰ বাট নমনি একোকে সমুখত স্মৃতিৰ শ্মশান। কবিৰ এনেকুৱা হতাশ মুহূৰ্তবিলাকত ওলোৱা কবিতাবিলাকত দুখৰ বিননি পাও। এইটোৱেই দুৰৰা কবিতাৰ ধাৰা। সহজেই ধৰিব পাৰি যে ইয়াৰে উৎস সেই একেটাই— কোনোবা জোনাক নিশা।

আমি আগতেই কৈ আহিছো যে এই দুই ধাৰা গৈ আকৌ একে ঠাইতে মিলি শেষ হৈছে। সি হৈছে পাহৰণিৰ গৰ্ভত আত্মবিলোপৰ চেষ্টা। কবিয়ে জীৱনৰ দুখ আৰু ব্যৰ্থতাৰ সমাধান কৰিব খুজিছে এক নতুন উপায়েৰে আৰু সেই একেটা উপায়েৰেই হেৰোৱা সপোন ঘূৰাই উপলব্ধি কৰিবলৈ চেষ্টা কৰিছে। লোক বিস্মৃতিৰ অন্তৰালত আত্মগোপন কৰাই সেই নতুন উপায়। অতীতক যোৱাহে পাহৰি অতীতক নাযাবা পাহৰি শূণ্য পৰিচয় আজি মোক যোৱাহে পাহৰি ইত্যাদি কেইটামান কবিতাত এই পাহৰণি তত্ত্বটি পৰিস্ফুট হৈছে (দূৰৰাৰ কবিতাত পাহৰণি)। আনৰ অন্তৰৰ পৰা নিজক মোচ খুৱাই নিজৰ অন্তৰতে

নিজৰ দুখ সুখ ভোগ কৰিব। সাগৰৰ ঢৌ সাগৰতে মাৰ যোৱাৰ দৰে হৃদযৰ দুখ গুজৰি গুমৰি উঠি হৃদযতে বিলীন হ ব। সাগৰ আৰু হিয়া কবিৰ মনত একেই—

অসীম অনন্ত সৰগ সাগৰ
তাতোকৈ বহল হিয়া।

আনপিনে প্ৰেমৰ আকুলতা সুন্দৰৰ অন্বেষণ ইও সফল হ ব লোক চক্ষুৰ অন্তৰালত নিজৰ নিভৃত হৃদয়ত— ইয়াত কাৰো ভাল পোৱা নাই কাৰো আই ঐ দেহি নাই—

দূৰ দূৰণিৰ প্ৰেমৰ কপনি
ইয়াতেই মাৰ যায়
চেনেহ ভিখাৰী বিৰহী হিয়াৰ
এয়ে মিলনৰ ঠাই।

এইদৰে একে উৎসৰে পৰা ওলাই দুৱৰাৰ দুধাৰা কবিতাই একে সঙ্গম স্থলতে পৰিসমাপ্তি লাভ কৰিছে। দেখাত বাহিৰৰ পৰা যিটো আত্মবিলোপ কবিৰ পক্ষে সেয়ে আত্মপ্ৰাপ্তি। নিজকে সম্পূৰ্ণকৈ পাই কবিয়ে নিজৰ নিভৃত সৰগৰ কথা কৈছে য ত—

মইয়ে ৰচো মইযে গাও
শুনি শুনি মইয়ে তল যাও।

এই আত্মকেন্দ্ৰিক ভাৱ দুবৰাৰ কবিতাৰ এটা দোষত পৰিণত হৈছে। তেখেতে নিজৰ মনৰ জগতৰ প্ৰতি ইমান আকৃষ্ট যে বাহিৰৰ জগতৰ প্ৰতি সমূলি উদাসীন। সেই দেখি দুৱৰাৰ কবিতাত চাৰিওফালৰ মানুহ চৌপাশৰ প্ৰকৃতি এইবোৰৰ বিষযে বেছি নাপাও। তেখেত নিজৰ অন্তৰ লৈযে অতিকৈ ব্যস্ত। এই কাৰণেই শেহৰ ফালে দুৱৰাৰ কৱিতাত বৈচিত্ৰ কমি আহিছে। দুবৰাৰ লিখনী যে প্ৰচুৰবৰ্ষিণী নহয সিও এই বাবেই। একেটা উৎসৰ ওপৰত নিৰ্ভৰ কৰিলে বাহিৰৰ জগতখনে সকিযাই সহাৰি নেপালে কবিৰ লিখনী প্ৰচুৰবৰ্ষিণী হ ব নোবাৰে।

দুৱৰাৰ কবিতাত পশ্চিমীযা প্ৰভাৱ সম্বন্ধে এষাৰ কবলগীযা আছে। আগতে কোবা হৈছে অসমীযা লিৰিক কৱিতাই দুৱৰাৰ হাতত পূৰ্ণতা লাভ কৰিছে। এই বিষযে সাগৰ পাৰৰ কবিযে দুৱৰাক প্ৰেৰণা যোগাইছিল। অকল প্ৰেৰণা বুলিলে কমাই কোৱা হ ব প্ৰেৰণা আৰু সমল দুযোটাই দিছে। প্ৰথম জীৱনত ইংৰাজী কবিতাৰ ভাঙনিৰে তেখেতৰ কবিতাৰ সাধনা আৰম্ভ হয। এতিয়াও বহুত কবিতাৰ মাজে মাজে দুই এফাকি ওলায সন্ধানী পঢ়ুৱৈযে যাৰ মূল কোনোবা ই ৰাজী কৱিতাত বিচাৰি পাব। সেইবোৰে কবিৰ নিজৰ ভাৱৰ লগত মিহলি হৈ চিন হেৰুৱাইছে। পশ্চিমীয়া কবিৰ অধিক চৰ্চা আৰু ভাৰতীয় কবিৰ লগত ঘনিষ্ঠতাৰ অভাৱৰ কাৰণে দুৱৰাৰ কবিতাত ভাৰতীয অঙ্গাবৰণৰ অভাৱ অনুভূত হয। তেখেতৰ কবিতাবিলাক কোনো বিদেশী ভাষালৈ হুবহু অনুবাদ কৰিলে কোনেও ধৰিব নোৱাৰে যে এইবিলাক এজন ভাৰতীয কবিৰ ৰচনা। কাৰণ তেখেতৰ কবিতাত এনে কোনো ভাৰতীয দৃশ্য নাই যাৰ দ্বাৰা তাক ভাৰতীয কবিৰ ৰচনা বুলি বেলেগাব পৰা যায়। ভাৰতীয় সাহিত্যৰ কবি প্ৰসিদ্ধিৰ কথাকে নকও তেখেতৰ কবিতাৰ কল্প চিত্ৰবিলাকো (Imagery) ভাৰতীয সুকীযা জীৱন আৰু প্ৰকৃতিৰ পৰা আহৰণ

কৰা নহয়। সেউজীয়া ধৰণী ধুনীয়া জোনাক বনৰ চৰাই নিজৰা সাগৰ এইবিলাকেই তেখেতৰ কল্পচিত্ৰৰ উপাদান। যেই সেই দেশৰ কবিয়েই এইবিলাক প্ৰযোগ কৰিব পাৰে। দুৰ্বাৰ কবিতাত হিমালয নাই গঙ্গা যমুনাৰ কথা নাই মানস সৰোবৰলৈ দেওৰাজ হাহ উৰি নাযায কুলি কেতেকী সহদেউৰ মাত নুশুনো। ভাৰতীয জীৱনৰ বিশ্বাস ঐতিহ্যৰ কোনো উনুক বিচাৰি নাপাও। ভাৰতৰ হিয়াই হিয়াই গাঁথ খাই থকা ভাৰত ৰামায়ণৰ কথা, চৰিত্ৰৰ উপমা বা সমুদ্দেশ ক তো নাই। এক কথাত দুৰ্বাৰ ভাৱে ভাৰতীয় সাজ পিন্ধিব পৰা নাই। এই বিষযে চৌধুৰী কবিৰ লগত ৰিজাই চালে বিশেষ পাৰ্থক্য ওলাই পৰিব।

বহুতে দুৰ্বাক নিৰাশবাদী কবি বুলি কয়। নিৰাশবাদী হযনে নহয় সেইটো নিৰ্ভৰ কৰে নিৰাশবাদৰ লক্ষণৰ ওপৰত। কাব্যত নিৰাশবাদ বুলিলে যদি কবিৰ ব্যক্তিগত জীৱনৰ ব্যৰ্থতা আৰু ভৱিষ্যতৰ প্ৰতি আশাহীনতাক বুজায় তেতিয়া দুৰ্বাক নিৰাশবাদী কবি বুলিব পাৰি। কিন্তু কাব্যত নিৰাশাৰ অৰ্থ তাতকৈ ব্যাপক। কাব্যত নিৰাশবাদ বুলিলে মনুষ্য জীৱনৰ দুখপূৰ্ণতা মানৱ চৰিত্ৰৰ স্বাভাৱিক পতনশীলতা অথবা মানৱাত্মাৰ ভবিষ্যত সম্বন্ধে আশঙ্কা এনেবিলাক ভাৱকহে বুজায। এই ফালৰ পৰা চালে দুৰ্বাৰ কবিতাত তেনে কথা বৰকৈ একো পোৱা নাযায়। তেখেতে নিজৰ কথা দুখৰ বুলি কৈছে যদিও আনৰ জীৱনতো আনন্দ নাই এনে কথা কোৱা নাই। মোৰ দীপালী (বনফুল) বোলা কবিতাটো এই সম্পৰ্কে তাৎপৰ্যপূৰ্ণ। আৰু এঠাইত কবিয়ে জীৱন প্ৰৱাহৰ উজনিত থকাবিলাকৰ বসন্তোৎসৱৰ উলহ মালহৰ লগত নিজৰ ৰিক্ত জীৱনৰ বৈসাদৃশ্যৰ কথা এইদৰে প্ৰকাশ কৰিছে।

বসন্তৰ ফুল কুৰৱীয়ে  
কোচ ভৰি মাধুৰী বিলায  
উজনিত উলহ মালহ  
নাৱৰীয়া যায় ভটিযাই।

দুবৰাৰ জীৱনৰ কৰুণতাৰ গুৰিতে হৈছে, সপোন আৰু দিঠকৰ দ্বন্দ্ব।

সপোনক আঁকোৱালি ধৰি  
দিঠকক কৰি দিলি পৰ।  
এতিয়া যে যাৱ অকলই  
বাটৰুৱা ক ত তোৰ ঘৰ।

এই বাবেই এদিন সকলোকে সম্বোধন কৰি কৈছিল বাটৰুৱা এই বাটে নাহিবা দুনাই।

কিন্তু এনে হাক বচনলৈ আওকাণ কৰি যদি দুই এজনে এই বাটে আগুৱায় আৰু নিজে নীলকণ্ঠ হৈ আমাক আপোন সুৰ অমিযাৰ ভাগ দিযে আমি বেয়া নাপাও।

# দুৰ্ব্বাৰ কবিতাৰ অন্তৰালত

## শ্ৰীবীৰেন বৰকটকী

অসমীয়া ৰোমাণ্টিক যুগৰ কবিসকলৰ ভিতৰত প্ৰেমৰ বিশ্লেষণ ব্যক্তিগত হা হুমুনিয়াহ ব্যৰ্থতা অভিমান দুৰ্ব্বৰা আৰু গণেশ গগৈৰ কবিতাবোৰতে আটাইতকৈ বেছি। দুৰ্ব্বাৰ পাহৰণি কবিতাত অকলশৰীয়া জীৱনৰ উদাসীনতা নিৰ্জনতা অনুকম্পা গোট খাই আছে যেন লাগে। তেও প্ৰেমৰ বিফলতাৰ মাজত অতীতৰ স্মৃতি সুৱৰি কৱিতাত অন্তৰ বেদনাৰ উহ উদ্ঘাটন কৰিছে। প্ৰেম প্ৰীতি কৰুণা তেওক লাগে কিন্তু ইযাৰ বাবে তেওৰ অন্তৰ অৱসাদেৰে পৰিপূৰ্ণ কৰাৰ বাহিৰে সমাজত দাবী প্ৰতীয়মান কৰিৰবলৈ শক্তি তেওৰ নাই। নিজৰ বিফলতা নিজৰ বিষণ্ণতা আনৰ আগত প্ৰকাশ কৰি মনটো পাতলোৱা স্বভাৱ মানুহ মাত্ৰৰেই আছে। ফৰাচী কবি মাচেট আৰু ইংৰাজ কবি বাইৰণেও নিজৰ বিষণ্ণতা আনৰ আগত প্ৰকাশ কৰি তৃপ্তি লাভ কৰিছিল। মাচেটে কৈছিল নিজৰ তৃপ্তিৰ কাৰণে কবিয়ে বিষণ্ণতাক আঁকোৱালি লয়। মানুহে যি বিচাৰে তাকে নাপালে অনুভূতিত আঘাত লাগে। যদি জীৱনত নোপোৱাৰ অভিযান চলে তেনেহ লে নিৰাশা বেচি হৈ ব্ৰেজাৰ দিযে। দুৰ্ব্বাৰো সেয়েই হৈছিল। অনুভূতিৰে মনৰ আঘাতক প্ৰকাশ কৰি তাতেই তেও সুখ লভিছিল। ৰুছোবেও সুখ প্ৰকাশৰ কাৰণে চিন্তা কৰিছিল— তেওৰ সুখৰ ধাৰণাও চিন্তা প্ৰৱাহৰ মাজেদি প্ৰকাশ পোৱা নহয— অনুভতিৰ গভীৰ অভিযানৰ মাজেদিহে। সমালোচক ক্ৰোচেই কৈছিল ৰোমাণ্টিক আৰ্ট হ ল স্বতস্ফুৰিত অনুভূতিৰ প্ৰবাহ। এই অনুভূতি প্ৰকাশ পায ঘৃণা উদ্বেগ নিৰাশা আনন্দ ইত্যাদিৰ মাজেদি। এনে অনুভূতিৰ জোৱাৰ উঠিছিল দুবৰাৰ অন্তৰতো।

ইংৰাজ কবি শ্যেলীৰ দৰে দুৰ্ব্বৰা জীৱনৰ কাইটীযা বনৰ মাজত সোমাই আঁচোৰ খালে কিন্তু এনে আচোৰ খোৱা জীৱনৰে তেও সমাজৰ ওপৰত আক্ষেপ নাই আক্ষেপ কৰিছে নিজৰ জীৱনৰ ওপৰতহে। গতিকে শূণ্য পৰিচযৰ দৰ্শনৰ মানস সৰোবৰত স্নান কৰি কবিয়ে লুইতত অকলশৰে অতীত জীৱনৰ বিফলতাৰ মন্ত্ৰ সুৱৰি জীৱন তৰি এৰি দিছিল। কীটছে যেনেকৈ জীৱন্ত বাস্তৱৰ পৰা হাত সাৰি থাকিবৰ কাৰণে অতীতৰ ৰূপ কথাৰ দেশলৈ মনক লৈ গৈছিল তেনেকৈ দুৰ্ব্বৰাযো অতীতৰ বুকুলৈ উভতি গৈছিল। সমল ৰূপ কথা নহয— সমল অতীত জীৱনৰ ব্যক্তিগত হা হুমুনিযাহে। কীটছৰ দৰে দুৰ্ব্বাৰ কবিতাতো বৰ্তমান সময়ৰ ৰাজনৈতিক সামাজিক পৰিবৰ্তনৰ কোনো চিন নাই। মানুহৰ গতি যেন নিযন্ত্ৰণ কৰে অতীতেহে। দুবৰাৰ কবিতাৰ প্ৰায শাৰীযে শাৰীযে আছে অতীত স্মৃতিৰ ৰোমন্থন। সেয়েহে তেওৰ সুখে দুখে জীৱনৰ ফুৰে পাছে পাছে অতীতৰ মধুৰ সপোন।

সুৱৰি সুৱৰি কিয অতীতৰ স্মৃতি
মিছাতেই নিজে দুখ পোৱা
মুখানি মোলান কিয় মিছাতে চকুলো
অতীতক পাহৰি পেলোৱা।

এইদৰে অভিমানৰ সুৰত অতীতক পাহৰি যাবলৈ চেষ্টা কৰিলেও জীৱনৰ নিজান বাটত অতীতেই ভৱিষ্যত মোৰ বুলি সান্ত্বনা লভিছে। নাও মেলি আঁতৰি আহিলেও জীৱনত ক্ষন্তেকলৈ হলেও অতীতৰ নাওবন্ধা ঘাটটিৰ স্মৃতি তেওঁ জীৱনৰ বিয়লি বেলিকাও বিচাৰিছিল।

অকলে আপোন মনে বহি নিৰলাত
ৰচো মই নিজানৰ গান।

এইয়া দুৰ্বৰাৰে নহয় ৰোমাণ্টিক যুগৰ ব্যক্তিবাদী কবি প্ৰায়বিলাকৰ লক্ষণ। জন কোলাহল বাস্তৱৰ নিষ্ঠুৰ আঘাত তেওঁলোকে সহিব নোৱাৰে। তেওঁলোকে বিচাৰে সমাজৰ পৰা আঁতৰি আপোন মনে নিজানৰ গান ৰচিবলৈ। ৰোমাণ্টিক কবিসকলে প্ৰেম প্ৰীতি আদিৰ জয়গান গালেই বাস্তৱৰ ৰূপত সেইবিলাকক প্ৰতিষ্ঠা কৰিবলৈ তেওঁলোকৰ প্ৰায়সকলেই অক্ষম কল্পনাত বিননি তুলি সান্ত্বনা লভে জীৱনৰ ভয়াবহ ৰূপৰ তেওঁলোকে কাষ নাচাপে। দুৰ্বৰাই এনে মনেৰেই নিজৰ জীৱনটো দুখৰ কবিতা কৰি পেলালে। গতিকে দুৰ্ব্বৰাৰ আপোন মনৰ গান অন্তৰ ভাগি অহা মৰ্ম বেদনাহে— যি বেদনাই বাস্তৱৰ প্ৰতিকাৰ নিবিচাৰে— বিচাৰে চিৰজীৱন কাব্যিক কৰুণ অনুভূতিতে ভৰি থকা অন্তৰ। ঠিক এনে কাৰণতেই দুৰ্বৰাৰ কবিতাত এটি কৰুণসুৰ বিদ্যমান। এই কৰুণ সুৰ অন্তৰ সৰসীৰ পৰা নিগৰি অহাৰ কাৰণেই অতি মধুৰ। সেই কাৰণেই শ্যেলীয়ে কৈছে—

Our sweetest songs are those that tell of saddest thought

দুৰ্বৰাই নিৰলাত বহি যিবিলাক নিজৰ গান ৰচনা কৰিছিল সেইবিলাকত গীতি মধুৰতা বেছি উপলব্ধি কৰা হয়। বেজবৰুৱা চন্দ্ৰকুমাৰ আগৰৱালা আদিয়ে আৰম্ভ কৰা গীতি মধুৰতা আহি যেন দুৰ্বৰাৰ লিখনিত প্ৰাণ পাই উঠিল। দুৰ্বৰাৰ শব্দ যোজনা ছন্দৰ লালিত্যই অসমীয়া গীতি কবিতাৰ এটি নতুন যুগৰ সূচনা কৰিলে। গীত শুনিলে গীতৰ সুৰৰ এটি মধুৰ আৱেশ যেনেকৈ ৰৈ যায় তেনেকৈ দুৰ্বৰাৰ কবিতা পঢ়িলে অন্তৰত মধুৰ আৱেশ এটি ৰৈ গৈ পাঠকৰ অন্তৰত সাঙ্গীতিক মূৰ্চ্ছনা তোলে। সেয়েহে তেওঁৰ কোমল আৰু আকৰ্ষণীয় শব্দৰে ৰচা—

মোৰ এই হিয়াখনি জেতুকা পাতৰ দৰে
সেউজীয়া বননিৰ বৰণৰে ঢকা
অন্তৰ জ্বলোৱা ছবি অতীতৰ স্মৃতি লই
বুকুৰ তেজেৰে আছে অন্তৰতে অকা।

আদি কবিতাৰ শাৰী পাঠকৰ তেনেই প্ৰাণৰ যেন লাগে। কুইলাৰ কাউচে শ্যেলীক Superlatively melodious poet বুলি কৈছে। কুইলাৰ কাউচৰ এই কথাষাৰ আংশিক হিচাবে হলেও দুৰ্বৰাৰ কবিতাতো খটুৱাব পাৰি।

দুৰ্বৰা প্ৰেমৰ কবি। জীৱন জোৰা বিৰহে কবিৰ অতীতৰ বুকুত তাহানিৰ স্মৃতিজড়িত দিনবিলাকৰ কথা মনত পেলাবলৈ বাধ্য কৰিছিল। অতীতৰ স্মৃতি মনলৈ আনোতে সেই স্মৃতিৰ লগত সাঙোৰ খোৱা দিনবিলাকৰ সুখ দুখ বিৰহ বেদনা আশা নিৰাশাৰ সকলো ছবি প্ৰতিফলিত হয়। এই ছবিবিলাক প্ৰতিফলিত কৰোতে ব্যক্তিগত দুখ দৈন্যাক তেওঁৰ

বিৰহ বেদনাৰ সাৰ্বজনীন ৰূপত ফুটাই তুলিবলৈ যত্ন কৰিছিল। অতীতৰ সুখ দুখৰ মাজত স্মৃতি ৰোমন্থন কৰি থাকোঁতে দুৱৰাৰ মন কেতিয়াবা নিৰাশাত বুৰ যায়। কেতিয়াবা আশাত জিলিকি উঠে। তেওঁক সম্পূৰ্ণ নিৰাশাবাদী বুলি কব নোৱাৰি। বডেলিয়াৰে নিজৰ জীৱনক কেন্দ্ৰ কৰি হতাশাময় পৰিবেশ সৃষ্টি কৰি নিজৰ মনক আনন্দ দিছিল। দুৱৰাইও আনন্দ লাভ কৰিছিল নিজৰ জীৱনৰ ভিতৰেদি নিৰাশাবাদী ভাবধাৰা সৃষ্টি কৰি—

ভিতৰত বাহিৰৰ দুৱাৰ জপাই
জুইকুৰা ধৰো ভালকই
জীৱনৰ হুহা কন্দা উলাহ বিলাহ
এই জুয়ে নিব লগতেই।

এই পৃথিৱীত যদি প্ৰেমৰ বাস্তৱ ৰূপত আশা নাই তেনেহ লে আশা আছে মনৰ দাপোণত স্মৃতিৰ উজ্জ্বল ছবি জিলিকাই নাও মেলি আঁতৰি যোৱাৰ— নাও মেলি আহিলো আঁতৰি অতীতক নাযাবা পাহৰি। কিয়নো কবিৰ সেইদিনা যৌৱনৰ সাগৰ তীৰত প্ৰণয়ৰ অৰুণ উদয় হৈছিল। এই প্ৰণয়ৰ অৰুণ উদযৰ প্ৰথম উম বেদনালৈ ৰূপান্তৰিত হ ল। কবিয়ে বাস্তৱৰ ৰূপত ধৰি ৰাখিবলৈ চেষ্টা কৰিলেও সি বিফল হ ল। গতিকে হেৰাই যোৱা আশা আৰু নিৰাশাৰ প্ৰীতিকে লৈ জীৱন আৰু মৰণৰ গীত গাইছিল।

অজানা সুৰত বাজে অন্তৰত মোৰ
জীৱন আৰু মৰণৰ গীতি
ঘনে ঘনে স শয়ৰ কোলাত কপিছে
আশা আৰু নিৰাশাৰ প্ৰীতি।

কবিয়ে আশা নিৰাশাৰ প্ৰীতি লৈ দুখৰ নাৱত জীৱনত ভটিয়াই গৈছিল। নিজৰ জীৱনলৈ বহুক্ষেত্ৰতে নিৰাশা আহিলেও তেও স,সাৰৰ সোঁতক দু খময় বুলি কোৱা নাই। স,সাৰৰ সুখৰ সোতত উটিযোৱা তেওঁৰ জীৱনৰ নাওখনহে দুখৰ— সুখৰ সোতত ভাহে দুখৰ নাৱত ছয়া ময়া চেনেহ ভিখাৰী। নিজৰ জীৱনত যেতিয়া দুখ আছে সেই দুখৰে আনক দুখী কৰাৰ হাবিয়াস তেওঁৰ নাই। গতিকে নীৰলে পঁজা সাজি স সাৰৰ মৰম চেনেহৰ পৰা আঁতৰি থকাৰ কথাকে তেও চিন্তা কৰিছিল। পিছৰ ফাললৈ কবিৰ জীৱন ধাৰা আৰু চিন্তা ধাৰাই এই কথাকে সূচাইছিল। শূন্য পৰিচয়ত লিখা

নীৰলে থাকিম বুলি সাজিছো ইয়াতে পঁজা
দাতিয়েদি বৈ যায় পাহৰণি নই।

কবিতা ফাকি তেওঁৰ যেন জীৱনৰ বাস্তৱ ৰূপৰ কাব্যিক ইঙ্গিত। সমাজৰ মাজতে থাকি সমাজে যাতে পাহৰি থাকে তাৰ কাৰণে তেওঁ আজি মোক যোৱাহে পাহৰি কবিতাত আহ্বান জনাইছে।

সময়ত সোত বলি যোৱাৰ লগে লগে যৌৱন মৰহি যায়। নিয়তিয়ে নিদাৰুণ হাতেৰে জীৱনৰ পাচপৰ্টৰ শেষ তাৰিখলৈ আঙুলিয়াই দিয়ে। এইবোৰ কবিয়ে নজনা নহয় তেৰো জানে —

উঠিল পৰিল কত শতেক যৌৱন মোৰ
ফুলিলে শুকালে কত ফুল
অনন্ত যৌৱন লই ফুৰিছো ধৰাত
বিৰহত পৰাণ আকুল।

এই অনন্ত যৌৱনৰ অধিকাৰী হোৱাৰ ভাৱটোৱেই হ ল দুৰৰাৰ আশাবাদী ভাৱধাৰাৰ মূল উৎস। অন্তৰত যদি কল্পনাৰে অনন্ত যৌৱনৰ জোৱাৰ নোতোলে তেনেহ লে অতীতৰ যৌৱনক মনৰ মাজত ধৰি ৰাখিবলৈ টান হয়। এই অনন্ত যৌৱনে ফুলা ফুলৰ সৌৰভ ভোগ কৰিব নোৱাৰে। ঘ্ৰাণ লব পাৰে মৰহা ফুলৰ সৌৰভ। সৌৰভৰ লগত জড়িত কোমল মাতৰ গান যেতিয়া মৰহি যায় শ্যেলীৰ ভাষাত সেয়ে স্মৃতিত প্ৰতিধ্বনি তোলে। Music where soft voices vibrate in the memory দুৰৰাৰ ক্ষেত্ৰতো সেয়ে হৈছে।

পাৰ্থিৱ প্ৰেমৰ উপাসনা কৰি থাকোতে কবিৰ মনত যেতিয়া বাস্তৱৰ নিকৰুণ আঘাত লাগে তেও মনক সান্ত্বনা দিযে বিশ্বৰ সৌন্দৰ্যৰ মাজত নিজক বিলাই দি। বিশ্বৰ সৌন্দৰ্যই তেওক যেতিয়া আপোন ভোলা কৰি ৰাখিছিল তেতিয়া তেও কব নোৱৰাকৈ বিশ্ব সৌন্দৰ্যৰ আঁৰে আঁৰে প্ৰকাশ পোৱা অনন্ত সৌন্দৰ্যৰ কাষ চাপে। সেয়েহে দুৰৰাৰ—

চেৱে চেৱে নাচে নাও সোতৰ লগত
লগে লগে নাচিছে পৰাণ
উৰিছে প্ৰাণৰ পখী অসীম ধিয়াই
গাই যায় সুমধুৰ গান।

দুৰৰাই তেওৰ কবিতাত প্ৰতীকৰ ব্যৱহাৰ কৰিছে। এই প্ৰতীক হ ল নাও নাৱৰীয়া আৰু লুইত। লুইতৰ ধাৰ নিছিগা সোতৰ দৰে স৲সাৰৰ সোঁতো ধাৰ নিছিগা। সংসাৰৰ সোঁতত কত জীৱনৰ লীলা খেলাৰ ঢৌ উঠিছে মাৰ গৈছে তাৰ আদি অন্ত নাই। এই সংসাৰৰ সোঁততে কবিযে জীৱনৰ নাও মেলি দিছিল। দুৰৰাৰ নাৱৰীয়া কেতিয়াবা ভগবানৰ আৰু কেতিয়াবা নিযতিৰ প্ৰতীক হৈছে। ক ৰবাত জীৱনৰ নাৱৰীয়াই গুৰিবঠা ধৰি নাওখনি আগুৱাই নিযে। ক ৰবাত তেও নিজেই পুৱাতেই নাওমেলি অকলে সোঁতত নাৱৰীয়া হয আৰু ক ৰবাত পাৰঘাটত নাৱৰীযাই (মৃত্যু) অপেক্ষা কৰে কবিক অনন্ত সাগৰত যাত্ৰা কৰাবলৈ। ফৰাচী প্ৰতীকবাদী সকলে শব্দৰ মূৰ্চ্ছনাৰ ওপৰত গুৰুত্ব দি কবিতাক সাঙ্গীতিক পৰ্যায়লৈ তুলিছিল। ফৰাচী প্ৰতীকবাদীৰ দৰে প্ৰতীকবোৰ ৰহস্যময় নহলেও দুৰৰাৰ প্ৰতীকৰ মূৰ্চ্ছনা আছে আৰু সেই মূৰ্চ্ছনাই তেওৰ কবিতাক সাঙ্গীতিক পৰ্যায়লৈ তোলাত সহায় কৰিছে। অৱশ্যে দুৰৰাৰ প্ৰতীক নিৰ্দ্ধাৰিত আৰু পোনপটীয়া। দুৰৰাৰ প্ৰতীক দুৰ্বোধ্য নোহোৱাৰ কাৰণ হ ল সীমাবদ্ধ অৰ্থ আৰু সহজ শব্দৰাজি। দুৰৰাৰ নাও নাৱৰীয়া প্ৰতীক ব্যৱহাৰৰ ক্ষেত্ৰত শ্যেলীৰ প্ৰভাৱ হয়তো পৰিছে। দুৰৰাৰ দৰে শ্যেলীও আছিল নাও নাৱৰীয়াক ভাল পোৱা। শ্যেলীৰ আত্মাৰ অমৰত্বৰ প্ৰতি বিশ্বাস আছিল। তেওৰ কবিতাত নাৱৰ যাত্ৰা মৃত্যুৰ পিছত আত্মাৰ ভ্ৰমণৰ প্ৰতীক যেন লাগে—

My spirit s bark is driven
Far from the shore far from the trembling throng
Where sails were never to the tempest given

দুৱৰাইও জীৱনৰ সমাধিৰ পিছত অনন্ত যাত্ৰাৰ পিনে সাহ কৰিছে। অনন্ত সঙ্গীতৰ সুমধুৰ ধ্বনিয়ে কবিক ইঙ্গিত দিয়ে সিপাৰৰ যাত্ৰাৰ। গতিকে কবিয়ে নাৱৰীয়াক কৈছে—

এতিয়া বুৰিল বেলি নিজান দেশৰ পিনে
নাৱৰীয়া নিয়া নাও বাই।

পাশ্চাত্যৰ ৰোমাণ্টিক কবিতাৰ উম বুকুত লৈ বহুতো ইংৰাজী কবিতা তেওৰ স্বকীয় ৰূপত প্ৰকাশ কৰিছে। অকল এয়ে নহয় অনুবাদৰ ক্ষেত্ৰত পাৰশ্যৰ কবি ওমৰখায়ামৰ ৰুবায়ত মালাৰ অসমীয়া ৰূপ ওমৰতীৰ্থ' দুৱৰাৰ কাব্যিক যশস্যাৰ সোণালী দেউল। ওমৰৰ ৰুবায়তৰ মধুৰ ভাঙনি দুৱৰাৰ অন্তৰৰ পৰা ওলোৱা কবিতাৰ নিচিনা। ওমৰ তীৰ্থত ছন্দ মধুৰস্পৰ্শী কৰিবলৈকে তেও ফিটজাৰেল্ড হুইনফিল্ড হেৰন এলেন' আদিয়ে কৰা ইংৰাজী অনুবাদ তেও বৰ মনোযোগেৰে পঢ়িছিল। ইয়াৰ উপৰিও ওমৰখায়ামৰ আৰু প্ৰাণময় নোহোৱালৈকে তেও কেইবাবাৰো ভাঙনি কৰিছিল। উদাহৰণ স্বৰূপে তলত দিয়া শাৰী কেইটাৰ—

আজিয়েই দিয়া কালিলৈ কিয়
কোনে জানে মোৰ কালি কি হ ব ?
হাজাৰ হাজাৰ বছৰ বিয়পা
হয়তো অতীতে সামৰি থ ব।

কিন্তু প্ৰথম ভাঙনি আছিল এনে ধৰণৰহে —

কালিলৈ ?
কালিলৈ কি হয় কোনে জানে কি হ ব তাৰ
হ ব পাৰো নিজে মই অতীতত লয়।

গতিকে দেখা যায় ওমৰৰ ৰুবায়তমালাৰ অসমীয়া অনুবাদৰ গুৰিতে আছিল ঐকান্তিকতা। ওমৰৰ কবিতাৰ অকল লালিত্যই নহয় ওমৰৰ জীৱনৰ দৰ্শনেও দুৱৰাৰ মনত পৰোক্ষভাবে ৰেখাপাত কৰিছিল। ওমৰৰ দৰ্শনত মানৱ জীৱনৰ যি কাৰুণ্য ফুটি উঠিছে সেই কাৰুণ্যকে নিজৰ জীৱন ভঙ্গীৰ লগত ৰজিতা খুৱাই দুৱৰাই গ্ৰহণ কৰিছিল যেন লাগে।

আন্ধাৰ মুধাৰ বাট একোকে নমনি
সমুখত স্মৃতিৰ শ্মশান
কতনা প্ৰেমৰ ছবি লয গই তাতে
তোলে এটি সকৰুণ তান।

ডা কাকতিয়ে কৈছিল— দুৱৰাৰ ভাঙনি বুকুৰ তপত তেজেৰে উম দিয়া। সেয়েহে তেওৰ অনুবাদ কবিতাবিলাকত নিজা অনুভূতিৰ প্ৰভাৱ বেছি। ইংৰাজী সাহিত্যৰ ভিতৰত শ্যেলীয়ে তেওৰ মনৰ ওপৰত বেছিকৈ প্ৰভাৱ বিস্তাৰ কৰিছিল। তেও শ্যেলীৰ ভালেমান কবিতা নিজা অনুভূতিৰে বোল দি অসমীয়া ক্যাব্যিক জগতলৈ লৈ আহিছে।

উদাহৰণ স্বৰূপে দুৰৱাই শ্যেলীৰ মিউটেবিলিটি (আপোন সুৰ) 'লাইন্ টু এন্ ইণ্ডিয়ান এয়াৰ (তোমালৈ) আদি কবিতা নিজা ৰূপত অসমীয়ালৈ অনুবাদ কৰিছে। ইয়াৰ উপৰিও টেনিছনৰ ক্ৰছিং দি বাৰ ৰ ভাঙনি হ ল নাৱৰীয়া (গ) কবিতাটি। টেনিছনৰ ক্ৰছিং দি বাৰ ৰ ভাঙনি হ ল

Sunset and evening star
And once clear call for me
And may there be no moaniag of the bar
When I put out to sea

আৰু দুৰৱাৰ নাৱৰীয়া (গ) ৰ আৰম্ভণি হ ল—

মাৰ গলে ৰঙা বেলি সৰু তৰাটিয়ে
দিয়ে মোক সাদৰৰ শেষ আহ্বান
ওলাম যেতিয়া মই সাগৰৰ পিনে
নুশুনো ঘাটত যেন কৰুণ কান্দোন।

# দুৰ্বৰা কবিতাত "ৰোমাণ্টিছিজিম্"

## শিবপ্রসাদ বৰুৱা

**আগৰ কথা ঃ—** আজি যি জনৰ কবিতাৰ বিষয়ে আলোচনা কৰিবলৈ আগবঢা হৈছে তেওঁ অসমৰ কাব্য সাহিত্যৰ এজনা গুৰিয়াল। তেখেত কবি সচা কিন্তু কবিতা বৰকৈ নিলিখে। লিখে দিনটোত দুই বা তিনিবাৰকৈও লিখে— পঢ়ি পঢ়ি আনন্দত উপচি পৰে আকৌ দুখ বেজাৰেৰে হৃদয় গধুৰ হৈ আহিলে সেই কবিতা ফালি ছিৰাছিৰ কৰি পেলায়। কি প্রকৃতি! কি ৰহস্য !! সেই বাবে তেওঁৰ কবিতা প্ৰায়ে প্ৰকাশ হ বলৈ নাপায়। কবিতা লিখা সময়ত সৌভাগ্যবশত কোনোবা এজন গৈ ওলাব পাৰিলে আৰু বলেৰে ঠেলিযাই আনিব পাৰিলেহে নহ লে কবিৰ শোৱা কুঠৰীত সি টুকুৰা টুকুৰ হৈ পৰি থাকে। আমি কত যে চেষ্টা কৰি কবিৰ অপ্রকাশিত কবিতাসমূহ হাতত সাৰে ভৰিত সাৰে চোৰে চুৰ কৰাৰ দৰে আনি আমাৰ ৰচনাত দিব লগা হৈছে! ভাল কবিতাকেইটা কবিয়ে তেওঁৰ জীৱন্ত কালত কাকো হেনো নিদিয়ে— সি অদৃশ্যৰ কোলাত থাকিব। আমি বিচাৰিলে হাহি উৰুৱাই দিয়ে। নিদিও— নিদিও বুলি সৰু ল ৰাই পুতলা লোবা দৰে কবিতাৰ বহীবোৰ বুকুৰ মাজত সুমাই লয়গৈ। কবিৰ প্রকৃতি বৰ বিচিত্ৰতাপূর্ণ। আমি কবিৰ ব্যক্তিগত জীৱনৰ আওভাও লবলৈ প্রায় দুবছৰ ধৰি যি চেষ্টা কৰি আহিছো এই ক্ষুদ্র ৰচনাৰ পৰিকল্পনা তাৰেই ফল। কবিৰ শ্ৰেষ্ঠতম অৰ্ঘ্য বা masterpiece বিশ্বাসৰ সমুলি বিকাশ আমি হাত কৰিব নোৱাৰিলো। কলে মোৰ জীৱনত নহ ব। তেওঁৰ ৰক্তিম গালত ক লা ছা পৰি আহিল। এই কিবতাত কি জীৱন্ত চিত্ৰই অঙ্কিত হৈছে ! কবিতাৰ কি মোহ ! এই কবিতাটো হুমুনিয়াহেৰে ভৰা— এটা বিদ্রুপৰ হাহি সেই কবিতা পঢ়িলে কবিৰ আকৌ চকুলো ওলাব— সুন্দৰ ৰক্তিম গাল মোলান হৈ পৰিব আনন্দৰ জগতলৈ নিৰানন্দ আহিব বিধৱাৰ সেই ব্যথাভৰা সুৰ শুনিলে মৰ্ম্মাহত হ ব। সেই বাবে কবিৰ আদেশ— নিবিচাৰিবা ।

ই ৰাজ কবি শ্বেলীৰ এষাৰি কথা মনত পৰিছে— মোৰ মনৰ যি ভাবধাৰা অনুভূতি আৰু স্পন্দনৰ মাজেদি প্ৰখৰ গতিত তেজৰ দৰে গোটেই শৰীৰত নাভি শিৰ উষ্ম কৰি বৰলৈ ধৰে সেই অনুভূতিৰ সৰল সহজ স্বৰূপতে মোৰ কবিতাৰ সৃষ্টি হয়। ভাবি বা মূৰ ঘমোৱাই কাগজ কলম লৈ দিনে ৰাতিয়ে কবিতা সাধনা কৰিব পৰা যায় কিন্তু আচল কবিতাৰ সৃষ্টি পাতনি হয় — স্পন্দন আৰু অনুভূতিৰ প্ৰখৰ গতিত। সেই কবিতা বান্ধোনৰ কবিতা নহয়— স্বভাৱজাত ছন্দ লয় তালৰ সন্মিলনত হোৱা প্ৰকৃত ভাবৰ ধাৰা। পাহৰণি কবিতা লিখক নাৱৰীয়া কবি খায়াম কবি দুৰৰাদেৱে আমাক পাহৰিবলৈ কৈছে কিন্তু তেওঁৰ পাহৰণি সুৰত আছে তপত চকুৰ পানী মাজনিশাৰ নিস্তব্ধতাৰ কৰুণ সুৰ— যাক সাৰ পাই ভাবিলে ভয লাগে আৰু দুখত চকুপানী ওলাই গাৰুৰ গিলিপ তিয়াই নিয়ে। পাহৰণিয়ে পাহৰিবলৈ কৈছে, কিন্তু সেই পাহৰণি সুৰ জীৱনৰ প্ৰতি মুহূৰ্ততে প্ৰত্যেক ব্যক্তিৰ জীৱনৰ মুকুতা হৈছে। খায়াম সুৰীয়া কবিৰ পাহৰণি সুৰ শুনি আজি প্রেমিক প্রেমিকাই কান্দি উঠিছে নিলাজী বতে আঙুলিৰ পৰশ পাই আপুনি মৰহি গৈছে পুৱা শৰতৰ তলসৰা শেৱালিৰ নতুন উষাৰ প্ৰণয়

বাদ্ধোনত পৰি হুলা কলা হৈ কুহুমবুলীয়া মুকুতা ঠাৰি আৰু ঢক ঢক কৰে বগা পাহি ক লা পৰি গৈছে নিকা মল্‌মল্ কাপোৰ গজ বৰষুণৰ টোপাল এটা পৰোতেই কেনেৱা দেখা গৈছে কেতেকী ফুলৰ গোন্ধত চকৰিফেঁটী আৰু মাটিফেটীয়ে তাৰ কাষত বাহ লৈছে বহাগ বিহুৰ উৰুকাতে সেই কেতেকী ছিণ্ডি অনাত সৰ্পৰাজ্যত যে কি বিলৈ ৱিপত্তি ! চাকৈ চকোৱাই সেই আশ্ৰয় এৰি হিয়া উবুৰিয়াই কান্দি কাটি ক'লৈ যে গৈছে! ৰঙিলী বা বহাগীৰ প্ৰণয়ৰ দিনা ৰঙাই বা বগাইৰ অনুপস্থিতিত কি যে অঘটন ! তগৰ ফুলৰ ওপৰত নিজৰ জীৱন সুধা ঢালি উন্মত্ত ভোমোৰা আৰু মৌবোৰৰ কি যে নহ ল। ফুলবোৰ দুষ্ট ল ৰাহতে বৰভাজি খাবলৈ মাকক দিছেগৈ — আই এই পাহিৰে মোকো বৰভাজি কৰি দিবি। সাদৰী মাকে ক লে — বোপাই এই ফুলকিপাহ কেলেইনো নৌ ফুলোতেই ছিণ্ডিলি ? আৰু অলপ ডাঙৰ হোৱা হ লে ইত্যাদি ইত্যাদি। সেই পাহৰণি সুৰ হৈছে— কৱিৰ সৌন্দৰ্য্য দেখি সেই সৌন্দৰ্য্যক আৰু চকুৰে নাচাই এখন পৰ্দ্দাৰ মাজেদি মুখ উলিযাই চাব যাতে সৌন্দৰ্যদেৱীয়ে সেই সৌন্দৰ্য কোঁৱৰৰ মুখখন দেখে কাৰণ সৌন্দৰ্যদেৱী সৌন্দৰ্যৰ প্ৰতিমা তেওৰ সৌন্দৰ্য আজি কাৰোবাৰ ঘৰৰ বন্তি হৈছে। সুন্দৰৰ নিৰমল ৰূপকণিকা পুৱতি সুৰুযৰ কিৰণত খিড়িকীখনৰ জোলোঙাইদি ভাহি আহি সৌন্দৰ্যদেৱীৰ কোলাত একোলা হৈছে। সেই কিৰণমালাক সৌন্দৰ্যদেৱীয়ে আনন্দেৰে চুমা খাইছে— হীন প্ৰেমাসক্তা হৈ নহয় পৱিত্ৰ প্ৰেমৰ সবল মিলনৰ সুপ্ৰচেষ্টাত। সৌন্দৰ্য কোৱৰ স্বভাৱতে লাজকুৰীয়া। তেও ভাল পায় সৌন্দৰ্য নিৰ্ম্মলতা চাফ চিকুণতা ভাল সাজ পাৰ বকুল তগৰ কেতকীৰ অপৰিসীম গোন্ধ— পাৰস্যদেশীয় আঁতৰৰ সৌৰভ'— তেও পুৰুষ নিলাজ— ভাল পায় প্ৰকৃতিৰ ৰূপ ধুনীয়া লাহী বিশালাক্ষী মানৱীৰ প্ৰেম' তেওৰ সৰু কপালখনৰ টিক্ টিকীয়া ৰঙা সেন্দুৰৰ ফোঁটটি কেকোৰা কেকুৰি লাহী কিচ্‌কিচীয়া চুলিৰ সেওতা আৰু ৰচকী পখিলাৰ দৰে তেওৰ খোজত ককাল ভঙ্গা নৃত্যচপলা সৰু লাহী গাটি ওঠৰ লাজকুৰীয়া সৰল ভালপোৱাৰ হাহিটি হাঁহোতে স্বভাৱতে ওলাই অহা ডালিম গুটীয়া সৰু সৰু দাত দুপাৰিৰ উজ্জ্বল চাকচিক্য আটাইতকৈ সৌন্দৰ্য্য কোৱৰে ভাল পায তেওৰ অন্তৰখনক তেওৰ আত্মাক আৰু তেওৰ সৰল অনুভূতিক।

ওঠৰ শতাব্দীৰ কৱি ওৱৰ্ডছৱৰ্থ শ্বেলী বাইৰণ ক লেৰিজ কীটছ স্কটৰ কবিতা সাহিত্যাই ই‌ংৰাজী সাহিত্যৰ যুগ প্ৰৱৰ্ত্তালে। ভাবপ্ৰৱণতা প্ৰেম পজা স্বদেশিকতাৰ কৱিতাৰ সোঁত বোৱালে। ফ্ৰান্সত বিদ্ৰোহৰ সূত্ৰপাত হ ল' ধনী দুখীয়াৰ এটা অমীমাংসিত সমস্যা লৈ আৰু শাসন পৰিষদৰ থানথিত নোহোৱাৰ বাবে। বিলাতত ঘটা স্বাধীনতা যুদ্ধৰ দৰেই এই বিদ্ৰোহৰ সূত্ৰপাত বুলি বুৰঞ্জীবিদসকলে কৈ গৈছে। দাৰ্শনিক ৰুছো ভলটিয়াৰ কবি ওৱৰ্ডছৱৰ্থ লেম্ব ৰাজনীতিক পিটছ আদিয়ে এই জুইকুৰাৰ আগলি আগুঠাবোৰ দেখি শুনি কৈছিল— ফ্ৰান্সত স্বাধীনতাৰ বিদ্ৰোহৰ সূত্ৰপাত হৈছে। ইয়াৰ ফলাফল ভয়াবহ। কেউফালে বিদ্ৰোহত হুলা কলা হৈ নিৰীহ প্ৰজাবৰ্গ বিপদসিন্ধুত উটি বুৰি গ ল। নৈতিক ভূমিকম্পৰ কি প্ৰচণ্ড জোকাৰ (a moral earthquake) ' ফ্ৰান্সত ইমূৰৰপৰা সিমূৰলৈ তেজৰ বিশাল নৈ বৈ গ ল— নৈবিলাকত উটাই দিয়া মৰা শ নধৰা হ ল গেলা ভেকেটা গোন্ধ অসহ্য হৈ আহিল দেশত মাৰি মৰক অন্ন সমস্যা আদিৰ

নগ্নমূৰ্ত্তি— কত শত শত নৱীন যুৱক সৈনিকৰ অকাল বিয়োগ ঘটিল ! সেই ফুলতে বাঁৰী হোৱা নৱীনা যুৱতী সকলৰ আশাৰূপ জীৱনৰ বন্তি নুমাই গ ল সাৰ জাৱৰ দি তোলা সুন্দৰ গছবিলাক অপদাৰ্থ হৈ বান বাৰিষাত উটি গ ল যুৱতীৰ চকুত লোতকেৰে ফেচকুৰি বান্ধিলে। কি অৱস্থা ! কি সভ্যতা ! কি মনুষ্যৰ হিমালয় সদৃশ্য আকাঙ্ক্ষা! দেশত দিনতে ফেৰুৱাই মাতিলে ফেচাই কুৰুলিয়ালে! বিষাদৰ বহল নদী বৈ গ ল। প্ৰকৃতিয়েও স্তম্ভিত হৈ ক লা পৰি গ ল— ওপৰত ডাৱৰৰ ৰেখা বিজুলী আৰু ধুমুহা ঢেৰেকনি— তাতে আকৌ সাগৰৰ ভীষণ গৰ্জ্জন— পানীৰ বৌ বৌৱনি চৌ চৌৱনি চৰাই চিৰিকটি ডালৰপৰা সৰি পৰিল হৰিণ গৰু গাই সকলোৰে বিলাই বিপত্তি কুলাই পাচিয়ে নধৰা হ ল।

আকৌ আনফালে সেই বিদ্ৰোহৰ মাজতে নতুন মনুষ্য শক্তিৰ উদ্ভৱ। ককালত টঙালি বান্ধি বীৰসকলৰ শান্তিৰ অপৰিসীম প্ৰচেষ্টা! নতুনৰ সূচনা হ ল। নতুন সভ্যতাৰ কিৰণে আকৌ দেশত খলকনি তুলিলে। কিছুমান দেশে সেই সভ্যতাৰ ডৰিযলিত বা চাৰ্কনৈযাত পৰি অস্থিৰ অধীৰ হৈ পৰিল। মায়া মৰীচিকাত মুগ্ধ হৈ জাতীয়তা বুৰঞ্জী সংস্কৃতি আদিৰ পূৰ্ব্ব বৈশিষ্ট্য পাহৰি গ ল। অটুট গৌৰৱশালী গ্ৰীচ দেশৰ জনবল আৰু মনবলৰ বিঘিনি ঘটিল। তেতিয়া বাইৰণ ৰ কৱিতাৱলীৰ সৃষ্টি হ ল— সেই সুপ্ত জাতিক সজাগ কৰিবৰ অভিপ্ৰায়ে। ইংলণ্ডতো হাহাকাৰ। ইংলণ্ডই ওৱেলছ্ আৰু স্কটলেণ্ড জয় কৰিলে। গ্ৰেৰ প্ৰাণৰ অটলস্পৰ্শী বিষাদৰ হুমুনিযাহ ভৰা কবিতাৰ ভাবধাৰা বৈ গ ল! শ্বেলীয়ে Queen Mab আৰু Revolt of Islam সৃষ্টি কৰিলে। বাইৰণে Don Juan আৰু Isles of Greece লিখিলে। গ্ৰেই The Bard কৱিতাৰ জীৱন্ত চিত্ৰ আঁকি দিলে। ওৱৰ্ডছৱৰ্থ শ্বেলী বাইৰণে স্বদেশহিতৈষিতাৰ কৱিতা লিখি সুপ্ত বীণাত ঝঙ্কাৰ তুলিলে। কৱি ওৱৰ্ডছৱৰ্থে প্ৰকৃতি চৰাই আদিৰ আশ্ৰয লৈ নতুন ভাব ছন্দ সত্য বা দৰ্শনৰ সোঁত বোৱালে ! শ্বেলীয়ে বিষাদৰ সুৰেৰে সত্যক আঁকোৱালি ললে। সুখে দুখেহে জীৱন বোলা কথা ফাকি শ্বেলীৰ জীৱনৰ সৰল সহজ সত্যৰ অন্বেষণৰ বাৰতা। বাইৰণে প্ৰেমৰ নগ্নমূৰ্ত্তি বা মানৱ প্ৰেমৰ নিদৰ্শন দেখুৱালে। বিৱৰণী কৱি কীটছে বাহ্যিক ৰূপ লাৱণ্যত ভোল গৈ বাহ্যিক সুখকে আৰাধি পিছত তত পালে আৰু ভয় খালে।— হায ! জীৱনত একো কৰিব নোৱাৰিলো। মৰিম এতিয়া! ভাব ভাষাৰে পূৰঠ মগজু আছে। মৃত্যুলৈ ভয লাগিছে। মানৱ প্ৰেমৰ সুখ লভিবলৈ নাপালো। ক লেৰিজে গাঁৱলীয়া চিত্ৰৰ সহায়েৰে কৱিতাত নতুন ৰূপ দিলে। তেওঁ বিশ্বাস কৰিছিল কপালৰ ফেৰ অতিমানৱতাৰ স্থিতি। আৰু Ancient Mariners Kubla Khan The Dark Lady লিখি কাব্য জগতত এটি নতুন পোহৰ দান কৰিলে। স্কটেও নানা চিত্ৰৰ সহায়েৰে কৱিতামালা আৰু উপন্যাসৰাজি ৰচনা কৰিলে। প্ৰেম কি বস্তু তাৰ স্বৰূপ কি— বাস্তৱ জ্ঞানেৰে স্কটে তাকে উপলব্ধি কৰিলে। The Lady of the Lake Lay of the Last Minstrel প্ৰভৃতি অমৰ কৱিতাৰ সৃষ্টি হ ল। তদুপৰি কেম্বেল টমাছ মুৰ চাদি টমাছ হুদ্, লেম্ব উল্‌ফ কানিংহাম প্ৰভৃতি ৰোমাণ্টিক কৱিসকলৰ ৰোমাণ্টিছিজিমৰ (Romanticism) নৈ বৈ গ ল। পুৰণি সাহিত্যৰ ওপৰত নতুনৰ ৰং আৰু ছাব পৰি পুৰণি নতুনৰ ৰূপ আৰু জ্যোতিৰে বিতোপন হৈ উঠিল। শ্বেক্সপীয়েৰ

বার্ণাছ্ কাউচাৰ স্পেনছাৰ মিল্টন আদি এলিজাবেথৰ যুগৰ কৱিসকলৰ ওপৰত আধুনিকতাৰ নতুন বোল পৰিল। এয়ে নতুন আৰু পুৰণিৰ মাজত বিভিন্নতা। হোমাৰ, ওমৰ খায়াম ছিছেৰ ছ্ ফিক্লিয়াছ্ আদিৰ কৱিতাই পুৰণি সাহিত্য বা classicism ৰ গঢ় ললে আৰু নতুন কৱিতাবিলাকে অর্থাৎ ওঠৰ শতাব্দীৰ কৱিতাবিলাকে এটি বিচিত্রতা বা অভিনৱত্বৰ নতুন (Romantic revival) যুগৰ সূত্রপাত কৰিলে। তেতিয়াৰেপৰা আধুনিক সাহিত্যানুৰাগীসকলে সেই ওঠৰ শতাব্দীৰ কৱিতাৰাজ্যত ভুমুকি মাৰি তাৰ তত্ত্বকথা জানিবলৈ গূঢ়তত্ত্ব ভেদ কৰিবলৈ অগ্রসৰ হ ল। সেই ইংৰাজী সাহিত্যৰ বিচিত্ৰতাৰ যুগ বা Romantic revival এই বিচিত্ৰতাই আমাৰ ভাৰতীয় সাহিত্যতো দেখা দিলে। সেই পোহৰৰ জিলিকনি ব্ৰহ্মপুত্ৰৰ লুইতৰ বালিতো তিৰবিৰাই উঠিল— শোৱনশিৰিৰ সোণ চৰোৱা বালিত দুপৰৰ সূৰুযৰ পোহৰত জিলিকি উঠিল। দুৱাৰদেৱে তাৰ সোৱাদ প্ৰথমেই ল লে। তেওৰ জীৱনত এটা ভীষণ বা মাৰলী পাৰ হৈ গ ল। শ্বেলীৰ জীৱন দুখেৰে ভৰা আৰু অকলশৰীয়া— প্ৰেমবিহ্বলতাত নহয় দৈহিক আৰু মানসিক দুর্বলতা আৰু উত্তেজনাত। আমাৰ কৱি তেন্তে ? তোমালৈ তেন্তে নাৱৰীয়া (ক) (খ) (গ) বিশ্বাসৰ সমুলি মৰণ জেতুকা পাত আৰু পখিলা আদিয়ে তাৰ সমিধান দিব। কৱি প্ৰেমাকুল হলেও বা ভাবত উটি বুৰি ফুৰিলেও স্ংসাৰ যে দুদিনীয়া তাক জানে—

স্ংসাৰৰ সুখ শান্তি সকলো এৰিলো
আৰু মোৰ একোৱেই নাই
শেষ যিটি হৃদয়ৰ আদৰৰ ধন
কৱিতাও বিদায় বিদায়। (বিদায় (ক))

কিন্তু দুখৰ নাৱত ভাহে সুখৰ জীৱন। কৱিতা নিলিখোঁ বুলি কৱিয়ে হাত সাৱটি বহি থাকিব নোৱাৰে। কাৰণ কবিতা ভাবৰ ধাৰা বুকুৰ পোৰণি অন্তৰৰ হুমুনিয়াহ, বিষাদৰ ছাঁ সি প্ৰকাশ হবই হ ব। তাক ভেটা দিয়া মানুহৰ পক্ষে টান। অনুভূতিয়েই বিশাল ভাবধাৰাৰ জীৱন্ত উৎস। এই ভাবে বিশ্বৰ সকলো বস্তুকে দেখে। ভাবকল্পনাধীনতাৰ আশ্ৰয়ত লালিতা পালিতা ঋষিৰ কন্যা শকুন্তলা — তেওক লগ পায় অনুভূতি আৰু ভাবৰ মাজেদি দুষ্যন্তই। প্ৰিয়া বিৰহত কালিদাসে— 'আষাঢস্য প্ৰথম দিবসে বুলি প্ৰিয়জনৰ আগমনৰ সপোন দেখিলে। শুদ্ধমন হবলৈ ভাবৰ উদ্বেগত দুষ্ট ৰত্নাকৰৰ (বাল্মিকী) ৰামায়ণ সৃষ্টি হ ল— নাম গান ৰাম ইত্যাদিৰে। পৰীক্ষিতে ব্ৰহ্মশাপৰ পৰা মুক্তি পাবলৈ মহাভাৰত শ্ৰৱণ কৰিলে। সুখবাদী ওমৰে ভাবিলে 'সংসাৰলৈ আহিছো সুখ কৰিবলৈ সুখেহে আচল বস্তু— খোৱা লোৱা স্ফূর্তি কৰা ভৱিষ্যৎ আৰু অতীতৰ কথা ভাবিবৰ সকাম নাই। বৰ্ত্তমানৰ আনন্দ ভোগ কৰা। ইয়াকে লৈ ওমৰৰ ওমৰতীর্থ।

সুখৰ কৱিতা স্বভাৱজাতভাৱে নোলাবও পাৰে কিন্তু দুখৰ কৱিতা বাস্তবৰ গান সি বুকু ফাটি ওলাই আহে আপোনা আপুনি জীৱনৰ ৰূপ মাধুৰীসনা কৌতুকময় প্ৰেম ফুলেৰে বছা সুন্দৰ কপাহী কাপোৰৰ ফুলবিলাক বিচক্ষণ শিপিনীৰ চানেকিত ওলালে সৰ্ব্বসমাদৃতা আৰু ৰূপময় মধুময় সহজ আৰু পৱিত্ৰ হৈ উঠে।

অসমীয়া কাব্য সাহিত্যতো ৰোমাণ্টিছিজিম ৰ যুগ প্ৰৱৰ্ত্তন হৈছে। কবিবৰ চৌধাৰী দেৱৰ প্ৰকৃতি কবিতাৰাজি আৰু চৰাই কবিতাখিনিতেই তাৰ চিন পোৱা যায়। অসমীয়া কীটছ্ তেওঁ চৌধাৰীদেৱ। দাৰ্শনিক কাকতিৰ শেৱালি কবিতাই এটা নতুন যুগ আনিলে অসমীয়া বাইৰণ গ্ৰে কবি শঙ্খধ্বনি লেখকে মহাভৈৰৱৰ ৰুদ্ৰবীণাত শ্মশানৰ গীত গালে। বিননি গীতিমালাৰে পাৰ্ব্বতীপ্ৰসাদে দিখৌৰ গীত গালে। শ্বেলী ক লেৰিজ ওৱৰ্ডছ্ৱৰ্থ তিনিও একেটিলৈ ৰূপান্তৰিত আমাৰ সৰ্ব্বশ্ৰেষ্ঠ নাৱৰীয়া কবি দুৱৰাদেৱ। তেওঁ নীৰৱ শ্বেলী। কাৰুণ্যৰ মাজত বিষাদৰ মাজত প্ৰেমৰ জলন্ত ছবি দাৰ্শনিক তথ্যৰ উদ্ঘাটন। ওৱৰ্ডছ্ৱৰ্থৰ সৰল সহজ ভাবধাৰা বাৰ্ণছে লিখাৰ দৰে He hears the echo of this mountain তেওঁৰ ভাষাৰ বৈশিষ্ট্য। তেওঁ সুন্দৰী সুৰংগী অসমা কামৰূপাৰ গিৰিমালা লতাকুঞ্জ আৰু নদ নদী ভাল পায়— ভাল পায় বুঢ়া লুইতক তাৰ টৌবোৰৰ উখল মাখল আৰু তাৰ শব্দক। সেইবাবে তেওঁ বুঢ়া লুইতক অনন্ত ৰূপে লৈছে নাৱৰীয়া হৈছে তেওঁৰ আত্মা আৰু নাওখনি কবিৰ দেহ— জীৱন এয়ে দুৱৰা কবিতাৰ ঘাই সম্বল। লুইত আছে চিৰদিন— তেওঁ নাৱৰীয়া নাও বাই যায় নাৱৰীয়া নিয়া নাও বাই — নাও বাই গৈ গৈ শেহত আন্ধাৰ দেখিলে। দিনত ঘটা কথাবোৰ মনত পৰিল তেতিয়া ভাবি ক্ষন্তেক সুখ পালে আকৌ লাজত হাহি উঠিল। পিছত চকুলো টুকি কান্দি কান্দি গাবলৈ ধৰিলে— অতীতক নেযাবা পাহৰি অতীতক যোৱাহে পাহৰি আজি মোক যোৱাহে পাহৰি। এই খিনিতে দুখৰ শেষ নাই বুলি ভাবি আকৌ শূণ্য পৰিচয় গাই শূণ্য হুমুনিয়াহ কাঢ়িলে। শেহত অনুৰোধ কৰিলে— নাৱৰীয়া নিয়া নাও বাই

এইদৰে আমি ওপৰত উনুকিওৱা কবিতাসমূহৰপৰা কবিৰ জীৱনৰ পৰিচয় পাইছো। কবিৰ ভাব ভাষা স্বতন্ত্ৰ আৰু স্বচ্ছ কিন্তু আমি কবিক আনসকল দেশ বিদেশৰ কবিৰ লগত ৰিজাব লাগিব তেওঁৰ কবিতাৰ মাধুৰী আৰু বিশিষ্টতা উপলব্ধি কৰিব লাগিব আৰু তেনেকৈয়ে তেওঁৰ কবিতাৰ খুঁতো উলিযাব লাগিব আমাৰ ব্যক্তিগত অভিমতেৰে ৰচনাৰ মোখনি মাৰিব লাগিব তেতিয়াহে সমালোচনা সম্পূৰ্ণ হ ব। কবিৰ সকলো প্ৰকাৰৰ কবিতাৰ সমালোচনা বৰ্ত্তমান প্ৰৱন্ধত দিযাটো সম্ভৱ নহ ব। আমি এটা বিষয় হে মাথোন বৰ্ত্তমান ৰচনাত উল্লেখ কৰিম। সেইটো হৈছে দুৱৰা কবিতাত ৰোমাণ্টিছিজিম্।

তলত দিযাৰ দৰে আমি দুৱৰা কবিতাবিলাকৰ শ্ৰেণী বিভাগ কৰিব পাৰো। যেনে— দুৱৰা কবিতাত (১) ৰোমাণ্টিছিজিম্ (২) নিৰাশাবাদ আৰু প্ৰেমৰ স্থান (৩) বাস্তৱতাৰ স্বৰূপ আৰু শ্বেলী আৰু ওৱৰ্ডছ্ৱৰ্থৰ প্ৰভাৱ (৪) প্ৰাণী জগৎ আৰু ঈশ্বৰ (৫) দুৱৰা শঙ্কৰদেৱ আৰু বেজবৰুৱা (৬) নাৱৰীয়া কবি দুৱৰা (৭) পাহৰণি (৮) সূক্ষ্মবিচাৰ। ওপৰোক্ত শ্ৰেণীৰ বিষয়বস্তুবোৰ বিস্তৃতভাবে এই প্ৰৱন্ধত ক ব পৰা নহ ব। শ্ৰেণী হিচাপে ভৱিষ্যতে লিখিবলৈ প্ৰয়াস কৰিম। এইবাৰ বস্তুবিলাকৰ কথা আৰু ৰূপ ইয়াত স্থানবিশেষে উনুকিয়াইহে যাম।

কবি ওৱৰ্ডছ্ৱৰ্থে প্ৰেমৰ কবিতা নিলিখে কিন্তু Lucy কবিতাও আছে দেখোন। প্ৰিয়াৰ গুণগান গাই আত্মহাৰা হৈ কবিয়ে লিখিলে— She is the phantom of delight শৈশৱৰ লীলাখেলা ভাল পাই আশাবাদী কবি ওৱৰ্ডছ্ৱৰ্থে Lucy কবিতা

লিখি কৱিতাৰাজ্যত অমৰ হৈ গ ল। হেৰোৱা প্ৰেমত বিয়াকুল হৈ কৱিয়ে লিখিলে She dwelt among the untrodden way আৰৌ I travelled among the unknown men — শান্তি সুখৰ বহিৰ্ভূত হৈ কৱিয়ে আৰু এটা কৱিতা লিখিলে — A slumber did my spirit seal ওৱৰ্ডছৱৰ্থ সুখবাদী কৱি— প্ৰকৃতি কৱি। তেও প্ৰকৃতিত পায় বাস্তৱতাৰ আৰু সত্যৰ ৰূপ। ওৱৰ্ডছৱৰ্থ দাৰ্শনিক কবিও। কীটছ সৌন্দৰ্যপিপাসু, শ্বেলীয়ে কৱিতাত পায় প্ৰেম অনুভূতি আৰু শক্তি। আমাৰ দুৰৱাৰ কৱিতাত আছে করুণ দুখলগা হুমুনিযাহ— তেও ভাল পাইছিল শৈশৱৰ ধুলিখেলা—

বহিছিলো জোনালী ৰাতিত
ওখ শিলনিৰ ওপৰত
পাঙিছিলো ভাঙিছিলো আমি
কত কথা মনৰ মাজত। (বিদায় খ)

আকৌ সেই প্ৰেযসীৰ কুসুম কোমল দেহলৈ লক্ষ্য কৰি কৱিয়ে গাইছে—

লাজৰ ৰাঙলী ৰেখা জিলিকি পৰিল
মালতীৰ গোলাপী গালত
নিয়ৰত তিতি থকা গোলাপ পাহিটি
হয যেনে পুৱা কিৰণত। (নাৱৰীয়া ক)

আকৌ

সপোনৰ প্ৰথম পুৱাতে
সাৰ পাই উঠিলো যেতিয়া
দেখিছিলো তোমাৰ ছবিটি
জীৱনৰ প্ৰেমৰ অমিযা। (তোমালৈ)

ৰূপমুগ্ধ কৱিৰ ভাবৰ হিল্লোলত ওলাল সেই সৌন্দৰ্যময় মানস প্ৰতিমাৰ লাৱণ্যময সজীব মুৰ্ত্তিৰ চিত্ৰটি—

এনে সময়তে আহি তটিনী তীৰৰ
ফুলি থকা ফুলনি মাজত
মনোমোহা মাধুৰীৰ মালতী ছবিটি
ঘূৰিছেহি কেনে উলাহত। (দিনৰ দিনটো ঘূৰি)

এজন ই ৰাজ কবিয়ে লিখিছে—

Thy constant flow of love that knew no fall
Ne er roughened by those cataracts and
brakes — Cowper

সেই সুৰতে খাযাম কৱিয়েও গাইছে—

মানুহৰ ভালপোৱা ? আছে যদি থক
নাই তাত মোৰ প্ৰয়োজন
জগতক ভাল পাও জগততে ফুৰো
সকলোটি মোৰ প্ৰিয়জন।

আকৌ কৱিয়ে সেই সৌন্দৰ্য মূৰ্ত্তিক পুৱা জোনালী তাৰ পিছত আৰু ৰাতিত বৰ্ণনা কৰিছে—

ওলাম পুৱাতে উষাৰ লগত
হেঙ্গুলী ৰহণ সানি
চাম উলাহেৰে পাতৰ আঁৰত
জিলিকা মুকুতা মণি।
এটি দুটিকৈ বনৰ চৰায়ে
ধৰে সুমধুৰ তান
মায়া জাল মেলি প্ৰকৃতি সুন্দৰী
নিজে উত্ৰাৱল প্ৰাণ।
নৱ জীৱনৰ সোণালী সপোন
উছাহৰ লীলা খেলা
পুৱাৰ জগতে সাৱটি ধৰিছে
পাতিছে মোহিনী মেলা। (পুবা)

আকৌ জোনাক ৰাতি এটিৰ পৰিস্ফুট চিত্ৰ বৰ্ণন—

জোনালী ৰাতিত নীল সৰগৰ
জোনাৰ মধুৰ হাহি
ফুলনি মাজত কুসুম সুবাস
মলয়াত আহে ভাহি।
প্ৰেমেৰে ভৰপূৰ চেনেহৰ মালা
দিবাহি ডিঙিত মোৰ
অতীত ভৱিষ্যৎ সকলো পাহৰি
থাকিম সুখতে ভোৰ॥

আশাবদী কল্পনাসুন্দৰ কৱিৰ প্ৰিয়তমা জুৰিৰ পাৰত লুকাই আছে সেইহে এই পৱিত্ৰ কাব্য কলাৰ অভ্যুত্থান—

কোনেও নজনা সেই জুৰিৰ পাৰত
আছে মোৰ লাহৰী সোণাই
ফুলিছে বনৰ ফুল অকলে আপুনি
শলাগোতা কেও তাৰ নাই।
পুৱাৰ কিৰণে চুমে গোলাপী গালত
চকুযুৰি মেলে সাৰ পাই
উৰি ফুৰা মৌ মাখি গুণ গুণ কৰি
লাহৰীক বাতৰি বিলাই। ইত্যাদি

আকৌ তলৰ ফাকিত কেনে ত্যাগৰ স্বীকাৰ প্ৰকাশ পাইছে। আশাবদী কৱিয়ে আশাৰ প্ৰৱল ঢৌত উটি বুৰি গৈছে, সেইহে—

নিযা মোৰ ফুলপাহি বুকু শুদা কৰি
মালতীৰ মালা নিয়া খোপা সোলোকাই
ধুনীয়া জোনাক ৰাতি যোৱা আগবাঢ়ি
তৰাৰ হাহিয়ে দিব বাট দেখুৱাই।   ইত্যাদি

ইয়াত কৱিৰ মানৱ প্ৰেমৰ পৰিচয় পৰিস্ফুট হৈছে। কৱি মানৱ বিদ্বেষী বা cynic নহয।

মাৰ যক তোমাৰ বুকুতে
অন্তহীন সুৰ বিষাদৰ
হাহি মুখে মাগিলো মেলানি
তুমি মোৰ প্ৰতিমা প্ৰাণৰ।   (তোমালৈ)

কৱি সুখবাদী হলেও  সুখৰ সোতত ভাহে দুখৰ নাৱত। সেইহে কৱিৰ আশাত নিৰাশাৰ ছা ফুটি উঠিছে—

ক ৰনো পখিটি আহি গছৰ ডালত
কই গ ল মৰমৰ কথা
নিৰৱ গছৰ ডাল নিৰৱে থাকিল
নুবুজিল হৃদয়ৰ বেথা !   (অ যো পা )

আকৌ—

কোনোবা দেশৰপৰা নজনা পখিটি আহি
কাণে কাণে মিঠা সুৰে কিবা গান গায়
হিয়াৰ মাজত এটি আনন্দৰ ৰোল তুলি
ধীৰে ধীৰে উৰি উৰি কেনিবা পলায়।   (নাৱৰীয়া খ)

জীৱন খলা বমা  জন্ম আৰু মৃত্যু দুটা প্ৰকৃতিৰ বস্তু। তাক বাধা দিবৰ কাৰো সাধ্য নাই—

সময়ৰ প্ৰতিশোধ কোনে বাধা দিব
জগতত অকলশৰীয়া
যাউক উটি যেনি তেনি সোতৰ লগত
মেলি দিয়া নাও নাৱৰীয়া।   (অ যো পা )

নিকৰুণ বাস্তৱতাৰ স্বৰূপ দেখুৱাই কৱিয়ে কৈছে—

মধুৰ বাঁহীৰ তান আহে বতাহত
দূৰতেই শুনা পাতি কাণ
দূৰতে সৌন্দৰ্য তাৰ দূৰতে মাধুৰী
ওচৰত প্ৰাণশূণ্য তান।   (অ যো পা )

প্ৰেমিক কৱিৰ আৰু এটা বিষাদৰ সুৰ বাজে—

কপি থকা ওঠ দুটি নোৱাৰে ফুটাব
যাও বোলা বিদায়ৰ বাণী

দুগালে বাগৰি যায় চকুলো দুধাৰি
মাগে মাথো শেষৰ মেলানি।
যাও বোলা বিদায়ৰ বাণী। (অ নে পা)

আকৌ সৌন্দৰ্যপিপাসু কবিৰ মনত পৰিল অতীতৰ সপোনৰ কথা—

সেইদিনা এনেদৰে জোনৰ হাহিটি
পৰিছিল ধৰাৰ বুকুত
এনেদৰে কাণে কাণে বসন্ত সমীৰে
কইছিল কথা গুপুতত। (হেৰোৱা সপোন)

আকৌ—

হেপাহেৰে প্ৰতিমাক বুকুৰে সাৱটি
উলাহত গালো কত গান
ওঠতে লগাই ওঠ কৱিতা ৰাণীয়ে
চেনেহৰে দিলে সমিধান।
নিমিষতে ভোল গ ল বলীয়া কবিয়ে
প্ৰণয়ৰ পাই প্ৰতিদান
মেলি দিলে অন্তৰৰ প্ৰেমৰ সফুৰা
লগতেই ঢালি দিলে প্ৰাণ। (হেৰোৱা সপোন)

এইদৰে সৌন্দৰ্যপিপাসু কৱি প্ৰেমৰ হিল্লোলত উন্মত্ত থাকোতে হঠাতে কৱিতা কুৱৰী অন্তৰ্ধ্যান হ ল—

এনেদৰে সপোনৰ মধু মিলনত
থাকোতেই আপোন পাহৰি
সাৰ পাই উঠি দেখো হঠাতে হেৰাল
কেনিবাদি কৱিতা কুৱৰী। (হেৰোৱা সপোন)

কৱি অদ্বৈতবাদী। বেদান্ত দৰ্শনৰ তত্ত্বসমূহ কৱিৰ ভাবৰ মাজত নিহিত আছে। প্ৰত্যেক প্ৰাণীৰ মাজত আত্মা আছে। এই আত্মা অজৰ অমৰ নিত্য আৰু শাশ্বত তথাপি ই নিষ্ক্ৰিয়। পাপ পুণ্য সুখ দুখ আনন্দ বেদনা একোৱেই তাক স্পৰ্শ কৰিব নোৱাৰে। এই আত্মাই প্ৰাণীৰ প্ৰকৃত সত্ত্বা দেহ প্ৰাণীৰ প্ৰকৃত সত্ত্বা নহয়। ই অনন্ত চৈতন্যময আনন্দময়— আমাৰ দুৱৰা কৱিতাত সেই একে ভাব নিহিত আছে—

অনন্তৰ যিটি সোঁতে আনিলে আমাক
সেই সোঁতে নিব উটুৱাই
ফুলে ফুলে জগতত ফুৰে ৰ মনে
পখিলাৰ হাহিটি বিলাই। (পখিলা)

অদ্বৈতবাদী কৱিয়ে বিশ্বাস কৰে ভাই বন্ধু পিতৃ মাতৃ সকলো দুদিনীয়া। সেইহে কৱিৰ অমৰ লিখনিত বাজি উঠিছে—

চেনেহৰ সখা মোৰ শেষ অনুৰোধ

অতীতক নেযাবা পাহৰি
সমাপি জীৱন মোৰ বসুধা বুকুত
যাম গৈ যিদিনা আঁতৰি
অতীতক নেযাবা পাহৰি।
সুখে দুখে জীৱনৰ ফুৰে পাছে পাছে
অতীতৰ মধুৰ সপোন
নিমিষতে বিষাদত ধৰেহি আগত
এৰি অহা প্ৰেমৰ দাপোণ
অতীতৰ মধুৰ সপোন। (অ নে পা )

কৱি কল্পনাপ্ৰিয হলেও তেওৰ কৱিতাত এটা বাস্তৱতাৰ পৰশ আছে। (a realistic touch) । মানৱ বিদ্বেষী ই ৎৰাজ লেখক চুইফ্‌টক উদ্দেশ্য কৰি থেকেৰিয়ে এষাৰি কথা লিখিছে we view the world without our eyes each of us and we make from within us the world we see সেইবাবে কৱিয়ে এইদৰে মানৱ জীৱনৰ পৰিচয দিছে—

সৰিব গছৰ পাত শুকাব ফুলনি
কুৱলীয়ে ঢাকিব কিৰণ
পুৰণিক আঁতৰাই পাতিব জগতে
নতুনৰ নৱ আয়োজন।
আঁতৰিম হাহি মুখে পুৰণিৰ স তে
জীৱনৰ খেলা সা ৎ কৰি
মিছাতে বেজাৰ কিয় ? ঘূৰিছে সদায
জগতত কালৰ চকৰি। (পখিলা)

আকৌ আন এঠাইত আছে—

ৰঙমনে চৰি ফুৰে শৰালি হালিয়ে
প্ৰেমেৰেই ভৰা দুটি প্ৰাণ
খেলা অৱসান হ ল নামিল সন্ধিয়া
গাই গ ল জীৱনৰ গান। (শেষ)

আকৌ হেৰোৱা সপোনত কৈছে—

দুদিনীয়া সপোনত ঢালি নিজ প্ৰাণ
গাই যাও দুদিনৰ গান
সপোনৰ শেষ হলে হেৰায় চেতনা
হব মোৰ অৱশ পৰাণ।

'দিনে দিনে দিন গৈ মাহত মিলিব আহি
মাহ আহি শেষ হ ব বছৰ বুকুত

কালৰ পুতলা আমি পাতো নতুনৰ মেলা
নতুন ৰহণ সানি পুৰণি চকুত। (হেৰোৱা সপোন)

আকৌ—

কেনিনো আহিছে বলীয়া বৰাগী
সুৰৰ সুৰতে বলীয়া হই
কিনো ভেশ ধৰি আপোন পাহৰি
কিনো গান গাই অকলে অই। (বলীয়া বৰাগী)

ফুৰোঁ পাছে পাছে গানতে তোমাৰ
জীৱনে মৰণে তুমি আপোনাৰ
তুমি মনে মনে দিঠকে সপোনে
উমলিছা মোৰ পৰাণ লই। (বৰাগী)

দিনে দিনে দিন গণি অকলে আপুনি মাথোঁ
আগুৱাও জীৱন পথত—
হোৱা নাই সমাপন প্ৰেমৰ কৱিতা মোৰ
উৰি ফুৰা কল্পনা ৰথত।

তাৰ কাৰণেই মই যত কাম কাজ এৰি
ঢালি দিলো গোটেই জীৱন
কত যুগ যুগান্তৰ বিচাৰি ফুৰিছো সেই
যুগমীয়া মধুৰ সপোন।

আকৌ আন এটিত —

উঠিল পৰিল কত শতেক যৌৱন মোৰ
ফুলিল শুকালে কত ফুল
অনন্ত যৌৱন লৈ ফুৰিছো ধৰাত মই
বিৰহত পৰাণ আকুল।

এই অনন্ত সুৰ কৱিতা আৱাহনত প্ৰকাশ হৈছিল। এই কবিতাটো কৱিৰ ৰোমাণ্টিক কৱিতাৰ শেষ অৱদান— দাৰ্শনিক সূক্ষ্মবিচাৰৰ আলম লৈ কৱিয়ে সুন্দৰক পূজা কৰিছে। এই কৱিতাৰ পিছৰপৰাই কৱিৰ পাহৰণি কৱিতাৰ সোত বৰলৈ ধৰিলে— শাওণৰ নদীপ্ৰৱাহ স্বৰূপ প্ৰেম শুকাই গ ল— কাতি আঘোণত নৈৰ তলত শিল পাথৰ ওলাই পৰিল কিন্তু সেই শিল পাথৰ কতদিনৰ পৰা বুঢ়া লুইতৰ তলত পৰি আছে— তাক মানুহে পাহৰিব পাৰে জানো ?

কৱিৰ আকৌ সেই একে আশা— দুখৰ মাজতে সুখক বিচাৰি হাবাথুৰি খাইছে—

যুগমীয়া বিৰহৰ আগেয়ে এবাৰ
কৰি লও তোমাক আপোন
ঢালি দিও অন্তৰৰ চেনেহ নিজৰা
— তুমি মোৰ হেৰোৱা সপোন।

সুখবাদী কৱিয়ে সুখৰ সপোন দেখিছে। সেইহে—

ভাল পাও জগতৰ সুখ দুখৰাশি
ভাল পাও মানৱ জীৱন
ভাল পাও অসীমৰ দূৰৰ আভাস
ভাল পাও সুখৰ সপোন।

ইন্দ্ৰধনু কৱিতাৰ সাতো বৰণেৰে বুলোৱা জীৱনৰ পাতনি মেলিছে। ব্ৰাউনিঙৰ Laboratory তো একে ভাব। কৱিৰ পাতনি—

হৃদি সৰগত হয় মাধুৰী বিকাশ
— ইন্দ্ৰধনু সাত বৰণীয়া।
আশীষ শিৰত লই
প্ৰেমৰ সজুলি আনি
সাজে ঘৰ কৰি যুগমীয়া
ইন্দ্ৰধনু সাত বৰণীয়া। (ইন্দ্ৰধনু)

প্ৰেমিকে প্ৰেমিকাৰ বিৰহত বলিয়া হোৱাটো স্বাভাৱিক। আৰু তেতিয়া তেওৰ জ্ঞান দীপ্ত মনৰো বিকৃতি ঘটে। মেৰি ক ৰেলই কৈছে— In that touch of love where philosophy fails wisdom withers সেইবাবে জীবনৰ সুৰ ত বাজি উঠিছে একে সুৰ—

সুৰবোৰ প্ৰাণৰ মাজত
অকলই থাকিব নোৱাৰি
উৰি গ ল স্বৰগৰ পিনে
জগতত হৃদয বিচাৰি।

কবিৰ হৃদযত প্ৰেমৰ নিজৰা বৈ আছে। সেই প্ৰেম বুকুৰ তেজেৰে গাঁথি থৈছে—

মোৰ এই হিয়াখনি জেতুকা পাতৰ দৰে
সেউজীয়া বননিৰ বৰণেৰে ঢকা
অন্তৰ জ্বলোবা ছবি অতীতৰ স্মৃতি লই
দুনাই এনুৱা ভাৱে দিবা জানো দেখা ? — (শূণ্য পৰিচয়)

কৱি অকলশৰীয়া— শ্বেলীযে Adonais ত কোৱাৰ দৰে fail form and companionless আৰু The Sensitive Plant তো companionless ভাব আছে— সেইহে কৱিৰ ভাব—

এনেদৰে নিতে নিতে নতুন ভাবত
উৰো মই অকলশৰীয়া
আকাল ভৰাল মোৰ নাই অকণিকে
নাই মোৰ কোনো লগৰীয়া। (পখিলা)

মানৱ প্ৰেমৰ পৰা বঞ্চিৎ হৈ কৱি পূৰ্ণ যৌৱনতে অকলশৰীয়া হ ল— ভাবিছিল ওমৰৰ দৰে বৰ্তমান সুখেৰে কটাও। বিধিৰ বিপাক ওপৰেদি বা মাৰলী পাৰ হৈ গ ল। শেহত অকলশৰীয়া হৈ থাকিবৰ কবিৰ উদ্দেশ্য হ ল—

নিৰলে থাকিম বুলি সাজিছো ইয়াতে পঁজা
দাতিযেদি বৈ যায পাহৰণি নই
ধুনীযা জোনাক ৰাতি বহি তাৰ পাৰতেই
শুনাম জীৱন গীতি বীণখনি লই।। (শূন্য পৰিচয়)

আকৌ শেষ কৱিতাত আন প্ৰকাৰে কৱিযে পৰিচয দিছে।

মৰতত মৰহিলে মৰাপাতখিলা
তৰাটিও জ্বলি পুৰি গ ল
শৰালিৰ শেষ গান— উঠিল পৰিল
— প্ৰকৃতিৰ বুকুত শেষ হ ল।

আকৌ —

সকলো প্ৰাণীৰ তুমি প্ৰাণৰ পুতলা
তোমাৰেই সাৰ্থক জীবন
মৃত্যু কিনো ? ইও এক তোমাৰ কৰুণা
— আতমাৰ প্ৰকৃত মিলন। (মিলন)

কৱিযে তেওৰ প্ৰিয়তমাক সুখৰ লগৰী কৰিছে আৰু নিজক ? দুখৰ বলে নোবৰা শিলৰ দৰে— চুইন্‌বাৰ্ণে' কোৱাৰ দৰে—

If you were April s lady
And I were lord in May
We d throw with leaves of hours
And draw for days with flowers
Til I day like night were shady
And night were bright like day
If you were April s lady
And I were lord in May (A match)

কৱিৰ সুৰত —

'জীৱন সাৰথি মোৰ নেযাবা দুনাই
কাষ এৰি নেযাবা দুনাই
চিক্ মিক্ বিজুলীৰ ছযা মযা ৰেখ
থোৱা থোৱা দূৰতে লুকাই। (সুখৰ সপোন)

আকৌ ক লেৰিজে—

Her very frowns are fairer far
Than smiles of other maidens are

শ্যেলীৰ ভাব তাতকৈ আৰু মধুৰ—

I fear thy mien thy thy tones thy motion
Thou needest not fear mine
Innocent is the heart s devotion
With which I worship thine
*  *  *
A perfect woman nobly plann d
To warm to comfort and command
And yet a spirit still and bright
With something of angelic light — Wordsworth

কল্পনাই কৱিৰ সুখৰ আকৰ—

বাজিব বীণত মোৰ উলাহ সঙ্গীত
জীৱনৰ সোত উলটিব
আকাশী নিযৰ দৰে সৰগৰপৰা
দেৱতাৰ আশীষ নামিব।

মৰম ফুলনি ত কৱিৰ প্ৰেম শক্তি প্ৰখৰ গতিত উদীয়মান সেইহে—

সাদৰে আদৰো সখা অতি হেপাহেৰে
আজি এই হৃদয়ৰ নিভৃত কুঞ্জত
গুপুততে মোকোলাও চেনেহ সফুৰা
সুন্দৰ সময় এই নিস্তব্ধ জগত।

সুখে দুখেহে জীৱন। প্ৰেমৰ কৱি ব্ৰাউনিঙেও Statue and Bust ত তাৰ ৰূপ দিছে। চুইনবাৰ্ণৰ এই ফাকি অতি সুন্দৰ —

If you were queen of pleasure
And I were queen of pain

কৱিযেও উছাহৰ নৱ জাগৰণ ত তিনিটা বস্তু বিছাৰিছে— (১) দিযক ঈশ্বৰে যেন অতুল জীৱন (২) দুখৰ জীৱন (৩) ভক্তিৰ জীৱন।

বাৰিষা মেঘৰ দৰে ভীষণ ধুমুহা লৈ
দুখৰ মাজতে হ ব সুখ দৰিশন।

দূৰৱা কৱিতাত প্ৰেমৰ কৱিতা কেবাটাও আছে। এই কৱিতাবিলাকেই তেওৰ প্ৰতিবিম্ব। সেইবোৰ হৈছে (১) লাহে লাহে আঁতৰিল বা বিদায় ক (২) দিনৰ দিনটো ঘূৰি নাৱৰীয়া ক (৩) প্ৰকৃতিৰ কোমল কোলাত— (বিদায় খ) (৪) পথিকৰ শেষ বাণী— (নাৱৰীয়া খ) (৫) পাহৰা সুৰ (৬) বিদায় গ (৭) সঙ্গীত (৮) তোমালৈ (৯) তেন্তে (১০) বিশ্বাসৰ সমূলি মৰণ (১১) বলিয়া বৰাগী (১২) মিলন (১৩) সুখৰ

সপোন (১৪) চকুলো (১৫) হেৰোৱা সপোন।

এই সকলো কৱিতাৰ বিস্তৃত আলোচনা কৰা জটিল। দুই এটাৰ অলপ সূক্ষ্ম বিচাৰ কৰি আমাৰ ৰচনা শেষ কৰিম।

নাৱৰীয়া কৱিতা কৱিয়ে দুবাৰ লিখিছে। অসীমৰ মাজত দেহ স্বৰূপ নাও লৈ তেওঁ শৈশৱ জীৱনৰ প্ৰেমৰ ছবি আঁকিছে। কৱিয়ে বিদায় তিনিবাৰো মাগিলে— প্ৰথম বিদায়ত কলে কবিতাও বিদায় বিদায় আকৌ দ্বিতীয় বিদায়ত কৱিযে শেষ বাণী ঘোষণা কৰি কৈছে—

সৱ আশা শেষ হ ল আজি
নকৰোও একোকে কামনা
নুপুৰাও নুপুৰাও আৰু
হৃদয়ৰ অতৃপ্তি বাসনা।

তৃতীয় বিদায়ত পাহৰি খাবলৈ কৈছে—

তোমাৰ ছবিটি দেবী হৃদযত আঁকি
হাহি মুখে আহিলো আঁতৰি
নেবান্ধিবা মৰমৰ ডোলেৰে দুনাই
অতীতক যোৱাহে পাহৰি।

আকৌ একে কৱিতাতে—

প্ৰতিমাৰ বিসৰ্জ্জন জীৱনত মোৰ
আৰু আজি প্ৰেমৰ বিদায।

কৱিয়ে তোমালৈ আৰু তেন্তে কবিতা প্ৰশ্ন আৰু উত্তৰ— তোমালৈ ত কবিযে প্ৰেযসীক প্ৰশ্ন কৰিছে তেওৰ প্ৰেমৰ ছবি অন্তৰত আকিছে— তেন্তে ত ব্যৰ্থ হৈ কবিয়ে মেলানি মাগিছে—

লুকাল যেতিয়া আশাৰ পোহৰ
নিৰাশাৰ ছাত পৰি
তেন্তে আঁতৰিলো মাগিলো মেলানি
দিলো সকলোটি এৰি। (তেন্তে)

মাতি আনা মাতি আনা মাতাছো দুনাই কৱিতাত কৱিয়ে ভাবিলে— প্ৰিয়জনৰ কিবা লক্ষ্য ভ্ৰষ্ট কৰিলো নে কি ?

আহিছিল একেলগে ধীৰে আগুৱাই
ৰ মনে হাহি হাহি
আপোন দুখত ভাহি
এনেতে হঠাতে গ ল চাকিটি নুমাই
পৰিল পিছলি দেহি পোহৰ নেপাই।

বিশ্বাসৰ সমূলি মৰণ কৱিতাত কৱিৰ নিজৰ জীৱনৰ পৰিচয় ফুটি ওলাইছে। এই কৱিতা কৱিৰ সকলো কৱিতামালাৰ ভিতৰত শ্ৰেষ্ঠতম মণি। ই এটা বিষাদভৰা ব্যাকুলতাৰ

গান। এই কবিতাত আমি কবিৰ দুখৰ জীৱনৰ পৰিচয় পাইছো—

*  *  *

'শান্ত তাপসৰ দৰে থাকিবা এচুকে
এৰি দিয়া বাসনা বিলাস
ঘৰে ঘৰে কান্দি কান্দি নকবা দুনাই
বিশ্বাসৰ সমূলি বিনাশ॥

কবিৰ তেন্তে কবিতা লিখাৰ উদ্দেশ্য কি ? তেও বিচাৰে কি ? তেওৰ শেষ ক ত ? তেও এদিন আমাক কৈছিল— মোৰ এই কবিতাবিলাক যদি মানৱৰ অন্তৰত লাগে তেন্তে তেও সুখী হ ব। যি ভাল পায় তেও আদৰ কৰিব আৰু কোনোৱে নাপালে তাৰ বাবে কবিয়ে বেয়া নাপায়। তথাপি তেওৰ কবিতাৰ নীতি বা ফিলছফি য়ে যাতে সকলোৰে আদৰ পায় এয়ে তেওৰ আকাঙ্ক্ষা। কাৰণ কবিৰ সুৰত—

'সংসাৰ মাজত দুটি এটি সুৰ
পাৰো যদি কৰি যাম সুমধুৰ
সি সুৰ বাজিব সদায় থাকিব
বাজে যেন চিৰদিন
স সাৰৰ খেলা সামৰি তেতিয়া
হম অনন্তত লীন। (সুখ গীত)

আকৌ—

ইপাৰত থাকি আমনি লাগিলে
বিচাৰিবা শান্তি সিপাৰত
সিপাৰত উঠিলেই তেতিয়াই থেকে
দেখা পাবা শান্তিৰ লগত।

# দুৰৰাৰ কৱিতাত নিৰাশাবাদ আৰু প্ৰেমৰ স্থান

## শিৱপ্ৰসাদ বৰুৱা

আশাবাদী কৱি নিৰাশাবাদী হোৱাৰ হেতু ক ত ? দুৰৰা জীৱনৰ প্ৰাৰম্ভৰপৰা সুখবাদী তেওঁ দুখবাদী নহয়। বিভীষিকা জ্বালা যন্ত্ৰণা যুদ্ধ বিগ্ৰহ ধুমুহা ভুইকপ বা মাৰলীলৈ তেওঁৰ ভয়। তেওঁ ভাল পায় মৰম প্ৰেম ভালপোৱা আতৰ সুবাস গোলাপৰ— সৌন্দৰ্য। পিছে এই সুখবাদী কৱিৰ জীৱনত দুখনো আহিল ক ৰপৰা ? কৱি যদি সুখবাদীয়েই তেন্তে তেৱেঁই সুখ সুখ কৈ চিঞৰিছে কিয ? তেন্তে ইযাৰ ওপৰত আকৌ সুখ বিচাৰে নেকি ? এনাৰি কথাতে বুজাবলৈ গ লে তেওঁ সুখবাদী সচা কিন্তু লগতে নিৰাশাবাদীও। তেওঁৰ এই নিৰাশাবাদৰ উৎপত্তি বা বিকাশ ক ত এযে বৰ্তমান মুখ্য আলোচ্য বিষয।

ইংৰাজ কৱি শ্যেলীৰ জীৱন দুখেৰে ভৰা। তথাপি তেওঁ নিৰাশাবাদী নহয— তেওঁ দুখবাদীহে। তেওঁৰ কাব্যত আছে এই চিৰন্তন দুখৰ বলে নোবৰা ভাৱৰ বোজা। সেই ভাব প্ৰায সকলো কৱিতাতে বিযপি আছে। তেওঁৰ কৱিতাত আছে দুখৰ ছা (a note of melancholy) কিন্তু এইজন কৱিৰ আধ্যাত্মিক (spiritual) মনস্তাত্ত্বিক (Intellectual) বা তত্ত্ববুৎপত্তিগত (Metaphysical)। শ্যেলীৰ কৱিতাসমূহৰ বিশেষত্ব এইখিনিতে। তেওঁৰ দুখবাদ তত্ত্বজ্ঞানৰ অন্তৰ্গত কিন্তু কীটছৰ তেনে কোনো তত্ত্বজ্ঞানৰ ভেটি নাই। কীটছৰ কাব্যত আছে এটি ভয বিভীষিকাৰ ভাব (a note of dejection)। এই দুখ ভয বিভীষিকাৰ লালন পালনত ডাঙৰ হোৱা ভীষণ দুখবাদৰ (horrible tone of fear dejection) আন এটা প্ৰতিচ্ছবিহে মাথোন। On Melancholy On Indolence To a Nightingale আদি কবিতাসমূহত কীটছৰ এই শাৰীৰিক সুখাভিলাষৰ আকাঙ্ক্ষা চিৰ প্ৰজ্জ্বলিত আৰু চৰম দুখবাদ বৰ্তমান। ইযাৰ অৱশ্যে অৰ্থও আছে। ফেনি ব্ৰাউন (Fanny Brawne) নামে এগৰাকী ৰূপহীৰ বাবে কীটছ্ বাউল হৈছিল কিন্তু সি অপৈণত অৱস্থাতে থাকিল। শ্যেলীৰ প্ৰেমৰ উহো কম নাছিল। তেওঁ প্ৰথমে হেৰিযেট ওৱেষ্টব্ৰুক (Harriet Westbrook) নামে এগৰাকীৰ পাণি গ্ৰহণ কৰিছিল পিছত প্ৰথমা পত্নী হেৰিয়েট পানীত পৰি ঢুকুৱাত শ্যেলীয়ে দ্বিতীযবাৰ মেৰী উলষ্টনক্ৰেফট (Mary Wollstonecraft) ক বিয়া কৰায। কিন্তু তথাপি শ্যেলীৰ জীৱনত সুখ নাছিল। এযে তেওঁৰ কৱিতাত দুখবাদৰ উৎস। কিন্তু আমাৰ কৱিৰ ভয় বিভীষিকা নাই আছে এটি স্বাভিজ্ঞতামূলক ভাৱৰ ধাৰা (a fountain of self-experienced thoughts)। তেওঁৰ জীবন দুখময। জীৱনৰ প্ৰথম প্ৰভাততে তেওঁৰ বিচ্ছেদ। সেইবাবে তেওঁ অতীত ভৱিষ্যৎ আৰু বৰ্তমানক বিশ্বাস কৰিবলৈ টান পায। সকলো তেওঁৰ মানত হাহি, সেযেহে তেওঁ লিখিছে —

ভৱিষ্যৎ হাহি উঠা সকলো ধেমালি  
মৰমৰ প্ৰিয মোক যোৱাহে পাহৰি।

এই বিষাদৰ অগনিয়ে আমাৰ ফুলতকৈও সুকোমল কৱি অন্তৰ দহিব লাগিছে— দুখ যন্ত্ৰণাৰ নিৰাশাবাণী শুনাব লাগিছে। আজি সেই বিপদগ্ৰস্ত শোকাকুল আত্মাক সান্ত্বনা দিবলৈ পাৰ্থৰ সাৰথি ভগৱান নাই— পিতামহ ভীষ্মও শান্তিপৰ্ব শ্ৰৱণ কৰি গতি কৰিলে।

দিনে ৰাতিয়ে ভাবিছে সৃষ্টিতত্ত্ব আৰু সৃষ্টিৰ প্ৰহেলিকা। তেওঁ নিজেই গীতাৰ কৰ্মমাৰ্গ ভক্তিমাৰ্গৰ ৰহস্য উদ্ঘাটন কৰি কেতিয়াবা সান্ত্বনা লভিছে। কিন্তু তেওঁ মানুহ মানুহৰ অন্তৰ আছে ভালপোৱা আছে আশা আকাঙ্ক্ষা উদ্দীপনা আছে— সেইবাবে তেওঁ পুনৰ শোকৰ দাবানলত দিনে ৰাতিয়ে দহিব লগাত পৰিছে। এই কৱিৰ জীৱন এক ৰহস্যৰ নাটক শোক গীতিৰে ভৰা।

এই ভাবপ্ৰৱণতাপ্ৰসূত শোক গীতি যে কৱিয়ে নিজেই গাই আত্মহাৰা হৈছে এনে নহয়— সেই গীতে তেনে বিশ্বৰ সকলো বিৰহীকে আত্মহাৰা কৰিছে। এই কৱিতাৰাজি অকল কৱিৰ ছন্দময় ৰচনাই (mere versification) নহয় ইয়াক বাস্তৱ সুখ দুখৰ গান বুলিব পাৰি। কৱি ইক্‌বালৰ দৰে কৱি দুৰ্বাৰ এজন আশাবাদী কৱি (robust optimist) আছিল যদিও এতিয়া তেওঁ ইকবালপন্থী নহয়। এতিয়া তেওঁ মৃত্যু আৰু দুখৰ গান গাওঁতা এজন শ্যেলী বা কীটছ্ পন্থী কুৰি শতিকাৰ নীৰৱ কৱি। এইখিনিতে কৱি ইক্‌বালৰ Pan Islamism ৰ পৰা বহু আঁতৰত।

Mental agony and distraction বোলা কথা ফাকি আমাৰ কৱিৰ জীৱনত বটিয়াকৈ খাটিছে। এই মানসিক যন্ত্ৰণা অতি গভীৰ আৰু মহত্বপূৰ্ণ (deeper and more significant)। এই নিৰাশাবাদত প্লেট ৰ আদৰ্শবাদৰ ভাব নিহিত আছে। তেওঁৰ এই দৰ্শন কৃত্ৰিম নহয় বিশাল তত্ত্বজ্ঞানৰ অন্তৰ্গত। কৱিৰ কবিতাবোৰ লক্ষ্য কৰি আৰু তেওঁৰ প্ৰবৰ্তিত দৰ্শনৰ তত্ত্বলৈ আঙুলিয়াই আমি এই তত্ত্ব কৱিৰ ভাবৰাশিত নিহিত যেন পাওঁ।

His whole temperamental make up and the Platonic philosophy which unconsciously cultivated in himself implied throughout his whole reins thoughts এই শোকপূৰ্ণ ভাবমূলক কৱিতাৰাৰিত আমি কৱিক চিনিব পাৰিছো তেওঁ এজন কৱি এনে এজন শিল্পী আৰু এজন দাৰ্শনিক। ঠিক শ্যেলীক কোৱা and a thoughtful person of the Skylark gives an insight into Shelley the poet Shelley the man Shelley the artist, shelley the philosopher শ্যেলীয়ে স্কাইলাৰ্কত এফালে মানুহক বিপদ আপদৰ জ্বালা যন্ত্ৰণাৰ ব্যথা (man encombrance) আৰু আনফালে স্কাইলাৰ্ক পক্ষীক মুক্ত অনুভূতিসূচক আনন্দেৰে (free impassive joy) ৰিজাইছে। কিন্তু এইখিনিতে দুৰ্বাতত্ত্ব এই তত্ত্বৰপৰা ভালেমান আঁতৰত। কৱিয়ে প্ৰাণী মহামণ্ডলত ছা দেখা নাই আন কি ভৱিষ্যতেও তেনে সুখ আছেনে নাই বুজিব পৰা নাই। কৱি আশাবাদৰ সত্যাসত্যৰ বাবে সন্দেহবাদী (sceptic) যেন দেখা গৈছে। এয়া কৱিৰ বিশেষত্বই। এই তত্ত্ব ওমৰৰ স্বৰূপ বৰ্তমান আৰু মূল তত্ত্বৰ পৰাও বহু দূৰত। ই কৱিৰ বিচিত্ৰতাপূৰ্ণ এক তত্ত্বৰ নতুন স স্থাপন মাথোন।

কৱি প্ৰেমিক সচা। কিন্তু তেওঁৰ প্ৰেমবাদ কৌতুকপূৰ্ণ আৰু মহত্বপূৰ্ণ আৰু নিৰাশাৰ দ্বন্দ্বত উদ্বেলিত। আশাবাদী কৱিয়ে ভাল পাইছিল আৰু তাৰ জীৱনৰ সুখ সঙ্গীত। ওমৰতত্ত্বত দীক্ষিত কৱিয়ে মানুহক শুনাইছিল আশাৰ বাণী মৃতৰ প্ৰাণত সুমাই দিছিল সঞ্জীৱনী সুধা ব্যক্তিত্ব বিকাশৰ পন্থা। কিন্তু সেই সুৰীয়া আশাবাদ ভাগিছিগি চুৰমাৰ হ ল— আহিল বিৰহ Amendment separation। প্ৰেম ব্যৰ্থ কৱিৰ মনলৈ আহিল বিৰহৰ ছা। ভাবিলে আত্মাৰ সুখেই যদি সুখ হয়—

নালাগে বন্ধুৰ স্নেহ নকৰো কামনা
যতদিন আছো স‚সাৰত
নিজৰ মৰম মই নিজকে বিলাম
লম সুখ প্ৰকৃতি কোলাত। (বিদায়)

এয়েই কবিৰো আশা। অনন্ত সুৰকে গাই ক্ষন্তেকলৈ খ পাহৰিছো। কিন্তু সুখ বিচাৰি নাপালে। তেওৰ স সাৰ ভাগি গৈছে। হৃদয বলে নোৱৰা শিলৰ দৰে গধুৰ। ভাব আৰু কল্পনাৰে সেই আপোন আত্মাক বিচাৰি পাইছে। তথাপি সকলো ধেমালি চলনা আৰু ঐন্দ্ৰজালিক আৱৰণ—

স সাৰত সুখ শান্তি সকলো এৰিলো
আৰু মোৰ একোৱেই নাই
শেষ যিটি হৃদযৰ আদৰৰ ধন
কবিতাও বিদায় বিদায়। (কৱিতা বিদায)

আকৌ এইখিনিতে কৱিযে সুযোগ বা সুবিধাবাদৰ (opporturism) আভাস দিছে। বাইবেল শাস্ত্ৰতো সেই একে কথা— Rejoicc in the youth ind let of heart cheer thee in the days of thy youth and walk in the days of thy youth of walk in the ways of thine heart and in the sight of thine eyes but know the that for all these things God will bring it into judgement Therefore remove know from thy heart (Ecclesiastes)

একেটি সুযোগ হেৰা নিদিবা পেলাই
ক্ষন্তেকীযা জীৱনৰ
ক্ষন্তেকীয়া উলাহৰ
একেটি কিৰণ ৰেখা নোপোৱা সদায়
মাতি আনা মাতি আনা মাতাছো দুনাই।

সত্য আৰু যুক্তিৰ মাজেদি কৱিয়ে কবি প্ৰিয়াৰ আহ্বান কৰিছে। এই আহ্বান স্পন্দনময় যদিও বেজাৰৰ হুমুনিয়াহেৰে ভৰা।

প্ৰেমবিহ্বল কবিযে প্ৰকৃতিৰ হি‚স্ৰাবাদতো বিশ্বাস কৰিছে।

ভীষণ ধুমুহা আহি বুৰাব তৰীক মোৰ
কোনোবা কেনিবা যাব সকলো পৰিব ওৰ। (জীৱন)

কৱিযে সুখকে পূজা কৰিছিল। সুখেই সকলো। Hedonistic philosophy ৰো একে নীতি— Pleasure is the end of life 'সুখগীত ত কবিযে দেখোন গাইছিল—

মিছামিছি কিয় ভাবো বহি বহি
যত অতীতৰ কাহিনী
পুৱা সূৰুযৰ সুখ কিৰণত
কিয় বিষাদৰ ৰাগিণী।

তেন্তে এই প্ৰশ্নৰ সমিধান ক ত ? সমিধান উজু কিন্তু ৰহস্যাবৃত। গ্ৰে ৰ তত্ত্বজ্ঞানৰ অন্তৰ্ভূক্ত হৈ কবিয়ে একে ভাবকে আকৌ প্ৰকাশ কৰিছে।

এনেদৰে দুখে সুখে সমনীয়া সৱে
হাহি মাতি জীৱন কটালো
হঠাৎ হেৰাল তেও কেনিবা এদিন
উৱাদিহ্ একোকে নাপালো।

* * *

ইয়াতেই অন্ত হ্ ল জীৱনৰ খেলা
— এটি প্ৰাণ সৰলচিতীয়া
মৰম চেনেহ তেও একো নিবিচাৰে
মাগে মাথো এটি হুমুনিয়া।

গ্ৰে ৰ তত্ত্ব বা ভাবেই কৱিৰো কিন্তু ভাষা আৰু চিত্ৰকলা কৱিৰ নিজৰ। হঠাৎ হেৰাল তেও কেনিবা এদিন সচাঁকৈয়ে বেজাৰ আৰু হুমুনিয়াহ ভৰা কৱিৰ প্ৰাণৰ শোক গীতি। কৱি প্ৰিয়া বিৰহত জৰ্জ্জৰিত আৰু তাৰ উৱাদিহো একোকে নাপালে। পিছত কৱিৰ অকলশৰে থাকিবৰ মন গ ল—

মই অকলশৰীয়া মোৰ কোনো লগৰীয়া নাই। (কথা কৱিতা)

তেতিয়াৰপৰাই কৱি নিজানত—

কত যতনেৰে মই সাজিছিলো হেৰা
পঁজা এটি তটিনী তীৰত
আছিলো অকলে তাতে আপোন মনেৰে
মানুহৰ চকুৰ আঁৰত।

এইখিনিৰ পৰাই পাহৰণিতত্ত্ব বা অকলশৰীয়া ভাৱৰ সূচনা।

ক্ষমা কৰা দেৱী মোক ক্ষুদ্ৰ প্ৰাণী মই
আদৰৰ নোহো যোগ্যজন
ক্ষুদ্ৰ প্ৰয়োজন মোৰ নিজেই সাধিম
নাই মোৰ একো অনাটন।
কেনি যোৱা বাটৰুৱা ? আন্ধাৰ নামিছে
চোৱাচোন সমুখৰ ফালে
লক্ষ্যহীন গতি ধৰি অবাবতে তুমি
যাবা কিয় অকলে অকলে ?
নহয় অকলে দেৱী জগত মাজত
আছে মোৰ শত লগৰীয়া
পশু পক্ষী গছ লতা প্ৰকৃতি বুকুৰ
সকলোটি কেনেনো ধুনীয়া।
গই থাকো নিজ মনে নাও বাই বাই
কাতি হও যতে ৰাতি হয়
পুনৰ পুৱাতে দেৱী দুগুণ উছাহে

নাও মেলি যাও ভটিয়াই।
নিৰাশ পথিক হেৰা মানুহৰ তুমি
নুবুজা নে মৰমৰ ধাৰ ?
কেতিয়াও জ্বলা নাই তোমাৰ হিয়াত
মনোমোহা চাকিটি আশাৰ ?

এফালে কবি যেনেকৈ নম্ৰ আচাৰ ব্যৱহাৰত শিষ্ট আন ফালে তেনেকৈ তেওঁ নিচেই সৰল তেওঁৰ অন্তৰ ফুলতকৈও কোমল তেওঁ কোনোমতেই প্ৰিয়াক পাহৰিব নোৱাৰে। পাহৰিব খোজে কিন্তু নোৱাৰে।

সোধো বুলি নোৱাৰো সুধিব
মাতো মাতো বুলি নোৱাৰো মাতিব
দেখা পালে মোৰ লাজে ভেটি ধৰে
মনৰ কথাটি মনতে ৰয়।
ফুৰো পাছে পাছে গানতে তোমাৰ
জীৱনে মৰণে তুমি আপোনাৰ
তুমি মনে মনে দিঠকে আপোন
উমলিছা মোৰ পৰাণ লই।
তোমাৰ ছবিটি দেৱী হৃদযত আঁকি
হাহিমুখে আহিলো আঁতৰি
নাবান্ধিবা মৰমৰ ডোলেৰে দুনাই
অতীতক যোৱাহে পাহৰি। (বিদায়)

একেটি সুৰতে বন্ধা তোমাৰ জগত
একেদৰে থাকিব সদায়
প্ৰতিমাৰ বিসৰ্জ্জন জীৱনত মোৰ
আজি আৰু প্ৰেমৰ বিদায়। (প্ৰেম বিদায়)

তোমালৈ কবিতাত তেওঁ নিজকে সান্ত্বনা দি গাইছে—

চকুযুৰি মুদাৰ আগেযে
ঢালা আহি তোমাৰ মৰম
মৰণৰ আগেয়ে এবাৰ
হ ক মোৰ সাৰ্থক জনম।
মাৰ য ক তোমাৰ বুকুতে
অন্তহীন সুৰ বিষাদৰ
হাহিমুখে মাগিলো মেলানি
— তুমি মোৰ প্ৰতিমা প্ৰাণৰ।

শূন্য হুমুনিযা কি সকৰুণ কি দুখ সনা— কৱিৰ জীৱন শোকবিহ্বল ডাৱৰতকৈও অন্ধকাৰ তেওৰ— অন্তৰত প্ৰেম কি যে ভীষণ তাণ্ডৱ। কৱিযে জীৱন সঙ্গিনীৰ সপোন দেখিছে —

বাজি উঠে কৰুণ সুৰেৰে
বিদায়ৰ পূৰৱী ৰাগিণী
শেষ হ'ল মিলনৰ মেলা
মলয়াই দিছেহি জাননী। (শূন্য হুমুনিযা)
বুকু পাতি লোৱা সুখ দুখ
কত শত চেনেহ বান্ধনি
অনাদৰ অৱহেলা কত
আৰু কত অতীত কাহিনী।
আজি এই বিদায়ৰ দিনা
সকলোৱে পৰিছে মনত
সকলোকে কৰিলো প্ৰণাম
নাও মোৰ চলিছে সোতত।

# দুৰ্বৰা আৰু তেওঁৰ কবিতা

## ডঃ উপেন্দ্ৰনাথ গোস্বামী

সঙ্গীত ধৰ্ম্মী গীতি কৱিতাৰ যোগান ধৰি কবি দুৰ্বৰাই অসমীয়া সাহিত্যলৈ বিশেষ বৰঙণি যোগাইছে। সাহিত্য মানৱ জীৱনৰ অভিব্যক্তি আৰু কবিতা মানৱ জীৱনৰ সমালোচনা। কবি দুৰ্বৰায়ো জীৱনৰ অভিজ্ঞতাক সংসাৰখনৰ পটভূমিত ব্যক্ত কৰিবলৈ বিচাৰিছে। আন কবি আৰু দুৰ্বৰাৰ মাজত ব্যৱধান আছে। সচৰাচৰ লিখক বা কৱিসকলে নিজৰ ৰচনা মৰমেৰে সংৰক্ষণ কৰে আৰু প্ৰকাশৰ বেলিকা পৰিকল্পিত ৰূপে প্ৰকাশ কৰে। দুৰ্বৰাৰ ক্ষেত্ৰত ইয়াৰ ব্যতিক্ৰম দেখা যায়। সৰুৰে পৰা তেওঁ কবিতা লিখিছে। তেওঁৰ প্ৰথম কবিতাটো হেনো আছিল twinkle twinkle little star অৰ অনুবাদ চিকিমিকি চিকিমিকি সৰু তৰাটি কেনেকৈ শোভা কৰে ওখ আকাশত। দেউতাকে হেনো তেওঁক একোটা কবিতাৰ কাৰণে একোটা পানতোৱা ৰসগোল্লা দিছিল। কিন্তু সেই কবিতাবোৰ তেওঁ ফালি পেলাইছিল। এয়া কবিৰ নিজ মুখৰ কথা। শ্ৰীযতিনাৰায়ণ শৰ্ম্মালৈ দিয়া চিঠিত দুৰ্বৰাই লিখিছে মোৰ ওলোৱা কবিতাবোৰতকৈ ফলাবিলাকৰ সংখ্যা বেছি। ৰাতি বাৰমান বজাত দুটামান কবিতা ফালি পেলালো। তেওঁ আকৌ কৈছিল যে ভাল কবিতাবোৰ চকুপানী টুকি টুকি লিখা অৰ্থাৎ লিখাৰ পাছত কবিয়ে কান্দি পেলায়।

কৱিতাই মোৰ জীৱন মই ইয়াকে ললো। নহলে মই কিবা চাকৰি কৰি পেন্সন লভি সুখেৰে থাকিব পাৰিলোহেতেন। তাৰ পৰিণাম এয়ে। — এয়া হৈছে কৱিৰ শেষ বয়সৰ উক্তি। তেওঁৰ কৱিতাৰ পুথি কেইখনো নিজে সংকলন কৰা নাই প্ৰকাশকসকলে কিছুমান কৱিতা থুপাই থৈছে। গতিকে পুথি কেইখনৰ কৱিতাবোৰৰ মাজত এটা সংলগ্নতা ৰক্ষিত হোৱা নাই (অৱশ্যে মিলনৰ সুৰ খনৰ কথা সুকীয়া কাৰণ সেইখনক এটা দীঘল কবিতা বুলিহে কব পাৰি)। তথাপি অলপ চিন্তা কৰি চালে আটাইকেইখন কৱিতাৰ পুথিৰ (আপোন সুৰ বনফুল আৰু মিলনৰ সুৰ) কবিতাবোৰ আৰু কথা কবিতা ৰ কেইবাটাও কবিতাই কবিৰ জীৱনৰ পৰিচয় আৰু কবিৰ জীৱন দৰ্শন স্পষ্ট কৰি তোলে। অৰ্থাৎ এই কেইখনক তেওঁৰ আত্মজীৱনী বুলি কলেও একো ভুল কৰা যেন নালাগে।

কবিয়ে ব্যক্তিগত জীৱনৰ কথা আনৰ আগত নকৈছিল বিশেষকৈ মৰম চেনেহৰ কথা। কিন্তু মৰম চেনেহ বা প্ৰেম প্ৰীতিক লুকুৱাই ৰাখিব নোৱাৰি। ৰহীমৰ এটা দোহাত কোৱা হৈছে খয়াৰ হত্যা কাহ, আনন্দ বৈৰতা প্ৰীতি আৰু মদ্যপান ইয়াক ঢাকিলেও ঢাক নাখায়। কবিয়ে লিখিছে মই মৰমৰ দাস কিন্তু জীৱনৰ প্ৰায় সকলো অৱস্থাতে আৰু সকলো ঠাইতে ইয়াৰ কাৰণেই ঠগ খাইছো আৰু সেইবোৰেই জীৱনৰ ধাৰা আনফালে ঘোৱাই দিছে— (শ্ৰীযতিনাৰায়ণ শৰ্ম্মালৈ দুৰ্বৰাৰ চিঠি)।

কবিৰ লৰালি কাল সুখৰ আছিল। সেই কালত জনমভূমিৰ প্ৰাকৃতিক সৌন্দৰ্যই কবিৰ মনত আনন্দ দিছিল। 'ৰংপুৰৰ হাবি বনত কবিয়ে 'নিজকে পাহৰি উলাহত নিমগন হৈছিল। প্ৰভাতৰ সুৰুযৰ কিৰণ চৰাইৰ সুমধুৰ সুৰ আকাশৰ জোন ফুলনিৰ ফুল

---

১ *খৈৰ খুন খুশী বৈৰ প্ৰীতি মধুপান ৰহিমন দাবে না দবৈ জানত সকল জহান— ৰহীম সতসঈ।*

সকলোৰে কবি হৃদয়ত আনন্দৰ ৰেখাপাত কৰিছিল। তেতিয়াৰ সুখ আছিল সৰলতাৰ হাঁহি সনা — (আপোন সুৰ পাহৰা সুৰ)। কৈশোৰৰ পাছত আহিল যৌৱন যৌৱনৰ প্ৰথম অৱস্থাটোও কবিৰ যেন অতি আনন্দৰ সময়। ইয়াতে কোনোবা লাৱণ্যময়ী সুন্দৰীয়ে জীৱনৰ বসন্তৰ প্ৰথম পুৱাতে দেখা দিছে। কবিয়ে তেওক সাদৰেৰে অভ্যৰ্থনা কৰিছে (কথা কবিতা „ দেৱী)। যৌৱনৰ প্ৰথম প্ৰেমৰ ৰাগীত প্ৰেয়সীৰ বাহিৰে জগতত একোকে নালাগে যেন বোধ হয়। তেওৰ কোলাতে মৃত্যু উপস্থিত হ লেও মনত বেজাৰ নাই॥ কবিৰো একে অৱস্থা

চকুযুৰি মুদাৰ আগেয়ে
ঢালা আহি তোমাৰ মৰম
মৰণৰ আগেয়ে এবাৰ
হক মোৰ সাৰ্থক জনম— (আপোন সুৰ তোমালৈ)

কিন্তু বাটৰুৱাই দূৰত জিলিকা দ লৰ কলচী দেখি দেখি দেৱতাৰ কাষ চাপি চৰণ তলিত প্ৰাণৰ আৰতি ঢালি দিলেও অন্তৰৰ দুখ বেদনা জানো আঁতৰে ? মিছা আশা বাটৰুৱা সকলো কল্পনা মায়া জুই ৰেখা পোহৰৰ। সেইদৰে শিল্পীৰ সাধনাও সফল নহয়— কত গধূলি তেও হেপাহেৰে গৈ প্ৰতিমাক সাৱটি ধৰে কিন্তু শিলৰ শীতল স্পৰ্শই তেওৰ প্ৰাণত স্পন্দন তুলিব নোৱাৰি। শিল শিলেই পাষাণ প্ৰতিমা পাষাণ প্ৰতিমা — (কথা কবিতা শিল্পী)। শিলনিৰ ওপৰেদি নাচি নাচি বাগৰি অহা পৰ্ব্বতীয়া জুৰিটিৰ সৰু সৰু ঢৌবোৰৰ পৰশ পাই শিলে হেপাহেৰে আঁকোৱালি লৈ তাক গোটেই জীৱন সাৱটি ৰাখিব খোজে সচা কিন্তু

মিছা তাৰ আশাৰ কিৰণ
খন্তেক ধেমালি কৰি
কেনিবা আঁতৰি
নিমিষতে ভাঙি দিয়ে
সুখৰ সপোন (বনফুল শিলৰ সপোন)

কবিৰ জীৱনতো একে কথাই ফলিয়ালে অলপ পৰ গৈ এটা ঘাট পাই আনজনেও তাতে তেওৰ নাও বান্ধিলে— কিন্তু ইজনে নোৱাৰিলে। সোঁতৰ টানে তেওৰ নাও উটাই লৈ গ ল। এতিয়াও তেও সোঁতৰ মাজত নাওৰ বুকুত— (কথা কবিতা এখনি চিঠি)। এনেকৈ দেৱতা শিল্পী শিল প্ৰতিমা নাৱৰীয়া আদি প্ৰতীকৰ মাজেৰে দুৰ্ৰবাই নিজৰ কথাই কৈছে তেওৰ কবিতা প্ৰতীকধৰ্ম্মী। এইখিনিতে তেওৰ বৈশিষ্ট্য আৰু অসমীয়া সাহিত্যলৈ বিশিষ্ট দান। ৰূপকৰ চলেৰে দুৰ্ৰবাই তেখেতৰ প্ৰহেলিকাময় জীৱনৰ ব্ৰতৰ কথা ঠায়ে ঠায়ে ঠাৰেৰে কৈছে।[২]

কবিয়ে এতিয়া লগৰী হেৰুৱাই অকলশৰীয়া জীৱন যাপন কৰিছে মই অকলশৰীয়া মোৰ কোনো লগৰীয়া নাই। মই অকলে ফুৰো হাঁহো কান্দো আৰু অকলে আপোন মনেৰে নিজেই নিজৰ লগত কথা পাতো— (কথা কবিতা মোৰ লগৰীয়া)।

২ ড *কাকতি কথা কবিতাৰ পাতনি*

আকৌ  নিজা বুলি নাই মোৰ এচমকা ঠাই  জগতত অকলশৰীয়া  পুৱাতেই মেলি নাও অকলে সোঁতত লুইতত হলো নাৱৰীয়া— (বনফুল  এটি উৰি যোৱা ৰাজহাহঁলৈ)। কবিৰ জীৱনলৈ  কোন আহি কেনি গ'ল কব নোৱাৰিলে। কিন্তু বীণ খনি হ লে এৰি গ ল আৰু তাৰ পৰা দিনে ৰাতি করুণ বিননি উঠে। সেই স্মৃতিয়ে কবিৰ জীৱনক নিৰাশাৰে ঢাকি পেলালে  জীৱন শ্মশানত পৰিণত হ ল। এনে অৱস্থাত তেও ধাৰণা কৰিবলৈ বাধ্য হ ল যে  সংসাৰৰ সুখৰাশি খন্তেকীয়া বিজুলী পোহৰ  মাথোন। ভাল পোৱা  এটা হাহি উঠা কথা। আনক আপোন বুলি বিশ্বাস কৰাটো ভুল

মিছা আশা নেবান্ধিবা ঘৰ
নাই কোনা আপোনাৰ জন
(বনফুল  সপোন কুৱৰী)

বন্ধুৰ চেনেহো ছয়াময়া। মানুহৰ সৈতে পৰিচয় মাত্ৰ দুদিনৰ। স সাৰ মৰুত  চেনেহ ফুল নুফুলে । গতিকে  এই বাটে নাহিবা দুনাই।  যাক তুমি আজি বুকুৰ বান্ধ বুলি হিয়া মোকোলাই দিছা  কাইলৈ তোমাৰ দুৰাৱস্থাত তেৱেঁই তোমাৰ প্ৰধান শত্ৰু হ ব। হায় দুদিনীয়া বন্ধু বান্ধৱ  তোমালোকে বসন্তৰ কুলিৰ দৰে দেখা দি বাৰিষা কেনি আতৰি যোৱা ? — (কথা কবিতা  ভিক্ষা)। পৃথিৱীখন এখন দেশ য ত মানুহ ওপজে  বুঢ়া হয় আৰু মৰে— আৰু য ত ভাল পায় আৰু পাহৰে

দুদিনীয়া ভালপোৱা পাহৰণ  সোঁৱৰণ ক্ষন্তেকীযা সুখৰ সপোন।

অহা আহে যোৱা যায়   নতুন পুৰণি হয়
জগতৰ নতুন প্ৰকাশ
আৱাহন বিসৰ্জন কালৰ সোঁতত ঘূৰে
জীৱনৰ নতুন বিকাশ।
(আপোন সুৰ  নাৱৰীযা নিয়া নাও বাই)

কবিৰ মানত মৰম  চেনেহ এটা যেন বজাৰত  বেচা  কিনা  কৰা বস্তুহে। এইটোৱেই যদি সংসাৰখনৰ প্ৰকৃত ৰূপ হয়  তেনেহ লে দুদিনীযা ভালপোৱাৰ কথা সুৱৰি লাভ কি ? কবিৰ অন্তৰত সেযেহে যেন কোনোবাই দৈৱ বাণী শুনালে  অতীতক পাহৰি পেলাবলৈ সকীয়াই দিলে। সময়ত হৃদযৰ হুমুনিয়াহ আপোনা আপুনি মাৰ যাব। চিন্তাৰূপী চিতাৰ জুই আপুনি নুমাব। গতিকে জীৱন পথত সময়ৰ সোঁতত গৈ থকাই ভাল। কবিৰ এইটো এটা মানসিক স্তৰ। এনেভাবে কবি আগুৱাই গ ল। কিন্তু অতীতৰ একোটা সুন্দৰ মুহূৰ্তৰ স্মৃতিয়ে কেতিয়াবা আহি হৃদি আকাশত ভূমুকি মাৰেহি। সি ক্ষন্তেকৰ বাবে আনন্দ দি পিছ মুহূৰ্তত বাস্তৱতাৰ অন্ধকাৰ আৰু ঘনীভূত কৰে। তথাপি তাৰ যেন এটা মূল্য আছে। সেই হেতুকে  অতীতক নাযাবা পাহৰি । প্ৰেয়সীৰ প্ৰতিও কবিৰ আশা  পাহৰি যোৱা অতীতৰ মধুৰ কিৰণৰ কণিকা এটিয়েও ক্ষন্তেকলৈ যেন তোমাৰ মনত ভূমুকি মাৰে (কথা কবিতা  এখনি চিঠি)।

কবি মনৰো এইটো যেন দ্বিতীয় স্তৰ। ইতিমধ্যে কবি জীৱনৰ বাটত আৰু আগ বাঢ়িল। অতীতৰ স্মৃতি লাহে লাহে ক্ষীণ হৈ আহিবলৈ ধৰিলে। বহু দূৰ সোঁতত উটি

যোৱাৰ পাছত অতীতৰ কথা চিন্তা নকৰাই ভাল যেন অনুভৱ হ ল। প্ৰেমৰ পথ ভুলৰ পথ বুলি প্ৰতীয়মান হৈ পৰিল

(ক) জীৱনৰ ভুল বাট ধৰি
আহিছিলোঁ আপোন পাহৰি
(আপোন সুৰ আজি মোক যোৱাহে পাহৰি)

(খ) গাঁথিছিলোঁ মালাধাৰি আকাশ কুসুম পাৰি
আৱেগত পৰাণ আকুল
ওপৰত হাহি হাহি তৰাই পাতিলে থুল
দেখি মোৰ জীৱনৰ ভুল।
(বনফুল তুমি মোৰ নাভাঙিবা ভুল)

কাৰবাৰ সাহচৰ্য্যক চেনেহ বুলি ভবাটো সপোনৰ নিচিনা আৰু ভুলো
কোনোৱে দূৰতে চায় কোনোৱেবা ছুই যায়
চেনেহ কণিকা বুলি কৰো তাকে ভুল
সপোন আঁতৰি গলে দিঠকে জনাই দিয়ে
বাটৰ কাষৰ মই বননিৰ ফুল (বনফুল বনফুল)

ইয়াত বনফুল কবিৰ প্ৰতীক। গতিকে আজি মোক যোৱাহে পাহৰি। কবিয়ে এতিয়া সুখ দুখৰ বোজা নিজে কঢিয়াই অকলশৰীয়া ভাবে জীৱন কটাব। কৰ্মব্যস্ত জগতে কবিৰ কথা পাহৰি পেলাব। লাহে লাহে জীৱন যাত্ৰাৰো অন্ত পৰিব। কাল পছোৱাই চাকিটি নুমুৱাই দিব। তেতিয়া মত্যুৰূপী নাৱৰীযাই মহাসমুদ্ৰৰ মাজলৈ নাৱত তুলি কবিক লৈ যাব। মহাসাগৰৰ ঢৌত পৰি নাও বুৰ যাব আৰু কবিৰ কোনো চিন চাব নাথাকিব। ইযাত মহাসমুদ্ৰ সময়ৰ প্ৰতীক। সমযে বিস্মৃতিৰ বুকুত কবিক সামৰি ল ব। কেতিয়াবা হ লে কবিৰ ধাৰণা জন্মে যে মৃত্যুৰ পাছত নিযতিযে কোনোবা দেশলৈ তেওক হাতত ধৰি লৈ যাব। পোহৰে মহাকাল ক কোৱাৰ নিচিনা আপুনিযেই সকলো আপোনাৰ নিযমতেই কালৰ চকৰি ঘূৰিছে নগৰ সাগৰ হৈছে সাগৰ নগৰ হৈছে।

এইবোৰ ভাবধাৰাৰ পিনৰ পৰা চালে দুৱৰাক নিৰাশাবাদী আখ্যা দিবলৈ মন যায়। কিন্তু কবি সম্পূৰ্ণ নিৰাশাবাদী নহয় ব্যক্তিগত জীৱনলৈ তেওৰ নৈৰাশ্য আহিব পাৰে কিন্তু আনৰ জীৱনত আৰু স সাৰত তেও আনন্দ দেখি আহিছে। দূৰৰ গাওখনিৰ সৌন্দৰ্য পথাৰৰ লখিমী কেতেকীৰ সুৰ দাউনীৰ হিয়া সকলোতে উলাহ আৰু ৰং আছে। সকলোৰে সুখৰ সমল লৈ হাহি মাতি স,সাৰ মাজত আগুৱায় মাত্ৰ কবি সেই সমলৰ পৰা বঞ্চিত। এতিয়া দুয়ো আনন্দতে পাখিত পাখি লগাই কেনে ৰ, মনে বহি আছে বাস্তৱিকতে সিহত এতিয়া কেনে সুখী। সিহতৰ সুখতে ময়ো সুখী— যদিও মই অকলশৰীযা— চিৰকালেই অকলশৰীযা — (কথা কবিতা এহালি পাৰ)। আজি গোটেই জগত আনন্দত বলিয়া সকলোৱেই মুকলি মাথোন মই নিজেই গঢ়া শিকলিৰে নিজক বান্ধি থৈছো — (কথা কবিতা বৰষুণ)। ব্যক্তিগত জীৱনত ল ৰালি কালছোৱা কবিৰ আনন্দত অতিবাহিত হৈছিল। মাত্ৰ যৌৱনৰূপী 'বাৰিষাৰ বানে তাক উটুৱাই নিছিল। পিছৰ জীৱনত আকৌ তেও সুখৰ আভা দেখিছে

(ক) দূৰত জিলিকে সউ মধুৰ পোহৰ
সেয়ে দিব বাট উজলাই
জীৱনৰ নাৱৰীয়া গুৰি বঠা ধৰি
নাওখনি নিয়া আগুৱাই
(বনফুল এটি উৰি যোৱা ৰাজহাঁহলৈ)

(খ) মোৰ চিৰ জনমৰ চিৰ চেনেহৰ
যত অপূৰণ আশা
হয়তো কাৰোবা মধু পৰশত
পাব কেতিয়াবা ভাষা (বনফুল আশা)

এনেতে কোনোবাই যেন কৱিক ক লে নিজৰ বাউসীৰ বলেৰে সাঁতুৰি আহা এই আহ্বানে কবিক সজাগ কৰি তুলিলে। কবিৰ মনে দৃষ্টি অন্তৰ্মুখী কৰাৰ কথা ভাবিলে। সূক্ষ্ম দৃষ্টিৰে জগতক চাব পাৰিলে ইয়াতেই আনন্দ পোৱা সম্ভৱ। কবিৰ এটা উপদেশ অন্তৰখন সদায় সত্য আৰু চিৰসুন্দৰৰ পোহৰ পৰিবলৈ মুকলি কৰি থবা— (শ্ৰীযতিনাৰায়ণ শৰ্মালৈ দুৱৰাৰ চিঠি) কবিয়ে থিৰা কৰিলে

ভিতৰত বাহিৰৰ দুৱাৰ জপাই
জুই কুৰা ধৰো ভালকই
জীৱনৰ হহা কন্দা উলাহ বিলাহ
এই জুয়ে নিব লগতেই (বনফুল সামৰণি)

এইখিনিৰ পৰা কবি ৰহস্যবাদীৰ শাৰীলৈ উঠিছে। সকলো সৌন্দৰ্যৰ যোগান ধৰোতা কৰবাত এটা অনন্ত নিজৰা আছে। তাৰ সৈতে নিজৰ সম্পৰ্ক গাঢ কৰিব পাৰিলে জীৱনৰ নোপোৱাক পোৱা যাব সপোনৰ দৰে দিঠকত ধৰা দিবহি। তেতিয়া জন্ম আৰু মৃত্যুৰ ব্যৱধানো আঁতৰি যাব

গানে গানে ছন্দে ছন্দে যিদিনা সুৰত বান্ধি
কৰি ল ম তোমাক আপোন
প্ৰতি অণু পৰমাণু মিলিব তোমাৰ সতে
জীৱনত ফলিব সপোন
স সাৰৰ লীলা খেলা সামৰি সুতৰি থই
হাহি মুখে কৰিম প্ৰয়াণ।
(আপোন সুৰ অৱসান)

এতিয়া নবীন পথিক নবীন বাটত যাবলৈ সাজু হ ল। বনফুলৰ কেইবাটাও কবিতাত আৰু মিলনৰ সুৰত কবিৰ ৰহস্যবাদী ভাবধাৰাই উৰ্দ্ধলৈ গতি কৰিছে। কবিয়ে আনৰ জীৱনত সুখ আছে বুলিযেই জীৱন জেউতি নামৰ কবিতাটিত সময় থাকোতে গোলাপ কলি গোটাবলৈ আৰু ফাগুনৰ মলয়াত পৰাণ মিলাবলৈ নিৰ্দেশ দিছে। ইয়াত গোলাপ প্ৰেমৰ প্ৰতীক ফাগুন হ ল জীৱন ফাগুন অৰ্থাৎ যৌৱন। যৌৱনৰ আনন্দ ভোগ কৰা

৩ *দ্ৰষ্টব্য অসমীয়া কৱিতাত ৰহস্যবাদ।*

ভাল যিহেতু জীৱন ফাগুন সদায় নাথাকে। কবিৰ বাঞ্ছা সুখৰ জেউতি যেন ঘৰে ঘৰে পৰে।

সুখ দুখ মিশ্রিত এয়ে কবিৰ জীৱন। কিন্তু কবিৰ মন অসমৰ অসমীয়া সাহিত্যৰ আৰু অসমীয়া জাতিৰ উন্নতি কল্লে চিৰ ব্যগ্র আছিল। কবিয়ে কথাই কথাই কৈছিল এই অসমীয়া জাতিটো থাকিবনে ? সৰুতে বঙলা পঢ়িছিলো যি কোনো ভাল কথা এটা আন ঠাইত ওলালে নিজৰ কৰিবলৈ চাও। কথা কৱিতাৰ মোৰ শেষ পাঠ নামৰ কবিতাটিত কৱিৰ মাতৃ ভাষাৰ প্রতি চেনেহৰ চিত্র অঙ্কিত হৈছে মই আৰু মোৰ মাতৃ ভাষা শিকিব নোৱাৰিলো। হায় চেনেহৰ মোৰ মাতৃ ভাষা। আন সাহিত্যৰ ভাল লগাখিনি অনাৰ ক্ষেত্রত দুৱৰাৰ এটা বিশেষত্ব দেখা যায়। তেও আন কৱি সাহিত্যিকৰ কথাখিনি এনে ধৰণে হজম কৰি লয় যেন সেইবোৰ কৱিৰ নিজৰ ৰচনাহে।

সেইবাবে ওমৰ তীৰ্থখনক অনুবাদ পুথি বুলি নকৈ ইয়াত দুৱৰাৰ মাধ্যমেৰে ওমৰেহে যেন কৈছে তেনে ভাব ওপজে। ইংৰাজী সাহিত্যৰ ৰোমাণ্টিক কবিসকলৰ অধ্যয়নৰ দ্বাৰা পুষ্ট দুৱৰাৰ স্বৰচিত কবিতা কিছুমানৰ মাজেৰেও সেই সেই কবিসকলৰ ভাব হুবহু ৰূপে প্রকাশ পাইছে যদিও প্রথম অৱস্থাত সেইবোৰক কবিৰ নিজা ৰচনা যেন লাগে। তলত তাৰ অলপ আভাস দিবলৈ যত্ন কৰা হৈছে

(ক) হুহা কন্দা জগতৰ ৰীতি চিৰন্তন
বিষাদত উলাহৰ গান
পোহৰত আন্ধাৰৰ অন্ধ আৱৰণ
নিয়তিৰ বিচিত্র বিধান — আপোন সুৰ

এই কেইশাৰী পঢ়িলে শ্যেলীৰ কেইশাৰীমান কৱিতালৈ মনত পৰে। আপোনসুৰৰ তোমালৈ কবিতাটো শ্যেলীৰ ডি ইণ্ডিয়ান ছেৰিনেড কবিতাটোৰ অনুবাদ যেন লাগে প্রাণ মোৰ পৰিছে ভাগৰি আথে বেথে তুলি লোৱা মোক[৫]। শ্যেলীৰ প্রভাৱযুক্ত কেইটামান শাৰী

(খ) অনাদৰ অৱহেলা সকলো গোটাই লই
ৰচো মই জীৱনৰ কুসুম কানন
ই যে মোৰ কপালত বিধিৰ নিঠুৰ লেখা
এয়ে মোৰ জীৱনৰ কাঁইটীয়া বন[৬]
— শূন্য পৰিচয

---

৪ *Our sincerest laughter*
*with some pa s fraught*
*Our sweetest songs are those that tell of sadd t*
*thought To a Skylark*

৫ *Oh ' life me from the grass '*
*I d e ' I faint I fa l '* — *The Indian Serenade*

৬ *Oh ' lift me as a wa e a leaf a cloud '*
*I fall upon the thorns of life ' I bleed '* — *Ode to the West Wind*

(গ) মিলিছিলোঁ যত লগৰীয়া
জীৱনৰ ওমলা ঘৰত
সকলোটি ভাগি ছিগি গ ল
নাই চিন সন্ধিয়া পৰত — শূন্য হুমুনিয়া

ইয়াত টমাচ মুৰৰ কবিতা কেইশাৰীমানৰ সৈতে সাদৃশ্য ধৰা পৰে কীটছৰ ভাবৰ লগত মিল থকা আন কেইশাৰীমান কৱিতা হ ল

(ঘ) মধুৰ বাহীৰ তান আহে বতাহত
দূৰতেই শুনা পাতি কাণ
দূৰতে সৌন্দৰ্য তাৰ দূৰতে মাধুৰী
ওচৰত প্ৰাণ শূন্য তান
— অতীতক যোৱাহে পাহৰি

কৱি ৱৰ্ডছৱৰ্থৰ ছাইমন লী কৱিতাৰ সৈতে মিলাব পৰা দুশাৰী কৱিতা
মানুহৰ ভালপোৱা ৭ আছে যদি থক
নাই তাত মোৰ প্ৰযোজন — নাৱৰীয়া (ক)

বিদায় বেলাৰ পৰশ নামৰ কৱিতাত দুৱৰাই লিখিছে

(ঙ) সখা মোৰ মাথোঁ এটিবাৰ
আজি এই আবেলি পৰত
ব লা দুয়ো বহি অকলই
গাথোঁ মালা ফুলনি মাজত।

এইখিনিতে ব্ৰাউনিঙৰ কবিতা এটিলৈ মনত পৰে (ড নেওগে জাৰ্ম্মান কবি হাইনেৰ আৰু শ্ৰীযতীন্দ্ৰনাথ গোস্বামীয়ে টেনিছনৰ কবিতাৰ সৈতে দুৱৰাৰ সাদৃশ্য দেখুৱাইছে।) এইবোৰৰ উপৰি হাফিজ খৈযাম আদিৰ প্ৰভাৱো দুৱৰাৰ কবিতাত আছে। তথাপি দুৱৰাৰ কৱিতাত ভাৰতীয় সুৰ স্পষ্ট। বিধতাৰ শাওপাত বাওনাৰ হাতমেলা

---

৭ *I fe l l ke o*
*Wl treads c lor e*
*So e benj t h ll d en d*
*Wh se ligl ts are fled*
*Who g l d dead*
*And all l ut th depart d* — *The L ght of Other Dcys*

৮ *At to ch sweet pl as re elt th*
*I ke t bubbles when rai i pelteth* — *The Realm of Fancy*

৯ *I e l e i l f hearts unkind k nd deed*
*With some coldness still returning* — *Simon Lee the Old Huntsman*

১ *— I l n*
*Only a memory f the same*
*And th s beside if you w ll not blame*
*Your l fo one more last de w th i* — *The Last R de Togethe*

'কাল পচোৱা নিয়তি 'কালৰ পুতলা 'বৃহচক্ৰ পূৰ্ণাহুতি সোণৰ হৰিণা পূৰবী সুৰ উৰি যোৱা ৰাজহাঁহ, ইন্দ্ৰধনু আদি শব্দ আৰু 'আহিছিলোঁ শুদা হাতে যামো সুদা হাতে ধন বস্তু মাথো দুদিনীয়া সন্ধিয়া জিলিকা সুদূৰ দেশ 'মৰণৰ আন্ধাৰ পাৰত জীৱনৰ মধুৰ সপোন আদি উক্তিয়ে কবিৰ ভাৰতীয় চিন্তাৰ সৈতে নিবিড় সম্বন্ধ সূচায়।

অসমৰ প্ৰকৃতি আৰু অসমীয়া জাতীয় জীৱনৰ প্ৰতিচ্ছবিও কবিৰ ৰচনাত উজ্জ্বল হৈ জিলিকি আছে। তেওঁৰ কবিতাত পাও কেতেকীৰ সুৰ পথাৰৰ লখিমী দাউনী নাও নাৱৰীয়া বঠা জাৰকালি, সৰাপাত শৰতৰ শেৱালী জালি কটা ৰিহাৰ আঁচল, শৰালী ঘাট কলহ গাৱলীয়া জীয়ৰী বোৱাৰী চাপৰি বালিভাত গৰু গৰখীয়া তুলসী তলত সেৱা ডাৱৰ বিজুলী শ্মশান দুবৰি বন বুঢ়া লুইত দুখীয়াৰ নিৰলা পঁজা জুহাল ইত্যাদি। কচুপাতবোৰৰ ওপৰত পানী পৰি অলপ পৰ টলবল কৰি থাকি আকৌ মাটিত বাগৰি পৰিছে বতাহৰ লগতে সাপে ধৰা বেঙ এটাৰ করুণ কান্দোন উৰি অহা শুনিবলৈ পাইছিলো — (কথা কবিতা এটা ভগা দ'ল)। আৰু 'তলত এখন মৰিশালি— কিছুমান ভগা কলহ পোৰা কাঠ দুডোখৰ এডোখৰ ফটাকানি মাথোন তাত পৰি আছে। দুটামান ভেকুলীয়ে মনৰ আনন্দেৰে ডিঙি মেলি মাতিবলৈ ধৰিছে। ওচৰৰ বিৰিণা জোপাবিলাকৰ পৰা কিছুমান ফৰিং আৰু কুমটি ইত্যাদিয়ে সুৰ মিলাই সেই গানতে যোগদান দিছেহি — (কথা কবিতা আনন্দ)।

এইবোৰ অসমৰ যাউতিযুগীয়া চিত্ৰ। এই খিনিতে দুৰৰাৰ কবিতাত প্ৰকৃতিৰ বিষয়ে আলোচনা কৰিব পাৰি। কোনো কোনো সময়ত প্ৰকৃতি জগতখন মানৱ জীৱনৰ নাটখনৰ পটভূমি ৰূপে কবিয়ে বৰ্ণাইছে। কেতিয়াবা আকৌ মানৱ জীৱনৰ আৰু মানৱ জীৱনৰ ঘটনাৱলীক প্ৰকৃতি জগতৰ সৈতে তুলনা কৰি আপেক্ষিক ভাবে প্ৰকৃতি জগতৰ অবিনশ্বৰতাৰ ইংগিত দিয়া হৈছে। প্ৰকৃতি মানৱ নাটখনৰ নীৰৱ দৰ্শকো। কোনো কোনো ক্ষেত্ৰত মানৱ সমাজত ভোগা দুখ বেদনাৰ সান্ত্বনাৰ স্থলী ৰূপেও প্ৰকৃতিক চিত্ৰিত কৰা দেখা গৈছে আৰু প্ৰকৃতিৰ প্ৰতি এটা আকৰ্ষণৰ ভাব ফুটি উঠিছে। তলৰ উদাহৰণৰ দ্বাৰা কথাখিনি স্পষ্ট হ ব

(ক) জহ জাৰ বাৰিষাই যোগাই সমল
সেউজীয়া ধৰণী কোলাত
শৰতে গোটাই আনে শুকুলা ডাৱৰ
বসন্তই কুহি ফুল পাত।
(আপোনসুৰ আপোনসুৰ)

(খ) জগত মাজত বয় ধীৰে এটি নিছিগা সোঁতৰ ধাৰ
অনন্ত কালৰ ওখ বালিগড়া, বুঢা লুইতৰ পাৰ।
(আপোনসুৰ অনন্ত)

বুঢ়ালুইতেও ফেনে ফোটোকাৰে
নিছিগা ধাৰেৰে বব

কোনে জানে কেনি নিজেও নাজানো
বাটৰুৱা ক ত ৰব। (বনফুল বাটৰ শেহত)
বিষাদৰ এটি সুৰ মাৰ যাব অসীমত
নীৰৱ প্ৰকৃতি ৰব একেথিৰে চাই।
(বনফুল অকলশৰীয়া)

(গ) বৰ ভাল পাও মই শুৱনী ধৰণী
সুৰুযৰ সোণালী কিৰণ
গছৰ তলত কোনে বাহীটি বজাই
দুপৰত হৰে মোৰ মন
অকলে পঁজাত বহি চাও হেপাহেৰে
তৰা বচা সৰগ ফুলনি।
(আপোনসুৰ সুখৰ সপোন)

এনেকৈ দুৱৰাই কবিতাবোৰৰ মাজেৰে আশা নিৰাশা পোৱা নোপোৱা হাহি কান্দোন মিলন বিৰহ জনম মৰণ অৰ্থাৎ মানৱ জীৱনৰ সমগ্ৰ ৰূপ এটাৰ আভাস দাঙি ধৰিছে। সংসাৰৰ এজন মানুহ হিচাপে জীৱনৰ প্ৰতিকূল অৱস্থাত পৰা মানৱ জীৱনৰ কথাই তেওঁ ব্যক্ত কৰিছে। গতিকে মানুহৰ অন্তৰ থাকেমানে তেওঁৰ কবিতাৰ যে আদৰ থাকিব তাত সন্দেহ কৰিবলগীয়া একো নাই।

# দুৱৰা কবিতাৰ কেইটিমান লক্ষণ

## তীৰ্থনাথ শৰ্মা

বনফুল কবি যতীন্দ্ৰনাথ দুৱৰাৰ দেউতাকৰ নাম আছিল শ্যামসুন্দৰ দুৱৰা। দেউতাকে নাম ৰাখোতে নিজৰ নামৰ লগত মিলাই নুমুলীয়া পুতেকৰ নাম থৈছিল শিৱ সুন্দৰ দুৱৰা। পিছে সেই নাম তুলাপতীয়া সোৱৰণীতে থাকিল। ঘৰতে কিছুদিন পঢ়াৰ পিছত দুৱৰাক স্কুলত নাম লগাবলৈ পঠালে। পণ্ডিতে নামটো কি সোধাত সৰু দুৱৰাই ঘপৰাই কৈছিলে যতীন্দ্ৰনাথ দুৱৰা। পণ্ডিতেও লিখি ললে। তেখেতে বোলে এই নামটো পঞ্জিকাত পাইছিল আৰু নামটো ভাল লাগি সেই নামটোকে লবৰ মন গৈছিল। নিয়তিয়ে কিজানি সেইখিনিতেই এবাৰ মিচিকিয়াইছিল। নহলেনো যতীন্দ্ৰনাথ দুৱৰাই পিছৰ জীৱনত 'যতী হে কাল কটাব লগা হ ল কেলৈ ? নিজৰ নামকৰণৰ এই আখ্যা কৈ তেখেতে এইবুলি মোখনি মাৰিছিল— এতিয়া পিছে ডেকা সাহিত্য সমালোচকবিলাকে পাই সেই হেৰোৱা নামটোকে বিকৃত কৰি মোক শোক সুন্দৰ দুৱৰা নাপাতিলেই ৰক্ষা। এইদৰে কোৱাৰ এটা কাৰণ আছিল।

কবি যতীন্দ্ৰ দুৱৰাৰ কবিতাত দু খবাদ নিৰাশাবাদ আদি বিষয় লৈ দুই এজন ডেকা সাহিত্যিকে সেই সময়ত দুই এখন কাকতত প্ৰৱন্ধ লিখিছিল। প্ৰৱন্ধবোৰ পঢ়ি চাই দুৱৰাই আক্ষেপ কৰি কৈছিল। মোক মানুহে দু খবাদী বা নিৰাশাবাদী কবি বুলি কয় হয় পিছে মই হ লে নিৰাশাবাদীও নহও দু খবাদীও নহও। কেলৈ হ ম ? উজনিত উলহ মালহ থাকিবই মোৰ নাওহে ভটিয়াই যায়। কথাষাৰ প্ৰসঙ্গক্ৰমে ক লেও তাৰ তাৎপৰ্যটো অলপ টলকি চাবলগীয়া। দুৱৰাই কবিতাত দুখবাদ ইনাই বিনাই গৈছেনে ? জীৱন সমাজ মানৱ সভ্যতা এইবোৰৰ বিষয়ে নিৰাশাৰ হা হুতাশ পেলাই কবিতা সমালোচকক আলোচনাৰ সমল যোগাইছিল নে নাই এই কথা ভাবি চিন্তি চাব পাৰি।

পুনশ্চ — এই ধৰণীৰ প্ৰতি ধূলি কণে
সোণৰ সৰগ গঢ়ে।
মৰণ বিজয়ী প্ৰেমৰ সুৰত
অমৃত উথলি পৰে।

আকৌ — আন্ধাৰ পুৰীত থাকি আন্ধাৰ সপোন দেখি
আন্ধাৰৰ ছবি আঁকি লই
উৰি উৰি যাও দুৰলই।

এনেবোৰ বিৰুদ্ধ মনোভাবৰ উক্তিবোৰৰ সমাধান কেনেকৈ হয় তাকো বিচাৰ কৰিব লাগে।

দুৱৰাই নিজৰ সম্পৰ্কে মাজে মাজে নিৰাশাৰ সুৰ বজালেও আৰু নিজৰ জীৱনৰ দু খ ৰাশিক প্ৰাধান্য দি তাৰ এটি এটি কণা তুলি লৈ জীৱনৰ গান ৰচিলেও (জীৱনৰ দুখৰ ৰাশিৰ এটি এটি কণা তুলি লই ৰচো মই জীৱনৰ গান) সমগ্ৰ জীৱন আৰু সংসাৰ সম্বন্ধে ব্যাপক ভাবে দু খৰ চিৰন্তন ছবি অকা নাই। মেলানিৰ দান নামৰ কবিতাটোৰ এফাকি লৈ এই কথাটো ফহিয়াই চাব পাৰি। তাত কবিয়ে নিজৰ নিশ্বাসত নিৰাশাৰ বতাহ বয় বুলি কৈছে কিন্তু প্ৰিয়জনক তাৰ পৰা আঁতৰি থাকিবলৈ অনুৰোধ কৰিছে। তেখেতে ইয়াকো আশা কৰিছে যে প্ৰিয় জনৰ জীৱনত সোণালী কিৰণসনা পখিলা (সুখ) উৰিব।

জীৱনত মোৰ
উটি গ'ল সুৰ লয়।
আঁতৰি থাকিবা
নহলে পৰিবা জয়
নিশাহত মোৰ নিৰাশা বতাহ বয়।
চিকুণাই ৰাখা
তোমাৰ ফুলনিখনি।
উৰিব পখিলা
সোণালী কিৰণ সানি

ইয়াত কবিয়ে নিজৰ নিৰাশাৰ উত্তাপ থকাৰ কথা স্বীকাৰ কৰিছে কিন্তু দ্বিতীয়জনৰ জীৱনক ফুলনিৰ লগত তুলনা কৰিছে। ইয়াৰ পৰাই সহজে বুজিব পাৰি দুৱৰাৰ নিৰাশা সৰ্ব্বস্পৰ্শী নহয়। সেইদৰে 'বাটৰ শেহত' নামৰ কৱিতাত 'বাটৰুৱা' মোৰ বুলি নিজকে সম্বোধন কৰি কৈছে—

চাপিলো যেতিয়া বাটৰ শেহত
নুমালে সৰগী বাতি
তাৰ জীৱনত নুপুৱাই আৰু
দুখৰ আন্ধাৰ ৰাতি।

কিন্তু 'জীৱন জেউতি' নামৰ এটা কৱিতা তেখেতে সুদৰ্শন চেঙেলীয়া ছাত্ৰ এজনক মৰমতে উপহাৰ দিছিল। সেই কবিতাটিত জীৱনক এটা ফাগুন ৰূপে কল্পনা কৰি জীৱনৰ সৌন্দৰ্যখিনিত সময় থাকোতে প্ৰাণ মিলাই দিবলৈ অনুৰোধ কৰিছে। এই কবিতাটো পিছত বনফুলত সন্নিবিষ্ট কৰা হ'ল।

পুৱাৰ কিৰণ সানি
গোলাপৰ মালাধাৰি
লোৱা তুমি ডিঙিত মেৰাই
ফাগুনৰ মলযাত
পৰাণ মিলাই দিয়া
জীৱনৰ ফাগুন সোণ নাথাকে সদায়।

প্ৰকৃতপক্ষে বনফুল কবি সৰ্বান্তকৰণে নিৰাশাবাদীও নহয় আৰু সৰ্বতোপ্ৰকাৰে দুখবাদীও নহয়। নিৰাশাবাদ বা দুখবাদ তেখেতৰ পক্ষে বিশিষ্ট (qualified)। এই বিশিষ্ট দুখবাদৰ আভাস এটা পাও তেখেতৰ 'ইন্দ্ৰধনু' নামৰ কবিতাৰ শেহৰ পংক্তি দুটাত—

বিষাদৰ ডাৱৰত
প্ৰেমৰ কিৰণ সানি
জীৱনৰ 'ইন্দ্ৰধনু' গঢ়ে বিধাতাই।

জীৱন আলেখ্যৰ আধাৰ পটখন বিষাদৰ। সেই আধাৰ পটত সাতৰঙীয়া চিত্ৰ জিলিকে। সেই ৰং, সেই পোহৰখিনি হ'ল প্ৰেম। বিষাদ জীৱনৰ মূলীভূত সমল হলেও প্ৰেমৰ পৰশত সেই বিষাদতে সুখৰ মুখ দেখা যায়। জীৱনটো যেনিবা এখন ইন্দ্ৰধনু।

ক লা মেঘৰ ওপৰত সাত ৰঙৰ খেলা।

দুৰ্‌ৰা কবিয়ে সকলোকে অলীক আৰু দুৰ্দিনীয়া বুলি ক লেও প্ৰেমক খিলঞ্জীয়া বুলি অভিহিত কৰিছে— মিছাতে বেজাৰ কিয় প্ৰেমৰ পোহৰ একেবাৰে জ্বলিব সদায়। আন্ধাৰ ৰাতিৰ তৰাৰ পোহৰে বাট দেখুৱাৰ দৰে — তৰাৰ পোহৰে দিব বাট দেখুৱাই।

**ব্যক্তিগত নিৰাশা ঃ**

কবি দুৰ্‌ৰাই সেই দেখি জগতৰ দু খময়তাক পূৰ্ণভাৱে স্বীকাৰ কৰা নাই— নিৰাশাও কেৱল তেখেতৰ নিজৰহে লগৰীয়া। সমগ্ৰ মানৱ জীৱনৰ সম্পৰ্কে নিৰাশাৰ ব্যাপকতা কবিতাত প্ৰকাশ পোৱা নাই। দুৰ্‌ৰা কাব্যৰ যি নিৰাশা সি ব্যক্তিগত কিন্তু ব্যক্তিগত নিৰাশাৰে জগতখন ওপচাই পেলাব খোজাৰ প্ৰয়াস কোনো কবিতাতে দেখা নাযায়।

দুৰ্‌ৰাই নিজৰ জীৱন গীতি গাওতে নিৰাশাৰ সুৰত ৰেশ দিলেও বা দুখৰ ৰাগ জুৰিলেও দকৈ গমি চালে তাকো বিশুদ্ধ নিৰাশাৰ সুৰ বা শুদ্ধ সুখৰ ৰাগ বুলি কবলৈ টান হয় আৰু এটা কাৰণত। দুখ কেতিয়া দুখ ? যেতিয়া সেই দুখৰ পৰা আঁতৰি থাকিবলৈ নিবৃত্ত হবলৈ প্ৰাণত ধৰফৰণি লাগে। কিন্তু যেতিয়াই সেই দুখ বৰণ কৰি লোৱা হয়, তাক সামৰি লৈ সহজভাৱে গ্ৰহণ কৰা হয় তেতিয়া দুখৰ পীড়াদায়কতা আপোনা আপুনি হীনবল হৈ যায়। দুৰ্‌ৰাই ব্যক্তিগত জীৱনৰ অভিমান বিফলতা আৰু তিক্ততা বৰণীয়ৰূপে সহজ ভাৱে গ্ৰহণ কৰিছে। নিজকে ৰিক্ত কৰাতো এটা অদ্ভুত আনন্দ আছে। মাতৃয়ে শিশুৰ কাৰণে জীৱন ৰস দান কৰি আত্মপ্ৰসাদহে লাভ কৰে। এনে অৱস্থাত দুখ কষ্টই মোট সলায়। অনাদৰ অৱহেলাৰেও জীৱনৰ কুসুম কানন ৰচনা কৰিব পাৰি। দুৰ্‌ৰাই গাইছে—

অনাদৰ অৱহেলা সকলো গোটাই লই
ৰচো জীৱনৰ কুসুম কানন।
ইয়ে মোৰ কপালত বিধিৰ নিঠুৰ লেখা
ইয়ে মোৰ জীৱনৰ কাঁইটীয়া বন। — শূন্য পৰিচয়।

ইও এক প্ৰকাৰ প্ৰপত্তি বা আত্ম নিবেদন। নিৰাশা বা দুখবাদত প্ৰপত্তি অচল। আন ভাৱে চালে আত্মনিবেদন আশাৰ পৰাকাষ্ঠা।

আন্ধাৰৰ নিৰানন্দতো এটা স্বকীয় মহিমা আছে সুকীয়া মৰ্যাদাৰ প্ৰতিষ্ঠা আছে। কবিয়ে সেইটো উপলব্ধি কৰিছে। সেই অনুভূতিৰ গৌৰৱতে তেও সান্ত্বনা পাইছে—

দুপৰৰ তেজাল কিৰণে
পাৰে জানো কৰিব প্ৰকাশ
ৰাতিৰ কোলাত থকা
মুকলি পথাৰ জোৱা
ৰিক্ততাৰ সৌন্দৰ্য উদাস ?
গুপুতৰ আপোন আভাস ?
আন্ধাৰৰো আছে তেনে মান
তেনেহ লে কিয় অভিমান ?
আন্ধাৰৰো আছে তেনে মান।

আন্ধাৰ ৰাতিৰ মুকলি পথাৰৰ সৌন্দৰ্য দিনত নাথাকে। দিনতো এক ৰাতিও এক।

দুৱৰা কাব্যৰ জীৱন বেদত স্মৃতিৰ সফুৰাত ভৰাই থোৱা অতীত সৌৰভৰ লগত মধুৰ সম্বন্ধই স্বৰ্গ। তেওৰ মানত ভৱিষ্য অসাৰ্থক। অতীতেই ভৱিষ্যৰূপে তেওক আহ্বান কৰে—

সমুখৰ অচিন বাটত
আন্ধাৰেই লগৰীয়া মোৰ
অতীতৰ জোনাকী কিৰণে
দেখুৱাই দূৰৰ আন্ধাৰ
তেনে এটি আন্ধাৰ ক্ষণত
অতীতেহে ভৱিষ্য চিনাই।
* * *
জীৱনৰ নিজান বাটত
অতীতেই ভৱিষ্যৎ মোৰ।

ইয়াক তেখেতে কেতিয়াবা সপোন বুলিছে কেতিয়াবা কবিতা কুৱৰী বা সপোন কুৱৰী বুলিছে আকৌ কেতিয়াবা স্মৃতি যুগমীয়া বুলিছে। যিহকেই নোবোলক ক্ষন্তেকক যুগমীয়া কবি কৰি ৰখাৰ প্ৰচেষ্টাত দুৱৰাৰ কবিতাৰ বিকাশ হৈছে। কবিৰ জীৱনৰ ফুল ফুলিছে।

দিঠকত দানৱৰ নিকৰুণ পৰশত
নেভাঙিবা কৰি চূৰমাৰ
সপোনৰ সৰগ আমাৰ
সপোনতে ফুলে যেন জীৱনৰ ফুল
সপোনতে মিলি যক জীৱনৰ ইকুল সিকুল
তুমি মোৰ নেভাঙিবা ভুল।

অথবা —

দিঠকত আশা কৰি মিছা
নেমেলিবা হিয়াৰ দাপোণ
সপোনকে লোৱাচো সাৱটি
সপোনেই তোমাৰ আপোন— সপোন কুৱৰী

**দুবৰাৰ কাব্যৰ আত্মবিলুপ্তি ঃ**

দুৱৰাৰ কাব্য জীৱন বেদৰ দ্বিতীয় মন্ত্ৰটি হ'ল আত্মবিলুপ্তি। মনত শিশু বয়সত বৃদ্ধলোকৰ যদি ৰোহ লাগে তাক সতকাই ভঙা টান। তাতে যদি সেই আবেগী ধাতু কল্পনা বিলাসী বিধৰ হয় তেনেহ'লে সি ঢেৰুৱা ঠাৰি। বনফুলৰ কবি দুৱৰাৰ কোনোবা জোনাক নিশা জুৰিৰ পাৰত বহিও বুকুৰ তৃষা মৰুৰ তৃষা হৈয়ে ৰ'ল। সেইদিন ধৰি তেও বলীয়া বৰাগী হৈ স্মৃতি শ্মশানত ঘূৰিবলৈ ধৰিলে। জনমে জনমে বিয়পা এটা বিৰাট বিৰহৰ আকুলতাই কবিক অভিভূত কৰি দিলে, উমানকে নাপালে কোন আহি কেনি গ'ল। কবিৰ জীৱনটোৰ ওপৰতে ঠেঁহ লগাদি লাগিল। নিজৰ ওপৰতে হোৰ তুলিবলৈ গৈ সোতত গা ঢালি দিলে।

যাওক উটি যেনি তেনি সোঁতৰ লগত
মেলি দিয়া নাও নাৱৰীয়া।

লোকস্মৃতিৰ পৰা আপোনাকে সমূলি মচি পেলাই শূন্য হ্বলৈ বিচাৰিলে (শূন্য পৰিচয়)। অনাদৃত অথচ আলসুৱা বনৰীয়া ফুলৰ দৰে মৰহি যোৱাৰ সঙ্কল্প লৈ 'অকলই উমলি জামলি অকলই পাতিছো সংসাৰ' বুলি সান্ত্বনা লবলৈ চেষ্টা কৰিলে। কোনোবাই যদি আশা উদ্গানি বা প্ৰশংসাৰ বাক্য দু আষাৰ শুনায় তেওক কবিয়ে উত্তৰ দিয়ে—

মোৰ বাবে তুমি
নুকৰা মালতী ফুল
জীৱনত কিয়
মিছাতে বঢ়োৱা ভুল।

কেতিয়াবা নিজকে নিশ্চিহ্ন কৰাৰ উৎকট কল্পনাৰে কবিয়ে ৰোহ পাতি পাতি নিজৰ অভিমানতে নিজে বুৰ যায়— জীৱনৰ ঘাত প্ৰতিঘাতৰ মাজতে জীৱন হেৰাই যাওক আনৰ সমবেদনাৰ কাৰণে চিন স্মৃতিও থাকিব নেলাগে।

সাগৰৰ বুকুতেই জীৱন লুকাই থক
বিশাল জলধিৰাশি গৰজি উঠক।
চাৰি কাষে ঢৌবোৰে চিন স্মৃতি নুমুৱাই
বাহু মেলি যেন মোক সাৱটি ধৰক॥

লোকৰ এষাৰি মাত এটি প্ৰশংসা বাক্য এধাৰি সপোনৰ মালা সকলো ঠেঙা মাৰি এক কথাত লোকস্মৃতিৰ পৰা নিজকে মুক্ত কৰি আত্মবিলোপ সাধনৰ প্ৰচেষ্টাই দুৰ্বা কাব্যৰ বৰ্ণিত দুখ নিৰ্বাণ। দুখ নিৰ্বাণৰ এই পন্থাৰো মূলতে হ'ল নিজৰ জীৱনৰ ওপৰতে পতা চিৰন্তৰ ৰোহ। ব্যক্তিগত জীৱনৰ অভিমান কাব্যত সাধাৰণীকৃত হৈ অতীত প্ৰীতি আৰু আত্মবিলুপ্তি এই দুই বিশেষ ধাৰাৰে দুৰ্বাৰ কাব্যত মধুক্ষৰণ কৰিছে। কবি হিচাবে দুৰ্বা আছিল আত্মকেন্দ্ৰিক। সকলো গীতি ধৰ্মী কবিতাৰ গুৰিতে আত্মগত ভাৱ হলেও এনে জাতীয় কবিসকলে নিজৰ মন আৰু দৃষ্টিৰে জগতৰ মানুহৰ আৰু সমাজৰ আচৰণ উন্মোচন কৰি চায়। বিশ্বৰহস্যৰ মোহনীয় মেৰপাকতো সোমায়। কবি যতীন দুৰ্বা আছিল কেৱল নিজৰ সুখ দুখ অভিমানৰ কথা লৈ। যুগান্তৰকাৰী দেশৰ বিপ্লৱ তেখেতৰ চকুৰ আগতে ইটোৰ পিচত সিটো হৈ গ'ল। সেইবোৰে তেখেতৰ কবিত্বক ইন্ধন যোগাব পৰা নাছিল। সমাজৰ এটা বহুপ্ৰসাৰী পৰিৱৰ্ত্তনৰ প্ৰয়োজনীয়তাৰ উপলব্ধিয়ে তেখেতৰ যৌৱনকালতে দেশবাসীক আলোড়িত কৰিছিল। সেইবোৰৰ গুৰুত্বই তেখেতৰ কবিতাক বোল দিবলৈ সক্ষম নহ'ল। মানৱ চৰিত্ৰৰ দুৰৱগাহ তলিত প্ৰৱেশ কৰি কবিতাৰ সমল বিচৰাৰ প্ৰয়োজন তেখেতে অনুভৱ কৰা নাছিল। আনকি প্ৰকৃতিও তেখেতৰ কবিতাৰ কাৰণে আংশিক ভাৱেহে সাৰ্থক আছিল। প্ৰকৃতিৰ সৌন্দৰ্যক তেখেতে পাতপাত কৰি চাই উপভোগ কৰা নাছিল। প্ৰকৃতিৰ বৰ্ণনে কেৱল বৰ্ণনা কলাৰূপে তেখেতৰ কবিতাত ঠাই পোৱা নাই। দীঘলীয়া প্ৰকৃতি বৰ্ণন তেখেতৰ কবিতাত নাই। যি আছে সিও নিজৰ অনুভূতিৰ লগত সান খুৱাই বৰ্ণনা কৰা একো চমকা খণ্ড সৌন্দৰ্য। নিজৰ অনুভূতিক পোহ দিয়া সৌন্দৰ্যখিনিয়েহে দুৰ্বা কবিৰ কবিকৰ্ম্মৰ আহিলা ৰূপে স্থান পাইছে। অথবা মনোগত আৱেগ অনুভূতিৰ প্ৰতীক ছবিৰ যোগান ধৰাত প্ৰকৃতিয়ে কবিক সহায়তা কৰিছে। সন্ধিয়াৰ সক তৰাৰ আহ্বান, সেউজীয়া ধৰণীৰ কোলা পছিমৰ হেঙুলী কিৰণ ধীৰে

ধীৰে নমা আন্ধাৰ এইবোৰ চিত্ৰৰ মাজেদি ভাৱৰ প্ৰকটকাৰী প্ৰতীকহে। প্ৰাকৃতিক সৌন্দৰ্য যে দুৱৰা কবিৰ ভাব সাধনৰ উদ্দীপনাহে তাক তলৰ কবিতা ফাকিত প্ৰকাশ পাইছে।

অকলে পাৰত
 সন্ধিয়াৰ ছবি চাবা
তোমাৰ বুকুত
 তাৰে বোল সানি লবা।
সপোনৰ ছবি
 দিঠকতে তেহে পাবা।

আত্মকেন্দ্ৰিয়তাৰ পৰা উদ্ভৱ হোৱা এই আত্মময়তাক দুৱৰাই এক প্ৰকাৰ দাৰ্শনিক পৰ্যায়লৈ উধাও মেলাইছে। কবিতা শ্ৰব্য কাব্য তথাপি তেখেতক শুনোতা নালাগে। নিজে ৰচা গান নিজে শুনা আৰু শুনি তল যোৱা এই আত্মাৰাম অৱস্থাৰ বৰ্ণনা এটা পাও মোৰ সৰগ নামৰ কবিতাত।

লাগে মোক অকলশৰীয়াকৈ
 এখনি সৰগ
একাকাৰ যত
 আকাশ পৃথিৱী দুয়ো
 নিৰাধাৰ জীৱন বিহগ।

যিখন সভাত
 মোৰ গান ময়ে গাও
  শুনি শুনি ময়ে তল যাও
গানৰ শেহত
 শুনোতা গাওতা দুয়ো
  একে হৈ পাৰকে নেপাও
যেনি চাও তেনি
 মইহে অকলশৰীয়া মোৰ
  নেহেৰোৱা লগ
লাগে মোক
 তেনে খনি নিজান সৰগ।

এই নিজান সৰগত বাস্তৱ (পৃথিৱী) আৰু কল্পনা (আকাশ) এই দুটাৰ পাৰ্থক্য প্ৰতীয়মান হৈ নাথাকে। শুনোতা আৰু গাওতা অৰ্থাৎ বিষয় আৰু বিষয়ীৰ প্ৰভেদ লোপ পায়। সেই কেৱল দ্বৈতহীন অৱস্থাত এক অখণ্ড অনুভূতি মাথোন বৰ্ত্তমান থাকে। কবিয়ে এই অৱস্থাৰ কামনা কৰিছে কাব্য সাধনৰ যোগেদি ৰস সমাহিত চিত্তত। তাকে যোগীয়েও কামনা কৰে সত্ত্বস্থ চিত্তত।

বাস্তৱ জীৱনৰ লগত সংঘৰ্ষৰ ফলত উদ্ভৱ হোৱা আত্মকেন্দ্ৰিক অভিমান কাব্যত অতীত প্ৰীতি আৰু আত্মবিলুপ্তি ৰূপে প্ৰকাশ পাই শেহত আত্মাৰামত্বৰ ফালে উধাও কৰা আকাশী গতিবিধি দুৱৰা কাব্যত এটা বিশেষভাৱে লক্ষ্যণীয় বিষয়।

# দুৰ্ৰৰা-কবিতাৰ সাধাৰণ লক্ষণ

## দুৰ্গাব্ৰতী শইকীয়া

কুৰি শতিকাৰ লব্ধপ্ৰতিষ্ঠ অসমীয়া কবি শ্ৰীযুত দুৰ্ৰৰা দেৱে কবি জীৱন আৰম্ভ কৰে অনুবাদ কবিতাৰে। ইংৰাজী স্কুলৰ ৪ৰ্থ শ্ৰেণীৰ ছাত্ৰ অৰ্থাৎ তেনেই লৰালি কালৰেপৰা তেওৰ জীৱনৰ ওপৰত কবি প্ৰতিভাৰ সূচনা হয়। তেওৰ কবিতা সৰোবৰৰ পৰা দুটি চিক্‌মিকোৱা সুতি বৈ আহিছে এটি মৌলিক আৰু আনটো অনুবাদ। অনুবাদ কবিতাৰ ভিতৰত প্ৰধান হৈছে ওমৰ খায়ামৰ ভাঙনি ওমৰ তীৰ্থ', হাফিজৰ কবিতাৰ ভাঙনি মেঘদূতৰ বছা বছা শ্লোক কিছুমানৰ ভাঙনি। এইবোৰ অনুবাদ হলেও অসমীয়া ভাষাৰ মুখ পোহৰাওতা ডক্তৰ কাকতিৰ ভাষাত কবলৈ হ লে, সেইবোৰক বুকুৰ তপত তেজেৰে উমনি দি সজীৱ কৰা হৈছে। এই দুটি ধাৰা একেবাৰে সুকীয়া আৰু স্বাধীন বুলি ধৰিলে ভুল হ ব কাৰণ ইটো ধাৰাই সিটোক ৰস যোগাইছে আৰু কেতিয়াবা দুয়োৰে সঙ্গমো হৈছে।

বিদেশী সাহিত্যৰ ৰত্নাকৰৰে নিজৰ সাহিত্যক সৌষ্ঠৱশালী কৰিবলৈ ধাউতি প্ৰকাশ পাইছিল তেওৰ অনুবাদ কবিতাত। বিশেষকৈ ই ৰাজী কবিতাই তেওৰ ৰস পিপাসু মনক সমল যোগাইছিল। এওৰ কবিতাৰ ভাব আৰু ৰূপত ইংৰাজী কবিতাই নিজৰ ছা অলক্ষিতে পেলাই গৈছিল। কবিবৰ দুৰ্ৰৰাৰ বেচি ভাগ কবিতাই ৰোমাণ্টিক হোৱাৰ কাৰণ ইংলণ্ডৰ ৰোমাণ্টিক যুগৰ ভাবৰ ধাৰাই তেওৰ কাব্য পক্ষী চঞ্চল কৰি তুলিছিল। ৰোমাণ্টিচিজিমৰ আদৰ্শই প্ৰভাই তেওৰ কাব্য সাধনাক সঞ্জীৱনী মন্ত্ৰ দিলে। পুৰণি কালত কবিসকলৰ কাৰণে এনে এটি কাব্যিক নিয়মৰ চক্ৰবেহু আছিল যে কবিৰ কল্পনা পক্ষী কিছুমান নিৰ্দ্ধাৰিত ৰীতি নীতি প্ৰণালীৰ চক্ৰবেহুৰ ভিতৰতেই ঘূৰি ফুৰিব লাগিব। কবিয়ে ইংৰাজ কবিসকলৰ দৰে বুজিব পাৰিছিল যে এনে বান্ধোনে কাব্য প্ৰতিভা অবাৰিত ভাবে ফুটি ওলোৱাত বাধা দিব গতিকে তেও ইংৰাজ কবিসকলৰ তালতে সুৰ মিলাই কল্পনাৰ ধুনীয়া পক্ষীটি বাস্তৱ জগতৰ পৰা বহু আঁতৰ কৰি অসীম অনন্ত আকাশেদি উৰুৱাই দিলে। মধুৰ সত্য সুন্দৰৰ অন্বেষণত আজিও দুৰ্ৰৰাৰ সেই মন পক্ষী উৰি ফুৰিব লাগিছে।

হৃদয় মুকলি হ ব পবিত্ৰ কিৰণ পৰি
উঠিছে প্ৰেমৰ গান সৰগ মৰত জুৰি।

কবি দুৰ্ৰৰাৰ কবিতাবোৰে ভাৰতীয় কাব্য জগতৰ প্ৰচিন কালৰ পৰা চলি অহা কিছুমান নীতি নিয়মৰ পৰা আঁতৰি আহি, স্বতন্ত্ৰ ভাবে এটি সুকীয়া পথ অনুসৰণ কৰিছে।

ভাৰতীয় সাহিত্যত সাধাৰণতে ৪টা লক্ষণ দেখা যায়। (১) সমাস বাক্যৰ মাজেদি একোটা ছবিৰ কল্পনাৰ যোগান। (২) পুৰণি সাহিত্যত আনকি ভাৰতৰ শ্ৰেষ্ঠ কবি ৰবীন্দ্ৰনাথৰ কবিতাতো অলঙ্কাৰৰ বহুল প্ৰয়োগ দেখা যায়। (৩) বাহ্যিক আৰু অন্তৰ দৃষ্টিমূলক বৰ্ণনা। (৪) চতুৰ্থ বিশিষ্ট হৈছে কিছুমান কবি সময় যেনে বসন্তত প্ৰকৃতিৰাণীৰ অন্তৰৰ বীণ জোকাৰি দিয়া কুলিৰ সুমধুৰ মাত, সূৰ্য পদুমৰ প্ৰণয় প্ৰণয়িনীৰ সম্বন্ধ ইত্যাদি।

এই ৪টা লক্ষণৰ এটা লক্ষণো আমি দুৰ্ৰৰা কবিতাত নাপাও। সমাস বহুল পদৰ সমাবেশ তেওৰ কবিতাত নাই বুলিয়েই বহুত কথা ক ব লগা হয় এই কাৰণে পাঠকৰ

কল্পনা সৌন্দৰ্য বিকাশ হোৱাত বাধা পৰিছে সচা কিন্তু বহুত কবিৰ দৰে তেওঁৰ কবিতা অস্পষ্ট আৰু গধুৰ ভাবৰ নহয়। অলঙ্কাৰৰ প্ৰাধান্য কম বুলিয়েই, ৰচনা সৰল আৰু ভাব প্ৰকাশো আড়ম্বৰহীন হৈছে। পোনপটীয়া ভাব প্ৰকাশত ৰচনাৰ সৌন্দৰ্য লাঘৱ হোৱাত বাধ্য হৈ কবিতাবোৰ ৰূপকমূলক হৈছে। গতিকে তেওঁৰ কবিতাবোৰৰ কেউফালৰ পৰা অৰ্থ কৰিব পাৰি। কবি সময়বোৰৰ পৰা আৰু গতানুগতিক পন্থাৰ পৰা আঁতৰি অহাত কবিতাই স্বাধীন গতি লৈ সৌন্দৰ্যক সজীৱ কৰি তুলিছে। কবিবৰ ৰবীন্দ্ৰনাথৰ কবিতাত বৈচিত্ৰ্য আছে যেনে প্ৰেমৰ কথা ইত্যাদি। কিন্তু তেওঁৰ কবিতাত বৈচিত্ৰ্য নাই সকলোবোৰ একে সাঁচতে গঢ়া। তেওঁৰ কবিতাত descriptive objective বৰ্ণনা, narration লই তেওঁৰ কবিতাত বৰ্ণনা থাকিলেও খুব কম নিজৰ জীৱনৰ সুখ দুখ অন্তৰৰ অনুভূতি প্ৰকাশ কৰোতে দীঘলীয়া বৰ্ণনাৰ প্ৰয়োজনো নাই। সেই অলপীয়া বৰ্ণনাই ডাৱৰীয়া নিশাৰ আকাশত ওলোৱা এটি দুটি তৰাৰ দৰে মনোমোহা। দুৱৰাদেৱৰ কিছুমান নিজা উপমাৰ সম্পত্তি আছে, তাকেই ঘনে ঘনে ব্যৱহাৰ কৰে যেনে মালতী ফুল সপোন ইত্যাদি।

তাৰ কাৰণেই মই যত কাজ কাম এৰো
ঢালি দিলো গোটেই জীৱন
কত যুগ যুগান্তৰ বিচাৰি ফুৰিছো সেই
যুগমীয়া মধুৰ সপোন।

এইবোৰ গুণৰ অভাৱে দুৱৰা কবিতাত ঘুণে ধৰা নাই কবিৰ অভিমানী লেহুকা বাহুৰ দৰে কোমল অন্তৰ ভেদি বৈ অহা ভাবৰ ধাৰাই কবিতাবোৰ এনেকৈ সৰস সজীৱ কৰি ৰাখিছে যে তাত অলঙ্কাৰ প্ৰয়োগৰ কোনো প্ৰযোজন নাই। কবি দুৱৰাৰ ভাবৰ ধাৰাই পাশ্চাত্য কবিৰ ভাৱৰ ধাৰাৰ লগত মিলি গৈছে।

ভাল পাও জগতৰ সুখ দুখ ৰাশি
ভাল পাও মানৱ জীৱন
ভাল পাও অসীমৰ দূৰৰ আভাস
ভাল পাও সুখৰ সপোন।

এই ভাব ধাৰাতে Browning ৰ Robust Optimisn ৰ ছা পৰিছে।

হহা কন্দা জগতৰ ৰীতি চিৰন্তন
বিষাদত উলাহৰ গান
পোহৰত আন্ধাৰৰ অন্ধ আৱৰণ
নিয়তিৰ বিচিত্ৰ বিধান।

Shelley — Sweetest songs are those that tell of saddest thought

কবিতাবিলাকে কবিৰ জীৱনৰ সুখ দু খ, আশা নিৰাশাৰ ভাবৰাশিৰ এখনি সেউজীয়া ছবি দাঙি ধৰিছে। এই বিলাককে আত্ম জীৱনমূলক কবিতা বুলিব পাৰি। কবি দুৱৰাৰ দৰে 'ভাগ্যহীন জীৱনৰ সুৰহীন গান ওলাই সহৃদয় হৃদয় যুক্ত পাঠকৰ অন্তৰত সহবেদনা সহানুভূতিৰ প্ৰতিধ্বনি তোলা নিদৰ্শন পুৰণি ভাৰতীয় সাহিত্যত দেখা নাযায়। দুৱৰাৰ কবিতাবিলাকত এটি নিজা আপোন সুৰ বাজি উঠিছে।

সকলো সামৰি লই বুকুৰ মাজত
বাটৰুৱা যায় বহুদূৰ
খণে খণে অভিমানী অন্তৰ কপাঁই
বাজি উঠে আপোনাৰ সুৰ।

দুৰ্ব্বাৰ লঘূ কাব্যৰূপ খণ্ড কবিতাবিলাকত জীৱনৰ সমস্যা পাৰিপাৰ্শ্বিক সমাজৰ ছাঁ বৰ্ত্তমান। আপোন সুৰৰ আলাপ ভাহি যোৱা কবিতাৰ ভিতৰত এখেতৰ কবিতাই প্ৰধান। এখেতৰ কবিতাবিলাকত অনুভূতি গাঢ়তা আৰু কল্পনা (Height of imagination) বৰ বেচি। কবিতাবিলাকত এটি নিজা কৰুণ সুৰ বৰ্ত্তমান বুলিয়েই কবি দুৰ্ব্বাক ৺ লক্ষ্মীনাথ বেজবৰুৱা ডাঙৰীয়াই শ্যেলী বুলি জোকোৱা শুনা যায়। কবিয়ে গাইছে।

কেতিয়ানো পামগৈ মহাসাগৰৰ পাৰ
সুখ দুখ সকলোটি য ত হয় একাকাৰ ?
নাই য ত দুখ ৰাশি শোক ছবি বিষাদৰ
চিৰ সুখ চিৰ শান্তি বিৰাজিছে কি সুন্দৰ !

কিন্তু তেওৰ আপোন সুৰৰ মাজতো বিশ্বজনীন ভাব ফুটি ওলাইছে। এই ব্যক্তিগত অনুভূতিয়ে বিশ্বজনীন ভাবক চলাব পৰাটোতহে কবিৰ কৃতিত্ব প্ৰকাশ পাইছে।

সুৰবোৰ প্ৰাণৰ মাজত,
অকলই থাকিব নোৱাৰি
উৰি গ ল আকাশৰ পিনে
জগতত হৃদয় বিচাৰি।

এখেতে পাৰ্থিব সৌন্দৰ্যৰ মাজেদি চিৰসুন্দৰৰ আৰাধনাত প্ৰাণ ঢালি দিছে। অৰুণোদয় জীৱনৰ এটি শোকতৰা মাথোন — বাটৰুৱা। তেওৰ অকলশৰীয়া ভাবটোও কিছুমান— বাটৰুৱা। তেওৰ অকলশৰীয়া ভাবটোও কিছুমান কবিতাত ফুটি উঠিছে। মই অকলশৰীয়া— চিৰকালেই অকলশৰীয়া (এহালি পাৰ)। সৌন্দৰ্য সাধনাই যে তেওৰ জীৱনৰ লক্ষ্য এই ভাবধাৰাও বেচিভাগ কবিতাতে কম বেচি ভাবে প্ৰকাশ হৈছে।

নাই য ত দুখ ৰাশি শোক ছবি বিষাদৰ
চিৰ সুখ চিৰ শান্তি বিৰাজিছে কি সুন্দৰ!

*   *   *   *

জিলিকিব গান মোৰ নতুন পুৱাত
যৌৱনৰ ৰাঙলী ৰেখাৰে।

Keat s ৰ ভাষাত ক বলৈ হ লে A thing of beauty is a joy forever ৰূপকৰ ছলেৰে কবিয়ে তেওৰ প্ৰহেলিকাময় জীৱনৰ কথাও ঠায়ে ঠায়ে ঠাৰে চিঞৰে উনুকিয়াইছে। কবিতাৰ মাজেদি তেখেতৰ ভাববহুল মনৰো প্ৰকাশ পাইছে। তেওৰ গোটেই কবিতাবিলাকত এটি ব্যৰ্থ আশাৰ জিলিঙনি বিৰিঙি পৰিছে। উদাহৰণ স্বৰূপে তেখেতৰ সৰ্ব্বোৎকৃষ্ট কবিতা শূন্য পৰিচয়কে লব পাৰোঁ।

'অনাদৰ অৱহেলা সকলো গোটাই লই
ৰচোঁ মই জীৱনৰ কুসুম কানন
ইযে মোৰ কপালত বিধিৰ নিঠুৰ লেখা
এয়ে মোৰ জীৱনৰ কাঁইটীয়া বন।

কিন্তু কবি একেবাৰে নিৰাশাবাদী নহয়। নিজৰ জীৱনত সুখ নহলেও অন্যৰ জীৱনত সুখ আছে বুলি কৈছে। কিন্তু নিজৰ জীৱনৰ দুখ চিৰকলীয়া নহয় সিপাৰত সুখৰ আশা বিচাৰিছে। মাজে মাজে তেখেতৰ কবিতাবিলাক সুন্দৰ উপমা আৰু গহীন ভাবৰ পৰশো পাইছে।

মোৰ এই হিয়াখনি জেতুকা পাতৰ দৰে
সেঁউজীয়া বননিৰ বৰণেৰে ঢকা
অন্তৰ জলোৱা ছবি অতীতৰ স্মৃতি লই
বুকুৰ তেজেৰে আছে অন্তৰতে অকাঁ।

তেখেতৰ কবিতাৰ মূল সুৰটি ভাৰতীয়। ভাৰতীয় মনৰ অনিত্যতা ক্ষণস্থায়িতা মানৱ জীৱনৰ দুখৰ আৰ্ত্তনাদ তেখেতৰ কবিতাৰ শাৰী শাৰীৰ মাজেদি ছিটিকি পৰিছে। তেও কৈছে বিষাদ ডাৱৰে ঢকা জীৱন আকাশ পোহৰৰ লেশ মাথো নাই।

ছ্যা ময়া বন্ধুৰ চেনেহ।
* * *
ভাল পোৱা হাহি উঠা কথা

কবিতাবিলাকত তেও মানৱ জীৱনৰ সমস্যাৰ প্ৰশ্নও কৰিছে আৰু সমাধানো কৰিছে সুকীয়া ভাবে। 'অতীতক যোৱাহে পাহৰি ত বিস্মৃতিৰ মাজত দুখময় জীৱনৰ শান্তি হ ব বুলি উজাই গৈ আকৌ দুখৰ কৰাল গ্ৰাসত পৰিবৰ আশঙ্কাত অতীতক নাযাবা পাহৰি ত ভটিয়াই আহিছে।

জীৱনৰ দুখ সুখ কবিৰ মতে নিজ অন্তৰৰ অৱস্থাৰ ওপৰত নিৰ্ভৰ কৰে। কথা কবিতা ৰ বৰষুণ কবিতাত এই ভাব প্ৰকাশ পাইছে। পাহৰণি কবিতা কেইটাই তেখেতক এটা সুকীযা কবি শ্ৰেণীৰ সৃষ্টিকৰ্ত্তা কৰিছে। তেওৰ কবিতাত তেওৰ ভবিষ্যত গৌৰৱৰ ৰাজপ্ৰসাদ দেখা নাই বা নিজৰ জীৱনৰ আত্ম তুষ্টিৰ ব্যৰ্থ চেষ্টাত জীৱনৰ দুখ গলাবৰ চেষ্টাও কৰা নাই। এই সম্বন্ধে অমোঘ অস্ত্ৰ হৈছে পাহৰণি। লোক বিস্মৃতিৰ গৰ্ভত আত্মগোপন এয়ে দুৱৰা কবিতাৰ পাহৰণি তত্ত্ব।

মুখানি মোলান কিয় মিছাতে চকুলো
অতীতক পাহৰি পেলোৱা।

কাব্য জগতত এই তত্ত্বৰ আবিষ্কাৰ দুৱৰাদেৱৰ নিজা আৰু এইখিনিতে দুৱৰাদেৱৰ কবিত্বৰ বৈশিষ্ট।

বালিৰ নিজৰাৰ দৰে দুৱৰাদেবৰ ভাব কোমল হিয়া ভেদি ওলোৱা। তেখেতৰ কবিতাপুঞ্জ নানান সময় আৰু নানান অৱস্থাৰ অনুভূতিৰ চিত্ৰৰ সমাবেশ। তেখেতৰ কবিতা সহজ আৰু মৌ সনা পঢ়িলে এৰিবৰ মনেই নাযায়। তেখেতৰ ভাষা শুৱলা সৰল ভাব সৰস সুৰ নিজা আৰু কৰুণ কোমল ৰচনা লালিত্যময় ছন্দ ঝঙ্কাৰময় উপমা খাচ অসমীয়া। মুঠতে ক বলৈ গ লে তেওঁৰ কবিতা মৰুভূমি প্ৰায় জীৱনৰ মৰীচিকা জহকালিৰ এছাটি শীতল মলয়া জীৱনৰ হিয়া ভগা বিষাদময় মুহূৰ্ত্তত এষাৰি আঁয়ে দেহি আৰু এটি হুমুনিয়া।

# দুৱৰাৰ কবিতাত অন্য কবিৰ প্ৰভাৱ

**ডঃ নবীনচন্দ্ৰ শৰ্মা**

যতীন্দ্ৰনাথ দুৱৰা অসমীয়া কাব্য কাননৰ শ্ৰেষ্ঠ পাৰিজাত পুষ্প। তেখেত আছিল বিংশ শতিকাৰ শ্ৰেষ্ঠ অসমীয়া গীতি কবি। অসমীয়া সাহিত্যৰ ভৰালত দুৱৰাৰ অৰিহণা সংখ্যা বা পৰিমাণেৰে নুজুখি গুণেৰেহে জোখা ভাল হ ব। এইটো নিশ্চিত যে অসমীয়া সাহিত্যৰ ভৰালত দুৱৰাৰ দান স্বল্প কিন্তু যি সামান্য দান দুৱৰাই আগ বঢ়াইছে তাৰদ্বাৰা অসমীয়া কাব্যকানন ৰূপে গুণে বিমণ্ডিত আৰু ইয়াতেই দুৱৰা কবিৰ বিশেষত্ব। দুৱৰা কবিৰ প্ৰকৃতিও সৰ্বসাধাৰণ কবিৰ লগত নিমিলে। তেও যিবোৰ কবিতা লিখিছিল সেইবোৰ আছিল তেওৰেই হৃদয় বীণত ঝঙ্কাৰিত হোৱা নিজা সুৰ এই সুৰবোৰক বাঙ্ময় ৰূপ দিছিল কেৱল তেওৰ কাৰণেই। কবি হিচাপে নিজকে লোক সমাজত প্ৰকাশ কৰিবলৈ দুৱৰাই কবিতাবোৰ ৰচনা কৰা নাছিল।

দুৱৰাৰ জীৱনটো সৰ্বসাধাৰণৰ দৃষ্টিত সাথৰ স্বৰূপ। চিৰকুমাৰ দুৱৰাই জীৱনত এটা কামকে মাথোন গ্ৰহণ কৰিলে সেইটো হৈছে বিভিন্ন দেশৰ সাহিত্য অধ্যয়ন দুৱৰাৰ কবিতাবোৰেও তেওৰ অধ্যয়নপুষ্ট মনটোৰ পৰিচয় দিয়ে। অহৰহ এইদৰে বিদেশী, বিশেষকৈ ইংৰাজী কবিতাবোৰ অধ্যয়ন কৰা হেতু আৰু বিশেষকৈ শ্যেলীৰ (Shelley) জীৱনৰ সুৰৰ লগত দুৱৰাৰ জীৱনৰ সুৰৰ কিছুদূৰ সাদৃশ্য থকা হেতু ইংৰাজ কবি বিশেষকৈ শ্যেলী (Shelley) আদি কবিৰ প্ৰভাৱ তেওৰ কাব্যৰ ওপৰত লক্ষ্য কৰা যায়।

অগ্ৰৱৰ্তী কবিৰ ৰচনাত পৰৱৰ্তী কবিৰ প্ৰভাৱ পৰাতো একো আচৰিত কথা নহয়। প্ৰভাৱ আৰু অনুকৰণৰ ভিতৰত বৈপৰীত্য বৰ্তমান। অনুকৰণে কোনো কাব্য বা গ্ৰন্থক নিম্ন পৰ্যায়বিশিষ্ট কৰে কিন্তু প্ৰভাৱে ইয়াৰ বিপৰীত কাৰ্য সম্পাদিত কৰে। দুৱৰাৰ কাব্যত প্ৰভাৱ আছে যদিও ই অন্ধ অনুকৰণ নহয় নাইবা এই প্ৰভাৱে দুৱৰা কাব্যৰ প্ৰকৃত সৌষ্ঠৱ কোনো প্ৰসঙ্গতে ব্যাহত কৰিব পৰা নাই। সেয়ে দুৱৰা কাব্যত ‘অজীৰ্ণতা দেখিবলৈ পোৱা নাযায়। দুৱৰাৰ অনুবাদমূলক যি কেইটা কবিতা আছে সেই কেইটা কবিতাৰ সাজ সজ্জা ৰীতি নীতি এনে ধৰণে সুসজ্জিত কৰি দিছে যে এই কবিতাকেইটা বিদেশী কবিতাৰ অনুবাদ বুলি ধৰিব নোৱাৰি।

দুৱৰাৰ আপোন সুৰ নামৰ কবিতা পুথিখনৰ কেইটিমান কবিতা অনুদিত আৰু কেইটিমান কবিতাৰ ভাব বিদেশী কবিৰ কবিতাৰ ভাবধাৰাত প্ৰভাৱান্বিত। এই অনুদিত বা প্ৰভাৱান্বিত কবিতাবোৰ বিশেষভাৱে অধ্যয়ন কৰিলে ইয়াৰ মূল সম্পৰ্কে অৱগত হ ব পাৰি। সাধাৰণ দৃষ্টিত সেই কবিতাবোৰ অনুদিত নাইবা প্ৰভাৱান্বিত কবিতা যেন নালাগে বৰং সেইবোৰ মৌলিক কবিতা যেনহে লাগে।

আত্মমুখী দুৱৰাই, নিজ জীৱনৰ সুৰৰ বিষয়ে কবলৈ গৈ আপোন সুৰ নামৰ কবিতাটিত জগতৰ ৰীতি নীত আৰু নিয়তিৰ নিষ্ঠুৰ শাসনৰ বিষয়ে এইদৰে কৈছে

হহা কন্দা জগতৰ ৰীতি চিৰন্তন
বিষাদত উলাহৰ গান,

পোহৰত আন্ধাৰৰ অন্ধ আৱৰণ
নিয়তিৰ বিচিত্ৰ বিধান।

এই কবিতাংশ ছেলীৰ (Shelley) কবিতাৰ প্ৰভাৱ পৰা যেন অনুমান হয়।

আপোন সুৰ ৰ দ্বিতীয় কবিতা ‘পাহৰা সুৰ নামৰ কবিতাটিত পাহৰা সুৰৰ সন্ধান কৰি কবিয়ে ক তো নাপাই জীৱনৰ মাজ পথাৰত বহি নিৰলে তেওৰ জীৱনৰ সুখ দুখৰ বিষয়ে ভাবিছে। কবি যদিও জীৱনৰ দুখ বেদনা আদিৰ দ্বাৰা ক্ষত বিক্ষত হৈ পৰিছে, তত্ৰাচ জগতৰ যিবোৰ চিৰন্তন আৰু অনিৰ্বচনীয় সৌন্দৰ্য সেইবোৰক তেও অস্বীকাৰ কৰিব পৰা নাই কিন্তু পোহৰৰ বিদায় আৰু অন্ধকাৰৰ আগমনিৰ লগে লগে কবিৰ জীৱনৰ সুখ শান্তি শেষ হৈ গ ল তাৰ ঠাইত কল্লোলিত হৈছে মাথোঁ বিষাদ বিননি। দুৱৰাৰ কবিতাৰ এই ভাবৰ লগত ওৱৰ্ডছ্ৱৰ্থৰ (Wordsworth) কবিতাৰ মিল আছে।

কবিৰ শৈশৱকালৰ অময়া ভাব অনাবিল হাঁহি স্বৰ্গীয় সুখ অবিমিশ্ৰ শান্তি বৰ্তমান আৰু নাই। বাস্তৱৰ কক্ষ আচৰণত সেই অময়াভাৱ অনাবিল হাঁহি স্বৰ্গীয় সুখ আৰু অবিমিশ্ৰ শান্তি কালৰ বুকুত লয় হৈ গৈছে

তেতিয়াৰে এতিযাৰে হায় কত ব্যৱধান
সৰলতা হাহিসনা সেই সুখো অৱসান।

দুৱৰাৰ এই ভাৱৰ ওপৰত কবি T Moore ৰ The light of other days নামৰ কবিতাৰ প্ৰভাৱ দেখা যায়। যেনে

The eyes that shone
Now dimm d and gone
The cheerful hearts now broken

জীৱনৰ সুৰ নামৰ কবিতাত কবিয়ে বাওনা হৈ চন্দ্ৰলৈ হাতমেলাৰ যি তীব্ৰ বেদনা অনুভৱ কৰিছে সেই বেদনাক Shelley ৰ Desire of the Moth for the star ৰ অৰ্থাৎ চগাটোৰ তৰাটোলৈ আশা কৰাৰ লগত তুলনা কৰিব পাৰি।

জীৱনৰ সুৰ নামৰ কবিতাত প্ৰেমৰ যি ব্যৰ্থ পৰিণতি পল্লৱিত হৈছে ইযাৰ লগত Thompson ৰ কবিতাৰ ভাবৰ সাদৃশ্য আছে। যেনে

Nothing begins and nothings ends
That is not paid with a moan
For we are born in others
And parish in our own

পুৱতি নিশাৰ মলয়াৰ দৰে স্নিগ্ধ প্ৰেমৰ সপোন আঁতৰি যোৱাৰ লগে লগে প্ৰাণৰ প্ৰতিমাও আঁতৰি গ ল। কবিক দুখ ভাগৰ শোক নৈৰাশ্যই আৱৰি ধৰিছে। আমনি লগা কান্দোনৰ ধ্বনিয়ে কবিৰ অন্তৰ ক্ষত বিক্ষত কৰিছে। জগতখন কবিৰ মানত নিকুটুমীয়া। এনে ভাবৰ ৰূপায়ণ পৰিদৃষ্ট হয় দুৱৰাদেৱৰ তোমালৈ নামৰ কবিতাটিত। তোমালৈ নামৰ কবিতাটিত যি কাতৰতা প্ৰতিধ্বনিত হৈছে, সেই কাতৰতাৰ লগত Shelley ৰ Dejection Near Naples ৰ লগত তুলনা কৰিব পাৰি।

এই কবিতাটিৰ শেষৰ কলিটোৰ লগত Shelley ৰ Lines to an Indian Air কবিতাৰ মিল আছে। যেনে

দুৰৰা

মোৰ যক তোমাৰ বুকুতে
অন্তহীন সুৰ বিষাদৰ
হাহি মুখে মাগিলো মেলানি
তুমি মোৰ প্ৰতিমা প্ৰাণৰ

Shelley

The Nightingale s complaint
It dies upon her heart
As I must on thine
Oh beloved as thou art
Oh left form the grass
I die ! I faint ! I fail
Let thy love in kisses rain
On my lips and eyelids pale

দুৰৰাৰ মিলন নামৰ কবিতাটিৰ বিষযবস্তুৰ ওপৰত পাৰশ্য কবি হাফেজৰ আৰু লগতে Shelley ৰো প্ৰভাৱ পৰিছে। Shelley ৰ নিচিনাকৈ বতাহৰ ওচৰত কবিয়ে আবেদন কৰিছে। মিলন কবিতাত প্ৰতিফলিত হোৱা প্ৰেম মাটিৰ পৃথিৱীৰ ধূলিৰ ধৰণীৰ প্ৰেমতে সীমিত হৈ থকা নাই ই Transcendental love লৈ ৰূপান্তৰিত হৈছে। এই প্ৰেমে স সাৰৰ ধূলি বালি জোকাৰি দেশ কাল পাত্ৰ অতিক্ৰম কৰি প্ৰেমময়ৰ চৰণ স্পৰ্শ কৰিবলৈ উদ্বেলিত হৈছে। দুৰৰাৰ মিলন কবিতাত উন্মেষ হোৱা এই Transcendental love চিত্ৰনত হাফেজৰ প্ৰভাৱ স্বীকাৰ্য। এই কবিতাটিৰদ্বাৰা দুৰৰা কবিক অতীন্দ্ৰিয প্ৰেমিক (Mystic lover) কবি স্বৰূপে লগ পাও।

দুৰৰাৰ নাৰৰীযা (ক) কবিতাত কবিযে নিজকে মহান প্ৰেমিক স্বৰূপে যিদৰে চিত্ৰিত কৰিছে সেই প্ৰসঙ্গত দুৰৰাক (Shelley) ৰ দ্বাৰা প্ৰভাৱান্বিত হোৱা দেখা যায। দুৰৰা কবিযে ধূলি ধূ সৰিত মাটিৰ পৃথিৱীৰ মানৱ সমাজত যি প্ৰেম প্ৰণয আৰু স্নেহ ভাল পোৱা লক্ষ্য কৰিছে তাত কোনো সত্যতা নাই ই মৰুভূমিৰ মৰীচিকা সদৃশ অলীক। সেই কাৰণে কবিযে মানুহৰ প্ৰেম প্ৰীতিৰ সম্পূৰ্ণভাৱে আস্থা হেৰুৱাই পেলাইছে আৰু গোটেই জগতকে ভাল পাবলৈ কামনা কৰিছে। কবিৰ ভাষাত

জগতক ভাল পাও জগততে ফুৰোঁ
সকলোটি মোৰ প্ৰিয়জন।
ধন সোণ দেখি মোক একোকে নেলাগে
যি আছে তাতেই সুখীযা।
আহিছিলো শুদা হাতে যামো শুদা হাতে
ধন বস্তু মাথোঁ দুদিনীয়া!

দুৰৰা কবিৰ এই ভাবৰ লগত Shelley ৰ কবিতাৰ মিল দেখা যায়। যেনে

I love all that lovest
Spirit of Delight
The fresh Earth in new leaves drest
And the stary night
Autumn evening and the moon
When the golden mists are born
I love snow and all forms
of the radiant frest
I love weaves and wind and
Everything a lust
Which is Nature s and may be
Chestained by man s misery

দুৱৰাৰ নাৱৰীয়া (খ) নামৰ কবিতাটি ইংৰাজ কবি টেনিছনৰ (Tennyson) Crossing the Bar নামৰ কবিতাটিৰ মুকলি ভাঙনি। অৱশ্যে দুৱৰাদেৱৰ কলিজাৰ কেচা তেজৰ স্পৰ্শত কবিতাটি মৌলিক কবিতাৰ সৌন্দৰ্যবিশিষ্ট হৈছে। অনুবাদৰ ক্লিষ্টতা ইয়াত অনুভৱ কৰা নাযায়। যেনে

দুৱৰা
মাৰ গলে ৰঙা বেলি সৰু তৰাটিয়ে
দিয়ে মোক সাদৰৰ শেষ আবাহন
ওলাম যেতিয়া মই সাগৰৰ পিনে
নুশুনো ঘাটত যেন করুণ কান্দোন।

Tennyson
Sun set and evening star
And one clean call for me
And may there be no moaning of the bar
When I put out to sea

দুৱৰা
আহক বিশাল ঢৌ স্থিৰ গতিহীন
উথলি উঠক নীৰৱ নিমাত
আনিলে যি ঢৌৱে মোক অনন্তৰ পৰা
ৰঙমনে ঘৰলই উটি যাম তাত।

Tennyson
But such a tide as moving seems asleep
Too full for sound and foan
When that which drew from out
The boundless deep
Thus again home

দুবৰা
সন্ধিয়াৰ ডবা শঙ্খ তাৰ পাছে ধীৰে
ঢাকিব ধৰণীখনি আন্ধাৰে তেতিয়া
বিদায়ৰ বেথা যেন নেথাকে অকণো
মেলানিৰ নাওখনি মেলিম যেতিয়া।

Tennyson

Twilight and evening bell
And after that the dark
And may there be no sadness of farewell
When I embark

দুৰবা

দেশকাল সময়ৰ সীমা হেৰুৱাই
সোতে যদি নিয়ে মোক বহু দূৰলই
ভয় নাই, নাৱৰীয়া বহি কাষতেই
নাওখনি নিব মোৰ নিজ দেশলই।

Tennyson

For this from out our bounne of time and place
The flood may bear me far
I hope to see my pilot face to face
When I have crosse the bar

টেনিছনৰ পাইলট জনে দুৰবাৰ কবিতাত নাৱৰীয়া ৰূপে ধৰা দিছে। দুৰবাৰ নাৱৰীয়া নিয়া নাও বাই কবিতাত টেনিছনৰ pilot কবিতাৰ প্ৰভাৱ পৰা দেখা যায়।

দুৰবাৰ 'সুখৰ সপোন নামৰ কবিতাটি Shelley ৰ The Spirit of Delight নামৰ কবিতাটিৰ ছা লৈ লিখা হৈছে

Shelley

I love all that lovest
Spirit of Delight
The fresh Earth the new leaves dust
And the stary night,
Autumn evening and the moon
When the golden mists are born
I love snow and all forms
of the rediant frost
I love waves and wind and storm
Everything a lust
Which is Nature s and may be
chestained man s misery

দুৰবা

বৰ ভাল পাও সেই শুৱনি ধৰণী
সূৰুযৰ সোণালী কিৰণ
গছৰ তলত কোনে বাহীটি বজাই
দূপৰত হৰে মোৰ মন।
অকলে পঁজাত বহি চাও হেপাহেৰে
তৰা বচা সৰগ ফুলনি
নিজম ৰাতিত শুনো তটিনী বুকুত
কুলু কুলু মধুৰ ৰাগিণী।
ভাল পাও শৰতৰ শুকুলা ডাৱৰ
বসন্তৰ প্ৰেমৰ সপোন

বতাহে বিলাই ফুৰা নতুন বাতৰি
জগতৰ নতুন জীৱন।
ভাল পাও বাৰিষাৰ মেঘৰ গাজনি
ধাৰাসাৰে বৰষুণ পৰা
বিধাতাৰ আশীৰ্বাদ ধৰণী বুকুত
ব ই অহা করুণাৰ ধাৰা।
ভাল পাও জা'ৰ কালি জীৱন সন্ধিয়া
জুহালৰ কাষ চাপি বহা
নেদেখা দেশৰ পৰা বিদায় সঙ্গীত
শূন্যে শূন্যে শুনো উটি অহা।
ভাল পাও অসীমত নাওখনি মেলি
যাবলই কুৱলী আঁৰত
নজনা নুশুনা সেই অচিন বাটেদি
সাজু হৈ তোমাৰ লগত।

দুৱৰাৰ সপোনৰ সুৰ নামৰ কবিতাটি Shelley ৰ Mutability ৰ মুকলি ভাঙনি। যেনে

দুৱৰা

আজি মোৰ হহা ফুল পাহি
কালিলৈ লেৰেলি শুকায
আজি যাক বুকুৰে সাৱটো
কালিলৈ কেনিবা পলায।

Shelley

The flower that smiles to-day
Tomorrow dies
And that we wish to stay
Tempts and then flies

দুৱৰা

স সাৰৰ সুখ ৰাশি কত ?
খন্তেকীয়া বিজুলী পোহৰ
আজি মাথোঁ মিচিকিয়া হাহি
কালিলৈ ধেমালিৰ ওৰ।

Shelley

What is this world s delight
Lighting that mocks the night
Brief even as bright

দুৱৰা

ভাল পোৱা হাহি উঠা কথা
মৰমৰ বিচনী আঁৰত
বিশ্বাসৰ নিজৰা শুকায়
নিৰাশাৰ ৰ দৰ তাপত।

Shelley

Virtue how fall it is
Friendship how rare
Love how it is sells poor bliss
For proud despair
But we though soon they fall
Survive their joy and all
Which ours are call

দুৰৰা

সেউজীয়া প্ৰকৃতি বুকুত
ফুলে ফুল ফুলনি শুৱাই।
মিঠা সুৰে বাহী বাই কোনে
সপোনৰ মায়াজাল মাৰে
নিমিষতে পোহৰ পলায়
চকুজুৰি মুদ খাই পৰে।
অন্তৰৰ প্ৰেম পুতলীয়ে
সপোনতে চেনেহ যাচিব
দেখা দেখা সুখৰ সপোন
সাৰ পাই কান্দিব লাগিব।

Shelley

Whilst skies are blue and bright
Whilst flowers are gay
Whilst eyes that change are night
make glad the day
Whilst yet the calm tours creep
Dream thou and from they sleep
Then wake to weep

দুৰৰাৰ সোণোৱালী বালিৰ এমুঠি নামৰ কবিতাটি Edgar Allan Poe ৰ A dream within a dream নামৰ কবিতাটিৰ ভাঙনি। যেনে

A dream within a dream
Take this kiss upon the braw
And in parting from you now
Thus much let me avow
You are not wrong who deem
That my days have been a dream
Yet if hope has flown away
In a night or in a day
In a vision, or in a none
Is it, therefore the less gone ?
All that we see or seen
Is but a dream within a dream
I stand a mid the roax
of a surf formented shore

And I hold within my hand
Grains of the golden sand
How few ! yet how they creep
Through my fingers to the deep
While I weep ! while I weep
O God ! can I not grasp
Then with a fighter charp ?
O God ! can I not save,
One from the pitiless wave ?
Is all that we see or sum
But a dream within a dream ?

(১)

দুৱৰা

চেনেহৰ চুমাটি যাচোতে
হেপাহেৰে সাৱটি হিয়াত
সচা কথা কলা যে সাদৰী
আজি এই বিদায় বেলাত।

(২)

জগতত আছিলা অকলে
কাকো তুমি নেপালা আপোন
তোমাৰ ই জীৱনৰ ধাৰা
এটি মাথোঁ নিৰাশা সপোন।

(৩)

যদিওবা আশা উৰি গ ল
সূৰুযৰ সোণালী কাডত
নহলেবা নিশাৰ আন্ধাৰে
লুকুৱাই ৰাখিলে আঁৰত।

(৪)

সুদূৰৰ এছাটি বতাহে
যদি তাক দিয়ে উকৱাই
ব ই থকা কালৰ সোঁতত
কিবা জানো চিন ৰাখি যায় ?

(৫)

অনন্ত সাগৰ পাৰত
আছো অকলই থিয় হ ই
সোণোৱালী বালিৰ এমুঠি
হাতৰ মুঠিতে আছো ল ই।

(৬)

বালিকণা জুৰ জুৰ কৰি
সৰে আঙুলিৰ সুৰুঙাই
বন্ধামুঠি বন্ধাতে থাকিল
বালি মোৰ কেনি উৰি যায় ?

(৭)

মুঠি মোৰ টান কৰি পুনু
বেজাৰতে কতনো কান্দিলোঁ
কত মোৰ প্ৰাণৰ মিনতি
সাগৰৰ উদ্দেশ্যে পঠালো।

(৮)

তথাপিতো এটি বালিকণা
নেথাকিল হাতৰ মাজত
সচাঁকৈয়ে কবানে লাহৰী
ইকি মোৰ নিজৰ দোষত ?

(৯)

পাৰোতেনো কও বেজাৰেৰে
সমুখত মাযাৰ সপোন।
ছ্যামযা পুতলাৰ নাচ
সপোনতে দেখিছো সপোন।

দুৱৰাৰ চকুলো নামৰ কবিতাটি টেনিছনৰ Tears Idle Tears ৰ ভাঙনি। অৱশ্যে টেনিছনৰ কবিতাৰ গভীৰতা বিশালতা আৰু মহত্ব দুবৰাৰ চকুলো নামৰ কবিতাটিত দেখা নাযায়।

দুৱৰা

কোন সুদূৰৰ সপোন পুৰীৰ
বিৰহ বাতৰি লই
চকুলো দুধাৰি পৰিছে বাগৰি
বুজিব নোৱৰাকই।
বুকুৰ মাজত আশা নিৰাশাৰ
গুপুত বেথাৰ বাণী
হেৰোৱা মাধুৰী দূৰ অতীতৰ
ধৰিছে আগত আনি।
শৰতৰ শেৱালি সৰে তল ভৰি
বুটলি আনোতা নাই
নতুন ধাননি সেউজীয়া বোলে
বতাহে বোলাই যায়।

চাওতে চাওতে তাহানিখনৰ
ছবিটি আগতে ভাহে
ল ৰালি কালৰ সোণোৱালী সপোন
আৰু কি দুনাই আহে।

Tennyson

Tears idle tears I know not what they mean
Tears from the depth of some divine despair
Rise in the heart and gather to the eyes
In looking on the happy Autumn fields
And thinking of the days that are no more

দুৱৰা

নতুন পুৱাৰ নতুন কিৰণ
জিলিকে জগত জুৰি
নতুন বেশেৰে আহিছে আলহী
আনিছে সাদৰ কৰি।
হাহি ধেমালিতে গোটেই দিনটি
কেনিনো আঁতৰি গ ল
সন্ধিয়া নামিলে আলহী উঠিলে
যাবৰো সময হ ল।
সূৰুযৰ শেষ হেঙুলী ৰহণ
আন্ধাৰে আবৰি ধৰে
আৰু কি যাবি অচিন আলহী
চকুলো বাগৰি পৰে।

Tennyson

Fresh is the first beam glittering on a sail
That brings our friends up from the under ground
Sad as the last which reddens over one
That sinks with all we love below the verge
So sad so fresh the days that are no more

# আত্মমুখী দুৱৰা

## ডঃ নবীনচন্দ্র শৰ্মা

যতীন্দ্রনাথ দুৱৰাদেৱ নি সন্দেহে বিংশ শতিকাৰ শ্রেষ্ঠ অসমীয়া গীতি কবি। তেখেতৰ কৱিতাৰ মূল্য সংখ্যাসাপেক্ষ নহয় গুণসাপেক্ষহে। আজন্ম কাল যদিও তেওঁ কৱিতা সাধনাকে জীৱনৰ প্রধান ব্রত স্বৰূপে গ্রহণ কৰিছিল তত্রাচ তেওঁৰ কবি জীৱনৰ অৱদান সংখ্যাৰ দ্বাৰা নির্ণয় কৰিব নোৱাৰি কবিত্বৰ দ্বাৰাহে পাৰি। দুৱৰাৰ মৌলিক কৱিতাৰ পুথি হ ল তিনিখন[১] — (১) আপোন সুৰ (২) বনফুল আৰু (৩) মিলনৰ সুৰ। ওমৰ তীৰ্থ ওমৰ খায়ামৰ ৰুবায়তবোৰৰ প্রাঞ্জল ভাঙনি আৰু কথা কবিতা খনো তেওঁৰ মৌলিক ৰচনা।

দুৱৰা কবি প্রেমৰ কবি। কবি দুৱৰা সৌন্দৰ্যৰ উপাসক। তেওঁ প্রেমৰ পূজাৰী। প্রকৃতপক্ষে প্রেম আৰু সৌন্দৰ্যৰ ভিতৰত কোনো পাৰ্থক্য নাই। সৌন্দর্য আৰু প্রেম, দুয়োটাৰ ভিতৰত এক ঘনিষ্ঠ সম্পৰ্ক বৰ্তমান। সেযে আমি যতেই সৌন্দর্য পৰিস্ফুট হোৱা দেখিবলৈ পাও ত তেই প্রেমৰ বিকাশ দেখিবলৈ পাও। সৌন্দৰ্যৰ উপাসক প্রেমৰ কবি দুৱৰাই যৌৱনৰ সাগৰ তীৰত জীৱনৰ এটি শুভ মুহূৰ্তত এদিনাখন কোনোবা জোনাক নিশা সপোনৰ মানস প্রতিমাক দেখিছিল অর্থাৎ প্রেম আৰু সৌন্দর্যই কবিক শৰীৰী হৈ ধৰা দিছিল। কবিয়ে সেই মুহূৰ্তৰ সেউজীয়া স্মৃতি সজীৱ কৰি ৰাখিব বিচাৰিছিল। যিদিনা তেওঁৰ জীৱনত প্রণযৰ অৰুণ উদয হৈছিল সেই মধুৰ ক্ষণৰ প্রেম আৰু সৌন্দৰ্যৰ স্মৃতি সজীৱ কৰি ৰাখিবলৈ কবিযে কৰিছিল কামনা আৰু তাৰবাবে কবিয়ে দেখিছিল সপোন কিন্তু কবিৰ সপোন সপোনতেই থাকিল। কবিযে প্রেমৰ যি সপোন দেখিছিল সেই সপোন যাউতিযুগীযা কৰি ৰাখিবৰ বাবে প্রয়াস কৰিছিল। কবিৰ কামনা কবিৰ বাসনা অর্থশূন্য হ ল। কবিযে দেখিলে যে তেওঁ যি সপোন বাস্তৱত ৰূপ দিবলৈ সচেষ্ট হৈছিল সেই চেষ্টা সম্পূর্ণ অসাৰ কবিযে টোপনিৰ পৰা সাৰ পোৱাৰ নিচিনাকৈ উঠি দেখিলে যে তেওঁৰ জীৱনৰ পৰা কোনোবা কেনিবাদি ক ৰবালৈ গুচি গ ল। সেইদিনাৰ পৰাই আৰম্ভ হ ল কবিজীৱনৰ বিষাদ বেদনা। এই বেদনাই কবিৰ সমগ্র জীৱন নিয়ন্ত্রিত কৰিবলৈ ধৰিলে। কবি জগতত অকলশৰীয়া কবিয়ে জগতৰ পৰা যি আশা কৰিছিল তাক নেপাই আশাভঙ্গৰ পোৰণি প্রত্যাখ্যানৰ নিদাৰুণ মৰ্ম্মাঘাত ব্যৰ্থ জীৱনৰ অকলশৰীয়া অসহায়তা আৰু অতৃপ্তিৰ দীর্ঘশ্বাসৰ হেতু কবি নিজৰ ভাৱতে নিজে উন্মনা হৈ, তেওঁৰ কৱিতা তেওঁৱেই ৰচিছে আৰু তেওঁৱেই শুনিছে। বহল জগতত হয়তো কবিৰ গান শুনিবলৈ কোনো নাই। সেই কাৰণেই কবিয়ে পাহৰণিৰ অতল গৰ্ভত আত্মবিলোপ কৰিবলৈ চেষ্টা কৰিছে। 'কবিয়ে জীৱনৰ দুখ আৰু ব্যর্থতাৰ সমাধান কৰিব খুজিছে এক নতুন উপায়েৰে আৰু সেই একেটা উপায়েৰেই হেৰোৱা সপোন ঘূৰাই উপলব্ধি কৰিবলৈ চেষ্টা কৰিছে। লোক বিস্মৃতিৰ অন্তৰালত আত্ম গোপন কৰাই সেই নতুন উপায়। কবিৰ মানত স্মৃতিসমূহ, শ্মশানৰ নিচিনা। শ্মশানৰ মূক নীৰৱতা আৰু ভয়াবহতাই কবিক আত্মকেন্দ্রিক কৰি তুলিছে আৰু

---

১ *মৰণোত্তৰ হিচাপে দুৱৰাৰ কবিতাৰ পুথি এখন ছপা হৈছে নাম মৰমৰ সুৰ।*

এই আত্মকেন্দ্ৰিকতাই তেওক আত্মমুখী কৰি তুলিছে।

কবিৰ প্ৰথম কৱিতা পুথিখনৰ নামকৰণ কৰা হৈছে আপোন সুৰ । ইয়াৰ দ্বাৰা কবিয়ে কব বিচাৰিছে যে জীৱন সমুদ্ৰ মন্থনত যিবোৰ তেও অভিজ্ঞতা লাভ কৰিলে তাকেই ৰূপায়িত কৰিছে, আপোন সুৰ নামৰ কবিতা পুথিখনত। নিজ অন্তৰৰ আকুল সুৰৰ প্ৰতিধ্বনি ঝঙ্কাৰিত হোৱাৰ কাৰণেই কবিয়ে কবিতা পুথিখনৰ নাম দিলে আপোন সুৰ । সেইদৰে তেওৰ দ্বিতীয় কৱিতাৰ পুথি বনফুলে ও কবিৰ আত্ম মুখী মনোভাৱ বা স্বভাৱৰ স্পষ্ট ইঙ্গিত দিয়ে। সমাজ সংসাৰত নিকুটুমীয়া হৈ বা সম্বন্ধ হেৰুৱাই কবিয়ে বননিত ফুলি থকা অনাদৃত এপাহি বনফুল ৰূপে জগতক পৰিচয় দিব বিচাৰিছে। সাগৰৰ ঢৌ সাগৰৰ বুকুত কল্লোলিত হৈ সাগৰৰ বুকুতে মাৰ যোৱাৰ দৰে কবিৰ অন্তৰ ৰাজ্যৰ ভাৱ অন্তৰতে উদয় হৈ অন্তৰতে মাৰ যায়। নিজ অন্তৰত উদয় হোৱা এই ঢৌবোৰৰ অংশ তেও আনক দিব নোখোজে বা তেওৰ বতৰা আনক দিবলৈ ইচ্ছা নকৰে। সেয়ে তেও অকলে আপোন মনে নিৰলাত বহি, নিজানৰ গান ৰচিবলৈ কামনা কৰে। এই নিজানৰ গানৰ সুৰ হ ল তেওৰ নিজৰ। তেও কৈছে—

অকলে আপোন মনে বহি নিৰলাত
ৰচো মই নিজানৰ গান
সঙ্গিহীন বিহগীৰ আকুল সুৰত
আকাশত ভাহি উঠে তান। (আপোন সুৰ)

ঘনে ঘনে অন্তৰ কপাই বাজি উঠা অভিমানী আপোন সুৰবোৰো হ ল কবিৰ গান আৰু সেই গানৰ সমষ্টিয়েই হ ল— আপোন সুৰ ।

কবিয়ে তেওৰ মানস প্ৰতিমাক পৰ্ব্বত— ভৈয়াম মানুহৰ ঘৰ পথাৰ হাবি বননি আদি সকলোতে বিচাৰি চলাথ কৰিলে তথাপি সেই হেৰোৱা সম্পদ প্ৰথম দৰ্শনতে লাভ কৰা শৰীৰী প্ৰেম আৰু সৌন্দৰ্য বিচাৰি নেপালে। এইদৰে তেওৰ হেৰোৱা সমল বিচাৰি ফুৰিও ক তো নেপাই জীৱনৰ শেষ দিন গণি গণি অকলশৰীয়াকৈ জীৱন পথত অগ্ৰসৰ হৈছে।

দিনে দিনে দিন গণি অকলে আপুনি মাথো
আগুৱাও জীৱন পথত। (অৱসান)

বেদনাহত জীৱনৰ প্ৰতিধ্বনিবোৰেই হৈছে কবিৰ জীৱনৰ সুৰ। তেও অকলশৰীয়া। তেওৰ জীৱনত এনে এটি দিনৰ আগমনি হৈছিল যিদিনা অন্তৰৰ সুৰে অন্তৰৰ নিৰ্জনতাত অসহনি লাগি জগত ৰঙোৱা অৰুণক সাৱটিবলৈ ঢাপলি মেলিছিল কিন্তু বিধতাই তেওৰ কপালত আঁকি দিলে দুখৰ বেদনা। সেই দুখৰ বেদনাকে লৈ কবিয়ে গীত ৰচনা কৰে আৰু অকলশৰীয়াকৈয়ে সেই গান শুনে। নিকুটুমীয়া কবি জগতত মৰম স্নেহৰ পৰা বঞ্চিত হৈ অলশৰীয়াকৈয়ে সংসাৰ পাতিছে তাতেই তেও অকলে ওমলিছে আৰু অকলশৰীয়াকৈয়ে তেওৰ শূন্য মন্দিৰত হৃদয়ৰ ভাৱবোৰ যাচিছে

অকলই ওমলো জামলো
অকলই পাতিছো সংসাৰ।

অকলই শূন্য মন্দিৰত
যাচো মোৰ হৃদয় সম্ভাৰ। (জীৱনৰ সুৰ)

কবিৰ হৃদয়ৰ সুৰবোৰে সূৰ্য চন্দ্ৰ আৰু তৰাৰ ওচৰত প্ৰেম নিবেদন কৰিবলৈ গৈ বিষাদ বিমন আৰু আশা ভঙ্গৰ তীব্ৰ পোৰণিত ক্ষত বিক্ষত হৈ ব্যৰ্থ প্ৰেমৰ কাহিনী জগতৰ সুৰবোৰৰ ওচৰত ব্যক্ত কৰিছে, লগে লগে গোটেই পৃথিৱীতে যেন কবিৰ বেদনা সিক্ত সুৰবোৰ বাষ্প হৈ পৰিল। কবিয়ে দেখিছে কবিৰ লগে লগে যেন গোটেই প্ৰকৃতিখনেই ব্যৰ্থ প্ৰেমৰ কাহিনী আৰু দীৰ্ঘশ্বাসকেই প্ৰকাশ কৰিছে। প্ৰেমাভিমান পৌন পৌনিকভাৱে ব্যৰ্থ হোৱা হেতু কবিৰ অন্তৰত বিষাদ বিননিবোৰ নিগৰি সৃষ্টি হৈছে তেওঁৰ কবিতাবোৰৰ। আনকি জগতৰ কোনো ঠাইতেই কবিৰ সুৰে নেপালে স্থান সেইবাবে কবিৰ অন্তৰতে সেই বিষাদ প্ৰৱণ সুৰবোৰে সৃষ্টি কৰিছে, বিষাদ ৰাগিনী আৰু ব্যৰ্থতাৰ মৰ্ম্মভেদী দীৰ্ঘ শ্বাস। এই বিষাদ ৰাগিণী আৰু দীৰ্ঘশ্বাসতো আত্মমুখী মনোভাৱৰ প্ৰলেপ সনা আছে।

'অন্তৰতে বহি মোৰ নিতে
বিষাদৰ বাহীটি বজায়॥

কবি জীৱনৰ মোহৰ প্ৰতি উদাসীন। সংসাৰৰ সৈতে কোনো সম্বন্ধ নৰখাকৈয়ে অনন্তৰ উদ্দেশ্য থিয়াই, সংসাৰ সাগৰত নিৰৱচ্ছিন্ন গতিত জীৱন নাও এৰি দিছে। সেইবাবে কবিয়ে নিজকে নাৱৰীয়া বুলি কৈছে। নাৱৰীয়াৰূপী কবিয়ে জগতৰ মায়াৰ বান্ধোন সুখ সম্পদ পৰিহাৰ পূৰ্ব্বক আগবাঢ়ি গৈ আছে। কবিয়ে দেখিছে যে গোটেই জগত জুৰি চাৰিওফালে আনন্দ আৰু হাহিৰ উচ্ছ্বাস কিন্তু জগতৰ এই হাহি আৰু আনন্দৰ উচ্ছ্বাসিত তেওহে অকল যোগ দিব পৰা নাই। কবিয়ে নিজকে অসীমৰ সীমাৰ মাজত ঘূৰি ফুৰা পথিক বুলি কৈছে

পথৰ পথিক মই ফুৰো ঘূৰি ঘূৰি
অসীমৰ সীমাৰ মাজত।

আপাত দৃষ্টিভঙ্গীত কবিক অকলশৰীয়া যেন অনুমান কৰিলেও কবিয়ে নিজকে অকলশৰীয়া বুলি নেভাবে। তেও কৈছে যে তেওৰ জীৱনত লগৰীয়া স্বৰূপে মানৱ সমাজক নেপালেও পশু পক্ষী চৰাই চিৰিকটি গছ লতা আদি প্ৰকৃতিৰ বিভিন্ন সমলবোৰেই তেওৰ মৰমৰ লগৰীয়া। অৰ্থাৎ কবিয়ে সমাজ সংসাৰৰ লগত সম্বন্ধ হেৰুৱাই প্ৰকৃতিৰ লগত নিবিড় অন্তৰঙ্গতা স্থাপন কৰিছে। কবিয়ে কেৱল নিজক লৈয়েই ব্যস্ত আৰু তেও যে কেবল নিজৰ মানসিক ৰাজ্যখনতে বিচৰণ কৰি থাকে তাৰ ইঙ্গিত তেও দিছে।

গই থাকো নিজমনে নাও বাই বাই
কাতি হও যতে ৰাতি হয়।

কবিয়ে জীৱনৰ নতুন পুৱাৰ পৰশ পাবলৈ আৰু আশা কৰা নাই। সেই কাৰণেই কবিয়ে মানৱ সমাজৰ পৰা সম্পূৰ্ণ ভাৱে আঁতৰি থাকিব বিচাৰে এনে এখন ৰাজ্যত য ত জাগতিক দুখ কষ্ট শোক ক্ৰন্দন ফাকি ফুকা একো নাই। তেও কৈছে—

নিজৰ পজাত নতু গছৰ তলত
থাকো মই মুকলিমূৰীয়া
ফাকি ফুকা য ত নাই আৰু নাই য ত
সমাজৰ কঠোৰ শাসন
সেয়ে মোৰ থকা ঠাই জগতত
সেই ঠাই অতি নিৰজন। (নাৱৰীয়া (ক))

কবিৰ জীৱনৰ আশা আকাংক্ষাবোৰ যদিও এই মাটিৰ পৃথিৱীত ধূলিৰ ধৰণীত পূৰণ নহ ল তথাপি তেও আশা কৰে যে কোনোবা এদিন তেওৰ সেই অপূৰণ আশাবোৰ পূৰণ হ ব। লোক সমাজৰ অন্তৰালতহে সেই আশাবোৰ পূৰ্ণ হ ব বুলি কবিয়ে আশা কৰে। তদৰ্থে তেও নজনা দেশৰ পিনে নতুন আশাত নাওখনি এৰি দিছে। কবিৰ এই যাত্ৰাত কোনো লগৰীয়া নাই। তেও নিজৰ ভাৱতে উন্মনা হৈ দুৰ্বাৰ সোঁতত আগুৱাই গৈয়ে আছে। যি সোতত কবিৰ নাও উটি গৈ আছে সেই সোঁতটি নিতাল সেই সোঁত জগতৰ হাহি কান্দোনৰ পৰা যেন বহু আঁতৰত। সেই নিতাল সোঁতত নীৰৱে পৰা জোনৰ জ্যোতি লৈ কবিৰ নাও নীৰৱেই আগবাঢিছে। স সাৰত তেওৰ আপোন বুলিবলৈ কোনো নাই সেই কাৰণেই তেও কোনোবা নিজান জনশূন্য ৰাজ্যলৈ তেওৰ জীৱন নাও নীৰৱ ভাবেই এৰি দিছে

'নীৰৱে গৈছে নাও নিতাল সোঁতৰ সতে
নীৰৱে জোনৰ জ্যোতি পৰিছে মুখত।। (নাৱৰীয়া (খ))

মৰম আকলুৱা দৰদী কবিয়ে প্ৰণয়ৰ অৰুণ উদয়ৰ সময়তেই জগতৰ মাজত মৰম বিচাৰি ফুৰিছিল আনকি সেই মৰমৰ কাৰণেই দূৰৰ ছবিটো হৃদয়ত সাৱটি ধৰি নিজকো পৰ কৰি দিলে। এইদৰে জগতত মৰম বিচৰাৰ প্ৰতিদান স্বৰূপে তেওৰ ফালে একো নোহোৱা হৈ পৰিল। তেওৰ মৰমৰ জেউতিৰেই হয়তো জগত উজ্বল হৈ উঠিলহেতেন কিন্তু তাৰ পৰিণতি স্বৰূপে জগতে আজি তেওক পাহৰিবলৈ উপক্ৰম কৰিছে। সেয়ে কবিয়ে চিৰ অন্ধকাৰময় পাহৰণি পঁজাত অকলশৰীয়াকৈয়ে জীৱন অতিবাহিত কৰিবলগীয়া হ ল

তোৰ চেনেহৰ জেউতি চৰিল
জগত উজ্বল কৰি
মাথো তোৰ নিজা পাহৰণি পঁজা
ৰ ল আন্ধাৰত পৰি। (মৰম ভিক্ষাৰীলৈ)

দুৱৰা কবিয়ে তেওৰ ব্যথাহত অকলশৰীয়া আৰু বিচ্ছেদ ব্যথিত জীৱনৰ এটি ইঙ্গিত দিছে হেৰোৱা সপোন নামৰ কবিতাটিত। প্ৰকৃতিৰ বুকুৰ অফুৰন্ত সৌন্দৰ্যৰ সমাবেশত কবিৰ চিত্ত আলোড়িত হৈ উঠিছিল কোনোবা এক শুভ মুহূৰ্তত। কবিয়ে প্ৰকৃতিৰ বুকুত মিলন আৰু শান্তিৰ যি সুখ দেখিছিল সেই সুখৰ চিত্ৰটি তেওৰ মনত আঁকি থাকোতেই তেওৰ সপোনৰ মানস প্ৰতিমাই হঠাতে তেওৰ হৃদয়ত দেখা দিছিল। কবিতা ৰাণীৰ মৰমী পৰশত আপোন ভোলা কবিয়ে নিজকে পাহৰি প্ৰেম আৰু মিলনৰ

সপোন দেখিবলৈ ধৰিলে কিন্তু কবিৰ এই মিলন সুখৰ কল্পনা কলিতে নাশ হ ল কবিৰ মানসী প্ৰিয়া কেনিবাদি ক ৰবালৈ গুচি গ ল কবিয়ে মানসী প্ৰিয়াৰ বিৰহত জগতময় অন্ধকাৰ দেখিলে। সেই হেৰোৱা সপোন স্বৰূপ মানসী প্ৰিয়াক কবিয়ে নিজকে পাহৰি স্মৃতিৰে বিমণ্ডিত শ্মশান স্বৰূপ সংসাৰত নি সঙ্গ ভাৱে বিচাৰি ফুৰিছে,

সেইদিনা ধৰি কবি বলিয়া বৰাগী
ঘূৰি ফুৰে স্মৃতি শ্মশানত
বিচাৰি ফুৰিছে সেই হেৰোৱা সোপান
অকলই জগত মাজত। (হেৰোৱা সপোন)

পখিলা নামৰ কৱিতাটিৰ যোগেদিও দুৱৰা কবিৰ আপোন ৰাজ্যৰ বিষয়ে সম্ভেদ পাব পাৰি। কবিৰ জীৱনটোও মোহময়ী ৰমক জমক পখিলা এটিৰ লগত তুলনা কৰিব পাৰি। পখিলা এটিৰ দৰেই কবি অকলশৰীয়া। পখিলাৰ যিদৰে আপোন বুলিবলৈ জগতত কোনো নাই সেইদৰে দুৱৰা কবিৰ আপোন বুলিবলৈ জগতত কোনো নাই। পখিলা এটিৰ দৰেই কবি নিজে ন ন ভাৱত বিভোৰ। পখিলাৰ দৰেই কবিৰ আকাল ভড়াল একো নাই।

মৰতৰ লগত পখিলাৰ যিদৰে কোনো সম্বন্ধ নাই, মৰতৰ বিষাদ বিননিয়ে ঢুকি নোপোৱা এখন ৰাজ্যত যিদৰে পখিলা বাস কৰে তদ্রুপ দুৱৰা কবিৰো তেনে এখন ৰাজ্য চিৰকাম্য—

আলাসতে থাকো মই তাতে ঘৰ বাৰী
মৰতৰ বান্ধ একো নাই
শূন্যত জিলিকি উঠি বিজুলীৰ ৰেখা
শূন্যতেই যেন মাৰ যায়।

কবিয়ে বিজুলীৰ দৰে শূন্যতেই উদয় হৈ, শূন্যতেই মৰহি যাবলৈ প্ৰয়াস কৰে। কবিৰ এই ভাৱক Keats যে কামনা কৰা নাইটিঙ্গেল ৰ বিষাদ-বেদনাপূৰ্ণ মাটিৰ পৃথিৱীৰ লগত সম্পৰ্কহীন ৰহস্য মধুৰ ৰাজ্যৰ লগত তুলনা কৰিব পাৰি।

'শূন্য পৰিচয় নামৰ কৱিতাটিৰ স যোগতো আত্মমুখী দুৱৰা কবিৰ মনোভাৱ আৰু তেওঁৰ যে এখন স্বকীয় ৰাজ্য কল্পনা কৰে তাৰ আভাস পাব পাৰি।

কবিৰ কাৰণে এই স সাৰখন স্মৃতিৰ শ্মশান স্বৰূপ। শ্মশান স্বৰূপ পৃথিৱীত কবিৰ জীৱনটো বেদনাময় কাৰুণ্যময়। কবি আজি ৰিক্ত। এক বিৰাট শূন্যতাই তেওঁৰ জীৱন যেন আৱৰি আছে। জগতত কবিৰ কাৰণে কিবা মাদকতা আছে বুলি তেওঁ নেভাবে অৱশ্যে জগতখন তেওঁ সম্পূৰ্ণভাৱে অসাৰ বুলিও কোৱা নাই। তেওঁৰ জীৱনৰ দুখ আৰু বেদনাৰ কাৰণে আন কোনো দোষী নহয় দোষী মাত্ৰ তেওঁৰ ভাগ্য। দৈৱ বা ভাগ্যত যি আছে তাকেই তেওঁ বাস্তৱ জীৱনত লাভ কৰিছে। ভাগ্যহীন জীৱনক কেন্দ্ৰ কৰিয়েই তেওঁ সুৰহীন গানবোৰ গাইছে। পৰিণামবাদী কবিয়ে জীৱনৰ সুখ দুখ সকলোবোৰ নিজ কৰ্মফলানুসৰি ভোগ কৰিবলগীয়া হৈছে বুলি ভাবিছে। জগতত কাৰোবাৰ পৰা কবিয়ে মৰম বিচাৰিছিল তেওঁৰ জীৱনটোক বোলাবলৈ। মানুহে জীৱনত কামনা কৰে বহুত কিন্তু তাৰ চাৰি ভাগৰ এভাগো হয়তো বাস্তৱত পৰিণত নহয়। তেনেদৰে কবিয়েও মানৱ

সংসাৰত পাৰ্বলৈ কামনা কৰা মৰম স্নেহ কাৰোবে পৰা নেপালে। জগতত তেওঁ মাথো পালে অনাদৰ অৱহেলা আৰু তিক্ততা। কবিৰ কাঁইটীয়া জীৱনত চেনেহৰ পৰশ বোলাবলৈ কোনো নাই কবিয়ে সেই কাৰণে মানৱ সংসাৰৰ সান্নিধ্যৰ পৰা আঁতৰি থাকিবলৈ বিচাৰে পাহৰণি নৈৰ পাৰত পঁজা এটি সাজি। এই পাহৰণি নৈৰ পাৰৰ পঁজাটোত কবি অকলশৰীয়াকৈ নিৰলে জগতক সম্পূৰ্ণ ভাৱে পাহৰি বাস কৰিবলৈ প্ৰয়াস কৰে। কবিয়ে ধুনীয়া জোনাক নিশা পাহৰণি নৈৰ পাৰত নি সঙ্গ ভাৱে বহি থাকি আকুল উদাস সুৰে তেওঁৰ জীৱনৰ গীত গাব। তেওঁ কৈছে—

'নিৰলে থাকিম বুলি সাজিছো ইয়াতে পঁজা
দাতিয়েদি বৈ যায় পাহৰণি নই
ধুনীয়া জোনাক ৰাতি বহি তাৰ পাৰতেই
শুনাম জীৱন গীতি বীণখনি লই।

কবিয়ে আকুল উদাস সুৰে গোৱা জীৱনৰ গানত প্ৰতিধ্বনিত হ'ব তেওঁৰ অন্তৰৰ গভীৰ কাৰুণ্য হৃদয়ৰ অকথিত বেদনা। সাগৰৰ ঢৌ যিদৰে কাৰো মৰম বা হুমুনিয়া নিবিচৰাকৈয়ে সাগৰৰ বুকুতে মাৰ যায় সেইদৰে তেওঁৰ হৃদয়ৰ ভাৱবোৰো হৃদয়তে মাৰ যাব– জগতৰ কাৰোবে পৰা মৰম স্নেহ বা সহানুভূতি নিবিচৰাকৈয়ে। তেওঁ কৈছে—

আকুল উদাস সুৰে উঠিব জগত জুৰি
গভীৰ বেদনা ৰাশি অন্তৰ মাজৰ
নেলাগে চেনেহ কাৰো নিৰ্বিচাৰে হুমুনিয়াহ
সাগৰতে মাৰ যায় ঢৌ সাগৰৰ॥

এইদৰে কবিয়ে জীৱন নাও অনিৰ্দিষ্ট আৰু অবিৰত যাত্ৰা পথত এৰি দি নিয়তিৰ কালচক্ৰৰ পৰিণতি স্বৰূপে তেওঁ জগতৰ পৰা নিচিহ্ন হৈ যাব। জগতৰ পৰা নিচিহ্ন হৈ যোৱাৰ বাবে যে জগতৰ ৰীতি নীতিৰ কিবা পৰিবৰ্তন হ'ব তাৰ কোনো মানে নাই। তেওঁৰ মৃত্যুৰ পিছতো স সাৰৰ বেচা কিনা আগৰ দৰেই চলি থাকিব। মাত্ৰ তেওঁৰ পঁজাৰ কাষেদি বৈ থকা পাহৰণি নৈয়ে কবিৰ জীৱনৰ ৰিক্ততাৰ বিষয়ে ইঙ্গিত দিব।

পাহৰণি নৈয়ে হয়তো তেওঁৰ শূন্যময় জীৱনৰ পৰিচয় দিব কিন্তু তাৰ ব্যতিৰেক জগতৰ বাকীবোৰে তেওঁৰ বিষয়ে ভাবিবলৈ বা তেওঁৰ স্মৃতি মনত পেলাবলৈ অৱকাশ নেপাব। কবিয়ে গাইছে,

পাহৰণি নৈখনি প জাৰ কাষেদি বই
দিব জগতত মোৰ শূন্য পৰিচয়।

আজি মোক যোৱাহে পাহৰি নামৰ কবিতাটিত কবিয়ে জগতৰ পৰা শেষ বিদায় লবলৈ গৈ কৈছে যে সপোনক আপোন বুলি ধৰি জীৱনৰ ভ্ৰান্ত পথটিৰে বাট বুলি নিজক পাহৰি ইমান দিন অবিশ্ৰান্ত ভাৱে জীৱন নাওত উটি গৈ থাকোতে তেওঁৰ জীৱনলৈ মহামিলনৰ অপূৰ্ব্ব মুহূৰ্তৰ আগমনি হৈছে। এই ক্ষণত জগতৰ ওচৰত তেওঁৰ শেষ অনুৰোধ হৈছে,— তেওঁক যেন জগতে পাহৰি যায় তেওঁক যেন কোনোৱেই মনত নেপেলায় — তেওঁ যেন বিস্মৃতিৰ অতল গৰ্ভত গৰ্ভস্থ হ'ব পাৰে—

'আজি এই সন্ধিয়া পৰত
মিলনৰ অপূৰ্ব্ব ক্ষণত
মেলানি মাগিছো নিজে
আজি মোক যোৱাহে পাহৰি
মাতিছো কাকুতি কৰি
দুই হাত যুৰি
আজি মোক যোৱাহে পাহৰি।

কবিৰ দ্বিতীয় কৱিতাৰ পুথি বনফুল তো কবিৰ আত্মমুখী মনোভাৱ আৰু ভাৱময় ৰাজ্যতেই যে তেওঁ সদায ব্যস্ত তাৰ স্পষ্ট আভাস পোৱা যায়। এই কবিতা সংগ্ৰহৰ ভিতৰত মোৰ সৰগ নামৰ কৱিতাটিত কবিয়ে এনে এখন ৰাজ্যৰ কামনা কৰিছে, যিখন ৰাজ্য সম্পূৰ্ণ জন প্ৰাণীহীন য ত আকাশ পৃথিৱী দুয়ো একাকাৰ য ত পাৰ্থিৱ জীৱনৰ আত্মগঞ্জনা নাই য ত দুখ বেদনা ব্যথা বিচ্ছেদ ঘাত প্ৰতিঘাত আৰু কাৰুণ্য নাই। সেই ৰাজ্যত কবিয়ে নিজৰ গান নিজেই গাব আৰু সেই গান তেওঁ নিজেই শুনি শুনি সুৰৰ বুকুত লয় পাব। কবিৰ ভাষাত—

সিখন সভাত
মোৰ গান ময়ে গাওঁ
শুনি শুনি ময়ে তল যাওঁ
গানৰ শেহত
শুনোতা গাওঁতা দুয়ো
একে হৈ পাৰকে নাপাওঁ।

কবি দুৰ্ব্বা বৰ লাজকুৰীয়া। সেইবাবেই তেওঁৰ জীৱনৰ সুৰ স্বৰূপ কৱিতাবোৰ শুনিবলৈ কোনো মানুহকে অনুৰোধ কৰা নাই। গায়কে যেনেকৈ আত্ম তৃপ্তিৰ কাৰণেই গীত গায় তদ্ৰূপ দুৰ্ব্বাইও নিজক সন্তুষ্ট ৰাখিবলৈয়ে কৱিতাবোৰৰ সৃষ্টি কৰিছে। দ্বিতীয়তে কবিয়ে তেওঁৰ জীৱনত যি বিচাৰিছিল তাক তেওঁ নেপালে। তাৰ বাবে তেওঁৰ কাৰো ওচৰতে আক্ষেপ নাই। তেওঁ নিজৰ ভাগ্যৰ ওপৰত বা কৰ্ম্মফলৰ ওপৰত আত্মপ্ৰত্যয়শীল। গতিকে তেওঁৰ জীৱনৰ দুৰ্যোগ বা বিপৰ্যয়ৰ কাৰণে অন্য কোনো দোষী নহয়। সমাজ সংসাৰত তেওঁ সম্বন্ধ হেৰুৱাই জগতত অকলশৰীয়া আৰু নিকুটুমীয়া হৈ নিজৰ ভাৱতে নিজে উন্মনা আৰু তাৰ কাৰণেই তেওঁ সুকীয়া এখন ৰাজ্যত প্ৰৱেশ কৰি জগতৰ লগত কোনো সম্বন্ধ নৰখাকৈ অকলশৰীয়া ভাৱে বিচৰণ কৰিবলৈ প্ৰয়াস কৰে। তেওঁৰ কৱিতা সমূহৰ মাজেৰে এনে ভাৱ ৰূপায়িত হোৱা দেখা যায়। এইদৰে আপোন ৰাজ্যত আপোন মনে প্ৰেম আৰু সৌন্দৰ্যৰ উপাসনা কৰিয়েই সুন্দৰৰ পূজাৰী দুৰ্ব্বাই তেওঁৰ চিৰকাম্য মহামিলনৰ সিংহদ্বাৰ স্বৰূপ মৃত্যু বৰণ কৰিলে।

দুৰ্ব্বা কবিক আত্মকেন্দ্ৰিক বুলি নকৈ আত্ম মুখী বুলি কোৱাই ভাল। যি লোকে নিজৰ স্বাৰ্থৰ ব্যতিৰেক আনৰ স্বাৰ্থৰ বিষয়ে ভাবিব নোৱাৰে তেওঁলোককহে আত্মকেন্দ্ৰিক বুলিব পাৰি। কবিৰ জীৱনৰ আদি ভাগৰ কবিতাবোৰত আত্ম কেন্দ্ৰিক মনোভাৱৰ ৰূপায়ণ

দেখা গলেও কবিৰ জীৱনৰ শেষ ভাগৰ কৱিতাবোৰত আত্মকেন্দ্ৰিক মনোভাৱ আত্ম মুখী মনোভাৱলৈ পৰিৱৰ্ত্তিত হৈছে। আত্মমুখী স্তৰটোকে আত্মা ৰাম বা আত্ম ৰমণ স্তৰ বুলি ক ব পাৰি। এই স্তৰত বাহ্যিক জগতৰ দুখ যাতনা বেথা বেদনা আদিয়ে অভিভূত কৰিব নোৱাৰে। নিজৰ অন্তৰতে কবি বা সাধকে এই স্তৰত আনন্দময় অৱস্থা উপলব্ধি কৰে। ৰহস্যবাদী কবিসকলৰ কবিতাত এনে ভাৱৰ স্পৰ্শ দেখা যায়। দুৱৰাৰ কবিতাতো ৰহস্যবাদৰ পৰশ আছে। কবিয়ে কামনা কৰা সুখ শান্তি হাহি আনন্দাদি বাহ্যিক জগতত নিবিচাৰি নিজ অন্তৰতে বিচাৰিছে আৰু তেনেদৰে তেও আত্মৰমণৰ ফালে গতি কৰিছে। বনফুল ৰ অন্তৰ্গত মোৰ সৰগ নামৰ কৱিতাটিত এই ভাৱটো বিশেষভাৱে স্পষ্ট হৈ উঠিছে। গতিকে দুৱৰাক আত্মকেন্দ্ৰিক বোলাতকৈ আত্মমুখী বোলাই বিধেয় হ ব।

# দুৱৰাৰ কাব্য প্ৰতিভা

## ডঃ নন্দ তালুকদাৰ

কাব্যযোগী যতীন্দ্ৰনাথ দুৱৰাৰ কাব্য গ্ৰন্থ সংখ্যাসাপেক্ষ নহয়। প্ৰায় আঢ়ৈ কুৰি বছৰৰ ওপৰ কালছোৱা সাহিত্য চৰ্চা কৰা দুৱৰাৰ ৰচিত পুথি ওমৰতীৰ্থ কথা কবিতা আপোন সুৰ বনফুল আৰু মিলনৰ সুৰ। অৱশ্যে তেওৰ প্ৰকাশিত কবিতাতকৈ অপ্ৰকাশিত কবিতাৰ সংখ্যা সৰহ।

দুৱৰাৰ কবিতা লেখাৰ হেপাহ সৰুৰেপৰা। নিচেই সৰু কালতে Twinkle Twinkle Little Star কবিতাৰ অসমীয়া ভাঙনি কৰিছিল চিকিমিকি চিকিমিকি সৰু তৰাটি কেনেকৈ শোভা কৰে ওখ আকাশত। পোনতে তেওৰ দুই এটি কবিতা প্ৰকাশ হয় স্কুলৰ হাতে লিখা আলোচনীত। সম্ভৱত গোহাঞি বৰুৱা সম্পাদিত উষাত প্ৰকাশিত আশা কবিতাই তেওৰ প্ৰথম প্ৰকাশিত কবিতা। তেতিয়া তেও স্কুলীয়া ছাত্ৰ।

দুৱৰা কলিকতাত পঢ়া অৱস্থাত তেওলোক কেইজনমান ছাত্ৰৰ বাবেই বাহীৰ জন্ম। বাহীৰ মাজেৰেই দুৰবাৰ প্ৰকৃত সাহিত্যিক জীৱন আৰম্ভ। বেজবৰুবাৰ উপৰিও বাঁহীত লিখিবলৈ দুৱৰাক প্ৰেৰণা যোগাইছিল চন্দ্ৰকুমাৰ আগৰৱালা তৰুণৰাম ফুকন হেমচন্দ্ৰ গোস্বামী আৰু আনন্দচন্দ্ৰ আগৰৱালা আদিয়ে। চন্দ্ৰকুমাৰ আগৰৱালা ডাঙৰীয়াই আগৰ জোনাকী যুগৰ ৰচনাৰীতিৰ সম্বন্ধে আভাস দি কেনেকৈ সময়ৰ উপযোগী সাহিত্য গঢ়িব পাৰি কথাৰ চলেৰে সেইবোৰ মাজে মাজে উনুকিয়াই দিছিল।

দুৱৰা ডাঙৰীযাই তেওৰ কবি জীৱন আৰম্ভ কৰিছিল অনুবাদ কবিতাৰে। ৰচিত পুথি পাঁচখনৰ ভিতৰত ওমৰতীৰ্থ কথা কবিতা আৰু মিলনৰ সুৰ বিদেশী গ্ৰন্থৰ ছাঁলৈ ৰচনা কৰা। এইক্ষেত্ৰতো দুৱৰাৰ দীক্ষা গুৰু বেজবৰুৱা।

বেজবৰুবা ডাঙৰীযাৰ বাহীৰ লগতেই মোৰ সাহিত্যিক জীৱন আৰম্ভ হোৱা বুলি ধৰিব পাৰি। তেখেতৰ লগত কথা পাতোতে কথাৰ ছলেৰে তেখেতে মোৰ সাহিত্যৰ নানা ধৰণৰ ভাবধাৰা সম্বন্ধে কৈ থাকে আৰু সেইবিলাক কেনেদৰে হাডে হিমজুৱে অসমীয়া কবি আমাৰ সাহিত্যৰ মাজত সুমুৱাব পাৰি সেইবিলাকো উনুকিয়াই দি মোক লেখিবলৈ সূচাই দিয়ে লগে লগে মোৰ লেখাবিলাকৰ ভুল ভ্ৰান্তিবোৰ দেখুৱাই সেইবোৰ নিজেই শুধৰাই দিয়ে। বাহীত দুৱৰাই সুদৰ্শন শৰ্ম্মা ছদ্মনামতো লিখিছিল।

### ওমৰতীৰ্থ

দুৱৰাৰ প্ৰথম প্ৰকাশিত পুথি ওমৰতীৰ্থ (১৯২৬ খৃ )। ছাত্ৰাৱস্থাতে ওমৰ খায়ামৰ সাহিত্যৰ সোৱাদ লাভ কৰে বিহাৰী বন্ধু এজনৰ সৌজন্যত। পিচত ফিটজাৰল্ড লুইনফিল্ডৰ ইংৰাজী সংস্কৰণ আৰু আন আন ইংৰাজী পুথিত পাৰচীয় সাহিত্য সম্বন্ধে অধ্যয়ন কৰি ওমৰৰ কবিতা আৰু জীৱনদৰ্শন সম্বন্ধে খৰচি মাৰি জানি লয়। তাৰ পিচতহে অনুবাদত হাত দিছিল। অৰ্থাৎ পোনতে গভীৰ অধ্যয়নেৰে হৃদয়ঙ্গম কৰি লৈছিল। অকল ওমৰতীৰ্থৰ ক্ষেত্ৰতে নহয় কথা কবিতা আৰু মিলনৰ সুৰৰ ক্ষেত্ৰটো ৰুচ কবিৰ জীৱনদৰ্শন

আৰু চুফীবাদ সম্পৰ্কে খৰচি মাৰি জানি লৈছিল। পাৰ্চী ভাষা নজনাৰ বাবে দেশভক্ত তৰুণৰাম ফুকনৰ চিঠি লৈ গৈ অধ্যাপক খোদাবক্সৰ ওচৰত চুফীজিম সম্বন্ধে অধ্যয়ন কৰিছিল। সেয়েহে কোৱা হয় ওমৰতীৰ্থ কথা কবিতা মিলনৰ সুৰ অনূদিত আৰু ছাঁলৈ লিখা পুথি হ লেও 'কবিৰ বুকুৰ তেজৰ তপত উমনিৰে সজীৱ কৰি লোৱা পুথি।

পোনতে ওমৰ খায়াম সম্বন্ধে অধ্যয়ন কৰি তাৰ পিচত অনুবাদ আৰম্ভ কৰিলে—

ধৰা ধৰা সুৰা পাত্ৰ পাহৰা এবাৰ
আজিৰ ভাৱনা আৰু ভবিষ্যৰ জয়
কালিলৈ ?
কালিলৈ কি হয় কোনে জানে কি হ'ব তাৰ
হ ব পাৰো নিজে মই অতীতত লয়

আঠু কাঢ়ি সৰগক সুধিলো কাতৰে
কিয় প্ৰভু এনুৱা বিধান
অসীম ৰহস্যময় সৃষ্টিৰ কৌশল
পালো মাথো এই সমিধান

নাই। কবিয়ে নিজেই সন্তুষ্ট নহয়। সৰযূ তীৰত ব্যাসদেৱে বেদ পুৰাণ উপপুৰাণ ৰচনা কৰিও আত্মতুষ্ট হ ব নোৱাৰি আমন জিমনকৈ বহি থকাৰ দৰে এদিন সন্ধিয়া কলিকতা কাৰ্জন পাৰ্কত আমন জিমনকৈ বহি আছিল। ডক্টৰ প্ৰফুল্ল দত্ত গোস্বামীযে ওমৰতীৰ্থৰ গুৰি কথা প্ৰবন্ধত সেই কথা সুৱৰি লিখিছে— কবিয়ে বুজিলে তেওৰ আপোন সুৰ বিচাৰি পোৱা নাই ওমৰৰ প্ৰকৃত সত্ত্বা যেন তেওৰ ছন্দত ধৰা নপৰিল। এদিন গধুলি কাৰ্জন পাৰ্কত বহি আছিল এইবিলাকেই ভবা চিন্তা কৰি এনেতে অকস্মাত তেওৰ মনত বিজুলিযাই গ ল ওমৰতীৰ্থৰ প্ৰাণময় চঞ্চল ছন্দ।

সোণালী ৰথত আলোকি বিমান
মাৰিলে সূৰুযে সোণৰ কাড
পলাল আন্ধাৰ হৰিণীয়ে যেন
হয় নিমিষতে চকুৰ আঁৰ।

ঘৰলৈ গৈ সেইদিনাৰে পৰা একাণপটীয়াকৈ কামত লাগিল কিন্তু কি হ ব ? দুৱৰাৰ প্ৰকৃতিৰ এটা গুণ হৈছে সোৰোপালি কোনোবাই ঠেলি হেচি আগবঢ়াই নিদিলে সামৰ্থ্য থাকিলেও তেওৰ কোনো কাম হৈ নুঠে। এনে সন্ধিক্ষণত অৱতীৰ্ণ হ লহি লক্ষ্মীধৰ শৰ্ম্মা। লক্ষ্মীধৰে তেওক উদগায আৰু ভাবে— কামটো কোনোমতে কৰাই লব পাৰিলে ভাল হয। কিয়নো ৰুবাযতৰ দৰে এনে আপুৰুগীয়া কবিতা প্ৰায় ভাষাতে আছে অসমীযাতহে নাই। পিচে তেও কলিকতা এৰিব লগা হ ল। তেতিয়া তেও শ্ৰীযুত শৈলেন ৰায় নামে বন্ধু এজনক দুৱৰাৰ লগত দি গ ল। দুৱৰা তেতিয়া ডাণ্ডাজ হোষ্টেলৰ ৱাৰ্ডেন। শৈলেনে কোনোমতে তাগিদ দি দি অনুবাদৰ কাম শেষ কৰালে। এদিন দেওবাৰে কাম শেষ হ ল শৈলেনে একান্ত মনে শুনিলে। পিচদিনা তেও দুৱৰাক ক লে 'মই যাও আৰু। কিয়? মোৰ কাম শেষ মই লক্ষ্মীধৰৰ অনুৰোধতহে ইয়াত আছিলো।

১৯২৫ খৃ ৰ ১ জুন সন্ধিয়াৰপৰা অনুবাদৰ কাম আৰম্ভ কৰি ৬ জুন দিনৰ চাৰে দহ বজাত ছদিনৰ মূৰত শেষ কৰিলে। পুথিখন ১০৫ টা স্তৱকত ৰচনা কৰিছে। ওমৰতীৰ্থ প্ৰকাশ হোৱাৰ পূৰ্ব্বে ১৯২২ খৃ ৰ বাঁহীত প্ৰকাশ হোৱা ওমৰ খায়াম ওমৰৰ জীৱন দৰ্শন সম্বন্ধে আলোচনা কৰা প্ৰবন্ধ। ওমৰতীৰ্থ পুথিৰ নিবেদনত কবিয়ে লিখিছে, "বৈজ্ঞানিকৰ বিশ্লেষণ প্ৰথা, ভাবুকৰ সামঞ্জস্যকৰণ প্ৰথা, কবিৰ গভীৰ দৃষ্টি, দাৰ্শনিকৰ জ্ঞান সকলো গোটাই লৈ সৃষ্টি তথ্যৰ গভীৰতম প্ৰদেশলৈ ওমৰে চাই দেখিলে তাৰ আদি আৰু অন্ত দুয়ো আন্ধাৰ গভীৰ আন্ধাৰ। মানৱ মনৰ অসীমৰ প্ৰতি ব্যৰ্থ অভিযান এয়ে ওমৰ আৰু ওমৰৰ অভিযানৰ ব্যৰ্থতাৰ কাৰুণ্যই তেওৰ মানৱ জাতিৰ প্ৰতি শ্ৰেষ্ঠ দান।

১০৫ টা স্তৱকত ৰচনা কৰা ওমৰতীৰ্থৰ কবিতাৰাজি এডাল সূতাৰে গাঁথি লোৱা এধাৰি মণি। আনহাতে প্ৰতিটো মণিৰ নিজস্ব সৌন্দৰ্যৰ দৰে প্ৰত্যেকটো স্তৱকেই অৰ্থ প্ৰকাশক স্বয়ংসম্পূৰ্ণ।

পুথিখনিৰ প্ৰথম স্তৱকত প্ৰকাশ পোৱা প্ৰভাতী সূৰুযৰ বৰ্ণনা মনোৰম। যেন বৃত্ৰাসুৰ নিধনকাৰী সূৰুয দেৱতাই সোণালী ৰথত উঠি বিমান পথত বিচৰণ কৰি সোণৰ কাঁড়েৰে হৰিণী স্বৰূপা আন্ধাৰবোৰ বিনাশ কৰিছে।

সোণালী ৰথত আলোকি বিমান
মাৰিলে সূৰুযে সোণৰ কাঁড
পলাল আন্ধাৰ হৰিণীয়ে যেন
হয় নিমিষতে চকুৰ আঁৰ।

পোহৰৰ জয়বাদ্য বাজি উঠাৰ লগে লগে সোণালী সুৰুযৰ কিৰণে আহি পৃথিৱী চুমিছে। সুদূৰত শুনা গৈছে ৰাতিপুৱাৰ মঙ্গল প্ৰভাতী সুমধুৰ সঙ্গীত সেই মুহূৰ্তত কবিয়ে নিৰ্জ্জীৱ হৈ পৰি থকা নিদ্ৰামগ্ন জীৱন্ত জগতক সজাগ কৰিবলৈ বিচাৰিছে।

জীৱন্ত জগত উঠা উঠা হেৰা
এতিয়াও কিয় নিৰ্জ্জীৱ প্ৰাণ।

মাধৱদেৱৰ বৰগীততো পোৱা যায় ৰাতিপুৱাৰ মনোৰম বৰ্ণনা—

ৰজনী বিদূৰ দিশ ধৱলি বৰণ
তিমিৰ ফেৰিয়া বাজে ৰবিৰ কিৰণ
শত পত্ৰ বিকশিত ভ্ৰমৰ উৰাই
ব্ৰজ বধূ দধি মথে তুৱা গুণ গাই।

নৱবৰ্ষৰ নতুন প্ৰাণেৰে নিৰলা বিচাৰি ফুৰা ভাবে ভৰপূৰ কবিৰ প্ৰাণে শ্যামল সাজ পিন্ধা গছ্ লতা বন হাবিৰ মাজত উপলব্ধি কৰিব পাৰিছে প্ৰভু পৰশৰ কথা। অতীত ইতিহাসে কবিৰ প্ৰাণত নৱবৰ্ষৰ মধুৰ প্ৰাণৰ সহাৰিৰে সোৱৰাই দিছে জীৱনৰ কথাকে—

পিয়লাটি মোৰ ধৰাহি মুখত
আহা প্ৰাণ সখা সময় নাই
পাখি মেলি সৌ জীৱন পখিটি
অনন্তৰ পিনে উৰি যে যায়।

জগতখন যে বৈচিত্ৰ্যপূৰ্ণ। ৰাতিপুৱাৰ প্ৰভাতী সূৰুযৰ কিৰণত ফুলি উঠে লাখে লাখে নৱ প্ৰস্ফুটিত ফুল আৰু সেই ফুলৰ কাষতে লেৰেলি শুকাই যায় আন কিছুমান মৰহা ফুল। যিহেতু মৰণৰ হাত কোনোৱে সাৰিব নোৱাৰে মৃত্যুৰ পিচত সকলো একেখন ঠাইতে বিলীন হ ব। ৰাজসুখ আশা কৰি কাৰোবাৰ ভাগ্যত সুখ মিলিছে যদিও কোনোৱেবা ছা জুইৰ পিচে পিচে লৰি ঢাপৰি ফুৰিব লগা হৈছে। কবিয়ে আৰু দূৰ ভৱিষ্যতৰ কথা চিন্তা নকৰি আজিৰ বৰ্ত্তমান উপভোগ কৰাটোৱেই শ্ৰেয় বুলি ভাবিছে। পৃথিৱীখন আমাৰ বাবে আলহী ঘৰ সদৃশ। জীৱনৰ ডকা চাকনৈয়াত পৰি পথভ্ৰষ্ট পথিকৰ দৰে তিমিৰ পথৰ যাত্ৰী স্বৰূপ কবিয়ে বিচাৰিছে পথৰ সন্ধান। কিন্তু পথভ্ৰষ্ট পথিকৰ বাবে পথৰ সন্ধান ক ত। অন্ধ নিয়তীৰ অন্ধ বিশ্বাসত চলে মানুহৰ জীৱন ৰথ বুলি নিয়তিৰ দুৰ্ব্বাৰ চক্ৰৰ প্ৰতি বিদ্বেষ ভাব প্ৰকাশ কৰিছে। মানুহৰ নিৰ্ব্বুদ্ধিতা ভণ্ডামি অন্ধ বিশ্বাসৰ প্ৰতি দেখা গৈছে সহানুভূতি আৰু পুতৌ ভাব।

ক ৰপৰা আহিছো আৰু ক'লৈ যাম এই অনন্ত প্ৰশ্নৰ প্ৰতি কবি ব্যাকুল। ওমৰৰ মতে বৰ্ত্তমানেই সকলো। আমাৰ জীৱন আন্ধাৰ ভৱিষ্যতৰ হাতত কোনো অস্তিত্ব নাই। কোনে জানে কোন মুহূৰ্তত জীৱন শেষ হৈ যাব পাৰে। গতিকে আজিৰ বৰ্ত্তমানক উপভোগ কৰি লোৱা— Eat drink and be merry for tomorrow you die—

ধৰা প্ৰিয়তম প্ৰাণৰ পিয়লা
জীৱন মদিৰা ভৰাই দিয়া
অতীত ভৱিষ্য শোক দু খ ভয়
আজিৰ ভাৱনা উটাই দিয়া
আজিয়েই দিয়া কালিলৈ কিয়
কোনে জানে মোৰ কালি কি হ ব
হাজাৰ হাজাৰ বছৰ বিযপা
হয়তো অতীতে সামৰি থ ব।

আমাৰ মাজত সৰগ নৰক আছে। সৰগ প্ৰয়াসী কবিৰ প্ৰাণে বিচাৰিছে অনন্ত জ্যোতিৰ এটি ক্ষুদ্ৰ কণা। কিয়নো— সেযে গুচাব হিয়াৰ আন্ধাৰ ঘোৰ।

ওমৰ এজনা জ্যোতিৰ্ব্বিদ। আকাশৰ গ্ৰহ নক্ষত্ৰ নিৰীক্ষণত ওমৰ ব্যস্ত। কেতিযাবা এৰা ধৰাকৈ দুই এফাকি কবিতা লিখে। সিও আজৰি সময়ত। কেতিয়াবা হয়তো একেৰাহে দুই তিনিটা স্তৱক। জ্যোতিৰ্ব্বিদ পণ্ডিত ওমৰৰ মুখ্য উদ্দেশ্য জ্যোতিৰ্বিজ্ঞান চৰ্চ্চা কৰা—

শুনো মুখে মুখে জ্যোতিষত হেনো
অসামান্য মোৰ প্ৰতিভা জ্বলে
পুৰণা বিধান এৰি সকলোৱে
মোৰ বিধানকে আদৰি ললে।

এইজনা ওমৰে ৰচিছে মানৱ জীৱনৰ কৰুণ চিত্ৰ মানুহৰ নিৰ্ব্বুদ্ধিতাৰ কথা নিয়তিৰ দুৰ্ব্বাৰ শক্তিৰ কথা। ওমৰতীৰ্থ' ওমৰৰ ৰুবায়তসমূহৰ সহজ সৰল অসমীয়া ভাঙনি।

অসমীয়া সাহিত্যত এইখনেই শ্ৰেষ্ঠ ভাঙনি কাব্য। দুৱৰাই ওমৰৰ দৰে এৰা ধৰাকৈ

ওমৰতীৰ্থ ৰচনা কৰা নাই। একেৰাহে ছদিন নেৰা নেপেৰাকৈ লাগি ৰচনা কৰিছে এই পুথিখনি। পৰম নিষ্ঠা আৰু ঐকান্তিকতাৰে ওমৰতীৰ্থ ভাঙনি কৰিলেও ওমৰৰ জীৱন দৰ্শনৰ লগত দুৰৰাৰ জীৱন দৰ্শনৰ অকণো মিল নাই। য ত ওমৰে অন্ধ নিয়তিৰ অন্ধ বিশ্বাসত চলে মানুহৰ জীৱন ৰথ বুলি নিয়তিৰ দুৰ্ব্বাৰ চক্ৰৰ প্ৰতি বিদ্বেষভাব প্ৰকাশ কৰিছে দুৰৰাই তেনে কৰা নাই। যেতিয়া দুৰৰা কবিয়ে অতীত ভৱিষ্যত কোনো পিনে পাৰ নোপোৱা হৈছে, তেতিয়া জীৱন ৰূপী বাটৰুৱাক এৰি দিছে নিয়তিৰ হাতত— নিয়তিয়ে হাত ধৰি নিব আগুৱাই। ভগবানৰ বিধানক সহজভাৱে মানি লোৱা বাবে নিজা দৃষ্টিভঙ্গীৰ ফালৰ পৰা ওমৰৰ ভাবৰাজ্যৰ লগত দুৰৰাৰ মিল নাই। কিন্তু দুয়োৰে মিল আছে ব্যক্তিগত জীৱনত। ল ৰাকালত ওমৰে তিনিজন বাল্যবন্ধুৰ লগত প্ৰতিজ্ঞাবদ্ধ আছিল যে তেওলোকৰ ভিতৰত যেয়ে বেছি উন্নতিশীল হ ব তেঁৱেই আন দুজনক সহায় কৰিব। কালক্ৰমত এজন বন্ধু নিজামৰ জাৰমন্ত্ৰী হ্ ল। তেতিয়া তেওঁ বাল্যবন্ধু ওমৰলৈ মনত পৰি মাতি আনি তেওক উচ্চ পদবী যাচিলে। কিন্তু ওমৰে কোনো ধৰণৰ উচ্চ পদবীলৈ হাত নেমেলি মাথোন বিচাৰিলে বন্ধুৰ ঐশ্বৰ্যৰ ছাঁৰ এচুকত বহি জ্ঞান চৰ্চ্চা কৰিবলৈ। দুৰৰা ডাঙৰীযাই জীৱনত কোনো উচ্চ চৰকাৰী চাকৰিলৈ হাত নেমেলি স্কুলৰ শিক্ষকতাকে জীৱনৰ অৱলম্বন হিচাপে লৈ বিচাৰিলে দেশ বিদেশৰ কাব্য চৰ্চ্চা কৰি অসমীয়া ভাষা সাহিত্য চহকী কৰিবলৈ।

ওমৰতীৰ্থ দুৰৰাৰ অনুবাদ পুথি হলেও নিজৰ বুকু ভেদি ওলোৱা শান্ত নিজৰা স্বৰূপ। ছন্দ প্ৰযোগ শব্দ গাঁথনি আৰু প্ৰকাশভঙ্গীৰ ফালৰ পৰাও ওমৰতীৰ্থ অসমীয়া সাহিত্যৰ এখন শ্ৰেষ্ঠ গ্ৰন্থ। পুথিখনিৰ মাজেৰে দুৰৰাই জাতীয় বৈশিষ্ট্য প্ৰকাশ কৰিবলৈ যত্ন কৰিছে। পাৰস্যৰ কবি ওমৰ খায়ামৰ ৰুবায়ত অনুবাদ কৰিলেও বৰ্ণনাৰ মাজত কবিৰ চকুত ভাহি উঠিছিল অসমৰ কোনোবা এচুকৰ দুহাতেৰে মাটি খচি পাত্ৰ সাজি থকা কুমাৰ গাঁও এখনিৰ চিত্ৰ— য ত দেখিলে

চাৰি কাষে মাথো দেখো খাপে খাপে
মাটিৰ পাত্ৰ সজোৱা তাত

দুৰৰাই ওমৰৰ ৰুবায়তৰ তথ্যৰ গাম্ভীৰ্য আৰু নিষ্ফলতাৰ কাৰুণ্যক পৰ্ব্বতীয়া জুৰিৰ চঞ্চল গতিৰে জীৱন্ত আৰু প্ৰাণস্পৰ্শী কৰি তুলিছে।

## কথা কবিতা

১৯৩৩ খৃ ত প্ৰকাশিত কথা কবিতা যতীন্দ্ৰনাথ দুৰৰাৰ দ্বিতীয় প্ৰকাশিত পুথি। অকল এইখন পুথি ৰচনা কৰি আন পুথি ৰচনা নকৰা হলেও দুৰৰা অসমীয়া সাহিত্যত স্মৰণীয় হৈ থাকিলহেতেন।

কথা কবিতা দুৰৰা ডাঙৰীয়াৰ অসমীয়া সাহিত্যলৈ বিশিষ্ট দান। ডক্টৰ কাকতিৰ সুৰত ক বলৈ হ লে কথা কবিতা নোহোৱা নোপোজা কবিতাৰ পুথি। অসমীয়া সাহিত্যত এনে ধৰণৰ আন এখন পুথি বিহগী কবি ৰঘুনাথ চৌধাৰীৰ নৱমল্লিকা।

কবিতা চিৰকালেই ছন্দৰ মাজেৰে প্ৰকাশ হৈ আহিছে। ধ্বনি কবিতাৰ বিশিষ্ট অঙ্গ।

কথা বা গদ্যৰ মাজেদি যে কবিতাৰ ভাব ভাষা প্ৰকাশ হ ব পাৰে কথা কবিতা তাৰ প্ৰথম চানেকি। আনহাতে কথা কবিতা আৰু কবিত্বময়ী কথা একে নহয়। কথা কবিতা এবিধ কবিতাই। কিন্তু কবিত্বময়ী কথা লেখাৰ ভঙ্গী মাথোন।

মুখ্যতঃ কথা কবিতাৰ লক্ষণ কবিতাৰ দৰে চিত্ৰধৰ্মী। কবিতা আমি দুই শ্ৰেণীৰ পাওঁ— কিছুমান চিত্ৰপ্ৰধান, কিছুমান সঙ্গীত বা লয়প্ৰধান। ৰঘুনাথ চৌধাৰীৰ কবিতা চিত্ৰপ্ৰধান। দুৱৰাৰ কবিতা সঙ্গীত বা লয়প্ৰধান। সঙ্গীতৰ মৃদু গুঞ্জৰণ সৃষ্টি কৰাটো কথা কবিতাৰ অন্যতম ধৰ্ম্ম নহয়। একোটি কেন্দ্ৰস্থ ভাবক ভেটি কৰি কথা কবিতা ৰচনা কৰা হয়। দুৱৰাৰ কথা কবিতাৰ কেন্দ্ৰস্থ ভাবৰ অন্তৰালত আৰু এটি ওৰণিলোৱা ভাব লুকাই থাকে।

দুৱৰাৰ কথা কাব্যত টুৰ্গেনিভৰ ছাঁলৈ ৰচনা কৰা। ৰুচ দেশৰ বিখ্যাত ঔপন্যাসিক নাট্যকাৰ আৰু চুটি গল্প লেখকে আইভান টুৰ্গেনিভ। টুৰ্গেনিভৰ জীৱন বেদনা আৰু কাৰুণ্য উপচিপৰা জীৱন। আনকি নিজ জন্মভূমি ৰুচদেশৰ পৰা নিৰ্ব্বাসিত হৈ জীৱনৰ শেষ কালছোৱা কটাবলগীয়া হৈছিল ফৰাচী দেশত। ফৰাচী দেশত উনৈশ শতিকাৰ শেষ ভাগত দুৰাৰোগ্য কেন্সাৰ ৰোগত ভুগি তিলে তিলে মৃত্যুৰ ক্ষণ গণি গণি কাল কটাবলগীয়া হৈছিল। হৃদয়ৰ মাজত বেদনাৰ জোৱাৰ আৰু কাৰুণ্য উপচিপৰা অসহনীয় জীৱনৰ বোজা কঢ়িয়াই টুৰ্গেনিভৰ মনৰ তলিত যি এক বিশৃঙ্খল ভাবৰ সৃষ্টি কৰিছিল কথা কবিতা তেওঁৰ সেই সন্ধিক্ষণৰে ৰচনা। তিলে তিলে মৃত্যুৰ ক্ষণ গণি ৰচনা কৰা এই আচহুৱা অনুভূতিপূৰ্ণ ৰচনাৰাজিৰ সংকলন চনিলীয়া (Sonilia)। চনিলীয়া ইংৰাজী ভাষাত অনুবাদ হোৱাৰ লগে লগে পঢ়ুৱৈ সমাজত এক আলোড়নৰ সৃষ্টি হ ল। কবিতা চিৰকালেই ছন্দত ৰচনা কৰা হয়। গদ্যৰেও কবিতা ৰচনা কৰিব পাৰি গদ্যৰ মাজেৰেও যে কবিতাৰ বিষয় বস্তু উপস্থাপন কৰিব পাৰি টুৰ্গেনিভৰ চনিলীয়াই ইয়াৰ প্ৰথম নিদৰ্শন।

টুৰ্গেনিভৰ জীৱন বিশৃঙ্খল জীৱন। হতাশা নিৰাশাই যে টুৰ্গেনিভৰ জীৱন জৰ্জ্জৰিত কৰিছিল সেই বিষয়ে সন্দেহ নাই। টুৰ্গেনিভে ভাল পাইছিল দেশক ভাল পাইছিল মানুহক। দেশ আৰু মানুহৰ প্ৰতি থকা ভালপোৱাই যে তেওঁৰ জীৱনৰ কাৰুণ্যৰ কাৰণ সেই কথা অস্বীকাৰ কৰিব নোৱাৰি। সেই সময়ত ৰুচদেশত ৰুচ ভাষাৰ সলনি ফৰাচী ভাষাত লিখা পঢ়া কৰাটো আভিজাত্যৰ চানেকি। টুৰ্গেনিভে সেই আভিজাত্যৰ ব্যতিক্ৰম স্বৰূপে নিজৰ পুথিসমূহ ৰচনা কৰিছিল ৰুচ ভাষাত। যাৰ ফলত বহুতৰে হৈ পৰিছিল অপ্ৰিয।

জীৱনৰ লগত যেতিয়া সাহিত্যৰ সম্বন্ধ নিবিড় হয় সেই সাহিত্য হয় হৃদয়স্পৰ্শী সাহিত্য। টুৰ্গেনিভৰ সাহিত্যত আছিল প্ৰাণৰ পৰশ। বিশেষকৈ জীৱনৰ আচহুৱা অনুভূতিৰে সমৃদ্ধ চনিলীয়া— I am above all a realist and chiefly interested in the living truth of human race

মানৱ সমাজৰ প্ৰতি টুৰ্গেনিভৰ গভীৰ অনুৰাগ। তাৰ বিনিময়ত কি পাইছিল নাপাইছিল সেই কথাৰ খাতিয়ান চনিলীয়া নহ'লেও অভিজ্ঞতাৰ সচাৰকাঠি। টুৰ্গেনিভৰ চনিলীয়াই পঢ়ুৱৈ সমাজত যিমান সমাদৰ লাভ কৰিছিল সিমান সমালোচনাৰো সন্মুখীন হ'ব লগা

হৈছিল। D H Mirsky এ A History of Russian Literature ত লিখিছে— In those poems to be found the most hopeless expression of Turgenev s agrostic pessimism of his owe of unresponsive nature and necessity and of his pitying contempt for human futility The best of the poems are these where these feelings are given an ironical garb

কথা কবিতাৰ কবি হিচাপে যতীন্দ্ৰনাথ দুৱৰা টুৰ্গেনিভৰ উত্তৰ সাধক। অকল কথা কবিতাৰ ৰচনাতেই টুৰ্গেনিভৰ উত্তৰ সাধক নহয় দুৱৰাৰ জীৱনৰ লগত টুৰ্গেনিভৰ জীৱনৰ বহুখিনি সাদৃশ্য আছে। অৱশ্যে দুৱৰাৰ জীৱন টুৰ্গেনিভৰ দৰে বিশৃংখল গতিত প্ৰবাহমান জীৱন নহয়। কিন্তু টুৰ্গেনিভৰ দৰে মানুহৰ প্ৰতি থকা গভীৰ ভালপোৱা আৰু অনুৰাগৰ ব্যৰ্থতাই দুৱৰাৰ জীৱনৰ কাৰুণ্য সেই বিষয়ে সন্দেহ নাই। টুৰ্গেনিভে ৰাজৰোষত পৰি ফৰাচী দেশত শেষ জীৱন কটোৱাৰ দৰে জীৱনৰ সুদীৰ্ঘ দুকুৰি বছৰ দুৱৰাই কলিকতা মহানগৰীত বাস কৰিছিল। অৱশ্যে দুৱৰাই শেষ নিশ্বাস পেলাব পাৰিছিল তেওঁৰ ওপজা ঠাই দিখৌৰ পাৰৰ আপোন পঁজাটিত। দুৱৰাৰ জীৱন হতাশা নিৰাশাই তল ওপৰ লগোৱা জীৱন। কথা কবিতাত সেই অভিজ্ঞতাৰ কথা সুস্পষ্ট। দুইজনাৰে জীৱন পৰ্যালোচনা কৰিলে দেখা যায় এজনৰ জীৱনত পাই হেৰুৱাৰ বেদনাৰ কথা আৰু আনজনৰ নোপোৱাৰ বেদনাৰ কথা।

জীৱনৰ কোনো কোনো দিশত যদিও টুৰ্গেনিভৰ লগত দুৱৰাৰ জীৱনৰ সাদৃশ্য দেখা যায় কিন্তু কথা কবিতা ৰচনাৰ ক্ষেত্ৰত আঙ্গিক আৰু উপস্থাপন ৰীতিতহে দুৱৰা টুৰ্গেনিভৰ উত্তৰ সাধক। বিষযবস্তু নিৰ্ব্বাচন কৌশল কবিৰ সম্পূৰ্ণ নিজৰ। অৰ্থাৎ দুৱৰাই টুৰ্গেনিভৰপৰা ধাৰ কৰিছিল টেকনিক বা ৰচনাশৈলী। বিষয় বস্তুৰ ওপৰত আনৰ প্ৰভাৱ নথকা বাবেই দুৱৰাৰ কবিতা আৰু কথা কবিতাৰ মাজত অঙ্গাঙ্গী সম্বন্ধ বেছি। কথা কবিতা কবিৰ কবিতাৰ দৰে ব্যক্তিগত জীৱনৰ নিৰ্জ্জন স্বাক্ষৰ সৰহভাগ কবিতাই ব্যক্তিগত জীৱনৰ হা হুমুনিয়া ব্যথা বেদনাৰে ভৰপুৰ। বহুজন কবিৰ আবেগ অনুভূতিৰ সমানে প্ৰকাশভঙ্গী তীব্ৰ। দুৱৰাৰ প্ৰকৃতি বেলেগ। তেওৰ আবেগ অনুভূতি তীব্ৰ হলেও প্ৰকাশভঙ্গী তীব্ৰ নহয়। লাজকুৰীয়া স্বভাৱৰ কবিয়ে জীৱনৰ কোনো কথাকে মুখ ফুটাই ক ব পৰা নাই। কবিতাত প্ৰকাশ পোৱা কবিৰ এই দুৰ্ব্বলতাৰ কথা কবিতাৰ মাজেৰেও ফুটি উঠা দেখা গৈছে। দুৱৰাৰ কথা কবিতা আৰু কবিতাৰ মাজত অঙ্গাঙ্গী সম্বন্ধ।

দেৱী কথা কবিতাৰ প্ৰথম ৰচনা। দেৱীত কবিয়ে প্ৰথম যৌৱনৰ কথা সুৱৰি লিখিছে হে যৌৱনৰ লাৱণ্যময়ী সুন্দৰী তুমি যৌৱন বসন্তৰ প্ৰথম পুৱাতে আহি দেখা দিছা। ই কবিৰ প্ৰথম যৌৱনৰ স্বীকাৰোক্তি। দেৱী কথা কবিতাৰ উক্তিৰ লগত হেৰোৱা সপোন কবিতাৰ সাদৃশ্য মন কৰিবলগীয়া—

বিয়পিলে দশোদিশে মিলন বাতৰি
বলে ধীৰে মধুৰ মলয়
সেইদিনা যৌৱনৰ সাগৰ তীৰত
প্ৰণয়ৰ অৰুণ উদয়।

অস্পষ্ট ভাষাৰে দুৱৰা ডাঙৰীয়াই প্ৰথম কথা কবিতাটিতে লিখিছে—

যৌৱন যেতিয়া জাগে
সৌন্দৰ্যৰ কালিন্দী তীৰত

কোনো এক লাৱণ্যময়ী নাৰী মূৰ্ত্তিয়ে শান্ত সমাহিত পৰিবেশৰ মাজেৰে দেখা দিব বিচাৰিলেও সৰহ্গৰ বৈ নাথাকিল আৰু য তেই হেৰাই গ ল আকাশে অলপ হেঙুলি ৰহণ সানি ললে। কবিৰ যৌৱনৰ বা মাৰলীয়ে তেনেদৰে অজানিতে গোপন অৰ্ন্তদ্ধানৰ লগে লগে থৈ গ ল এটি মচিব নোৱৰা ৰঙা চিন। কবিৰ থকা সৰকা কৰা হিয়াখনিও ৰাঙলী হৈ পৰিল কবিয়ে উপলব্ধি কৰিব পাৰিলে জীৱনৰ ব্যৰ্থতাৰ কথা। কবিৰ কবিতা তাৰেই প্ৰকাশ।

দুৱৰাক টুৰ্গেনিভৰ লগত ৰিজোৱাৰ দৰে শ্যেলী কীটছ্ৰ লগত ৰিজোৱা দেখা যায়। সুক্ষ্মভাবে বিচাৰ কৰিলে দেখা যায় পাশ্চাত্য জগতৰ কোনোজন কবিৰ লগতে দুৱৰাৰ জীৱন দৰ্শনৰ মিল নাই। তেওঁক অসমীয়া শ্যেলী অখ্যা দিয়া হয় যদিও শ্যেলীৰ বিদ্ৰোহমূলক জীৱনদৰ্শনৰ সম্পূৰ্ণ বিপৰীত। সেয়েহে ঠায়ে ঠাযে কবি অদৃষ্টবাদী হৈ সম্পূৰ্ণভাৱে জীৱন চকৰি নিয়তিৰ হাতত এৰি দিছে। নিয়তিৰ হাতত আমি খেলাৰ পুতলা। আমাৰ জীৱন চকৰি লৈয়ে নিয়তিয়ে খেলা কৰে। দুৱৰাৰ এজনী বুঢ়ী তাৰেই প্ৰতীক নিয়তিৰ প্ৰতি আনুগত্য কবিৰ শূন্য পৰিচয়তো প্ৰকাশ পাইছে—

নিচিনা বাটেদি মোক নজনা দেশৰ পিনে
নিযতিয়ে হাত ধৰি নিব আগুৱাই।

সাগৰ দেখিছা ৰ কবি দেৱকান্ত বৰুৱাই নিয়তিৰ ক্ষমতাৰ কথা নিয়তিৰ শক্তিৰ কথা স্বীকাৰ কৰিছে। কিন্তু তেও দুৱৰাৰ দৰে নিয়তিৰ প্ৰাৱল্যতে নিজকে নি শেষ কৰি দিয়াৰ আগতে এষাৰ কথা সাহসেৰে ক ব পাৰিছে—

সৃষ্টিৰ দিনাৰে পৰা নিযতিৰ সতে হেৰা মানুহৰ
সংগ্ৰাম অক্ষয
আমি তাৰে স্মৃতিস্তম্ভ সোৱৰাও মানুহৰ বীৰ্য আৰু
নিয়তিৰ জয়।

মানুহৰ জীৱনৰ সকলো সময়তে এটা নিজা মূল্য আছে। আৰু অভিজ্ঞতাৰ সচাৰ কাঠিৰে জীৱনক মধুৰ কৰিব পাৰি— এজন বুঢ়া মানুহৰ মাজত সেই ভাবৰ ক্ষণিক স্ফুৰণ দেখা যায়। পৰ্ব্বতৰ দীৰ্ঘকালব্যাপী জীৱনৰ প্ৰতীকৰে কথাবাৰ্ত্তা কবিতাত বিশ্বসৃষ্টি মানৱ সভ্যতা আৰু তাৰ ওপৰত অনন্ত কালৰ প্ৰভাৱৰ কথা বিচাৰ কৰিছে। মৃত্যুতকৈ প্ৰেম ডাঙৰ আৰু মৰণৰ ভয়তকৈ প্ৰেমৰ শক্তি প্ৰৱল। সেয়েহে এটি টিপচি চৰাইয়ে আপোন পোৱালীকণ ৰক্ষাৰ্থে চিকাৰী কুকুৰৰ সমুখত থিয় হ ব পাৰিছিল। শ্যেলীৰ লাভ চাৰকুল ৰ লগত সাদৃশ্য মন কৰিবলগীয়া।

সংসাৰচক্ৰত বাটৰুৱাৰূপী মানুহক পৰিচালিত কৰে বিবেকে। কবিৰ মতে অৰুণোদয় জীৱনৰ এটি শুকতৰা মাথোন। এই কথাফাকিৰ অন্তৰালত যেন কবিৰ জীৱনৰ এটি ভাঙিব নোৱৰা সাথৰৰ ইঙ্গিত লুকাই আছে। সাঁথৰৰ ৰহস্য কবিৰ মুচিব নোৱৰা বেদনাৰ

ইতিহাস। সেইবুলি কবিয়ে অকলশৰীয়া জীৱনৰ বেদনাবোধ হা হুতাশৰ কথা প্ৰকাশ্যে কব বিচৰা নাই— বিচাৰিছে ঠাৱে ঠিঙৰে সাঁথৰৰ মাধ্যমেৰে। এহালি পাৰ চৰাই ৰ প্ৰীতিময় জীৱনৰ উপলব্ধিৰ অন্তৰালত শুনা যায় বেদনাবোধ— 'বাস্তৱিকতে সিহঁত কেনে সুখী যদিও মই অকলশৰীয়া। চিৰকালেই অকলশৰীয়া। কবিৰ অকলশৰীয়া জীৱনৰ বেদনাবোধ প্ৰকাশ পাইছে অকলশৰীয়া কবিতাত। অতীতক যোৱাহে পাহৰি' কবিৰ জীৱনৰ বেদনাবোধৰ স্বতস্ফূৰ্ত প্ৰকাশ। কবিতাত প্ৰকাশ পোৱা বেদনাবোধ প্ৰকাশ পাইছে ৰূপকৰ চলেৰে। আৰু সেইবাবে প্ৰায়বোৰ কবিতাৰ কেন্দ্ৰস্থ ভাবৰ অন্তৰালত প্ৰকাশ পাইছে একোটা ওৰণিলোৱা ভাব। দুৰ্ব্বাৰ কথা কবিতাৰ প্ৰকৃত বৈশিষ্ট্য ওৰণিলোৱা ভাবৰ মাজতহে প্ৰকাশ। বহু সময়ত কথাকবিতাৰ কেন্দ্ৰস্থ ভাব মুকলিভাৱে প্ৰকাশ নকৰি প্ৰকাশ কৰিছে ঠাৰেৰে বা ইঙ্গিতেৰে।

দুৰ্ব্বাৰ এটি সাৰ্থক কথা কবিতা 'শিল্পী'। ডক্টৰ কাকতিয়ে 'শিল্পীক দুৰ্ব্বাৰ কাব্য জীৱনৰ স্বীকাৰোক্তি বুলি কৈছে। প্ৰতিমাৰ প্ৰাণ প্ৰতিষ্ঠা কৰাই আছিল কবিৰ লক্ষ্য। কিন্তু যি প্ৰতিমাক কবিয়ে বুকুৰ তেজৰ তপত উমনিৰে প্ৰাণসঞ্চাৰ কৰিব নোৱাৰিলে সেই প্ৰতিমাৰ কবিয়ে প্ৰাণ প্ৰতিষ্ঠা কৰিব বিচাৰিলে হৃদয়ৰ ৰক্তেৰে। সময়ে সকলোৰে ওপৰত চৰণৰ চাব বহুৱাব পাৰিলেও হাৰ মানিলে কবিৰ ওচৰত। সুন্দৰৰ আৰাধনা জীৱনৰ খেল —ই কবিৰ লক্ষ্য। শিল্পীৰ জীৱনৰ সফলতা দেখি যেন সপ্তমীৰ জোনটিয়ে ম্লান হাহি মাৰিলে। কবিয়ে আকৌ ব্যৰ্থতা ৰ আঁতিগুৰি বিচাৰি প্ৰেমৰ চৰম লক্ষ্যৰ বিষয়ে কবলৈ গৈ কাষ চাপিছে চাকি আৰু চগা ৰ। চগাই নিজৰ আত্মদানক জীৱনৰ ধ্ৰুৱসত্য বুলি মানি জাকে জাকে আহি চাকিৰ বুকুত আত্ম বলিদান দিয়াৰ দৰে প্ৰেমেও ঠিক তেনেকৈয়ে আত্মদানেৰে ব্যৰ্থতাৰ পৰিসমাপ্তি বিচাৰে। ব্যৰ্থ জীৱনৰ দৰে কবিৰ পক্ষে পৰাধীন জীৱনো সহজ নহয়। যিহেতু খন্তেকৰ ভোজ খাওতা নাই। (শত্ৰু আৰু মিত্ৰ)

কেতেকী দুৰ্ব্বাৰ সাৰ্থক কথা কবিতা। মানুহৰ ভালপোৱা যে স্বাৰ্থপৰতাৰ পূৰ্ণ প্ৰতীক কেতেকী চৰাই ৰ আত্মদানৰ অন্তৰালত সেইকথা পৰিস্ফুট। কেতেকী চৰায়ে হৃদয়ৰ ৰক্তেৰে কেতেকী ফুল ফুলাইছিল— কুৱৰীৰ জীৱন বচাবলৈ। বিনিময়ত বিচাৰিছিল অকণি বুকুৰ উমনি।

পোহৰ সাৰ্থক প্ৰতীকধৰ্ম্মী আৰু ৰূপকধৰ্ম্মী কবিতা। অজ্ঞান অন্ধকাৰৰ লগত জ্ঞানৰ বিকাশৰ সংঘৰ্ষৰ কথাই পোহৰ কথা কবিতাৰ কেন্দ্ৰস্থ ভাব। কবি আৰু দাৰ্শনিকৰ ভাব ৰাজ্যৰ চিৰন্তন সংগ্ৰামৰ ভাব প্ৰকাশ পাইছে শেষত দুয়োটি একতে লীন নামৰ কথা কবিতাত। মন্দিৰ কথা কবিতাত মন্দিৰক প্ৰতীক হিচাপে লৈছে যদিও মানৱ জীৱনৰ আশা আকাঙ্ক্ষা সুখ দুখৰ চিত্ৰ ফহিয়াই চোৱাই মূল লক্ষ্য। মানুহৰ প্ৰাত্যহিক জীৱনৰ মাজতহে জ্ঞানৰ অঙ্কুৰ লুকাই আছে— অকলশৰীয়া জীৱনত নাই। কবিৰ এই বাটে নাহিবা দুনাই কথা কবিতাৰ লগত মন্দিৰ কবিতাৰ সাদৃশ্য মন কৰিবলগীয়া।

দূৰৰ মন্দিৰ যিটো অতি আচৰিত
সিয়ে মাথো মায়া মৰীচিকা
নাই তাত দেৱতাৰ পূজা আয়োজন
মিছাতেই দেখিছা জিলিকা।

মোৰ শেষ পাঠ কথা কবিতাৰ অন্তৰালত বঙলা ভাষাৰ চক্ৰান্তত পৰি এদিন কিদৰে অসমীয়া ভাষাই ঘৰতে এলাগী হৈছিল সেই কথাবো ইঙ্গিত আছে। দুৱৰাৰ দৰে ৰুচদেশীয় সাহিত্যিক আইভান টুৰ্গেনিভে এদিন নিজ মাতৃভাষা ৰুচ ভাষা শিকাৰ পৰা বাঞ্চিত হৈছিল।

দুৱৰাৰ কথা কবিতাৰ বৈচিত্ৰ আঙ্গিকতহে। বিষয় বস্তুৰ লগত তেওঁৰ কবিতাৰ সাদৃশ্য বেছি। কবিৰ অকলশৰীয়া জীৱনৰ বেদনাবোধ, হেৰোৱা সপোনৰ প্ৰতি আকুল বিননি, ব্যৰ্থ প্ৰেমৰ করুণ স্মৃতি আত্মকেন্দ্ৰিক কবিৰ জীৱনৰ কাৰুণ্য কবিতাৰ দৰে কথাকবিতাৰো প্ৰধান উপজীব্য। দুৱৰাক একেবাৰতে নিৰাশবাদী বুলি কোৱা সহজ নহয়। সেইবুলি কবি ভৱিষ্যতৰ প্ৰতি আস্থাহীন নহয়। কিন্তু নিয়তিৰ প্ৰাবল্যৰ কথা স্বীকাৰ কৰি কবিয়ে ভৱিষ্যত জীৱন এৰি দিব বিচাৰিছে নিয়তিৰ হাতত।

দুৱৰাৰ কবিতাৰ কাব্যিক সৌন্দৰ্য সঙ্গীতৰ মৃদু গুঞ্জৰণ অন্যতম বৈশিষ্ট্য। কথা কবিতাৰাজিতো একোখনি সজীৱ চিত্ৰ অঙ্কিত হৈছে। কিন্তু কথাকবিতাৰ অন্যতম ধৰ্ম্ম হৈছে চুম্বকত্ব। দুৱৰাৰ কথা কবিতাত চুম্বকত্বৰ অভাৱ। কোনো কোনো কথা কবিতা চুটি গল্পৰ দৰে বৰ্ণনাবহুল। অৱশ্যে দুৱৰাৰ সন্মুখত কোনো আৰ্হি নাছিল। বিহগী কবি ৰঘুনাথ চৌধাৰীৰ ‘নৱমল্লিকাক কথা কবিতা আখ্যা দিয়া হয় যদিও দৰাচলতে গল্প কবিতা কোৱাহে উচিত। দুৱৰাৰো বহুতো কথা কবিতা বৰ্ণনাবহুল আৰু ৰূপকধৰ্ম্মী চুটি গল্প। অৱশ্যে এই ক্ষেত্ৰত দুৱৰাৰ সন্মুখত টুৰ্গেনিভৰ বাহিৰে কোনো আৰ্হিও নাছিল। টুৰ্গেনিভৰ কথা কবিতা এনেবিধ ৰচনা নহয় যিয়ে পঢ়ুৱৈৰ মাজত আলোড়ন (Thrilling) বা ভাবৰ লহৰ তুলিব পাৰে। কিন্তু ওমৰতীৰ্থৰ ক্ষেত্ৰত সেই কথা অস্বীকাৰ কৰাৰ উপায় নাই। কথা কবিতাত টেকনিক আৰু উপস্থাপন ৰীতিৰ বাহিৰে বিষয়বস্তু সম্পূৰ্ণ নিজৰ।

দুৱৰাৰ ‘কথা কবিতা পাশ্চাত্য ভাব আদৰ্শৰে পৰিপুষ্ট আৰু চৌধাৰীৰ নৱমল্লিকা প্ৰাচ্য ভাব আদৰ্শৰে সম্ভূত।

## মিলনৰ সুৰ

বিদেশী সাহিত্যৰ ভাব আদৰ্শ লৈ ৰচনা কৰা মিলনৰ সুৰ (১৯৫৮ খৃ ) কবিৰ শেহতীয়া প্ৰকাশ। এইখন পুথি ৰচনাৰ বেলিকাও কবিয়ে কবি হাফেজ আৰু চুফী ৰহস্যবাদ সম্বন্ধে খৰচি মাৰি জানি লৈহে ৰচনাত হাঁত দিছিল। তৰুণৰাম ফুকনৰ চিঠি লৈ গৈ কলিকতা বিশ্ববিদ্যালয়ৰ অধ্যাপক আলাউদ্দিন খোদাবক্সৰ ওচৰত চুফী ৰহস্যবাদ সম্পৰ্কে অধ্যয়ন কৰিছিল' কবি হাফেজৰ দেওয়ানাখন বোম্বেৰপৰা আনি পঢ়িছিল। তাৰ পিচতহে ৰচনাত হাত দিছিল। পুথিখন ৰচনা হোৱাৰ পিচত বহু বছৰ প্ৰকাশ নোহোৱাঁকৈ আছিল। সম্ভৱত পুথিখনিৰ প্ৰথম নামকৰণ ‘মিলনৰ সুৰ নহয় ‘জীৱনৰ সুৰ হে।

মিলনৰ "সুৰৰ পাতনি লিখিছে তেতিয়াৰ ডিব্ৰুগড কানৈ কলেজৰ অধ্যক্ষ শ্ৰীযোগীৰাজ বসুৱে। পাতনিত শ্ৰীবসুৱে চুফী ৰহস্যবাদ সম্পৰ্কে আলোচনা কৰি লিখিছে বহুৰ মাজত একৰ অনৈক্যৰ মাজত ঐক্যৰ সসীমৰ মাজত অসীমৰ অস্তিত্বত বিশ্বাস আৰু জীৱাত্মা আৰু পৰমাত্মাৰ আপাত বাহ্যিক ভেদ স্বত্বেও প্ৰকৃত প্ৰভেদ জ্ঞান— এয়েই মৰমীয়া উপলব্ধি বা দৃষ্টিভঙ্গীৰ ভিত্তি স্বৰূপ।"

চুফীতত্ত্ব চুফী ৰহস্যবাদ আৰু অতীন্দ্ৰিয়বাদৰ কথাই মিলনৰ সুৰৰ প্ৰধান উপজীব্য। 'কবি হাফেজ চুফী ৰহস্যবাদ আৰু হাফেজ সম্বন্ধে 'জয়ন্তী ত বহু বছৰ আগতে ৰচনা কৰা আন এটি প্ৰবন্ধ প্ৰকাশ পাইছিল। কবিৰ নিজৰ কথাত 'অন্তৰ ব্যাকুল কৰা সেই আবেগৰ সুৰ ইৰাণৰ ফুলনিৰ কবি হাফেজৰ জগতত প্ৰকাশ হৈছিল। কবি ভাব ৰাজ্যৰ শিল্পী। ভাব লৈয়ে তেওঁৰ লীলা খেলা। সেইকাৰণে কবিতা কেতিয়াও পুৰণি নহয়। অনন্তকাল ধৰি চিৰন্তন আত্মাৰ দৰেই মানুহৰ প্ৰাণৰ সৈতে আপোন হৈ আহিছে। অন্তৰৰ এই বিশাল ভাবৰাজ্যৰ শ্ৰেষ্ঠতম কবি হাফেজ সেই ভগবৎ প্ৰেমৰেই কবি। তেওঁৰ কবিতাৰ শাৰীয়ে সেই প্ৰেমৰ অমৃত ধাৰা বৈ গৈছে—

জীৱনত মোৰ তোমাৰ প্ৰেমৰ
বাজিব মোহন মধুৰ বাহী
স্মৃতি পৰশত মনৰ মাজত
প্ৰেমৰ কুসুমে মেলিব পাহি।

চুফী ৰহস্যবাদ মতে 'জীৱন হ্ল বিৰহ আৰু মৃত্যু হ্ ল পৰমাত্মাৰ লগত মিলন। প্ৰেমিকা বা কান্তা হ্ ল লোকচক্ষুৰ অন্তৰালত থকা পৰমাত্মা বা ভগবান আৰু প্ৰেমিকা বা কান্তা হ্ ল মৰ্ত্ত্যৰ মৰণ পিয়াসী মানুহ। ভগবান হ্ ল প্ৰকৃতি আৰু মানুহ বা ভক্ত হ্ ল পুৰুষ। সমগ্ৰ মানৱ জীৱনটোৱেই এটি বিৰহৰ পৰ্ব্ব। পৰমাত্মাৰ পৰা বিচ্ছিন্ন হৈ আহি জন্মলাভ কৰা মানৱ জনম দীৰ্ঘ প্ৰবাস বা পৃথিৱী বাস। মৃত্যু বা দেহত্যাগ পৰমাত্মাৰ লগত আত্মাৰ মিলন। সেয়েহে প্ৰিয়তমৰ লগত মিলন কবিৰ বাঞ্চিত—

প্ৰিয়তম মোৰ কাষতে আছিল
হিয়াৰে হিয়াক সাৱটি ধৰি
চেনেহৰ চুমা গোটেই ৰাতিটি
যাচিলে পৰাণ আকুল কৰি।

প্ৰিয়তমৰ লগত বিৰহৰ কৰুণ সুৰ কবিয়ে শুনাব পাৰিছে বেদনাৰ বীণ বাই বাই। প্ৰিয়া বিৰহৰ ব্যথাৰ আঘাতে কবিৰ প্ৰাণ জৰ্জ্জৰিত কৰিছে। কবিয়ে এদিন কল্পনা কৰিছিল প্ৰিয়জনক বুকুত সাৱটি লৈয়ে জীৱন উপভোগ কৰিবলৈ। কিন্তু কবিৰ আশা পূৰণ নহ'ল—

সপোনত দেখা মুকুতা ৰাশিক
দিঠকত জানো কোনোৱে পায়।

চুফী ৰহস্যবাদৰ অন্তৰালত কবিৰ নোপোৱাৰ বেদনা প্ৰিয় বিৰহৰ আকুল সুৰ অকলশৰীয়া জীৱনৰ বেদনাবোধৰ ইঙ্গিত প্ৰকাশ পাইছে—

নিঠুৰ আঘাত সহিব নোৱাৰি
চকুৰ পানীৰে আঁতৰি গলো
অকলশৰীয়া জীৱনৰ বাট
নিজে আহি মই বিচাৰি ললো।

অকলশৰীয়া জীৱনৰ বেদনাবোধৰ ইঙ্গিত নাথাকিলেও কবিৰ দেহজপ্ৰেম বা সংসাৰৰ দুদিনীয়া মায়া মোহত ওপজা বিৰহ বেদনাৰ কথাই কাব্যখনিৰ প্ৰাণকেন্দ্ৰ নহয়।

কবিৰ জীৱনৰ প্ৰতীক্ষা যেন সৰ্ব্বমানৱৰ মুক্ত প্ৰয়াসী মনৰ প্ৰতীক্ষা। এদিন ধূলিৰ দেহ ধূলিতে বিলীন হ ব— কিন্তু যেন সিদিনা জীৱন কুসুমে ধূলিৰ বুকুতে পাহি মেলিব। কবিৰ আশা প্ৰিয়জনৰ চেনেহী পৰশে যেন জীৱনৰ হেৰোৱা ৰতন হাতত‍ে মিলাব।

প্ৰিয়জনৰ লগত মিলনেই যেন নতুন পোহৰৰ পথ, মৰুৰ মাজত আকাশী অমিয়াৰ সন্ধান। কবিৰ 'মই জনে এনেভাবেই প্ৰিয়জনৰ 'আমি'ৰ মাজত একাত্ম হ'ব পাৰিছে।

বিশ্বমানৱৰ আত্মাৰ গভীৰ তন্ত্ৰী কঁপাই তোলা সুৰ স্পন্দন শুনা যায় বাঁহীৰ প্ৰতিধ্বনিত—

মহাগায়কৰ বাহীৰ সুৰত
কবিৰ প্ৰাণত কপিল সুৰ
মন্দাকিনীৰ স্নিগ্ধ ধাৰাই
জীৱন শ্ৰান্তি কৰিলে দূৰ

দুৱৰাৰ এইখন কাব্যৰো ভাষা সহজ সৰল সাৱলীল। চুফী ৰহস্যবাদৰ জটিল তত্ত্বও কবিৰ কাপত সাৱলীল প্ৰেম গীতি স্বৰূপ।

## আপোন সুৰ বনফুল

বাহী আৱাহন আদি বিভিন্ন আলোচনীত প্ৰকাশিত দুৱৰাৰ খণ্ড কবিতাৰ সংকলন আপোন সুৰ (১৯৩৮) আৰু বনফুল (১৯৫২)। বনফুল আৰু আপোন সুৰ দুয়োখন পুথিয়ে ডক্টৰ বিৰিঞ্চি কুমাৰ বৰুৱাৰ অত্যাচাৰত প্ৰকাশিত। নোপোৱাৰ বেদনা বেদনাতুৰ প্ৰাণৰ কাৰুণ্য উপচি পৰা বিৰহ বনফুল আৰু আপোনসুৰৰ সৰহভাগ কবিতাৰ প্ৰাণকেন্দ্ৰ। কবিতাৰাজিত শুনা যায় কবি জীৱনৰ যুগমীয়া বিৰহ আৰু হেৰোৱা সৌন্দৰ্যৰ প্ৰতি ব্যাকুল বিননি। কবিয়ে প্ৰেমৰ সপোন দেখে প্ৰেমৰ কবিতা লিখে । কবিয়ে অকল দৈহিক মিলনতে প্ৰেমৰ পৰিতৃপ্তি বিচৰা নাই। প্ৰেম আৰু সৌন্দৰ্য সাধনা ঈশ্বৰ প্ৰাপ্তিৰ উপায়। মৃত্যুৰ মাজেৰে বিচাৰিছে তেনে প্ৰেমৰ সাৰ্থকতা—

সকলো প্ৰাণীৰ তুমি প্ৰাণৰ পুতলা
তোমাতেই সাৰ্থক জীৱন
মৃত্যু কিনো ইয়ো এক তোমাৰ কৰুণা
আত্মাৰ প্ৰকৃত মিলন। (ফুলশয্যা)

এইখিনিতে দুৱৰাৰ কবিতাত প্ৰকাশ পাইছে এটি মিষ্টিক ব্যঞ্জনা। ৰবীন্দ্ৰনাথৰ সুৰত কবলৈ হ লে মৰণৰে তুহু মম শ্যাম সমান। কবিয়ে কোনো কোনো কবিতাত জীৱন নাওখনি সংসাৰ নৈত ভগবানৰূপী নাৱৰীয়াৰ হাতত এৰি দিছে। সংসাৰ নৈৰ সোত কবিৰ চিৰলগৰীয়া

অজানাৰ সুৰে নিয়ে টানি
সোঁত তাৰ চিৰ লগৰীয়া (চিৰ লগৰীয়া)

জনমৰ আদিম পুৱাৰে পৰা লুইতৰ সোঁতৰ বুকুত কবি অকলশৰীয়া নাৱৰীয়া। কবিৰ কোনো আপোন জন নাই, যাৰ প্ৰাণত কবিৰ আপোন সুৰে স্পন্দন তুলিব। তথাপি কবিয়ে সংসাৰ যাত্ৰীসকলক এষাৰ সাৱধান বাণী শুনাব খুজিছে। মায়া মৰীচিকাৰে ভৰা এই সংসাৰত কবিয়ে দেখিছে পথভ্ৰষ্ট পথিকৰ বিলাই বিপত্তি। ছা জুইৰ পিচত লৰি

ঢাপৰি দিকভ্ৰান্ত হোৱাৰ দৰে সংসাৰ যাত্ৰীও পথহাৰা। কবিয়ে নিজকে মায়া মোহৰ পৰা আঁতৰাই আনি বিচাৰিছে জীৱনত মাথোন এষাৰি কথা, সেই পৰম জনৰ মধুৰ পৰশৰ কথা পৰম জনাৰ কৰুণা লাভৰ কথা—

কেতিয়ানো সুন্দৰৰ মধুৰ পৰশে
কাষ চাপি লবহি চপাই।

মিষ্টিক ব্যঞ্জনাৰ প্ৰতীক কবিৰ তোমালৈ কবিতা। কবিৰ দুখ যাতনাৰে ভৰা নিৰাশাত ভগা হিয়াখনি প্ৰিয়জনৰ মধুৰ মাতেৰে পৰিতৃপ্ত কৰিব খুজিছে। দুখ যাতনাৰে ভৰা কবিৰ অন্তৰ কান্দি কান্দি ভাগৰি পৰিছে। সেয়েহে মাথোন শেষ বাৰৰ বাবে এবাৰ বিচাৰিছে প্ৰিয়জনৰ মধুৰ পৰশ।

মোৰ যক তোমাৰ বুকুতে
অন্তহীন সুৰ বিষাদৰ
হাহি মুখে মাগিলো মেলানি
তুমি মোৰ প্ৰতিমা প্ৰাণৰ

প্ৰেম আৰু সৌন্দৰ্য সাধনাই যে ঈশ্বৰ প্ৰাপ্তিৰ একমাত্ৰ উপায় দুৰ্ব্বাৰ মিষ্টিক কবিতাৰাজিত সেই সুৰ বাজি উঠিছে। কবিৰ মিষ্টিক ব্যঞ্জনাত হাফেজৰ সুৰৰ ধ্বনি প্ৰতিধ্বনিত হোৱা শুনা যায়। দুৰ্ব্বাৰ কবিতাত প্ৰকাশ পোৱা মিষ্টিক প্ৰেম বা ছায়াবাদী প্ৰেমৰ মাজত অন্তৰ হেন্দোলনি তোলা ব্যৰ্থ প্ৰেমৰ বিননি নাই। মৃত্যুৰ মাজেৰেহে আত্মাৰ প্ৰকৃত মিলন। জাগতিক মায়া মোহত আবদ্ধ হৈ আমি পাহৰি যাও জীৱনৰ ক্ষণস্থায়িত্বৰ কথা। কবি দুৰ্ব্বাই খন্তেকৰ বাবে হলেও সুৱৰি চাইছে জীৱনৰ আত্মবিস্মৃত অৱস্থা।

সোণৰ সজাত যেন বনৰ চৰায়ে
পাহৰিলে জীৱনৰ গান।

কবিৰ কল্পিত সৰগখনত নিজৰ গান শুনি নিজে আপোন পাহৰা হয়। বৰাগী কবিয়ে মনৰ মাজতেই সৃষ্টি পাতনিৰ অলেখ ভঙা পতা ছবিৰ কল্পনা কৰে।

ব্যাহ্যিক দৃষ্টিত দুৰ্ব্বাক নিৰাশবাদী যেন লাগিলেও একেষাৰতে নিৰাশাবাদী আখ্যা দিয়া সহজ নহয়। নোপোৱাৰ বেদনাই কবিৰ অন্তৰত যুগমীয়া বিৰহৰ টৌ তুলিলেও কবি ভৱিষ্যতৰ বাবে সম্পূৰ্ণ আস্থাশীল। সংসাৰৰ বেচাকিনা চলিব সদায় এইবুলি বিধিৰ বিধান সহজ ভাবে মানি লৈছে। লোকচক্ষুৰ অন্তৰালৰ পৰা আত্মগোপন কৰি পাহৰণি নৈৰ পাৰত নিৰলে নীৰৱে বাস কৰাই একমাত্ৰ হাবিয়াস।

আপোন সুৰৰ অতীতক যোৱাহে পাহৰি 'অতীতক নেযাবা পাহৰি আজি মোক যোৱাহে পাহৰি আৰু 'শূন্য পৰিচয় পাহৰণি তত্ত্বৰ কবিতাৰাজি কবিৰ জীৱন দৰ্শনৰ প্ৰতিলিপি। অতীতলৈ উভতি চালেই মনত পৰে প্ৰাণহীন প্ৰতিমাৰ স্মৃতি। সেই সন্ধিক্ষণত অতীতক বিস্মৃতিৰ গৰ্ভত বিলীন কৰি দিয়াৰ বাহিৰে কবিৰ গত্যন্তৰ নাই।

সুৱৰি সুঁৱৰি কিয় অতীতৰ স্মৃতি
মিছাতেই নিজে দুখ পোৱা।
মুখনি মোলান কিয় মিছাতে চকুলো
অতীতক পাহৰি পেলোৱা।

কবিৰ জীৱন 'সুখৰ সোঁতত ভাহে দুখৰ নাৱত। সেয়েহে বিচাৰিছে চেনেহৰ মায়াজৰী গছ ছিঙি দিবৰ বাবে। দুদিনীয়া সংসাৰৰ আলহী ঘৰত মৰম চেনেহ, প্ৰেম প্ৰীতি সকলো দুদিনীয়া। অন্তৰৰ বেদনাৰ চিতা জুই আপুনি নুমাব। ইয়াৰ মাজতে কবিয়ে শুনিবলৈ পাইছে 'দূৰণিত মধুৰ বাঁহীৰ তান। সেই বাঁহীৰ তান দূৰতহে মধুৰ যিমানে ওচৰ চাপি যায় সিমানেই—

দূৰতে সৌন্দৰ্য তাৰ দূৰতে মাধুৰী
ওচৰত প্ৰাণ শূন্য তান।

মানুহৰ যাত্ৰা পথ পাহৰণি আৰু সোঁৱৰণিৰ মাজত। মানুহে সহজতে অতীতক পাহৰিব নোৱাৰে। এৰি অহা দিনৰ স্মৃতি সুঁৱৰি কবি উদ্বাউল। অকলেই যিমানে আগুৱাবলৈ বিচাৰে স্মৃতি মন্দিৰত সিমানে দিশহাৰা হয়। অনাগত ভবিষ্যতক পাহৰি যোৱাৰ আশঙ্কা ওপজে। কবিয়ে অতীতৰ মধু স্মৃতিৰ কথা পাহৰিব নোৱাৰে।

সুখে দুখে জীৱনৰ ফুৰে পাচে পাচে
অতীতৰ মধুৰ সপোন
নিমিষতে বিষাদত ধৰেহি আগত
এৰি অহা প্ৰেমৰ দাপোণ।

নিজে অতীতৰ মধুৰ স্মৃতি পাহৰিবলৈ ব্যৰ্থ চেষ্টা কৰিলেও আনৰ বিস্মৃতিৰ অতল গৰ্ভত যাতে লীন হৈ নাযায় এয়ে কবিৰ কামনা। জীৱনৰ সুখে দুখে অতীতৰ মধুৰ সপোনে উদ্বাউল নকৰা নহয়। কিন্তু ভয় হৈছে কিজানি কবিক জগতে পাহৰি যায়। তাতকৈ অসহনীয় আন যে একোৱে হ ব নোৱাৰে। 'মই পাহৰি যাম কিন্তু মোক নাপাহৰিবা। কবিয়ে কাকুতি কৰিছে—

চেনেহৰ সখা মোৰ শেষ অনুৰোধ
অতীতক নেযাবা পাহৰি
সমাপি জীৱন খেলা বসুধা বুকুত
যামগৈ সিদিনা আঁতৰি।
অতীতক নেযাবা পাহৰি।

শেষৰ মেলানি মাগি যাও বোলা বিদায়ৰ বাণী জনোৱা সম্ভৱ নহয়। কবি সেইখিনিতে দুৰ্ব্বল হৈ পৰিল যাৰ বাবে কবিক ভবিষ্যতৰ বাবে আস্থাহীন বুলি ক ব নোৱাৰি।

নাও মেলি আহিলো আঁতৰি
অতীতক নেযাবা পাহৰি।

মনৰ অৰ্ন্তদ্বন্দ্বৰ এনে সন্ধিক্ষণত লোকচক্ষুৰ অন্তৰালত আত্মগোপন কৰিব বিচৰা কবিৰ কামনাই 'শূন্য পৰিচয় । জীৱনৰ সঙ্কটপূৰ্ণ সন্ধিক্ষণত থিয় হৈ হিয়াৰ উপমা দিবলৈ কোনো বস্তুকে বাচি নলৈ বাচি ললে জেতুকা পাত। জেতুকা পাত দেখিবলৈ সেউজীয়া— অথচ কোমল। পটাগুটিত চেপি নিদিলে নাইবা হাতেৰে মোহাৰি নিদিলে কোমল আৰু সেউজীয়া আৱৰণৰ ভিতৰৰ ৰক্তিম আভা চকুত নপৰে। কবিৰ অন্তৰখনিও জেতুকা পাতৰ দৰে ৰক্তাক্ত। অতীতৰ মধুৰ স্মৃতি কালৰ সোঁতত উটুৱাই দিয়াৰ ব্যৰ্থ চেষ্টা কৰিলেও নাইবা শান্ত পথিকৰ ভাও দিবলৈ চেষ্টা কৰিলেও ব্যৰ্থ হৈ পৰিল আৰু আত্মগোপন কৰিব নোৱাৰিলে।

অন্তৰ জ্বলোৱা ছবি অতীতৰ স্মৃতি লৈ

বুকুৰ মাজতে আছে অন্তৰতে অকা।

ভাগ্যহীন জীৱন আৰু সুৰহীন গানৰ কোনো বাস্তৱ মূল্য নাই। কিন্তু কবি তেনে এটা জীৱনৰ অধিকাৰী। আনৰ অনাদৰ অৱহেলাৰ প্ৰতি কবিৰ কোনো আক্ষেপ নাই। ই যেন কবিৰ কপালৰ বিধিৰ নিঠুৰ লেখা। তাক খণ্ডাবৰ কোনো উপায় নাই। সেয়েই কুসুম কানন সদৃশ। সংসাৰৰ মাজত থাকিও কবি জীৱনৰ আঁৰত উপভোগ কৰাৰ পৰা বঞ্চিত। কবিৰ কামনা পাহৰণি নৈৰ পাৰত এটি পঁজা সাজি নিৰলে নীৰৱে কাল কটাব। সাগৰৰ ঢৌ সাগৰৰ বুকুত মাৰ যোৱাৰ দৰে কবিৰ অন্তৰৰ হাঁহাকাৰ অন্তৰতে মাৰ যাব তাৰ উপশমৰ কাৰণে আনৰ সহায় সহানুভূতি কামনা নকৰে। মনৰ এনে অৰ্ন্তদ্বন্দৰ সন্ধিক্ষণত প্ৰতীক হিচাপে থিয় কৰাইছে সঙ্গীহীন বাটকৰা এটিক। 'সঙ্গীহীন দিকভ্ৰান্ত বাটকৰাৰ আন্ধাৰ মুন্ধাৰ পথ একোকে নমনে সমুখত স্মৃতিৰ শ্মশান। স্মৃতিৰ অন্তৰালত জীৱনৰ জয়তু দিনৰ কাহিনী লিপিবদ্ধ হোৱা নাই। আছে শ্মশানৰ দৰে এৰি অহা দিনৰ ভয়ঙ্কৰ সোঁৱৰণি। যেতিয়া অতীত ভৱিষ্যত কোনো পিনে পাৰ নোপোৱা হৈছে, তেতিয়া বাটকৰাক এৰি দিছে নিয়তিৰ হাতত।

নিচিনা বাটেদি মোক     নজনা দেশৰ পিনে
নিয়তিয়ে হাত ধৰি নিব আগুৱাই।

জীৱনৰ এনে সন্ধিক্ষণতো ভগৱানৰ সৃষ্টিৰ প্ৰতি অকণো বিদ্বেষ ভাব প্ৰকাশ কৰা নাই। সহজ সৰল ভাবে ভগবানৰ বিধানক মানি লৈ নিয়তিৰ হাতত ভবিষ্যতক এৰি দিছে। ভগবানৰ বিধানক সহজভাবে মানি লোৱাৰ নিজা দৃষ্টিভঙ্গীৰ ফালৰ পৰা ওমৰৰ ভাব ৰাজ্যৰ লগত দুৰ্ব্বাৰ মিল নাই। ওমৰে নিয়তিৰ বিধানক সহজ ভাবে মানি লোৱা নাই—

গৰ্জ্জিলে সাগৰে গহীন সুৰেৰে
নাই নাই ক তো আলোক পথ
অন্ধ নিয়তিৰ অন্ধ বিশ্বাসত
চলে মানৱৰ জীৱন ৰথ।

নিয়তিৰ হাতত মানুহ কাঠৰ পুতলাৰ দৰে। অন্ধ নিয়তি আৰু অদৃষ্টৰ হাতত মানুহৰ শক্তি সীমাবদ্ধ। আনহাতে অদৃষ্টৰ পৰিহাস অপৰিহাৰ্য। দুৰ্ব্বা কবিয়ে নিয়তিৰ হাতত জীৱন চকৰি এৰি দি সংসাৰপৰা আঁতৰি গলেও স্ংসাৰখন একেদৰেই থাকিব। কবিৰ জীৱনৰ দুখ বেদনাই স্ংসাৰত কোনো প্ৰতিক্ৰিয়া সৃষ্টি নকৰে। পাহৰণি নৈৰ বুকুত কবিৰ পৰিচয় শূন্য পৰিচয়—

পাহৰণি নৈখনি     পঁজাৰ কাষেদি বই
দিব জগতত মোৰ শূন্য পৰিচয়।

কবিয়ে বিচাৰিছে জগতৰপৰা শেষ বিদায় লবলৈ। শেষ মুহূৰ্ত্তত কবিৰ স্মৃতিৰ পটত অতীতৰ মধুৰ সোঁৱৰণিয়ে ভুমুকি মাৰিলেও কবিৰ যেন উভতি চাবৰ সময় নাই, হাবিয়াসো নাই। জীৱনৰ সন্ধিয়া পৰত লেখিছে পৰম জনাৰ লগত মহামিলনৰ ক্ষণ। সেই সন্ধিক্ষণত বিস্মৃতিৰ অতল গৰ্ভত লীন গলেও কবিৰ কোনো আক্ষেপ নাই।

আজি এই সন্ধিয়া পৰত
মিলনৰ অপূৰ্ব্ব ক্ষণত
মেলানি মাগিছো নিজে
আজি মোক যোৱাহে পাহৰি।

কবিৰ সৰহভাগ কবিতাৰ প্ৰতীক নদী, নাও আৰু নাৱৰীয়া সঙ্গীহীন অকলশৰীয়া বাটৰুৱা জেতুকা পাত সৰাপাত পখিলা লুইত আদি। অকলশৰীয়া জীৱনৰ বেদনা বোধ কেবাটিও কবিতাত স্পষ্ট। মানুহক আন কামৰ বাবে সঙ্গী নালাগিলেও খেলা ধূলা আৰু সংসাৰ পাতিবলৈ জীৱন সঙ্গীৰ প্ৰয়োজন। জীৱনৰ বেদনাবোধ যেতিয়া তীব্ৰ হৈ উঠে তেতিয়া অসম্ভৱকো সম্ভৱ কৰি কবিয়ে দুয়োটা কামকে কৰিব বিচাৰিছে অকলশৰে।

অকলেই ওমলো জামলো
অকলই পাতিছো স‌ংসাৰ।

কবি যেন মৰতৰ বিষাদ বিননিৰ পৰা আঁতৰি সৰগৰ অমিয়া মাধুৰি পান কৰি আকাশতে উৰি ফুৰা এটি পখিলা। বিজুলীৰ দৰে শূন্যতেই উদয় হৈ শূন্যতেই মাৰ যাব। পুৰণিক আঁতৰাই নতুনৰ নৱ আয়োজন কৰা জগতৰ চিৰন্তন ধৰ্ম্ম। পুৰণিৰ সতে কবিয়ে অনন্ত সোতত হাহিমুখে আঁতৰি যাব তাৰ বাবে আক্ষেপ নাই।

কবিৰ জীৱনৰ গভীৰ বেদনা বোধৰ কথাও কবিয়ে নিজেই ৰচনা কৰিছে। জগতৰ এটি শুভ মুহূৰ্তত কোনোবা জোনাক নিশা কবি উপস্থিত হৈছিল জুৰিৰ পাৰত— সাগৰৰ তীৰত। মৃদু মলয়াৰ পৰশে উন্মনা কৰিছিল উদ্‌ভ্ৰান্ত যৌৱনা কবিৰ চিত্ত। চকুত ভাহি উঠিছিল ৰঙীন জীৱনৰ মধুৰ সপোন ' সেই শুভ মুহূৰ্তত এখুজি দুখুজি কৰি আগবাঢ়ি আহিছিল কবি প্ৰিয়া। সপোনৰ মানস প্ৰতিমাক হাততে পাই আৰু কবিতা কুৱৰীৰ মৰমী পৰশত আপোন ভোলা কবিয়ে নিজকে পাহৰি গ ল। বিচাৰিলে সপোনক দিঠকত পৰিণত কৰিবলৈ বিচাৰিলে খন্তেকীয়া মিলনক যুগমীয়া কৰিবলৈ। অন্তৰৰ আকুল আৱেগ ঢালি দি আপোন পাহৰি থাকোতেই বাস্তৱৰ নিকৰুণ পৰশত কবিয়ে উপলব্ধি কৰিব পাৰিলে কবিতা কুৱৰী আৰু নাই। কবিতা কুৱৰীৰ বিৰহত কেউপিনে অন্ধকাৰ দেখিলে—

সেইদিন ধৰি কবি বলিয়া বৰাগী
ঘূৰি ফুৰে স্মৃতি শ্মশানত
বিচাৰি ফুৰিছে সেই হেৰোৱা সপোন
অকলই জগত মাজত। (হেৰোৱা সপোন)

কবিয়ে নিজকে সমৰ্পণ কৰাৰ মধুৰ ক্ষণত দুখনি হিয়াৰ একেটি কপনি একেটি সুৰতে প্ৰকাশ কৰাৰ স্বপ্ন দেখিছিল। সেই স্বপ্ন নফলিয়ালে। সপোন কুৱৰীয়ে কবিৰ বাবে এৰি গ ল এটি অমূল্য সম্পদ।

শেষত অৰূপ ধন
মোৰ জীৱনৰ অযাচিত বৰ
তুমি দিয়া বীণখন
শেষত অৰূপ ধন। (সমৰ্পণ)

# দুৰ্বৰাৰ কবিতাত পাশ্চাত্য প্ৰভাৱ

## ডঃ নন্দ তালুকদাৰ

দুৰ্বৰাৰ ভালেমান কবিতাৰে প্ৰেৰণা আৰু সমল ই ৰাজ ৰোমাণ্টিক কবি। ভাৰতীয় ৰোমাণ্টিক কবি পাশ্চাত্য জগতৰ ৰোমাণ্টিক কবিৰ ভাবৰ দ্বাৰা প্ৰভাৱান্বিত সন্দেহ নাই। কিন্তু ভাৰতীয় দৰ্শনৰ আদৰ্শৰে সম্ভূত। অৰ্থাৎ আঙ্গিকৰ ক্ষেত্ৰত পশ্চিমীয়া প্ৰভাৱ অনস্বীকাৰ্য। কিন্তু বিষয় বস্তুৰ ওপৰত ভাৰতীয় দৰ্শনৰ প্ৰভাৱ সুস্পষ্ট। সমালোচক দুৰ্বৰাৰ কবিতাত ভাৰতীয় অঙ্গাৱৰণৰ অভাৱ বুলি উল্লেখ কৰিছে। এই উক্তি যথাৰ্থতে সত্য নহয়। এই কথা সত্য যে এইজনা কবিৰ কবিতা ভৌগোলিক চাৰিসীমাৰ মাজত সীমাবদ্ধ কৰা সহজ নহয়। দুৰ্বৰাৰ কবিতা যি কোনো ভাৰতীয় ভাষা তথা বিশ্ব সাহিত্যলৈ অনুবাদ কৰিব পাৰি। আনহাতে এজাৰে মেলিলে পাহি (অনন্ত) শৰতৰ শেৱালি সেউজীয়া ধাননি (চকুলো) জেতুকা পাত (শূন্য পৰিচয়) পদূলি মুখত পুতি কলাপুলি (মোৰ দীপালী) পদূলিৰ শেৱালি জুপিযে বুহ্য চক্ৰ ইন্দ্ৰধনু, জালিকটা ৰিহাৰ আচল পূৰ্ণাহুতি সোণৰ হৰিণা সেৱা কৰে তুলসী তলত (নাৱৰীয়া যায় ভটিয়াই) লুইতৰ বহল বুকু কাল্ল পছোৱা বিধাতাৰ শাওপাত বিধিৰ লিখন আদি নিভাজ অসমীয়া গাঁৱলীয়া চিত্ৰ। এনেবোৰ শব্দৰ লগত ভাৰতীয় চিন্তাৰো নিবিড় সম্বন্ধ। দুৰ্বৰাৰ বহুতো কবিতাত লুইত শব্দৰ ব্যৱহাৰ কৰিছে। বহু সময়ত কবিযে লুইত শব্দেৰে অকল ব্ৰহ্মপুত্ৰ নদীখনকে নুবুজাই লুইত মানে নদী বুজোৱা যেন লাগে।

কবিৰ ওপৰত পশ্চিমীয়া প্ৰভাৱ অস্বীকাৰ কৰাৰ ধৃষ্টতা আমাৰ নাই। বেজবৰুৱাই তেওক শ্যেলী বুলি জোকোৱা কথাও আমি জানো। কিন্তু দুৰ্বৰা জানো শ্যেলীৰ মন্ত্ৰ শিষ্য? দুৰ্বৰাৰ কবিতা পঢ়িলে যেনেদৰে শ্যেলীৰ কবিতা পঢ়া নহয় শ্যেলীৰ কবিতা পঢ়িলেও দুৰ্বৰাৰ কবিতা পঢ়া নহয়। দুই এটি কবিতাৰ ফাকিত মিল থাকিলেও আদৰ্শ আৰু লক্ষ্য সম্পূৰ্ণ বিপৰীত। শ্যেলীৰ দৰে দুৰ্বৰাও সৌন্দৰ্যৰ উপাসক আৰু গীতিধৰ্ম্মিতা প্ৰধান লক্ষণ। ৰোমাণ্টিক কবিতাৰ লক্ষণেই হৈছে অন্তৰত হেন্দোলনি তোলা তীব্ৰ অনুভূতি জগোৱা। তেতিয়া হ লে দুৰ্বৰাই আনুগত্য স্বীকাৰ কৰিব লাগিব ৰোমাণ্টিক আন্দোলনৰ ওচৰত অকল শ্যেলীৰ ওচৰত নহয়। বনগীত বিহুগীতৰ অনুভূতিৰ তীব্ৰতাই জানো অসমীয়া ৰোমাণ্টিক কবিক প্ৰভাৱান্বিত কৰিব নোৱাৰে—

হাহ হৈ চৰিম মই তোমাৰে পুখুৰীত
পাৰ হৈ পৰিম মই চালত
ঘাম হৈ সোমামগৈ তোমাৰে শৰীৰত
মাখি হৈ চুমা দিম গালত।

এই গীতৰ অনুভূতিৰ তীব্ৰতা কোনো ৰোমাণ্টিক কবিতাৰ অনুভূতিৰ তীব্ৰতাতকৈ কম নহয়। দিখৌৰ পাৰৰ ৰংপুৰীয়া দুৰ্বৰাক নানা ভৰহৰ বনগীত বিহুগীতে প্ৰভাৱান্বিত কৰাটো স্বাভাৱিক। সেয়েহে তেওৰ কবিতাত পোৱা যায় বনগীতৰ নিছিগা সুৰৰ মৃদু মুৰ্চ্ছনা।

দুৱৰাৰ তোমালৈ সুখৰ সপোন আৰু সপোনৰ সুৰত শ্যেলীৰ প্ৰভাৱ স্পষ্ট। দুৱৰাৰ তোমালৈ কবিতাত শ্যেলীৰ ডি ইণ্ডিয়ান চেৰিনেড কবিতাৰ ছা পৰিছে—

প্ৰাণ মোৰ পৰিছে ভাগৰি
আথে বেথে লোৱা তুলি মোক
শেষ হৃক তোমাৰ কোলাতে
জীৱনৰ যত দুখ শোক।

Oh ! lift me from the grass
I die I faint I fail

*Th Indian Serenade*

দুৱৰাৰ সপোনৰ সুৰত শ্যেলীৰ Mutability ৰ কথনভঙ্গী আৰু ৰচনা শৈলীৰ ছা পৰিছে। Mutability ৰ পৰিবেশ গহীন আনহাতে সপোনৰ সুৰ গতিচঞ্চল কবিতা। শ্যেলীৰ Mutability ৰ দুৱৰাই নামকৰণ কৰিছে সপোনৰ সুৰ। Mutability বুলিলে যি এটি গহীন পৰিবেশ আৰু গভীৰ ভাবৰ কথা মনলৈ আহে সপোনৰ সুৰত সেই পৰিবেশ সম্পূৰ্ণ বিপৰীত। দুৱৰাৰ সুখৰ সপোনত শ্যেলীৰ Spirit of delight ৰ ছা পৰিছে। সুখৰ সপোনৰ আগছোৱাতকৈ পিচৰ স্তৱক সমূহত শ্যেলীৰ লগত সাদৃশ্য পৰিলক্ষিত হয়। শূন্য পৰিচযৰ কোনো কোনো শাৰীৰ লগত Ode to the West Wind ৰ মিল আছে।

প্লেটোৰ আদৰ্শ ৰাজ্য আৰু কল্পনা প্ৰৱণতাৰ প্ৰভাৱ শ্যেলীৰ ওপৰত দেখা যায় দুৱৰা প্লেটোৰ আদৰ্শৰাজ্যৰ সম্পূৰ্ণ বিপৰীত। কল্পনা প্ৰৱণতাৰ জ্যোতিষ্মান পাখি পৰিচালনা কৰি শ্যেলীয়ে বিচাৰিলে সংসাৰখন স‌ংসাৰ কৰিযে নাৰাখি সৰগ কৰিবলৈ। শ্যেলীয়ে সত্য প্ৰেম আৰু অহিংসাৰ ভেটিত নতুন সংসাৰ এখন সৃষ্টি কৰাৰ কল্পনা কৰিলে। আদৰ্শবাদৰ স্বপ্ন জীৱন পথত ফুটি উঠক আশা আৰু আনন্দ প্ৰখৰ ভাস্কৰ্য্যৰ দৰে দীপ্তিমান হওক এযে শ্যেলীৰ কামনা। কিন্তু দুৱৰা কবিৰ প্ৰকৃত পৰিচয শূন্য পৰিচযহে। কবিৰ কল্পিত সৰগত—

মোৰ গান মযে গাও
  শুনি শুনি ময়ে তল যাও
গানৰ শেষত
  শুনোতা গাওতা দুযো
    একে হৈ পাৰকে নাপাও।

শ্যেলীৰ কবিতাত পোৱা যায় বিদ্ৰোহমূলক জীৱন দৰ্শনৰ আভাস। প্ৰমেথিউচ তাৰেই প্ৰতীক। কিন্তু দুৱৰাই জগতৰ অনাদৰ অৱহেলাকে বুকুত সাৱটি বিচাৰিছে লোকচক্ষুৰ অন্তৰালত আত্মগোপন কৰাৰ কথা।

দুৱৰাৰ ওপৰত শ্যেলীতকৈ টেনিচন আৰু কীটছৰ প্ৰভাৱ কম নহয। টেনিচনৰ কবিতাত এহাতে ভাবাবেগ উৎসাহ আনহাতে স্বপ্নময় আবেশ অৱসাদ আৰু অতীত পৰ্যালোচনা আদি ভাব পৰিলক্ষিত হয়। দুৱৰাৰ কবিতাত টেনিচনৰ কবিতাৰ পিচৰ লক্ষণসমূহ অৰ্থাৎ ভাবাবেগ স্বপ্নময় আবেশ অৱসাদ আদি পৰিস্ফুট। কিন্তু ছন্দ আৰু ধ্বনি প্ৰবাহৰ নৈপুণ্য টেনিচনৰ দৰে দুৱৰাৰ কবিতাৰো প্ৰধান উপজীব্য।

নাৱৰীয়াত (গ) টেনিচনৰ Crossing the Bar কবিতাৰ প্ৰভাৱ সুস্পষ্ট। দুয়োটা দুৰৱাৰ ভগবানৰ প্ৰতীক নাৱৰীয়া আৰু টেনিচনৰ প্ৰতীক My Pilot মিষ্টিক প্ৰেম কবিতাৰ প্ৰাণকেন্দ্ৰ। দুৰৱাৰ কবিতাত স্বপ্নময় আবেশ থাকিলেও অতীত পৰ্যালোচনা কিছু কম। দুৰৱাৰ 'চকুলো কবিতাত টেনিচনৰ Tears Idle Tears কবিতাৰ ছা পৰিছে। টেনিচনৰ দৰে দুৰৱাৰ চকুলোত ভাঁহি উঠিছে জীৱন মৰণৰ অবিচ্ছেদ্য যাত্ৰা পথৰ বিননি।

ৰোমাণ্টিক যুগৰ আনজন প্ৰথিতযশা কবি কীটছৰ প্ৰভাৱো দুৰৱাৰ ওপৰত নপৰা নহয়। কীটছৰ দৰে দুৰৱাও যি কোনো ৰাজনৈতিক নাইবা সামাজিক সমস্যাৰ প্ৰতি উদাসীন। কীটছৰ মতে A thing of beauty is a joy for ever কীটছৰ কবিতাৰ শ্ৰুতিমধুৰ শব্দ সম্ভাৰ সহজ সৰল প্ৰকাশভঙ্গী চিন্তাৰ প্ৰগাঢ়তা জীৱনৰ সমালোচনা ইন্দ্ৰিয়বোধৰ দীপ্ততা আদি গুণেৰে সুপ্ৰতিষ্ঠিত। দুৰৱাৰ কবিতাৰো শ্ৰুতিমধুৰ শব্দসম্ভাৰ সহজ সৰল প্ৰকাশভঙ্গী জীৱনৰ সমালোচনা ইন্দ্ৰিয়বোধৰ দীপ্ততা আদি প্ৰাণকেন্দ্ৰ। কীটছৰ La Belle Dame Sons Merchi ৰ ছা দুৰৱাৰ হেৰোৱা সপোনত ৰিণিকি ৰিণিকি শুনা যায়।

দুৰৱাৰ নাৱৰীয়াৰ (ক) কোনো কোনো শাৰীৰ লগত ৱডচৱৰ্থৰ ছাইমন লী কবিতাৰ সাদৃশ্য দেখা যায়। তেনেদৰে ৰবাৰ্ট ব্ৰাউনিঙৰ The Last Ride Together ৰ লগত দুৰৱাৰ বিদায় বেলাৰ মুহূৰ্ত্তৰ সাদৃশ্য পৰিলক্ষিত হয়। তেনেদৰে জাৰ্ম্মান কবি হাইনে ইংৰাজ কবি গ্ৰে আদিৰ কবিতাৰ লগত দুৰৱাৰ কোনো কোনো স্তৱকৰ সাদৃশ্য মন কৰিবলগীয়া।

ৰবীন্দ্ৰোত্তৰ যুগত ভাৰতীয় কবিৰ ওপৰত ৰবীন্দ্ৰনাথৰ প্ৰভাৱ অস্বীকাৰ কৰিব নোৱাৰি। দুৰৱাৰ এইবাটে নাহিবা দুনাই কবিতাৰ লগত ৰবীন্দ্ৰনাথৰ পৰশপাথৰ কবিতাৰ সাদৃশ্য দেখা যায়। এইবাটে নাহিবা দুনাই কবিতা বাটৰুৱা কথা কবিতাৰ লগত মিল আছে।

দুৰৱাৰ ভাব ভাষা আৰু ৰচনাশৈলীত (টেকনিক্) প্ৰাচ্য পাশ্চাত্য জগতৰ বহুতো কবিৰ প্ৰভাৱ অস্বীকাৰ কৰিব নোৱাৰি। কিন্তু কবি হিচাবে দুৰৱাই আপোন সত্ত্বা কোনোজন কবিৰ পদচ্চায়াতে বিলীন কৰি দিয়া নাই। ডক্টৰ কাকতিৰ বুকুৰ তেজৰ উমনিৰে সজীৱ কৰি লোৱা উক্তিৰ সাৰ্থকতা এইখিনিতে। নৱন্যাস ভাবধাৰাৰে পৰিপুষ্ট দুৰৱাৰ কবিতাত আন কবিৰ কবিতাৰ প্ৰতিধ্বনি শুনা একো আচৰিত কথা নহয়।

## দুৰৱাৰ কবিতাত প্ৰকৃতি

একেষাৰতে কবলৈ হ লে দুৰৱাৰ কবিতা ছবি প্ৰধান নহয় সঙ্গীতপ্ৰধান। ৰঘুনাথ চৌধাৰীৰ কবিতাত প্ৰকাশ পোৱা প্ৰকৃতিৰ অনুপম বৰ্ণনাৰ সলনি দুৰৱাৰ কবিতাত শুনা যায় অন্তৰত হেন্দোলনি তোলা সঙ্গীতৰ মৃদু গুঞ্জৰণ। ৰঘুনাথ চৌধাৰীৰ দহিকতৰা কেতেকী নাইবা সাদৰী কাব্যগ্ৰন্থ পঢ়িলে আমাৰ চকুৰ পতাত ভাহি উঠে প্ৰকৃতিৰ নিখুত চিত্ৰ বনসখী বিহঙ্গমৰ কণ্ঠধ্বনি আৰু দুৰৱাৰ আপোন সুৰ বনফুল পঢ়িলে আমাৰ কৰ্ণগোচৰত অনুৰণিত হয় নোপোৱাৰ হা হুতাশ হেৰোৱা সৌন্দৰ্যৰ প্ৰতি বেদনা আৰু ব্যৰ্থ প্ৰেমৰ বিননি। দুৰৱাৰ প্ৰথম কাব্য সংকলনৰ প্ৰথমটো কবিতাতে শুনাইছে 'আপোন সুৰ —

অকলে আপোন মনে বহি নিৰলাত
ৰচো মই নিজানৰ গান।

অকলে আপোন মনে নিজানৰ গান ৰচা কবি দুৱৰাই কবিতাত প্ৰকৃতিক মুখ্য স্থান দিয়া নাই যদিও নিৰ্ব্বাসনো দিয়া নাই। সেউজীয়া ধৰণীৰ কোমল কোলাত শৰত আৰু বসন্ত উভয়ে কবিৰ কাপত সমাদৃত।

শৰতে গোটাই আনে শুকুলা ডাৱৰ
বসন্তই কুহি ফুল পাত (আপোন সুৰ)।

আকৌ হিয়াৰ উপমা দিবলৈ ইমানবোৰ সম্ভাৰ থকা সত্বেও কবিয়ে গ্ৰহণ কৰিছে প্ৰকৃতিজাত জেতুকা পাত। কবিয়ে সপোনৰ প্ৰথম পুৱাতে সাৰ পাই দেখিছিল প্ৰকৃতিৰ অপৰূপ দৃশ্য। আকাশত তেতিয়াও তৰাৰ পোহৰ মাৰ যোৱা নাই—

লয় পায় মলয়াৰ মেলা
লাহে লাহে তটিনী বুকুত
উৰি যায় গোলাপৰ গোন্ধ
ছবি যেন সপোন মাজত (তোমালৈ)।

আকাশৰ মেঘৰ আঁৰত উমলি ফুৰা পূৰ্ণিমাৰ জোনটিৰ চিত্ৰ সৰগৰ পৰা সৰি পৰা আকাশী নিয়ৰ দুপৰীয়া আপোন মনে গছৰ তলত বাহীটি বাই মন প্ৰাণ হৰা চিত্ৰই দুৱৰাৰ প্ৰকৃতি প্ৰীতিৰ পৰিচয় দিয়ে। পৃথিৱীৰ বুকুত ধাৰাসাৰে বৰষুণ দিয়া বাৰিষাৰ আকাশৰ মেঘৰ গাজনিও কবিৰ অতি প্ৰিয়—

ভাল পাও বাৰিষাৰ মেঘৰ গাজনি
ধাৰাসাৰে বৰষুণ পৰা।

নৱ বসন্তৰ মধুৰ সমীৰ আৰু জোনাকৰ জেউতিৰে প্লাবিত কৰা মুহূৰ্ত্তত আকাশে বতাহে অনুভৱ কৰিছিল এটি নতুন পৰশ সেই মুহূৰ্ত্তত বীণখনি হাতত লৈ বলিয়া কবিয়ে গাইছিল জীৱনৰ গান।

বিয়পিলে দশোদিশে মিলন বাতৰি
বলে ধীৰে মধুৰ মলয়
সেইদিনা যৌৱনৰ সাগৰ তীৰত
প্ৰণয়ৰ অৰুণ উদয়।

কবিৰ কবিতাত পশ্চিম আকাশত বেলি মাৰ যোবা আৰু সন্ধিয়াৰ অন্ধকাৰে পৃথিবী আৱৰা দৃশ্য মনোৰম।

পশ্চিমত আবেলিৰ বেলি
লাহে লাহে সন্ধিয়াই ঢাকিব ধৰণী
অকণি পোহৰ তাৰ হেঙুলী ৰহণ
নৈয়ে যেন লব আকোৱালি।

আকৌ

দূৰ দূৰণিৰ আন্ধাৰ কোলাত
সন্ধিয়াই মেলে চুলি।

শিলনিৰ ওপৰেদি নাচি বাগি বৈ যোৱা পৰ্ব্বতীয়া জুৰিটি কাষৰ গডাৰ গছ লতা কহুৱা ফুলেৰে আৱৰা দৃশ্যপট আৰু পাৰৰ গছত বগোৱা জাৰ গছেই দুৱৰাৰ কবিতাত নতুন ৰূপত ঠন ধৰি উঠিছে। শিলটিৰো সপোন ভাগিল কবিতাত পৰি থকা শিলচটা বুকুত সাচ থৈ যোৱা লতাডালি আৰু ধৰণীত বসন্তৰ মলয় পৰশ পাই আকাশ ধিয়াই থকা পাৰৰ গছ জুপিক লতাডালিযে আঁকোৱালি লোৱা দৃশ্যৰ অন্তৰালত প্ৰকাশ পাইছে কবিৰ ব্যক্তিগত জীৱনৰ কৰুণ সুৰ।

লগৰী বিচাৰি নিজান বনলৈ এটি উৰি যোৱা ৰাজহাহৰ সেউজীয়া ঘাহনিৰে সজা কোমল বাহটিৰ প্ৰতিও যেন কবিৰ আছে এক অহৈতুকী প্ৰীতি। তেতিয়া যেন কবিৰ নিজৰ অঘৰী অকলশৰীয়া জীৱনৰ বেদনাবোধ আৰু তীব্ৰ হৈ পৰিছে।

দুবৰাৰ কবিতাত ঠায়ে ঠায়ে প্ৰকৃতিক প্ৰতীক অৰ্থত ব্যৱহাৰ কৰিছে ঠাযে ঠায়ে অনুপম কল্পচিত্ৰ ৰচনা কৰিছে আৰু সময়ে সমযে প্ৰকৃতিৰ নিজান পৰিবেশ বসন্তৰ বতাহ মলযাৰ পৰশ শেৱালিৰ মৃদু সুবাস দ্বিতীয়াৰ জোন সোতৰ বুকুত উটি যোৱা নাওখনিৰ চিত্ৰ কবিৰ কাপত ধৰা দিছে। প্ৰকৃতিৰ অনুপম দৃশ্য সম্ভাৰে কবিৰ অনুভূতি তীব্ৰ কৰাত সহায কৰিছে। ওমৰতীৰ্থ ৰচনা কৰাৰ সময়তো কবিৰ চকুত ভাহি উঠিছে প্ৰকৃতিৰ সৌন্দৰ্যমণ্ডিত অসমৰ কুমাৰ গাঁও এখনিৰ চিত্ৰ।

## জাতীয় ভাব

দুৱৰাক একেষাৰতে অকল এজন প্ৰেমৰ কবি বা দৰদী কবি বুলি কৈ থলে কবিৰ প্ৰতিভাৰ প্ৰকৃত মূল্যাঙ্কন কৰা নহ ব। দুৱৰাৰ সৰহ ভাগ কবিতাতে আপোন সুৰ বাজি উঠিছে। সেই বিষয়ে সন্দেহ নাই। কিন্তু তেওৰ আন এচাম কবিতাত শুনা গৈছে ব্যক্তিপূজাৰ শঙ্খধ্বনি স্বদেশ স্বজাতিৰ পূজাৰ মন্ত্ৰ ধ্বনি। শ্ৰীশঙ্কৰদেৱ মহাসতী জয়মতী অসমত আজি লক্ষ্মীনাথ নাই মহামানৱৰ মহাপ্ৰয়াণত ব্যক্তিপূজাৰ স্বীকাৰোক্তি। এই আটাইকেইটি কবিতাই বিশেষ উপলক্ষ্যত ৰচনা কৰা।

অসমৰ সাহিত্য স‌ংস্কৃতিৰ মুকুটমণি জাতীয় জীৱনত নৱজীৱন সঞ্চাৰ কৰা মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱৰ গুণগৰিমা গাই কবিয়ে আপোন পাহৰা হৈ পৰিছে। কবিৰ ক্ষুদ্ৰ লিখনিয়ে যেন মহাপুৰুষৰ মহা প্ৰতিভাৰ কথা প্ৰকাশ কৰিবলৈ অক্ষম—

তোমাৰ জীৱনী দেৱ লিখে এনে সাধ্য কাৰ
গোটেই অসম ভূমি বিস্তৃত জীৱনী যাৰ।

শ্ৰীশঙ্কৰদেৱ কবিতাটিৰ অন্তৰালত দেখা গৈছে ব্যক্তিপূজাৰ লগতে নৱবৈষ্ণৱ আন্দোলন তথা ধৰ্ম্ম আন্দোলনৰ প্ৰতি কবিৰ গভীৰ অনুৰাগ।

কলিকতাত অনুষ্ঠিত জয়মতী উৎসৱত তৰুণৰাম ফুকনৰ নিৰ্দ্দেশক্ৰমে ৰচনা কৰা কবিতা সতী জয়মতী। স্বামী তথা দেশৰ মঙ্গলৰ বাবে হাহি হাহি মৃত্যু বৰণ কৰা সতী

জয়মতীৰ জীৱনৰ কৰুণ কাহিনী কবিতাটিৰ প্ৰধান উপজীব্য। শত লাঞ্ছনা শত যাতনা মূৰপাতি লৈ জয়মতীয়ে ৰাখি গ ল সতীত্বৰ মহান আদৰ্শ। সেই আদৰ্শই আন্ধাৰ নিশাৰ তৰাটিৰ দৰে যেন বাট দেখুৱাই দিয়ে—

যি দেশত জনমিল সতী জয়মতী
সেই দেশ জগত মাজত
নোৱাৰে পৰিব পিছু।

দুৱৰাৰ সাহিত্য তথা ব্যক্তিগত জীৱনৰ গুৰু স্বৰূপ সাহিত্যৰথী লক্ষ্মীনাথ বেজবৰুৱাৰ মৃত্যু কবিয়ে সহজভাবে লব পৰা নাছিল। অন্তৰ উজাৰি অহা মনৰ বেদনা প্ৰকাশ কৰিছে অসমত লক্ষ্মীনাথ নাই কবিতা।

কান্দা অসমীয়া ইনাই বিনাই
কান্দা অসমীয়া হিয়া ভুকুৱাই
বিষাদ বাতৰি বতাহে বিলায়
অসমত আৰু লক্ষ্মীনাথ নাই।

১৯৪৮ খৃ ৰ ৩০ জানুৱাৰীত মহামানৱ মহাত্মা গান্ধী আততায়ীৰ হাতত নিহত হয়। পিচদিনা অৰ্থাৎ ৩১ জানুৱাৰী তাৰিখে দুৱৰাই ৰচনা কৰিলে মহামানৱৰ মহা প্ৰযাণত কবিতা। কবিতাটো প্ৰথমতে শ্ৰীৰাজেন্দ্ৰনাথ হাজৰিকা সম্পাদিত নটৰাজ ত প্ৰকাশ হয়। পিচত প্ৰকাশ হয় বৰদৈচিলা ত।

কবিৰ মতে মহামানৱ মহাত্মা গান্ধী সৰগৰ পৰা নামি অহা এটি জ্যোতিকণা নতুন আলোক। অহিংসা মন্ত্ৰৰে মহামানৱে বিচাৰিলে সকলোকে একেটি জাতিত পৰিণত কৰিবলৈ। অহিংসা মন্ত্ৰৰ যজ্ঞৰ বেদীত মহামানৱে নিজকে শেষ আহুতি দিব লগা হ ল।

আজি ভাৰতৰ মহা সাধকৰ হঠাতে সিপাৰে অস্তমান
ইপাৰে জগতে চায় চকুলোৰে মহামানৱৰ মহাপ্ৰয়াণ।

বেজবৰুৱাৰ সভাপতিত্বত গুৱাহাটীত অনুষ্ঠিত অসম সাহিত্য সভাৰ সপ্তম অধিবেশনৰ মুকলি সভাত পঠিত কবিৰ স্বদেশ মন্ত্ৰধ্বনি উচ্চাৰিত আন এটি কবিতা আৰতি। পূণ্য ভাৰতীৰ খোপাৰ মালতী দুখুনী জননী অসম মাতৃৰ বীৰ বীৰাঙ্গনাসকলৰ গৌৰৱোজ্জ্বল কাহিনী ভগদত্তৰ ভাস্কৰবৰ্ম্মাৰ পৰা শঙ্কৰ মাধৱ সতী জয়মতীৰ দিনলৈকে সুঁৱৰি চাইছে। কবিৰ মতে অতীতৰ পূজাৰীসকলে জননী পূজাৰ বেদীত দি যোৱা পুষ্পাঞ্জলি আজিৰচাম লোকৰ প্ৰেৰণাৰ উৎস।

পৰি জীৱনত আন্ধাৰ বাটত
ঢালক আশীষ কৰুণা
নমো শতবাৰ হে মোৰ জননী
চিৰ জীৱনৰ সাধনা।

এখন গাঁৱৰ মৰিশালিৰ ওচৰত কবিতাত কবিয়ে সুঁৱৰি চাইছে মনোমোহা গাঁওখনিৰ স্মৃতি। গাঁওখনিৰ শিমলুজোপাৰ তলতে কতজন ভাই বন্ধু চিৰকালৰ বাবে আঁতৰি গৈ নিশব্দে পৰি আছে। আৰু এই সৰলতাসনা গাঁৱলীয়া সমাজত কতকাল কতজনে জাৰকালি

জুহালৰ কাষত নাতিপুতিবোৰক সাধু শুনাই কাল কটাইছিল।

মাঘৰ ভোগালি বিহু কতনো ৰঙেৰে
পাতিছিল খেতিৰ শেষত
ফুৰিছিল হাহি মাতি ঘৰে ঘৰে সবে
ৰঙালি বিহুৰ উলাহত।

সাহে পিতে সুবল সুনাম বাহুৰ ডেকা ল ৰাৰ চিত্ৰই কবিৰ মনলৈ আনিছে বীৰ গদাধৰৰ বীৰত্ব আৰু শ্ৰীমন্ত শঙ্কৰৰ মহাপ্ৰতিভাৰ কথা। কবিতাটি এহাতে এখনি নিভাঁজ গাৱলীয়া চিত্ৰ আনহাতে ব্যক্তিপূজা আৰু মধুৰ সোঁৱৰণি।

'সঙ্গীত কবিতাটো কবিয়ে সুৱৰি চাইছে জগতৰ আদি কবি বাল্মীকিৰ কাব্যসৃষ্টিৰ প্ৰেৰণাৰ উৎস। এহাল কৰ্চন চৰাইৰ এটি ব্যাধে শৰেৰে হত্যা কৰাত আনটিৰ প্ৰাণত যি বিৰহ বেদনাৰ সৃষ্টি হৈছিল সেই দৃশ্যই মহাকবিৰ আদি শ্লোকৰ উৎপত্তি—

ঋষি কি থাকিব পাৰে আপোন পাহৰি
দেখি এনে চকুৰ আগত
আচম্বিতে অন্তৰৰ ভাবৰ লহৰী
শ্লোক ছন্দে ওলাল মুখত।

দুৰৰাৰ কবিতা সৰ্ব্বজন সমাদৃত হোৱাৰ অন্যতম কাৰণ ভাষা আৰু ছন্দ। ডক্টৰ বিৰিঞ্চি কুমাৰ বৰুৱাৰ কথাত তেওঁৰ কবিতাত ভাষাৰ জটিলতা শব্দৰ দুৰ্বোধ্যতা আৰু অৰ্থৰ অস্পষ্টতা নাই। তেওঁৰ কাব্যৰ ভাষা শিশুৰ দৰে সৰল। স্বভাৱ সুন্দৰী নাৰীৰ দৰে নিৰলঙ্কাৰ। কিন্তু দুৰৰাৰ কবিতা স্বভাৱ সুন্দৰী নাৰীৰ দৰে নিৰলঙ্কাৰ হলেও প্ৰতীকধৰ্ম্মী। বোধহয় অসমীয়া কাব্য সাহিত্যত দুৰৰাৰ কবিতাতে প্ৰতীকি অৰ্থ বেছি। কথা কবিতাৰ কবি হিচাপেও দুবৰাৰ কবিতাত প্ৰতীক সৰহ।

দুবৰাৰ কবিতাত নিযতি শব্দৰ প্ৰয়োগো কম নহয। কেতিযাবা কবিযে জীৱন তৰী এৰি দিছে নিয়তিৰ হাতত 'নিযতিয়ে হাত ধৰি নিব আগুৱাই । আন আন উপলক্ষ্যটো নিয়তিৰ প্ৰয়োগ কম নহয।

দুৰৰাৰ কবিতাত পুৰণি ছন্দৰ পৰ্ব্ব চৰণ আদি সজাই পৰাই নতুন ৰূপ দিয়া দেখা যায়। তেওঁৰ কবিতা শ্বাসাঘাত প্ৰধান নহয। বনগীত বিহুগীতৰ নিছিগা সুৰ তেওঁৰ কবিতাৰ প্ৰধান উপজীৱ্য। অৱশ্যে বনগীতৰ সুৰেই দুৰৰাৰ কাপত বেলেগ ৰূপত অনুৰণিত হৈছে। তেওঁৰ কবিতা সৰ্ব্বজন সমাদৃত হোৱাৰ ইয়ো এটি কাৰণ।

যতীন্দ্ৰনাথ দুৰৰা প্ৰকৃত কবি। তেওঁক কাব্যযোগী আখ্যা দিলে ভুল নহ ব। কিন্তু কবি সাহিত্যিক ৰূপে সুপৰিচিত হৈ যশস্যাৰ জয়মালা লাভ কৰাৰ প্ৰচেষ্টা তেওঁৰ নাছিল। তেতিয়া হলে কবিতাৰ উপচাৰেৰে ভাষা সাহিত্য জাতিষ্কাৰ কৰি যাব পাৰিলেহেতেন। দুৰৰা কবিৰ জীৱনৰ প্ৰতি সংসাৰৰ প্ৰতি যি উদাসীনতা সি মানসিক স ঘাত। কবি হিচাপে দুৰৰা অভিমানী আৰু লাজকুৰীয়া স্বভাৱৰ। কবিয়ে যদিও তেওঁক পাহৰি যাবলৈ শেষ অনুৰোধ কৰিছে— অতীতক যোৱাহে পাহৰি কিন্তু নোৱাৰি কবিৰ নিজৰ পথ নিজে বন্ধ কৰি গৈছে। তেওঁৰ ৰচনাৰাজিৰ বাবে কোনো কালেই পাহৰিব নোৱাৰি।

# যতীন্দ্ৰনাথ দুৱৰাৰ কবিতাত পাশ্চাত্য প্ৰভাৱ

## ড নমিতা ডেকা

ঊনবি শ শতিকাৰ শেষভাগৰ পৰা প্ৰথম মহাসমৰৰ আগলৈকে এইছোৱা কাল অসমীয়া সাহিত্যৰ বিকাশৰ যুগ। খ্ৰীষ্টিয়ান মিছনেৰীসকলে আধুনিক অসমীয়া সাহিত্যৰ ভেটি নিৰ্মাণৰ কাৰণে মাটি আবাদ কৰিলে।সেই মাটিত ভেটি স্থাপন কৰিলে পাশ্চাত্য শিক্ষাৰে শিক্ষিত এদল আগৰণুৱা অসমীয়া ডেকাই। কলিকতাত পঢ়িবলৈ যোৱা অসমীয়াসকলে পাঠ্যপুথি হিচাপে ভিক্টোৰিয়ান কাব্য পঢ়িবলগীয়া হৈছিল। তাৰ ফলতেই তেওলোকৰ মন পাশ্চাত্যৰ প্ৰভাৱেৰে পৰিপুষ্ট হয় আৰু অসমীয়া সাহিত্যতো তেওলোকে পাশ্চাত্যৰ নতুন ৰহণ সানিবলৈ বিচাৰে। এনে এটি প্ৰচেষ্টাৰ ফলতেই কবিতা নাটক উপন্যাস জীৱনচৰিত চুটিগল্প ৰচনা সাহিত্যিক সমালোচনা অসমীয়া সাহিত্যৰ এই আটাইবিলাক বিভাগতে পাশ্চাত্যৰ প্ৰভাৱ পৰিল আৰু সাহিত্যৰ পৰিমাণ গভীৰতা গঢ় গৰিমা বাঢ়িল।

আধুনিক অসমীয়া সাহিত্যত এনে নতুন ৰূপ প্ৰদানৰ ক্ষেত্ৰত যিসকলে অৰিহণা যোগাইছিল সেইসকলৰ ভিতৰত উল্লেখযোগ্য জোনাকী যুগৰ ত্ৰিমূৰ্তি চন্দ্ৰকুমাৰ আগৰৱালা লক্ষ্মীনাথ বেজবৰুৱা আৰু হেমচন্দ্ৰ গোস্বামী। আধুনিক সাহিত্যৰ এই প্ৰথম আলোড়ন মূলত কাব্যিক। ই ৰাজী কবিতাৰ অনুৰণেৰে ৰঞ্জিত হৈ অসমীয়া কবিসকলে বিবিধ ভাব অনুভূতিৰ অভিনৱ লিৰিক বা খণ্ড গীতিকবিতা ৰচনা কৰিলে। জোনাকী যুগৰ ত্ৰিমূৰ্তিয়ে অসমীয়া সাহিত্যলৈ এটি নতুন দিশৰ সোত বোৱাই আনিলে – সেয়া হ ল ৰমন্যাসবাদ। জোনাকী ৰ আত্মকথা ত চন্দ্ৰকুমাৰে লিখা কথা এষাৰ ড মহেশ্বৰ নেওগদেৱে তেওৰ অসমীয়া সাহিত্যৰ ৰূপৰেখা ত সন্নিবিষ্ট কৰিছে – এই পাছ পৰি থকা আন্ধাৰ দেশলৈ অলপ জোনাক সুমুৱাব নোৱাৰিলেও যদি নিজে নিজেও যত্নৰ ফিৰিঙতিৰ পোহৰত বাট পাও তেনে আমাৰ শক্তিৰ মিছা ব্যয় হোৱা নাই বুলি ভাবিম। আমি যুজিবলৈ ওলাইছো আন্ধাৰৰ বিপক্ষে। উদ্দেশ্য – দেশৰ উন্নতি জোনাক। জোনাকী ত প্ৰকাশ পোৱা বনকুঁৱৰী অসমীয়া কবিতাত ৰমন্যাসবাদৰ প্ৰথম শিহৰণ। চন্দ্ৰকুমাৰ আগৰৱালা লক্ষ্মীনাথ বেজবৰুৱা আদিয়ে ই ৰাজী নৱন্যাস কবিসকলৰ আদৰ্শেৰে অনুপ্ৰাণিত হৈ যি কাব্য ৰীতিৰ সূচনা কৰিলে তাৰ সাৰ্থক প্ৰকাশ হৈছে যতীন্দ্ৰনাথ দুৱৰাৰ কবিতাত। দুৱৰাই পাশ্চাত্য সাহিত্য অধ্যয়ন কৰি সেই কবিসকলৰ ভাবাদৰ্শৰ দ্বাৰা পুষ্ট হৈ অসমীয়া সাহিত্যত যি মিঠাসুৰীয়া কবিতা ৰচনা কৰিলে তাৰদ্বাৰা তেও অসমীয়া কাব্য সাহিত্যত এখন সুকীয়া আসন লাভ কৰিব।

প্ৰায় দুকুৰি বছৰ কাল যতীন্দ্ৰনাথ দুৱৰাদেৱে অকলে আপোনমনে নিৰলাত বহি অসমীয়া কাব্য কাননলৈ পুষ্পাঞ্জলি যাচিয়েই ক্ষান্ত থকা নাই নিজানত গান ৰচি ৰচি নিজৰ জীৱনটোকো এটা পূৰ্ণা গ কবিতাৰ ৰূপ দি গৈছে। কাব্য চৰ্চাৰ কাল অনুপাতে দুৱৰাৰ কবিতা সংখ্যাত তাকৰ কিন্তু সংখ্যাত তাকৰীয়া হ লেও কাব্যিক সৌন্দৰ্য আৰু সম্পদৰ পিনৰপৰা অসমীয়া সাহিত্যত দুৱৰাৰ কবিতাৰ এখনি সুকীয়া আসন আছে।

সৰুৰে পৰা অকলশৰীয়াকৈ ফুৰি ভালপোৱা দুৱৰাৰ জেপত কাগজ আৰু পেঞ্চিল সদায়েই আছিল। ই ৰাজী সাহিত্যৰ অধ্যয়নৰ ফলতেই কবিৰ মনত পাশ্চাত্যৰ ভাৱধাৰাই দকৈ শিপাইছিল। পাশ্চাত্যৰ সকলো প্ৰভাৱকে দুৱৰাই অসীম পাৰদৰ্শিতাৰে আয়ত্ত কৰিছে। মুঠতে দুৱৰাদেৱে পাশ্চাত্যৰ ৰোমান্টিক কবিতাৰ উম বুকুত লৈ বহুতো ই ৰাজী কবিতা তেওঁ নিজা ৰূপত প্ৰকাশ কৰিছে।

হেম বৰুৱাৰ ভাষাত — দুৱৰাৰ ভাঙনিত মূলৰ কঠিন আৱৰণ হেৰাই যায়। সেইবুলি প্ৰাণ নেহেৰায়। তেখেতৰ ভাঙনি ড কাকতিৰ ভাষাত বুকুৰ তপত তেজেৰে উম দিয়া। সেয়েহে তেওঁৰ অনুবাদবিলাকত নিজা অনুভূতিৰ প্ৰভাৱ বেছি। ই ৰাজী সাহিত্যৰ ভিতৰত শ্যেলীৰ প্ৰভাৱেই দুৱৰাৰ কবিতাত সৰহীয়া। হেম বৰুৱাই কৈছে— তেওঁ দু খবাদত শ্যেলী আৰু স গীতত কীটছ্।

দুৱৰাৰ কবিতাত পাশ্চাত্য প্ৰভাৱৰ বিষয়ে আলোচনা কৰিবলৈ ল লে পোনতে মনলৈ আহে নাৱৰীয়া নামৰ কবিতাকেইটা। পাশ্চাত্য ভাৱ অনুভূতিৰ লগত দুৱৰাৰ ভাৱ অনুভূতিৰ মিলন কেনেকৈ ঘটিছে তাৰ সুন্দৰ নিদৰ্শন হৈছে এই কবিতাকেইটা। নাৱৰীয়া (গ) টেনিচনৰ Crossing the Bar নামৰ কবিতাৰ পোনপটীয়া ভাঙনি। কবিতাটোৰ পৰা স্পষ্টভাৱে ধৰা পৰে যে আমাৰ কবিকো পাশ্চাত্য সাহিত্যৰ দৰ্শনে চুই গৈছে। সেয়েহে কবিয়ে অশ্ৰু আৰু হাঁহিৰ মিলন ক্ষেত্ৰত মানৱ জীৱন প্ৰতিফলিত হোৱা দেখিবলৈ পাইছে। পাশ্চাত্য দৰ্শনৰ প্ৰভাৱতেই কবিয়ে সদায় ভটিয়নী সোততহে তেওঁৰ নাও মেলি দিছে। অনুবাদ যদিও এই কবিতাটিত কোনো ধৰণৰ জঠৰতা নাই। যেনে—

### নাৱৰীয়া (গ)

মাৰ গ লে ৰঙা বেলি সৰু তৰাটিয়ে
দিয়ে মোক সাদৰৰ শেষ আৱাহন
ওলাম যেতিয়া মই সাগৰৰ পিনে
নুশুনো ঘাটত যেন কৰুণ কান্দোন
* * * * *
আহক বিশাল ঢৌ — স্থিৰ গতিহীন
উথলি উঠক পানী — নীৰৱ নিমাত

আনিলে যি ঢৌৱে মোক অনন্তৰ পৰা
ৰঙ্ মনে ঘৰলই উটি যাম তাত।
* * * * *

সন্ধিয়াৰ ডবা শঙ্খ – তাৰ পাছে ধীৰে
ঢাকিব ধৰণীখনি আন্ধাৰে তেতিয়া
বিদায়ৰ বেথা যেন নাথাকে অকণো
মেলানিৰ নাওখনি মেলিব যেতিয়া।
* * * * *

দেশ কাল সময়ৰ সীমা হেৰুৱাই
সোতে নিয়ে মোক বহুদূৰলৈ'ই
ভয় নাই – নাৱৰীয়া বহি কাষতেই
নাওখনি নিব মোৰ নিজ দেশলই।

টেনিচনৰ পাইলট জনেই দুৱৰাৰ কবিতাত নাৱৰীয়া।

**Crossing the Bar**

Sun set and evening star
And one clear call for me
And may there be no morning of the bar
When I Put out to sea
* * * * *

But such a tide as moving seems asleep
Too full for sound and foan
When that which drew from out
The boundless deep
Thus again home
* * * * *

Twilight and evening bell
And after that the dark
And may there be no sadness of farewell
When I embark
* * * * *

For this from out our bounne of time and place
The flood may bear me far
I hope to see my pilot face to face
When I have crossed the bar

টেনিচনৰ এই Crossing the Bar নামৰ কবিতাটোৰ বীৰেশ্বৰ বৰুৱাই জপনা পাৰ হওতে নাম দি অনুবাদ কৰিছে। বৰুৱাদেৱে মূল কবিতাৰ হুবহু অনুবাদ কৰিছে।

টেনিচনৰ Tears Idle Tears কবিতাটোৱে দুৱৰাৰ চকুলো কবিতাত পূৰ্ণ প্ৰভাৱ পেলাইছে। যদিও টেনিচনৰ কবিতাৰ গভীৰতা বিশালতা আৰু মহত্বই চকুলো ত ঠাই পোৱা নাই তথাপি কবিতাটি ভাঙনি বুলি ক ব পাৰি। টেনিচনৰ ভাৱ অনুভূতিৰ লগত তেওৰ ভাৱ অনুভূতিৰ সংমিশ্ৰণ ঘটাই এটা নতুন ৰূপ দিছে।

## চকুলো

কোন সুদূৰৰ সপোন পুৰীৰ
বিৰহ বাতৰি লই
চকুলো দুধাৰি পৰিছে বাগৰি
বুজিব নোৱাৰাকই।
বুকুৰ মাজত আশা নিৰাশাৰ
গুপুত বেথাৰ বীণা
হেৰোৱা মাধুৰী দূৰ অতীতৰ
ধৰিছে আগত আনি।
শৰতৰ শেৱালি সৰে তলে ভৰি

---

১। মেলানি সূৰ্য্য আৰু গধূলিৰ তৰা
আৰু মোৰ বাবে নিৰ্ম্মল আৱাহন !
পোতাশ্ৰয়ত যেন নাথাকে কোনো বিলাপ
যেতিয়া মোৰ যাত্ৰাৰ আয়োজন
যেন টোপনিমগন এই গতিশীল সোত
কাণে কাণে ভৰা টৌ ফেন একাকাৰ
অসীম অতল য ৰ পৰা আহিছিল
সিটো ঘৰমুৱা এইবাৰ।
মুনিচুনি বেলি গধূলি —ডবাৰ কোব
তাৰ পাছতেই অন্ধকাৰ।
বিদায়—বেলাৰ বিষাদো নাথাকে যেন
যেতিয়া নাওত উঠো ইবাৰ
স্থান আৰু কাল পাৰ হৈ যদিও
বাঢ়নী পানীয়ে নিব পাৰে উটুৱাই,
চাম বুলি আশা চালকক মুখামুখি
জপনাৰ পাৰ হও মই যেতিয়াই।

বুটলি আনোতা নাই
নতুন ধাননি সেউজীয়া বোল
বতাহে বোলাই যায়।
চাওতে চাওতে তাহানিখনৰ
ছবিটি আগতে ভাহে
ল ৰালি কালৰ সোণালী সপোন
আৰু কি দুনাই আহে।

* * * * *

নতুন পুৱাৰ নতুন কিৰণ
জিলিকে জগত জুৰি
নতুন বেশেৰে আহিছে আলহী
আনিছে আদৰ কৰি
হাহি ধেমালিতে গোটেই দিনটি
কেনিনো আতৰি গ ল
সন্ধিয়া নামিলে আলহী উঠিলে
যাবৰো সময় হ ল।
সূৰুযৰ শেষ হেঙুলী ৰহণ
আন্ধাৰে আবৰি ধৰে
আৰু কি আহিব অচিন আলহী
চকুলো বাগৰি পৰে।

**Tears Idle Tears**

Tears Idle tears I know not what they mean
Tears from the depth of some dıvıne despaır
Rıse ın the heart and gather to the eyes
In lookıng on the happy Autumn fields
And thınkıng of the days that are no more

* * * * *

Fresh as the first beam glıtterıng on a saıl
That brıngs our frıends up from the underground

Sad as the last which reddens over me
That sinks with all we love below the verge
So sad so fresh the days that are no more

দুৱৰাৰ কবিতাত আটাইতকৈ বেছি প্ৰভাৱ পৰিছিল শ্যেলীৰ। দুয়োৰে জীৱনৰ মাজত থকা সাদৃশ্যই হয়তো ইয়াৰ মূল কাৰণ । ই ৰাজ কবি শ্যেলীৰ দৰে দুৱৰায়ো স সাৰৰ কাঁইটীয়া বনৰ আঁচোৰ খাই আৰ্তনাদ কৰি উঠিছে।[২] এই ক্ষত বিক্ষত জীৱনে কবিৰ মনত আক্ষেপৰ ভাৱ জগাই তুলিছে। সেয়ে কবিয়ে শূন্য পৰিচয়ৰ দৰ্শনৰ মানস সৰোবৰত স্নান কৰি লুইতত অকলশৰে অতীতৰ ব্যৰ্থতা সুঁৱৰি জীৱন তৰি এৰি দিছে। টি এছ ইলিয়টে কৈছে– শ্যেলীৰ কবিতাৰ ভাৱ আৰু আদৰ্শত মই সদায় কৈশোৰ কালৰ উমান পাওঁ।

শ্যেলীয়ে কৈছিল – Our sweetest songs are those that tell of saddest thought এয়ে যেন দুৱৰাৰ কবিতাৰ করুণ সুৰৰ প্ৰতিধ্বনি। গতিকে ক ব পাৰি দুৱৰাৰ আপোনমনৰ গান তেওঁৰ অন্তৰ ভাঙি ওলাই অহা মৰ্ম্মবেদনাহে। শ্যেলীৰ কবিতাবোৰৰ দৰেই দুৱৰাৰ কবিতায়ো পাঠকৰ অন্তৰত মধুৰ আৱেশ ঢালি একোটি সা গীতিক মূৰ্ছনাৰ সৃষ্টি কৰে।

শ্যেলীৰ প্ৰভাৱেৰে প্ৰভাৱান্বিত দুৱৰাই আপোন সুৰ নামৰ কবিতাটিত নিজৰ জীৱনৰ বিষয়ে ক বলৈ যাওঁতে জগত আৰু নিয়তিৰ ৰীতি নীতি লগতে নিষ্ঠুৰতাৰ বিষয়েও সদৰি কৰিছে।

হৃহা কন্দা জগতৰ ৰীতি চিৰন্তন
বিষাদত উলাহৰ গান
পোহৰত আন্ধাৰৰ অন্ধ আৱৰণ
নিয়তিৰ বিচিত্ৰ বিধান।

---

২। Oh lift me as a wave
I blind (Shalley)

৩। The ideas of Shelley seem to me always to be ideas of adolescence as there is every reason why they should be
T S Eliot *The Use of Poetry and the Criticism p 89*

৪। Our Sincerest laughter
With some pain is fraught
Our Sweetest songs are those that tell of Saddest Thought

আপোন সুৰ ত সন্নিবিষ্ট তোমালৈ কবিতাটোৰ শ্যেলীৰ The Indian Serenade আৰু Stanzas Written in Dejections near Naples নামৰ কবিতাৰ লগত সাদৃশ্য আছে। কবিতাটোৰ শেষৰ –

মাৰ যক তোমাৰ বুকুতে
অন্তহীন সুৰ বিষাদৰ
হাঁহি মুখে মাগিলো মেলানি
তুমি মোৰ প্ৰতিমা প্ৰাণৰ।

– এই কলিটোৰ লগত শ্যেলীৰ Lines to an Indian Air কবিতাটিৰ মিল আছে।

দুৱৰাৰ নাৱৰীয়া (ক) ত শ্যেলীৰ Invocation নামৰ কবিতাটিৰ প্ৰভাৱ পৰিলক্ষিত হৈছে। কবিয়ে নিজকে মহান প্ৰেমিকৰূপে চিত্ৰিত কৰিছে। কবিয়ে পাৰ্থিৱ জগতৰ প্ৰেম প্ৰণয়ৰ প্ৰতি আস্থা হেৰুৱাই পেলাইছে। সেয়ে তেওঁৰ প্ৰেমে সমগ্ৰ জগতকে আকোৱালি লৈছে। কবিৰ ভাষাত –

জগতক ভালপাও জগততে ফুৰো
সকলোটি মোৰ প্ৰিয়জন।
ধন সোণ দেৱী মোক একোকে নেলাগে
যি আছে তাতেই সুখীয়া
আহিছিলো সুদা হাতে যামো সুদা হাতে
ধন বস্তু মাথো দুদিনীয়া।

দুৱৰাৰ আদৰ্শ মহান। কবিয়ে নিজে সজা এখন বেলেগ জগতত বাস কৰে।

---

৫। Oh lift me I faint I fail
প্ৰাণ মোৰ পৰিছে তুলি লোৱা মোক।

৬। The Sun is warm O er my dying brain its last monotony
সপোনৰ প্ৰথম পুৱাত হক মোৰ সাৰ্থক জনম।

৭। The Nightingle complaint
It dies upon her heart
As I Must on thine
Oh beloved as thou art
Oh left from the grass
I die I faint, I fail
I et thy love in Kisses rain
On my lips and cylidspale

৮। I love all that thou lovest Untainted by man s misery Palgrave *The Golden Treasury p 226*

' ফাকি ফুকা য ত নাই আৰু নাই য ত
সমাজৰ কঠোৰ শাসন
সেয়ে মোৰ থকা ঠাই এই জগতত
সেই ঠাই অতি নিৰজন।

শ্যেলীয়েও এনে এখন জগতৰ কামনা কৰিছিল। এই ক্ষেত্ৰত দুৱৰা আৰু শ্যেলীৰ গভীৰ সাদৃশ্য লক্ষ্য কৰিব পাৰি। উক্ত কবিতাটিৰ লগত সুখৰ সপোন ৰো সাদৃশ্য আছে।

দুৱৰাৰ মিলন কবিতাটিত শ্যেলীৰ প্ৰভাৱ পৰিছে যদিও ইয়াত ছুফীবাদী সুৰহে বেছিকৈ প্ৰতিধ্বনিত হৈছে। শ্যেলীৰ ode to the west wind কবিতাটি তেওৰ কল্পনা প্ৰতিভাৰ অখণ্ড ৰূপৰ এক স্মৰণীয় নিদৰ্শন। কবিতাটিত কবিৰ হৃদয়ত বেদনাৰ সৃষ্টি কৰা সকলো দুখৰ অভিজ্ঞতা এটি হৃদয়স্পৰ্শী প্ৰাৰ্থনা হৈ প্ৰকাশ পাইছে। মিলন কবিতাটিত প্ৰতিফলিত হোৱা প্ৰেমে স সাৰৰ ধূলি বালি জোকাৰি দেশ কাল পাত্ৰ অতিক্ৰম কৰি প্ৰেমময় চৰণ স্পৰ্শ কৰিবলৈ উদ্বাউল হৈছে। কবিয়ে ভগৱানৰ ওচৰত প্ৰাৰ্থনা জনাইছে –

এৰাতি– এৰাতি মাথো এবাৰ বুকুত
তুলি মোক লোৱা যতনেৰে
জিৰ্লিকিব গাল মোৰ নতুন পুৱাত
যৌৱনৰ ৰাঙলী ৰেখাৰে।

ইয়াৰ বাহিৰেও দুৱৰাৰ পাহৰা সুৰ ৰ শেষৰ পিনলৈ শ্যেলীৰ Love s Philosophy সপোন সুৰত Mutability নাৱৰীয়া(খ) ত Adonais ৰ প্ৰভাৱ পৰিছে।

দুবৰাই অনন্ত যৌৱনৰ অধিকাৰী হোৱা বুলি অনুভৱ কৰিব পাৰিছে আৰু সেই ভাৱৰদ্বাৰাই তেওঁ অতীতৰ যৌৱনক গোটেই জীৱন মনৰ মাজত ৰঙীন কৰি সাঁচি ৰাখিছে। এই যৌৱনে ফুলা ফুলৰ গোন্ধ ল ব নোৱাৰে ই মৰহা ফুলৰ সৌৰভহে চিনি পায়।

---

৯। From freedom s from divine Bethine All hail

১ । Oh lift me as a wave a leaf as cloud
I fall upon the throns of life I Bleed

১১। The fountains mingle with I with thine?
কেতিয়াবা পামগৈ মহাসাগৰৰ সৰগ মৰত জুৰি।
অ সা পৃ ৩৫

১২। The flower that smiles to-day Then wake to to weep
আজি মোৰ হহা ফুলপাহি সাৰ পাই কান্দিব লাগিব।

১৩। I weep for Adonais where the eternal are
পথিকৰ শেষ বাণী নীৰবে জোনৰ জ্যোতি পৰিছে মুখত।

সৌৰভৰ লগত যেতিয়া কোমল মাতৰ সংগীতৰ মূৰ্ছনা অস্পষ্ট হৈ যায় তেতিয়া শ্যেলীয়ে গায় –

Music when soft voices dies
vibrates in the memory–
odours when sweet violets sicken
Live within the sense they quicken

দুৱৰাৰ বেছিভাগ কবিতাত এই ভাব বিয়পি থকা দেখা যায়।

দুৱৰাৰ দৰে শ্যেলীয়েও নাও নাৱৰীয়াক প্ৰতীক হিচাপে গ্ৰহণ কৰিছে। এই ক্ষেত্ৰত শ্যেলীৰ The Boat on the Serchio নামৰ কবিতাটি উল্লেখযোগ্য। হয়তো দুৱৰাই তেনে প্ৰতীক গ্ৰহণৰ অনুপ্ৰেৰণা শ্যেলীৰ পৰাও পাব পাৰে।

ই ৰাজ কবি শ্যেলীয়ে Lines to An Air ত গাইছিল –

I arise from dreams of thee
In the first sweet sleep of night
When the winds are breathing low
And the stars are shining bright

দুৱৰাৰ আপোন সুৰ ত সন্নিবিষ্ট তোমালৈ নামৰ কবিতাতো সেই একে সুৰৰ প্ৰতিধ্বনি শুনা যায়।

ধীৰে ধীৰে বলিছে বতাহ
কাণে কাণে বাতৰি বিলাই
আকাশত তৰাৰ পোহৰ
এতিয়াও মাৰ যোৱা নাই।

দুৱৰাৰ কবিতাত পৰা শ্যেলীৰ এনেবোৰ প্ৰভাৱৰ কাৰণেই হয়তো বেজবৰুৱাই তেওক অসমীয়া শ্যেলী বুলি অভিহিত কৰিছে।

কিন্তু দুৱৰাৰ কবিতাত শ্যেলীৰ প্ৰভাৱ পৰিলেও দুয়োজনা কবিৰ মাজত পাৰ্থক্যও পৰিলক্ষিত হয়। শ্যেলীৰ কবিতাত যি মধ্যযুগীয় প্ৰীতি পৰিলক্ষিত হয় দুৱৰাৰ কবিতাত তাৰ অভাৱ। শ্যেলী হ ল এক স্বপ্ন বিভোৰ বিপ্লৱী। তেওৰ এই বিদ্ৰোহ মানৱৰ মুক্তিৰ বিৰুদ্ধে ৰাষ্ট্ৰযন্ত্ৰৰ স্বৈৰাচাৰৰ বিৰুদ্ধে প্ৰথাগত ধৰ্ম্ম অনুষ্ঠানৰ বিৰুদ্ধে বৈৱাহিক বন্ধনৰ কপট পবিত্ৰতাৰ বিৰুদ্ধে। কিন্তু দুৱৰাৰ কাব্যত তেনে কোনো বৈপ্লৱিক ভাৱধাৰা দেখা নাযায়। ই ৰাজ কবি শ্যেলীৰ দৰে দুৱৰাই জীৱনৰ কাঁইটীয়া বনৰ মাজত সোমাই আচোৰ খালে কিন্তু এনে আঁচোৰ খোৱা জীৱনেৰে তেও সমাজৰ ওপৰত আক্ষেপ কৰা নাই আক্ষেপ কৰিছে নিজৰ জীৱনৰ ওপৰতহে। দুৱৰাৰ কবিতাত শ্যেলীৰ প্ৰভাৱ

---

১৪। Ode to Naples Ode to Liberty Revalt of Islam আদি কবিতা উল্লেখনীয়।

পৰিলেও দুৱৰা যেনেদৰে খায়াম নহ ল ঠিক তেনেদৰেই তেওঁ শ্যেলীও হ ব নোৱাৰিলে।

দুৱৰাৰ কবিতাত প্ৰভাৱ পেলোৱা আন এজন ইংৰাজ কবি হ ল ৱৰ্ডছ্ৱৰ্থ। ৱৰ্ডছ্ৱৰ্থ ৰ দৰে দুৱৰাৰ কবিতাত অসমৰ প্ৰকৃতিৰ চিত্ৰ জিলিকি উঠিছে। দুৱৰা প্ৰেমৰ কবি হ লেও প্ৰকৃতিক তেওঁ পাহৰি যোৱা নাই। কোনো কোনো ক্ষেত্ৰত মানৱ সমাজৰ দুখ বেদনাৰ পৰা হাত সাৰিবৰ কাৰণে তেওঁ প্ৰকৃতিৰ কোলাত আশ্ৰয় লৈছে। এনে অৱস্থাত প্ৰকৃতিৰ প্ৰতি দুৱৰাৰ গভীৰ আকৰ্ষণ ফুটি উঠিছে। দুৱৰাই তেতিয়া অনুভৱ কৰিছে যে প্ৰকৃতি কৰুণাময়ী প্ৰকৃতিৰ লগত মানুহৰ আত্মাৰ সম্পৰ্ক আছে। ঠিক সেই একে ভাৱৰ প্ৰকাশ ঘটিছে ৱৰ্ডছ্ৱৰ্থ ৰ কবিতাত। He saw Nature and man with new eyes and his whole work is an attempt to communicate that new vision যতীন্দ্ৰনাথ দুৱৰায়ো অসমীয়া কবিতাত প্ৰেমক নতুন দৃষ্টিৰে চাবলৈ প্ৰয়াস কৰিছিল। এই প্ৰেম কাহানিও দেহজ প্ৰেম নহয় কাল্পনিক প্ৰেমহে।

দুৱৰাৰ পাহৰা সুৰ নামৰ কবিতাটি T Moore-ৰ The Light of Other Days নামৰ কবিতাটিৰ প্ৰভাৱ পৰিছে।

বৰ্তমানৰ অনাদৰ অৱহেলা ঠেলি থৈ ভৱিষ্যতৰ গৌৰৱময় সম্ভাৱনাৰ চিন্তা কৰি অশান্ত মনত শান্তিৰ জিলিঙনি পেলোৱা কবি হ ল কীটছ্। কীটছ্ৰ দৰে দুৱৰায়ো অনাদৰ অৱহেলা সকলো গোটাই জীৱনৰ কুসুমকানন ৰচনা কৰিছে। কীটছ্ৰ La Balle Dame Sans Murchi ৰ ছা দুৱৰাৰ হেৰোৱা সপোন তো ৰিণিকি ৰিণিকি দেখা যায়।

জগতৰ এনে এটি শুভ মুহূৰ্ত্তত
ধৰিছিল মিলনৰ তান
বীণখনি তুলি লই বলীয়া কবিয়ে
গাইছিল জীৱনৰ গান।
*  *  *  *  *
মনে মনে জগতৰ মিলনৰ ছবি
আকিছিল কল্পনা পটত।
*  *  *  *  *
হেপাহেৰে প্ৰতিমাক বুকুৰে সাৱটি
উলাহত গালে কত গান

---

১৫। Nature never did betray From joy ot joy
One impulse from a Than all the sages can
The Tables Turned

১৬। Emile legouis A Short History of English Literature p 278

১৭। The eyes that shone hearts now broken
তেতিয়াৰে এতিয়াৰে হায় সেই সুখো অৱসান ।

ওঠতে লগাই ওঁঠ কবিতা ৰাণীয়ে
চেনেহৰ দিলে সন্নিধান।
* * * * *
এনেদৰে সপোনৰ মধু মিলনত
থাকোতেই আপোন পাহৰি
সাৰ পাই উঠি দেখো হঠাতে হেৰাল
কেনিবাদি কবিতা কুৱৰী।
উদাৰ অসীম বিশ্ব আছে সমুখত
ক তো নাই সপোনৰ চিন
নাই ক তো মিলনৰ মধুৰ গুঞ্জন
নুশুনিলো প্ৰতিধ্বনি ক্ষীণ।

VI I set her on my pacing stud
And nothing else saw all day long
For Sidelong would she bend and sing
A fairy s song
V She look d at me as she did love
And made sweet moan
VIII She took me as she did elfin gront
And there she wept and Sigh d full sore
And there I shut her wild wild eyes
With Kisses four
XI And I awoke and found me here
On the cold hill s side
XII And this is why I sojourn here
Alone and palely loitering
Through the sedge has wither d from the lake
And no birds sing

কীটছৰ Fancy ৰ লগত অতীতক যোৱাহে পাহৰি ৰ ভাৱৰ মিল দেখা যায়।

At a touch sweet pleasure melteth
Like to bubbles when rain pelteth

মধুৰ বাঁহীৰ তান আহে বতাহত
দূৰতেই শুনা পাতি কাণ
দূৰতে সৌন্দৰ্য তাৰ দূৰতে মাধুৰী
ওচৰত প্ৰাণ শূন্য তান।

কীটছ্ৰ দৰে দুৱৰাও সামাজিক আৰু ৰাজনৈতিক সমস্যাৰ প্ৰতি উদাসীন। কীটছে যিদৰে ইন্দ্ৰিয়বোধৰ দীপ্ততা জীৱনৰ সমালোচনা চিন্তাৰ প্ৰগাঢ়তা আৰু প্ৰকাশভ গীৰ পৰ্যাপ্ততাক কবিতাৰ সাৰথি কৰি লৈছে সেইদৰে দুৱৰায়ো কীটছ্ৰ এই আটাইকেইটা বৈশিষ্ট্যকে তেওৰ কবিতাৰ প্ৰাণকেন্দ্ৰস্বৰূপে লৈছে।

ৰবাৰ্ট হেৰিকৰ প্ৰভাৱো দুৱৰাৰ ওপৰত পোনপটীয়াকৈ পৰিছে। দুৱৰাৰ 'জীৱন জেউতি নামৰ কবিতাটি হেৰিকৰ Counsel To Girls ৰ মুকলি ভাঙনি।

অষ্টাদশ শতিকাৰ ই ৰাজ কবি টমাচ গ্ৰে ৰ Elegy Written in a country churchyard এটি উল্লেখযোগ্য কবিতা। কৰুণ সুৰ ধ্বনিত হোৱা এই কবিতাটোৰ ছাঁ লৈ দুৱৰাই এখন গাৱৰ মৰিশালিৰ ওচৰত নামৰ কবিতাটো ৰচনা কৰিছে। কিন্তু কবিতাটো পঢ়িলে কবিৰ মৌলিক সৃষ্টি যেন লাগে।

কাষৰ দ লৰ পৰা ডবা শঙ্খ বাজি
সন্ধিয়াৰ দিছেহি জাননী
ঘৰলৈ উভতিছে গৰখীয়াটিয়ে
পলুৱাই ভাগৰ আমনি।
*　*　*　*
ৰজা প্ৰজা ধনী দুখী য তে যেয়ে থাকা
শেষ দশা সবাৰে সমান
অনিত্য স সাৰ এই নশ্বৰ জীৱন
শেষ ঠাই সুন্দৰ শ্মশান।

অশেষ ৰতন থাকে সাগৰ বুকুত
মানুহৰ চকুৰ আৰত
কতনো ধুনীয়া ফুল লেৰেলি শুকায়
নিৰজন বনৰ মাজত।

কতজন সাহে পিতে গদাধৰ হই
মূৰ তুলি আছিল গাঁৱত
নীৰৱে বজাই বীণা কতবা শংকৰে
শেষ শান্তি ল লে শ্মশানত।

---

১৮। Gather ye rose buds you may for ever tarry
গোটোৱা গোলাপ কলি　　সময়ৰ সোঁত বলি যায়।

The Curfew tolls the knell of partıng day
The lowıng herd wınd slowly o er the lea
The ploughman homeward plods hıs weary way
And leaves the world to darkness and to me
The boat of heraldry the pomp of power
And all that beauty all that wealth e er gave
Awaıts alıke th ınevıtable hour
The paths of glory lead but to the grave
Full many a gem of purest ray screne
The dark Unfathom d caves of ocean bear
Full many a flower ıs born to blush unseen
And waste ıts sweetness on the desert aır
Some vıllage Hampden that wıth dauntless breast
The lıttle tyrant of hıs fields wıthstood
Some mute ınglorıous Mılton here may rest
Some Cromwell guıltless of hıs country s blood

দুৱৰাৰ সোণোৱালী বালিৰ এমুঠি নামৰ কবিতাটি এড্‌গাৰ এলেন পোৰ A Dream wıthın a Dream নামৰ কবিতাটিৰ ভাঙনি।

দুৱৰাৰ আটাইকেইখন পুথিৰ ভিতৰতে আপোন সুৰ তেই আনৰ সুৰ বেছিকৈ শুনিবলৈ পোৱা গৈছে। অৱশ্যে দুৱৰাৰ নিজ ভাবধাৰাৰে সিক্ত কবিতাও কম নহয়। এনে প্ৰভাৱৰ মূল পাশ্চাত্য শিক্ষা আহৰণ বুলিয়েই ঘাইকৈ ক ব লাগিব। তদুপৰি লক্ষ্মীনাথ বেজবৰুৱা চন্দ্ৰকুমাৰ আগৰৱালা হেমচন্দ্ৰ গোস্বামীয়ে জোনাকী কাকতৰ যোগেদি অসমীয়া কাব্য প্ৰতিভাত সিঁচি দিয়া ইংৰাজী ৰমন্যাসিক কবিতাৰ অনুৰাগে আন কবিৰ দৰে দুৱৰাকো ৰঞ্জিত কৰিছিল। ই ৰাজী ৰমন্যাসিক কবিতাৰ আদৰ্শৰে অসমীয়া কাব্য সাহিত্যতো ৰমন্যাসিক কবিতাৰ সৃষ্টি কৰিবলৈ যাওতেও হয়তো দুৱৰাই পাশ্চাত্যৰ কবিসকলৰ প্ৰতি দৃষ্টি পেলাবলগীয়া হৈছিল। দুৱৰাৰ এনেবোৰ কবিতাই অসমীয়া কাব্য সাহিত্যৰ পথাৰখনি সমৃদ্ধিশালী কৰিছে। প্ৰসন্নলাল চৌধুৰীৰ ভাষাত অসমীয়া কবিতাৰ এনে সুন্দৰ চানেকি থকাতো কিয় জোনাকী যুগৰ কবিসকলে ইয়াক গ্ৰহণ নকৰিলে ৰোমাণ্টিক কবিতাতে মূৰ পুতি লাগি গ ল? সম্ভৱত ছপাৰ সেই আদিম যুগত পুৰণি

১৯। Take thıs kıss upon the brow
But a dream wıthın a dream?
চেনেহৰ চুমাটি যাচোতে
সপোনতে দেখিছোঁ সপোন।

অসমীয়া পদ্যপুথি পোৱা সহজ নাছিল দ্বিতীয়তে ইংৰাজী শিক্ষাৰ ভিতৰেদি অহা পাশ্চাত্য ভাৱৰ পোহৰৰ জিল্‌মিলনিয়ে এই ধোৱাচাঙত থকা সাঁচিপতীয়া পুথিখ পিনে বেছিকৈ মন দিবলৈ আজৰি নিদিলে। কিন্তু তেওলোকে পোনে পোনেই সুন্দৰ সৃষ্টি কৰি নতুন যুগৰ পাতনি মেলিলে।

ড মহেন্দ্ৰ বৰাই দুৱৰাৰ বিষয়ে থোৰতে কৈছে –

ভাবৰ ঐশ্বৰ্য্যৰে নহয় উপমাৰ বৈচিত্ৰৰে নহয় অকল সুৰৰ মাধুৰীৰে এমুঠি অমৰ কথিতা সৃষ্টি কৰি যোৱা এইছোৱা সময়ৰ আন এগৰাকী কবি হ ল যতীন দুৱৰা। এওৰ কবিতাৰ আটাইতকৈ আকৰ্ষণীয় বৈশিষ্ট্য হ ল তৰলিত সংগীতৰ প্ৰভাৱত অতি তীব্ৰ বিষাদ বীক্ষাৰ মৰ্মস্পৰ্শী মধুৰ কলতান। এওৰ কাব্যিক পৰিমণ্ডল বিফল প্ৰেমিকৰ ব্যৰ্থ হৃদয়ৰ এটি কৰুণ হুমুনিয়াহেৰে গধুৰ হৈ আছে। চাৰিওফালে মাথোন শূন্যতা আৰু অতীত দিনৰ আমনি। তাৰপৰা নিষ্ক্ৰান্তিৰ উপায় মাথোঁ একেটি – পাহৰণি। দুৱৰাৰ বিষাদ বীক্ষাৰ আভাস থকা কবিতাসমূহৰ অনুপ্ৰেৰণা যোগাইছে যাইকৈ ইংৰাজ কবি শ্যেলীৰ কবিতাই। কিন্তু এওৰ কবিতাৰ সাংগীতিক আধাৰ কীটছৰ পৰাহে স গৃহীত। শব্দৰ প্ৰতি কীটছ্‌ৰ যি অপৰিসীম শ্ৰদ্ধা সেই একেই শ্ৰদ্ধাৰ চিনাকি পোৱা যায় দুৱৰাৰ কবিতাত। এওৰ মৌলিক কবিতাসমূহৰ উপকণ্ঠত আছে ওমৰ আৰু হাফেজৰ ক্ৰমে ৰুবায়ত আৰু মথ্‌নবী কিছুমানৰ ভাঙনি। দুৱৰাই বুকুৰ উমনি দি ইবিলাকক আমাৰ ঘৰুৱা সাজ পিন্ধাই ঘৰুৱা কৰি তুলিলে। এইষাৰ কথা দুৱৰাৰ আটাইবোৰ ভাঙনি কবিতাৰ ক্ষেত্ৰতে সমানে প্ৰযোজ্য। তাৰে এটি উৎকৃষ্ট নিদৰ্শন এখনি গাঁৱৰ মৰিশালিৰ ওচৰত । এইটি গ্ৰে ৰ কাণ্ট্ৰিচাইড্ গ্ৰে ভ কবিতাটিৰ অতি মনোৰম ভাঙনি।

# যতীন্দ্ৰনাথ দুৱৰাৰ কবিতা

ড নিৰ্মলপ্ৰভা বৰদলৈ

সাহিত্যত ৰোমাণ্টিক দৃষ্টিভঙ্গীয়ে প্ৰেমক এক নতুন মহত্ত্ব প্ৰদান কৰিছিল। প্ৰেম তথা মানসিক বিশেষ অৱস্থাক বাস্তৱউৰ্দ্ধ এক আদৰ্শৰ স্তৰত স্থাপন কৰা হৈছিল আৰু এই প্ৰেমক কেন্দ্ৰ কৰি কল্পনাৰ বিচিত্ৰ বৰ্ণালীৰ সৃষ্টি হৈছিল।

অসমীয়া সাহিত্যত যতীন্দ্ৰনাথ দুৱৰাৰ পৰিচয় মূলতে ৰোমাণ্টিক যুগৰ প্ৰেমৰ কবি বুলি। দুৱৰাৰ নিজা সৃষ্টি আপোন সুৰ আৰু বনফুল দুযোখন কবিতাৰ গ্ৰন্থই প্ৰেমৰ সৌন্দৰ্য সন্ধানী কবিজনাকে উদঙাই দেখুৱাইছে। এই কথা প্ৰকৃততে সচা যে লেখক একোজনাৰ ৰচনাত নিজা ভাব দৃষ্টিভঙ্গী আদৰ্শই জ্ঞাতে বা অজ্ঞাতে কেতিয়াবা ইঙ্গিতময় হৈ কেতিয়াবা প্ৰকটভাৱে প্ৰকাশিত হয় আৰু তাক নিয়ন্ত্ৰিত কৰে সেই সেই লেখকৰ নিজা পটভূমিয়ে। কবি দুৱৰাই শেষ বয়সত স্বীকাৰ কৰিও গৈছে— কবিতাই মোৰ জীৱন—। তেওঁৰ আপোন সুৰ বনফুল মিলনৰ সুৰ আৰু কথাকবিতা ৰ কেবাটাও কবিতাৰ যোগেদি জীৱনৰ অমৃত আৰু বিষৰ অভিজ্ঞতা তথা জীৱনদৰ্শন স্পষ্ট হৈ উঠিছে।

জীৱনৰ অভিজ্ঞতাই দুৱৰাক কি শিকালে ? আপোন সুৰ ত তেওঁৰ দৰ্শনৰ এক নিটোল ৰূপ হঠাতে জিলিকি উঠিছে

পাপ পুণ্য দূৰৰ বাতৰি
সিপাৰৰ অন্ধ আৱৰণ
ছয়াময়া বন্ধুৰ চেনেহ
কোনো কাৰো নহয় আপোন।

সংগ্ৰামলব্ধ অভিজ্ঞতাৰে নহয় অভিমানৰ চকুৰ পানীৰেহে দুৱৰাই অৱশ্যে এই অভিজ্ঞতা লাভ কৰিছিল। পাপ পূণ্য দূৰৰ বাতৰি বুলি কব পৰা অন্তৰালত ওমৰ খায়ামৰ দৰ্শনৰ প্ৰভাৱ সিপাৰৰ অন্ধ আৱৰণত" ভাৰতীয ৰহস্যবাদৰ সুৰ ছয়াময়া বন্ধুৰ চেনেহ ৰ বাক্যটোত নিজা জীৱনৰ কৰুণ অভিজ্ঞতা আৰু কোনো কাৰো নহয় আপোন এই কথাষাৰিত নিজা সিদ্ধান্ত প্ৰচলিত আপ্ত বাক্যৰ দ্বাৰা প্ৰভাৱান্বিত হৈ ধ্বনিত হৈছে। আহৰিত হোৱা জীৱন ৰসৰ ৰূপ একোটা কবিতাৰ একোটা প ক্তিয়ে এনেকৈয়ে দিয়ে।

আকাশৰ জোন বেলি তৰাই ৰংপুৰৰ শ্যামল শোভাই কবিক সকৰে পৰা সৌন্দৰ্যৰ প্ৰতি তৃষাতুৰ কৰি তুলিছিল। ইয়েই হয়তো প্ৰেৰণাও দিছিল সমগ্ৰ জীৱন সৌন্দৰ্য সন্ধানত কবি মগ্ন হোৱাৰ কাৰণে

আজীৱন ধৰি মই বিচাৰি ফুৰিছো সেই
সৌন্দৰ্যৰ অনন্ত নিজৰা
এটি বুৰ মাৰি তাতে হও চিৰকাললৈ
তোমাতেই আপোন পাহৰা।

সৌন্দৰ্যসন্ধানী কবিয়ে জীৱনত প্ৰেমৰ অমিয়া যেতিয়া বসন্তৰ প্ৰথম পুৱাতে লাভ কৰিলে সেই প্ৰেমেই সৌন্দৰ্যৰ অনন্ত নিজৰা বুলি কবিৰ উপলব্ধি হ ল। প্ৰেমতেই তেওঁ পালে বৰ্ষাৰ উচ্ছলতা শৰতৰ স্নিগ্ধতা বসন্তৰ বিকশিত প্ৰাচুৰ্য নদীৰ অনন্ত লহৰ জোনৰ জোনাকী সুষমা আৰু অৰুণৰ প্ৰাণ জগোৱা উত্তাপ। তেওঁ গাই উঠিল

সাগৰত আছে মুকুতাৰ ৰাশি
সৰগত জ্বলে তৰা
মৰততো মোৰ এই হিয়াখিনি
অতুল প্ৰেমেৰে ভৰা॥
আহা কাষলৈ বীণখনি লৈ
গোৱা গীত সুমধুৰ
দিনে ৰাতি মোৰ বাজক হিয়াত
অনন্ত প্ৰেমৰ সুৰ॥

কাৰণ মৰণ বিজয়ী প্ৰেমৰ সুৰত অমৃত উথলি পৰে। কল্পনাৰ প্ৰেমতে অমৃত উথলি পৰা যেন লগা কবিয়ে তন্ময় হৈ থাকিবৰ কাৰণে অকলশৰীয়া এখন সৰগ বিচাৰিলে। লাগে মোক অকলশৰীয়াকৈ এখনি সৰগ সপোনময় লগা প্ৰেমৰ আচ্ছন্ন মুহূৰ্তত তেওঁ কামনা কৰিলে—

সপোনতে ফুলে যেন
জীৱনৰ ফুল
সপোনতে মিলি যক
জীৱনৰ ইকুল সিকুল

কিন্তু কি হ ব ? কবিৰ কপালত লিখা আছিল বিধিৰ নিঠুৰ লেখা। পথৰ কণ্টকত কবিৰ জীৱন তেজে তুমৰলি হ ল। কবিৰ সপোনৰ ডেউকা পুৰি গ ল।

পাহাৰীয়া চঞ্চল জুৰি কেৱল বাগৰি যায় বৈ নেথাকে। শিলে ধৰি ৰখাৰ সপোন মিছাকৈয়ে দেখে। কবিৰ জীৱন উদ্ভাসিত কৰি তোলা মধুৰ লগ্নও সেই পৰ্বতীয়া জুৰিৰ দৰেই। সেয়া আছিল কেৱল ক্ষন্তেকৰ সপোন

মিছা তাৰ আশাৰ কিৰণ
ক্ষন্তেক ধেমালি কৰি
কেনিবা আঁতৰি
নিমিষতে ভাঙি দিয়ে
সুখৰ সপোন।

মন্দিৰৰ কলচী দূৰৰ পৰা জিলিকি ৰয় সচা— সেই বুলি মন্দিৰৰ ভিতৰৰ বিগ্ৰহ জীৱন্ত হৈ জিলিকি নুঠে। কবিৰ এনে লাগিল তেওঁৰ প্ৰাণৰ প্ৰতিমা পাষাণ প্ৰতিমা। তেওঁৰ এনে লাগিল

ভালপোৱা হাহি উঠা কথা
মৰমৰ বিচনী আঁৰত

বিশ্বাসৰ নিজৰা শুকায়
নিৰাশাৰ ৰ দৰ তাপত।

মৰমৰ বিপৰীত প্ৰতিদানত কবিয়ে গভীৰভাৱে আঘাত পালে। এই আঘাতে তেওৰ জীৱন জোকাৰি পেলালে।

ইমানদিনে তেওৰ লক্ষ্য আছিল স্থিৰ। নয়নৰ সন্মুখ ত আছিল তেওৰ প্ৰেমৰ প্ৰতিমা। প্ৰেমে দিছিল তেওক উলাহী গতি। এতিয়া তেও ক'লৈ যাব ? এতিয়া তেও লক্ষ্যবিহীন অজান পথৰ পথিক।

এতিযা—

অজানাৰ সুৰে নিয়ে টানি
সোত তাৰ চিৰলগৰীয়া

বিশেষকৈ নদী নাও আৰু নাৱৰীয়া এই তিনিটা প্ৰতীকৰ মাজেৰে ৰূপকধৰ্মিতাৰে লক্ষ্যহীন ব্যক্তিগত জীৱনৰ আনন্দ বেদনা আশা দুৰাশা অশ্ৰু হাহি স্মৃতি স্বপ্ন ইত্যাদি বৰ্ণিত হৈছে তেওৰ আটাইখিনি ৰচনাত।

স্বপ্নভঙ্গৰ পাছত নিসঙ্গতাৰ কৰুণসুৰ দুৱৰাৰ কবিতাত মুহুৰ্মুহু ধ্বনিত হ ল।

জীৱনৰ বোৱা নৈ খনি
পাৰত আৱৰি থকা
সপোন কুঞ্জৰ
আঁৰে আঁৰে ফুৰো মই
লগৰী হেৰাই
দুচকুত আকুল চাৱনি॥

কবিয়ে নিজকে বৰ অকলশৰীয়া অনুভৱ কৰিলে। শোকত হৃদয় তেওৰ তিতি গ ল

নিজা বুলি নাই মোৰ এচমকা ঠাই
জগতত অকলশৰীয়া
পুৱাতেই মেলি নাও অকলে সোতত
লুইতত হলো নাৱৰীয়া।

কবিৰ হৃদয়ৰ সুৰে অকলে কেতিয়াবা থাকিব নোৱাৰি আকাশৰ পিনে উৰি যায। পাছে লগৰী নেপাই নিজৰ বুকুলৈকে উভটি আহে। পাহৰণি নৈৰ দাতিত পঁজা সাজি অতীত পাহৰিব খোজা কবিৰ বীণত অতীতৰ স্মৃতি স্বপ্নৰ সুৰেই কেৱল বাজে। শুনোতা হওক বা নহওক—

মোৰ গান মযে গাও
শুনি শুনি মযে তল যাও
গানৰ শেষত গাওতা শুনোতা দুয়ো
এক হৈ পাৰকে নেপাও॥

দুৱৰাৰ কাব্যত তন্ময়তা আন্তৰিকতা তথা আত্মকেন্দ্ৰিকতা এনেকৈয়ে সমুজ্জ্বল।

এনেকৈয়ে কতদিন কতৰাতি কালৰ কোলাত মাৰ গ ল কবিযে গমকে নেপালে। তেওৰ ভগ্ন হৃদয়ত কেৱল ক কৰাই জ্বলি থাকিল মান অভিমান। আন্ধাৰ মুন্ধাৰ বাটত অকলশৰে স্মৃতিৰ শ্মশান গছকি তেও আগবাঢ়িল। তেও যোৱা বাটেৰে আনে যাতে বাট নুবুলে তাকে তেওৰ কবৰ মন গ ল— এই বাটে নাহিবা দুনাই। কাৰণ আপোন জন পৃথিৱীত কোনো নাই। সংসাৰ মৰুভূমিত চেনেহৰ ফুল নুফুলে। ফুলিলেও পৃথিৱীৰ প্ৰেম তেনেই ক্ষণিকৰ।

নোহোৱা সমল বুকুত বান্ধি অকলশৰে আগবঢ়া কবিৰ এনে ধৰণৰ সিদ্ধান্ত আপোনসুৰ বনফুলৰ কবিতা আৰু কথাকবিতা ৰ স্পন্দিত গদ্যত উপচি আছে। পাছে মন কৰিবলগীয়া এইয়ে যে এই সিদ্ধান্তবোৰ সংগ্ৰামলব্ধ সিদ্ধান্ত নহয়। দুৱৰাৰ কবিতাত মৰ্মস্পৰ্শী আন্তৰিকতা আছে যদিও মননশীলতা ট্ৰেজিক নাটকৰ নায়কৰ দ্বন্দ আৰু বিপৰীত পৰিস্থিতিতো পৰাজয় স্বীকাৰ কৰিব নোখোজা যুজাৰু মনোবৃত্তিৰ একেবাৰে অভাৱ। আনহাতে আছে সংগ্ৰামৰ প্ৰতি সম্পূৰ্ণ উদাসীনতা কৰ্মৰ প্ৰতি বৈৰাগ্য জীৱনৰ ব্যাপকতাৰ প্ৰতি অনুৰাগহীনতা। ইয়াৰ প্ৰসঙ্গত ইয়াকে কব পাৰি যে ঐকান্তিক প্ৰেমৰ যাত্ৰাই যি বিফলতা তেওৰ জীৱনলৈ আনি দিলে তাত তেও এনেকৈয়ে মৰ্মাহত হ ল যে জীৱনৰ অন্য যাত্ৰাৰ প্ৰতি সমুলঞ্চে তেও নিৰুৎসাহিত হৈ পৰিল। কাৰণ ৰোমাণ্টিক কবি জনাই প্ৰেমক সৰ্বান্ত কৰণে সন্মান জনাইছিল পাৰ্থিৱ প্ৰেমক এক আদৰ্শৰ বেদীত স্থাপন কৰিছিল আৰু নিজ সত্ত্বাক সেই আদৰ্শৰ বেদীত উচৰ্গা কৰিছিল।

আলসুৱা হৃদয চূৰ্ণ হোৱাৰ কাৰণেই হওক বা মানসিক আলস্যৰ কাৰণেই হওক তেও প্ৰেমজনিত অশ্ৰুস্মৃতিৰ জগতখনতে চকু জপাই থাকিব খুজিলে। ৰাজনৈতিক অৰ্থনৈতিক কোনো বা মাৰলীয়ে তেওৰ নিবিষ্ট তন্ময়তা ভাঙিব নোৱাৰিলে। কবিতাৰে নিজক তেও মুক্তি দিলে। ৰোমাণ্টিক পলায়নবাদ বুলিলে ইয়াকে ক ব লাগিব।

সকলো সামৰি লই বুকুৰ মাজত
বাটৰুৱা যায় বহুদূৰ
ঘনে ঘনে অভিমানী অন্তৰ কপাই
বাজি উঠে আপোনাৰ সুৰ॥

ওমৰৰ কবিতাৰ মৰ্মবাণী জনা কবিয়ে নিৰ্মম নিয়তিক ক্লান্ত বেদনাবিধূৰ কণ্ঠেৰে ললে

সময়ৰ প্ৰতিশোধ কোনে বাধা দিব ?
জগতত অকলশৰীয়া
যাওক উটি যেনি তেনি সোতৰ লগত
মেলি দিয়া নাও নাৱৰীয়া।
নিজেই নিজক তেও সান্ত্বনা দিবলৈ ধৰিলে
হুহা কন্দা জগতৰ ৰীতি চিৰন্তন
বিষাদত উলাহৰ গান
পোহৰত আন্ধাৰৰ অন্ধ আৱৰণ
নিয়তিৰ বিচিত্ৰ বিধান॥

একোবাৰ তেও অতীতকো পাহৰি পেলাব খুজিলে। কাৰণ যি সৌন্দৰ্য তথা প্ৰেমক তেও শ্বাশ্বত সত্যৰ মূল্য দি প্ৰৱঞ্চিত হ ল তাক সুৱৰি সুৱৰি কেৱল কষ্ট পোৱাৰ পৰা কি লাভ! কিন্তু অতীত মানেই যে তেওৰ প্ৰেম আৰু প্ৰেমেই যে তেওৰ জীৱন। তাৰ পৰা নিষ্কৃতি ক ত ? বৰ্তমান তেওৰ শূন্য ভৱিষ্যত বুলিবলৈ নাযেই। কেৱল লগত আছে অতীত— সুখে দুখে জীৱনৰ সন্মুখত প্ৰেমৰ দাপোণ ধৰিবৰ কাৰণে। সেই দাপোণত উজ্বলি উঠে পৰম মুহূৰ্তবোৰৰ খণ্ড খণ্ড ছবি। স্মৃতিৰ এই ছবি ভাষাত ধৰা দিয়ে— সূক্ষ্ম একোখন বাংময় চিত্ৰ হৈ। অতীতক নাযাবা পাহৰি ৰ দৰে কবিতাত আবেগৰ গভীৰতাই প্ৰকাশত ঘনত্ব দিছে আৰু দিছে কিছু তীব্ৰতাও।

নিজকে অনাদৃত বনফুল ৰ দৰে অনুভৱ কৰা কবিয়ে নিজৰ পৰিচয় শূন্যতা ৰে দিয়া কবিয়ে পৃথিৱীখনক ছযামযা পুতলাৰ নাচৰ দৰে লগা কবিয়ে দুদিনীযা স সাৰৰ মায়াৰ বন্ধন লাহে লাহে সুলকি পৰাৰ কথা চিন্তা কৰিলে। সন্ধিয়াৰ সৰু তৰাটিৰ আহ্বান যেন তেওৰ কাণত পৰিল। তেও কল্পনাতে যেন দেখা পালে কালৰ সোঁতত নাও ভটিযাই গৈ থাকোতে কেনেকৈ কাল পছোৱাই জীবন চাকিটি নুমাই দিব বাহুতোলা মৰণৰ শেষ আলিঙ্গনত কেনেকৈ এই তৰী চিনচাব নোহোৱাকৈ বুৰ যাব।

তথাপিও মৃত্যু এই কবিৰ কাৰণে ভযৰ কথা নহয।

মুকলি মনেৰে দিম মেলি নাওখনি
পিছলৈ নেচাও দুনাই
অনন্তত বৈ থকা সুৰৰ সোতত
নাওখনি যাব ভটিযাই।।
চাপিব যেতিয়া তৰী জুৰণি ঘাটত
চেনেহৰ পৰশ বুলাব
বৈ থকা সঙ্গীতৰ সুমধুৰ সুৰে
জীৱন মৰণ পাহৰাব।
দূৰত জিলিকে সউ মধুৰ পোহৰ
সেযে দিব বাট উজ্বলাই
জীৱনৰ নাৱৰীয়া গুৰি বঠা ধৰি
নাওখনি নিয়া আগুৱাই।।

এনেকুৱা শাৰীবোৰতে কবি দুৱৰাৰ ৰহস্যবাদ ৰ আভাস পোৱা যায। পাৰস্যৰ আৰু ভাৰতৰ কবিযে ঋষিযে সীমাৰ মাজতে সদায অসীমৰ সুৰ শুনে

সীমাৰ মাঝে অসীম তুমি
বাজাও আপন সুৰ।।

অথবা

ৰূপ সাগৰে ডুব দিয়েছি
অৰূপ ৰতন আশা কৰে।

কবি দুৱৰাৰো পোৰা সোণৰ দৰে হিয়াত অসীমৰ সুৰ শেষৰ ফালে ক্ৰমান্বয়ে বাজি উঠিল। তেওক পৰম আকাংক্ষিত সম্পদ দিবৰ কাৰণে তেওক সোণোৱালী দেশলৈ

লৈ যাবৰ কাৰণে মৃত্যু যেন এক দেৱদূত। এই সোণোৱালী দেশ লুইতৰ (নিশ্চয মৰণৰ) সিপাৰৰ দূৰ সুদূৰত।

সোণোৱালী দেশৰ ৰেখাটি
ধীৰে ধীৰে জিলিকে দূৰত
সঙ্গীতৰ সুমধুৰ সুৰ
উৰি উৰি আহে বতাহত॥

নাৱৰীয়া বহু দুখ পালা এতিয়া কাষলৈ আহা বুলি মতা যেন অপাৰ্থিব মাত তেওঁ শুনিবলৈ পাইছে। প্ৰকৃততে প্ৰেম যি সত্য যি সৌন্দৰ্যও সি, ই পাৰ্থিৱতাত হেৰায়। অপাৰ্থিৱ অনুভূতিত স্পষ্ট হৈ ধৰা দিয়ে। দুৱৰাৰ প্ৰেম মৃত্যুৰ উৰ্দ্ধত থকা অনন্ত সৌন্দৰ্যৰ স্বৰূপ।

ভাৰতীয় ৰহস্যবাদ তথা চুফী ৰহস্যবাদত চাবলৈ গলে একেই কথা পোৱা যায়। জীৱন মানেই বন্ধন জীৱন মানেই বিৰহ জীৱন মানেই যন্ত্ৰণাৰ কাতৰতা। মৃত্যুহে তাৰ মুক্তি— ই অসীমৰ দুৱাৰ খুলি দিয়ে — পৰম সত্যৰ (প্ৰেমিকৰ বা প্ৰেমিকাৰ ৰূপত থকা) লগত মিলনৰ সেতু ৰচি দিয়ে। কবি দুৱৰাইও মৃত্যুক দূৰত জিলিকা মধুৰ পোহৰ বুলি সেয়ে অভিহিত কৰিছে আৰু পুৰণি স সাৰ পৰি থাকা বুলি অনাযাসে কৈ উলাহী গতিৰে নতুন পথৰ যাত্ৰী হৈছে।

অতীতৰ বিষাদ কালিমা
বতাহতে কেনি উৰি যায
সাচতীয়া নিৰাশা এন্ধাৰ
কোনে আহি দিয়ে পোহৰাই॥

ইমান দিন কবিয়ে যেন মিছা মাযাত বন্দী হৈ আছিল (ভাৰতীয ৰহস্যবাদ আৰু চুফীবাদৰ দেহৰ বন্ধন)

মিছাকৈয়ে মাযাৰ মোহত সপোনক কৰিলা আপোন।

চাবলৈ নিজকো এবাৰ আন্ধাৰত নাপালা দাপোণ।

এতিয়া সোণোৱালী উজ্বল পোহৰে সকলো দুখ ক্লেশ যেন আতৰাই দিলে। সোণোৱালী দেশত কবিৰ তুমিক কবিয়ে বুকুৰ মাজত লাভ কৰিলে।

ৰহস্যবাদৰ ফালৰপৰা চালে সোণোৱালী দেশ যেনেকৈ এক প্ৰতীক কবিৰ তুমি ও এক প্ৰতীক।

তেওঁৰ কথা কবিতাৰ সোণবৰণীযা দেশ আৰু 'শল্লী ত এই একে সুৰেই বাজিছে—

কোৱৰ কুৱৰীয়ে অনন্ত প্ৰেমৰ সোণ বৰণীয়া দেশত অনিৰ্বচনীয় শান্তিত দিন নিয়াইছিল পকা পাতৰ পৰশত তেওঁবিলাক পৃথিৱীলৈ নামি আহিব লগা হ ল। কৰুণ অভিজ্ঞতা। এই কৰুণ অভিজ্ঞতাই দিলে অপাৰ্থিৱ প্ৰেমৰ স্বপ্ন। মৃত্যুৰ পাছত কোৱৰ কুৱৰীয়ে আকৌ সোণবৰণীয়া দেশ পালেগৈ।

কবি দুৱৰাক নিৰাশাবাদী বুলি ক লে ভুল কোৱা হ ব। নিৰাশাৰ শেষত তেওঁ

পোহৰৰ সন্ধান পাইছে জীৱনৰ হাহি অশ্ৰুকো তেওঁ স্বীকাৰ কৰি লৈছে—

হাহি আৰু চকুলোৰ করুণ মিলন
এয়ে হায় মানৱ জীৱন।

অথবা

বিষাদৰ ডাৱৰত প্ৰেমৰ কিৰণ সানি
জীৱনৰ ইন্দ্ৰধনু গঢ়ে বিধতাই।

দুৱৰাৰ গোটেই কেইখন কবিতাৰ পুথি মন্থন কৰিলে দেখা যাব যে তেওঁৰ ব্যক্তিগত জীৱনৰ দুখে আমাৰ হৃদয় তিয়ালেও তেওঁৰ কবিতাই আমাক অন্ধকাৰত নথয়। মৃত্যু পাৰ হৈ যাব পৰা প্ৰেমৰ পোহৰত আমাৰ হৃদযো আলোকিত হৈ উঠে।

ৰোমাণ্টিক প্ৰেমৰ অভিনৱত্বই গতানুগতিক ধাৰণাৰ আৰু নিয়মৰ শিকলি এনেকৈয়ে ছিঙি ব্যক্তিক গতিশীলতা দিছিল দিছিল প্ৰাণৰ প্ৰসাৰ।

# দুৰ্বৰাৰ কবিতা

## ডঃ প্ৰফুল্লদত্ত গোস্বামী

বেজবৰুৱা আগৰৱালা আদি কবিৰ বাট অনুসৰণ কৰে ৰঘুনাথ চৌধাৰী যতীন্দ্ৰনাথ দুৱৰা আদি পিছৰ লেখকে। বৰ্ত্তমান শতিকাৰ ঘাইকৈ দ্বিতীয় আৰু তৃতীয় দশকত এওলোকৰ সাহিত্যিক প্ৰতিভা বিকশিত হয়। আধুনিক অসমীয়া কবিতাত বেজবৰুৱা আদিৰ জৰিয়তে যি ইংৰাজী প্ৰভাৱ প্ৰকাশ পাবলৈ ধৰে তাৰ সুস্থ চানেকি দেখা যায় দুৱৰাৰ কাব্যত। দুৱৰা ইংৰাজী ৰোমাণ্টিক সাহিত্যত বিশেষ অভিজ্ঞ। এই অভিজ্ঞতাই তেওক অনুভৱৰ সামগ্ৰী যোগাইছে। হাফিজ আৰু খাযামৰ প্ৰভাৱো দুৱৰাৰ কবিতাত লক্ষ্য কৰিব পাৰি। এই প্ৰভাৱে তেওক উদাসী সুৰ এটিৰ যোগান ধৰিছে। ১৯১৪/১৫ চনমানৰ পৰাই দুৱৰাই খাযামৰ চৰ্চ্চা কৰে। আগৰৱালা আৰু ৰঘুনাথ চৌধাৰীৰ কিছুমান কবিতাত সাংসাৰিক জীৱনৰ অসাৰতা আৰু তাৰ বোধে ওপজোৱা নৈৰাশ্য ধ্বনিত হয় ইয়াৰ মূলত অসমীয়া মানসিকতাৰ সৈতে মিহলি হৈ থকা দেহবিচাৰৰ দৰ্শনৰ প্ৰভাৱ ৰ ব পাৰে। কিন্তু দুৱৰাৰ কবিতাত যি নৈৰাশ্যৰ সুৰ বাজে তাৰ প্ৰেৰণাৰ ক্ষেত্ৰ বহল সি এক হিচাবে ব্যক্তিগত আৰু আধুনিক। এই নৈৰাশ্যৰ বোধ একান্ত আৰু তাৰ ব্যঞ্জনা অসমীয়া কাব্যত নুতন বস্তু।

দুৱৰা প্ৰেমৰ পৰা ওপজা কাৰুণ্য আৰু নৈৰাশ্য প্ৰকাশ কৰাত সিদ্ধহস্ত এই নৈৰাশ্য তেওৰ স্বকীয় সুৰ আৰু সমযত জাগতিক বোজা ব ব নোৱাৰি মানুহ যে ভাগৰি পৰে তাৰো ইযেই আভাস দিযে। অৱশ্যে তেও এই বিষযে (জাৰ্মান কবি হাইনেৰ ভঙ্গীত) অলপ কৈফিযতো যে দিয়া নাই এনে নহয়—

জানো তুমি বেযা পোৱা বিষাদ ৰাগিণী
তুমিযেই দিছাহি যোগান
নহলে কিযনো মোৰ জীৱন বীণত
বাজে মাথো বিষাদৰ গান।

— সুখৰ সপোন

সংসাৰখন তেও বেযা নাপায় এই স সাৰকে কেন্দ্ৰ কৰি তেওৰ যিমানবোৰ অনুভৱ অনুভূতি। কোনো শিল্পীযে জগতখন বেয়া নেপায শিল্পৰ সৃষ্টি অনুৰাগত বিৰাগত নহয। অনুৰাগী শিল্পীৰ অন্তৰত জগতখনে নানা ৰকমৰ প্ৰতিক্ৰিয়া সৃষ্টি কৰে তাৰ কেতবিলাক অতি কষ্টদাযক। দুৱৰাৰ কবিতাত হয়তো কষ্টদাযক অনুভৱৰ প্ৰকাশ সৰহীয়া।

আজিকালি নতুন লেখকসকলে দুৱৰাক নৈৰাশ্যবাদী বুলি আওকাণ কৰিব খোজে কিন্তু আশা আৰু উদ্যম যদি স্থাযী অভিজ্ঞতা তেনেহ লে তাৰ ওলোটা ভাব নিৰাশা আৰু শ্ৰান্তিও কোনোগুণে কম স্থায়ী অভিজ্ঞতা নহয। সেই কাৰণেই দুৱৰাৰ অতীতক যোৱাহে পাহৰি বা শূন্য পৰিচয় আদি কবিতাৰ সাৰ্থকতা।

নৈৰাশ্য আৰু ব্যৰ্থতা স্থায়ী অভিজ্ঞতা আৰু সেই অভিজ্ঞতাৰ গুৰিত সামাজিক আবেষ্টনীৰ প্ৰভাৱো সমূলি অস্বীকাৰ কৰিব নোৱাৰি। অৰ্থাৎ সামাজিক জীৱনৰ ব্যৰ্থতায়ো

কবি শিল্পী আদিৰ দৃষ্টিভ গী কিছুদূৰ তৈয়াৰ কৰে। এইফালৰ পৰা চাবলৈ গলে প্ৰথম মহাযুদ্ধৰ পাছত গোটেই জগত জুৰি এটি অৱসাদৰ ভাব বিয়পি পৰিছিল। নানান কাৰণত মানৱৰ ভৱিষ্যত সম্বন্ধে সন্দিহান হৈ অনুভূতিশীল লোকসকলে নৈৰাশ্যৰ হা হুতাহ কাঢ়িছিল। বিজ্ঞানৰ উৎকৰ্ষই মানুহৰ হিত নাসাধি ধ্ব সৰ নতুন নতুন বাট মুকলি কৰাত ধৰ্ম্ম পৰজন্ম আদি কথাত মানুহৰ আস্থা কমি অহাত আৰু তাতকৈও ডাঙৰ কথা— জাতীয় আৰু অৰ্থনৈতিক স্বাধীনতাৰ কাৰণে বৃথা শ্ৰম কৰি মানুহ শ্ৰান্ত হৈ পৰিছিল। মনৰ এই শ্ৰান্তি শিল্পীসকলৰ কাৰ্যাৱলীত প্ৰকাশ পাইছিল।

অসমীয়া সাহিত্যৰ ক্ষেত্ৰত দুৱৰাক এই শ্ৰান্তি আৰু অৱসাদৰ বাহক বুলিলে বেছি ভুল নহয়। দুৱৰাৰ নৈৰাশ্যৰ আন কাৰণো আছে। তীব্ৰ অনুভূতিপ্ৰৱণতা— যিটোৰ কাৰণে সৰু সুৰা ভাৱ আৰু ঘটনায়ো কবিৰ আলসুৱা অন্তৰত বেছিকৈ ক্ৰিয়া কৰিব পাৰে— নৈৰাশ্যৰ আন এটা ক্ষেত্ৰ। ইংলণ্ডৰ নৱন্যাস যুগৰ শেলী আদি কবিৰ বেলিকাও এয়ে হৈছিল। মুঠতে কবিয়ে নৈৰাশ্য আৰু অপূৰ্ণতাকে সত্য বুলি ধৰিবলৈ বাধ্য হৈ শেহত নিজৰ কাব্যিক মতবাদ ঘোষণা কৰিলে ঊনবি শ শতিকাৰ ৰোমাণ্টিক কবিসকলৰ চানেকি লৈ এইদৰে—

অকলে আপোন মনে বহি নিৰলাত
ৰচো মই অন্তৰৰ গান
সঙ্গীহীন বিহগীৰ আকুল সুৰত
আকাশত ভাহি উঠে আন। — আপোনাৰ সুৰ

(২)

প্ৰকৃততে আপোন সুৰ কিতাপত সোমাই থকা আপোনাৰ সুৰ কবিতাটিযে চমু অথচ অন্তৰ পৰশাকৈ কবি দুৱৰাৰ কাব্যিক দৰ্শন দাঙি ধৰে বুলি কব পাৰি। এই কবিতাটিত যিবিলাক ভাব ফুটি ওলাইছে সেইবিলাক অতীতক যোৱাহে পাহৰি আৰু শূন্য পৰিচয় আদি বহ্য কবিতাটো ধ্বনিত হৈছে। বৰাগীযে ভৱ সাগৰত দেহ নাৱৰ ভৰসা নাই বুলি যি বিননি তোলে সেই বিননি দুৱৰাৰ বাটৰুবাৰ মুখতো কপি উঠে। জগতৰ ছা পোহৰৰ খেলত বাটৰুৱাই মনত আশাৰ জোৰ লৈ আগবাঢে কিন্তু যিবিলাক বস্তু সত্য আৰু স্থায়ী বুলি তেও খামোচ মাৰি ধৰিব খোজে সেইবিলাক আঙুলিৰ চেপেদি সৰকি পৰে। কবিৰ সঞ্চিত সৌন্দৰ্যবোধে ৰূপ লয় মানসীত কিন্তু সেই মানস প্ৰতিমা দিঠকত ধৰা নপৰে ( অৱসান ) যৌৱনৰ প্ৰথম পুৱাতে দেখা প্ৰেমৰ সপোন দুদিনতে লয় পায—

আৰু দেখা নিদিযে দুনাই
দিন আহে ৰাতি যায — আজি মোক যোৱাহে পাহৰি

দূৰৰ আকৰ্ষণ ওচৰ পালেই লাগে নিষ্প্ৰাণ যেন ওচৰত শুনা বাহীৰহে তান বাটৰুৱাৰ শ্ৰান্ত প্ৰাণে জুৰণি বিচাৰি হাবাথুৰি খায় আশাৰ ধৰণী বিচাৰি ফুৰে কিন্তু শেষ

হয় অথিৰ জীৱন জগতত জুৰণি নাপায় ( অতীতক যোৱাহে পাহৰি ) বাটৰুৱাৰ সমুখত স্মৃতিৰ শ্মশান —

We look on the past
And stare aghast
At the spectres wailing pale and ghast
Of hopes which thou and I beguiled
To death on life s dark river — *Shelley*

আৰু বাটৰ শেহতো আশ্বাসৰ ধৰণী নাই — কিযনো

দূৰত গৰজে শুনা অনন্ত সাগৰ
পৰ্বত সমান ঢৌ তুলি
বাহুতোলা মৰণৰ শেষ আলিঙ্গনে
চিন চাব নাৰাখে সমূলি। — অতীতক যোৱাহে পাহৰি

অতীতক যোৱাহে পাহৰি কবিতাটোত কবিয়ে আন আন ঠাইত প্ৰকাশ কৰা ভাব কেতবোৰ দোহাৰিছে। স সাৰখন এখন আলহী ঘৰ ইয়াৰ মৰম চেনেহ আশা আকাঙ্ক্ষা দুদিনীয়া কৰিবলৈ ধৰা কামটোও কালে শেহ কৰিবলৈ নিদিয়ে। সংসাৰত কোনেও কাৰো মন বুজিব নোবাৰে এই ভুল বুজাটোও অশেষ ব্যৰ্থতাৰ মূল।

ক ৰনো পখিটি আহি গছৰ ডালত
ক ই গল মৰমৰ কথা
নীৰব গছৰ ডাল নীৰৱে থাকিল
নুবুজিলে হৃদযৰ কথা।

— অতীতক যোৱাহে পাহৰি

সুখ আৰু মৰমৰ আৰাধ্যা প্ৰতিমা পূজাৰ দৰেই নিষ্ফল। সকলোতে কালৰ অখণ্ড প্ৰতাপ সেইকাৰণে জীৱন নাওখনি যেনি তেনি উটি গলেইবা ? তাক নিয়ন্ত্ৰণ কৰিবলৈ বৃথা প্ৰয়াস কৰিলে কিনো ফল ? ভৱিষ্যত যি দৰে নিৰাশাপূৰ্ণ সেইদৰে অতীতো বৰ্তমান বা ভৱিষ্যতৰ কাৰণে অসাৰ্থক তাকো মনৰ পৰা মচি পেলাবলৈ চেষ্টা কৰাহে সমীচিন। ইমান ব্যৰ্থতা আৰু নৈৰাশ্য বাটৰুৱাই অকলেই বহন কৰে বাটৰুৱাৰ অন্তৰৰ গভীৰতম প্ৰদেশত ভুমুকিয়াই কোনেইবা তেওৰ বেদনাৰ অ শ গ্ৰহণ কৰিব তেওক স্থায়ীভাবে মৰম কৰিবলৈ কাৰেইবা আহৰি আছে ?

অকলশৰীয়া বাটৰুৱাৰ নৈৰাশ্যময় আত্মধ্বংসেচ্ছাই শূন্য পৰিচয়ত পৰিণতি লভিছে। জীৱনকালত থুপ খোৱা বেদনা আৰু ব্যৰ্থতাৰ সঞ্চয়ে কবিৰ অন্তৰত যি ৰেখা বহুৱাইছে তাৰ আৰ্তনাদ এই কবিতাটিত তীব্ৰ অথচ সংযতভাবে প্ৰকাশ পাবলৈ চেষ্টা কৰিছে। বাটৰুবাৰ জীৱনত ভাগ্যৰ আশীৰ্বাদ নাই আশাৰ ৰেঙনি নাই তেও অন্তৰৰ ৰিক্ততা আৰু দীনতা আন মানুহৰ সঙ্ঘৰ্ষত বাঢ়িহে উঠে তেওৰ বেদনা চৌপাশে ধ্বনিত হয় তথাপি জানো তেও কাৰোবাৰ প্ৰকৃত সহানুভূতি পায় ? নিৰাশাৰ ৰ দৰ তাপত বিশ্বাসৰ নিজৰাও শুকায় ( আপোনাৰ সুৰ ) সেইকাৰণে মানুহৰ ভালপোৱাত তেওৰ সমূলি আস্থা হেৰাল—

সপোনৰ শেষ হ'লে মোহ জাল আঁতৰিলে
দুনাই এনুৱা ভাবে দিবা জানো দেখা ?

— শূন্য পৰিচয়

সেই কাৰণে সুখৰ কণিকা এটি ক ৰবাত আচম্বিতে আহি পৰিলেও তাক ধৰিবলৈ চেষ্টা কৰি জীৱনৰ নাও ভৰা দুখক উপহাস কৰা যুগুত নহয়।

কবিও মানুহহে জীৱনৰ প্ৰকৃত স্বৰূপ কি তাৰ সম্বন্ধে কঢ়িয়াব পৰাতকৈ বেছি জ্ঞান আহৰণ কৰিলেও দুৰ্বল মুহূৰ্তত তেওঁ সংসাৰৰ অনাদৰ আওহেলা পাহৰিবলৈ প্ৰয়াস পাই নিজৰ অন্তৰখন বাহিৰৰ কাইটীয়া অভিজ্ঞতাৰ পৰা আঁতৰাই ৰাখি দিনকেইটা এই প্ৰকাৰ কটাই যাবলৈ বুলি কুসুম কানন এখনি সাজি লবলৈ পৰিযত্ন কৰে। আকৌ আশা আকৌ জুৰণিৰ কামনা তথাপি আশ্বাস এযে— এদিন বাটকুৱাৰ যাত্ৰা শেষ হ ব জীৱনৰ বোজা আৰু কঢ়িয়াব নালাগিব—

কাল পচোৱাই দিব চাকিটি নুমাই
নিচিনা বাটেদি মোক নজনা দেশৰ পিনে
নিযতিযে হাত ধৰি নিব আগুবাই। — শূন্য পৰিচয়

কবিৰ কাৰো প্ৰতি নাই অভিযোগ নাই বিৰাগ এটি কথা মাথোন বাজি উঠে তেওঁৰ সুৰত —

জীবনৰ আঁৰতেই আছো মই সংসাৰত
ছায়া মাথো কায়াহীন বিফল বাসনা।

— শূন্য পৰিচয়

জীৱনৰ আঁৰত থাকিও জীৱনৰ হৈ চৈ আশা নিৰাশাত আগ্ৰহ নেদেখুৱাই পাহৰণি নৈৰ দাতিত অকলে বহি তেওঁ অকলে আকুল সুৰে বীণখনি বজাই মানুহৰ কৌতুহলী চকুৰ পৰা লুকাই থাকি ক্ৰমে আত্মবিলোপ কৰিব কিন্তু তেওঁৰ বীণত যি সুৰ বাজিব সি জীৱনৰ সুৰ মানবৰ বেদনা আৰু ব্যৰ্থতাৰ সুৰ সি আনৰ অন্তৰতো কপনি নোতোলাকৈ নেৰে।

(৩)

দুৱৰাৰ কাব্যৰ ভাব চমুকৈ কব পাৰি এইদৰে কল্পনাৰ মানসীৰূপী সৌন্দৰ্য প্ৰেমৰ উৎস কিন্তু প্ৰেম ব্যৰ্থতাৰ মূল মৰম চেনেহ আৰু সুখৰ আশা নিৰৰ্থক অতীতৰ স্মৃতিযে আৰু ভবিষ্যতৰ অনিশ্চযতাই মানুহৰ বেদনা বোধৰ মাত্ৰা বঢ়ায় মানুহে ব্যৰ্থতাৰ তাড়না অকলে অকলে গ্ৰহণ কৰে কাল পচোৱাই মানুহক জীৱনৰ পটভূমিৰ পৰা অকস্মাৎ কঢ়িয়াই লৈ যায় ক'লৈ নিয়ে তাৰো উমান পোৱা নাযায় মুঠৰ ওপৰত সংসাৰত মানুহৰ সোৱৰণো নাথাকে আৰু তাক ৰখাবলৈ চেষ্টা কৰাও বৃথা আত্মবিলোপৰ চৰ্চা বা চেষ্টাহে হয়তো একমাত্ৰ সাধনা হোৱা যুগুত। ই এক প্ৰকাৰে ঘোৰ নাস্তিকতাবাদ। এই বাদত ভগবান কৰ্ম বা পৰজন্ম— একোৰে স্থান নাই।

দুৱৰাৰ এই আত্মবিলোপৰ হেপাহত লুকাই আছে বিৰাট অভিমান। কবি হিচাবে তেওঁ কল্পনাৰ জগতত বহুত বস্তু বিচাৰি পাইছিল তেওঁৰ কথা কবিতাৰ শিল্পীৰ দৰে তেওঁ তাৰ প্ৰতিষ্ঠা কৰিব নোৱাৰিলে এইখিনিতেই তেওঁৰ ব্যৰ্থতা এইখিনিতেই তেওঁৰ

হা হুতাশ। এই বিশ্ব প্ৰকৃতিৰ পটভূমিত মানুহে কিমান লীলা খেলা কৰে কিমান বাসনা কামনাৰ বেহানি কৰিয়ায় কামনা পূৰ নহয় ব্যক্তিগত জীবনৰো হয় শেহ। ইয়াতেই জানো মানৱৰ চিৰকলীয়া বেদনাৰ সৃষ্টি নহয় ? আদৰ্শ যিমানেই ওখ কল্পনা যিমানেই বিয়পা তিমানেই জানো বেদনাৰে বোজা নাবাঢ়ে। এই বোজাৰ হেচাত কোনোবা ভাগি পৰে কোনোবাই বিদ্ৰোহ ঘোষণা কৰি থিয় দিয়ে কিন্তু কাল পচোৱাৰ কোবত ছাটকৈ নাইকিয়া হয় কোনোবাই অভিমান কৰি নিজকে শাস্তি দিয়ে। দুৰ্বৰাই হয়তো নিজকে শাস্তি দিলে নিজৰ দুখৰ বোজা নিজেই বহন কৰিলে আনহাতে নিজে নিজৰ দুৰাকাঙ্ক্ষা সম্পৰ্কে সচেতন হৈ সঙ্কোচত লোকচক্ষুৰ পৰা আঁতৰি যাবলৈ যতন কৰিলে।

দুৰ্বৰাৰ প্ৰকৃতিৰ বৈশিষ্ট্য হৈছে কোমলতা। কোমলতাৰ কাৰণেই তেওঁৰ অন্তৰত বেদনাৰ এনে তাণ্ডব নৃত্য এই গুণৰ কাৰণেই জগতৰ ব্যৰ্থতা আৰু অপূৰ্ণতা তেওঁৰ অন্তৰত এইদৰে বাজে ইয়াৰ কাৰণেই তেওঁৰ অভিমানৰ মাত্ৰাও ইমান বেছি। অন্তৰৰ কোমলতা আৰু নিৰ্মলতা তেওঁৰ ৰচনাৰ ভঙ্গীতো প্ৰকাশ পায়। তেওঁৰ যি বেদনা বোধ সি আকস্মিক নহয় অস্থায়ী নহয় সেই কাৰণে তাত বলিয়াৰ উদ্ভুগুলি নাই আকস্মিতাৰ উত্তেজনা নাই সি গভীৰ স্থিৰ তাৰ প্ৰকাশো সৰল পোনপটীয়া আৰু তেওঁৰ লয় স্বাভাবিকভাবে প্ৰবাহমান। অন্তৰৰ কোমলতা আৰু লয়ৰ ধীৰ প্ৰৱাহ তলৰ কবিতাফাকিত লক্ষ্য কৰিব পাৰি—

আজলী ছোৱালী দেহি মনৰ আবেগ ঢাকি
কত আদৰেৰে ক লে থাকা থাকা বুলি
নেভাবিলে হৃদয়ৰ অতুল ই ভাল পোৱা
সীমাৰ মাজত হায় নেথাকে সমূলি। — নাৱৰীয়া খ

দুবৰাৰ ৰচনাৰ যি সৌন্দৰ্য সি সৰলতাৰ আৰু সংযমৰ সৌন্দৰ্য তাৰ উপৰি তেওঁ আত্মসমাহিত কবি — তেওঁৰ উপলক্ষ্য নিজৰ হিয়া। সদায় পাই থকা পৰিচিত বন্ধুৰ লগততো উত্তেজনা দেখুৱাব নোৱাৰি। সেইকাৰণে দুৰ্বৰাই যেতিয়া লিখে—

নিজান দেশৰ সুৰে মন বিযাকুল কৰে সেয়ে যথেষ্ট আৰু একো কব নালাগে।

দুবৰাৰ ষ্টেঞ্জাবোৰৰ গাঁথনিত জোনাকী যুগৰ আগৰৱালা ভাতৃদ্বয়ৰ প্ৰভাব অনুভৱ কৰিব পাৰি। বৰ্তমান শতিকাৰ গুৰিভাগত ৰঘুনাথ চৌধাৰী দুৰ্গেশ্বৰ শৰ্ম্মা ✓ সিংহদত্ত দেৱ অধিকাৰী দুবৰা আদি বহুতো কবিৰ ৰচনাত অক্ষৰবৃত্ত ছন্দৰ সৰল গাঁথনিৰ চাৰিশৰীয়া ষ্টেঞ্জা পোৱা গৈছিল। লয়ৰ ফালৰ পৰা অসমীয়া পুৰণি বনঘোষাৰ কলিবিলাকৰ সৈতে এইবিলাকৰ কিছু সম্পৰ্ক আছে। দ্বিতীয়তে এই সময়ৰ কবিসকলৰ ৰচনাত দাৰ্শনিক বা চিন্তা প্ৰধান মনোভঙ্গী এটিও ফুটি ওলাইছিল। তাৰ উপৰি বেজবৰুৱা আৰু চন্দ্ৰকুমাৰ আগৰবালাই প্ৰকৃতিক যি অভিনবভাবে চাবলৈ শিকিলে তাৰ আৰ্হি এই পিছৰ লেখকসকলেও মানি ললে।

দুৰ্বৰাই অৱশ্যে প্ৰকৃতিক সুকীয়া সত্ত্বা হিচাবে চাবলৈ বৰ যত্ন নকৰিলে কিন্তু তেওঁৰ বাটৰুবাই যেতিয়া জীৱনৰ বাটত খোজ পেলায় তেতিয়া ঘনে ঘনে প্ৰকৃতিৰ ৰূপ ৰস গন্ধই তেওঁৰ শ্ৰান্ত আৰু নিৰাশ মনত অলপ তৃপ্তিৰ ছা পেলায় যেন লাগে। অতীতক

নেযাবা পাহৰি শূন্য পৰিচয় আদি কবিতাত বাটকৰাই প্ৰকৃতিক প্ৰায়ে স্মৰণ কৰে। ধুনীয়া জোনাক ৰাতি আকাশৰ জোন বেলি বনফুল কুহিপাত শৰতৰ, শেৱালি নতুন ধাননিৰ সেউজীয়া বোল পুৱা বিহগৰ সুমধুৰ সুৰ এই বিলাক কবিৰ ভাব জীৱনৰ সৈতে জড়িত। তেওঁ নিজেই স্পষ্টকৈ স্বীকাৰ কৰিছে—

শুৱনি ধৰণী চেনেহৰ খনি
জীৱনৰ লীলাভূমি
নিতে নিতে মোৰ লাহ বিলাহৰ
যোগোৱা সমল তুমি। — চকুলো

শেষৰ যাত্ৰাত বাটকৰাই নিজৰ বেদনাভৰা জীৱনৰ কাহিনী চেনেহৰ সখাক সোৱৰাই যাওঁতেও সন্ধিযাৰ সৰু তৰাটিৰ শেষ আৱাহন আৰু সেউজীয়া ধৰণীৰ কোমল কোলাৰ আকৰ্ষণ মনৰ পৰা মচি পেলাবলৈ টান পায়। বাটকৰাৰ মনত এনে ধাৰণা এটিও আছে যে তেওঁৰহে ধ্বংস হ ব ব্যক্তিৰহে লয় ওচৰ চাপিব কিন্তু ব্যক্তিৰ লীলাভূমি প্ৰকৃতিৰ বুকুত নতুন জীৱনৰ পাতনি সদায়ে চলি থাকিব। এক হিচাবে বহল অৰ্থত জীৱনৰ নাশ নহয়। এইখিনিতে দুৱৰাৰ ভাৱধাৰাত অলপ বিৰোধ বা বৈষম্য অনুভৱ কৰিব পাৰি।

(৪)

কাব্য সাহিত্যত নৈৰাশ্য নতুন বস্তু নহয়। ৰোমান কবি ভাৰ্জিল ইটালীৰ অষ্টাদশ শতিকাৰ কঁবি লেওপাৰ্ডি ঊনবিংশ শতিকাৰ ই ৰাজ কবি মেথিউ আৰ্নল্ড্— আটায়ে দুখবাদ আৰু নৈৰাশ্য প্ৰকাশ কৰি খ্যাতিমান হৈছে। ইহজীবনত সাৰ্থকতা হেৰুৱালেই নৈৰাশ্য ওপজে। ভাৰতীয ৰাইজৰ মনতো ইযাৰ হাবাপানীৰ কাৰণেই হওক বা ধৰ্ম্ম আৰু দৰ্শনৰ প্ৰভাৱতেই হওক এটি অবসাদ আৰু ইহজগতত সাৰ্থকতা বিচাৰি নোপোৱা ভাব লক্ষ্য কৰিব পাৰি। আৰ্নল্ডে জীবনত আস্থা হেৰুৱাই গভীৰ দুখত আৰ্তনাদ কৰি উঠিছিল এইদৰে— সকলোৰেতো অনৰ্থক আশা বা বিশ্বাসৰ ৰেঙনিতো ক তো দেখা নাযায। আহা চেনেহী আমি দুয়ো মাথোন পৰস্পৰৰ ওপৰত নিৰ্ভৰ কৰি থাকো (Dover Beach)। এইসকল কবিৰ যি দুখবাদ আৰু নৈৰাশ্য সি ওমৰ খাযামতো দুষ্প্ৰাপ্য কিযনো খায়ামৰ স সাৰত ভোগস্পৃহা আছিল আৰু এই স্পৃহাই অন্তত সাময়িকভাবে হলেও মানুহক কথাৰ পৰা আঁতৰাই ৰাখিব পাৰিছিল। দুবৰাই আৰ্নল্ডৰ দৰে প্ৰেমতো বিশ্বাস নাৰাখে। অন্তত কিবা এটাত বিশ্বাস ৰাখিব নোৱাৰিলে জীৱন স্বাভাৱিকতে দুৰ্বহ হয। বিশেষকৈ অনুভূতিশীল লোকৰ ক্ষেত্ৰত।

এই বিষযত দুৱৰাক ৰোমাণ্টিক শ্যেলীৰ সৈতেও অলপ ৰিজাব পাৰি। মৰণৰ সমুখত জীৱনৰ পৰাজয আৰু মানবীয প্ৰেমৰ ঠুনুকা স্বৰূপ উপলব্ধি কৰি শ্যেলীৰ মনো বিষন্ন হৈছিল। প্ৰেম শক্তিমান কিন্তু তাক আশ্ৰয দিবলৈ মানৱৰ ক্ষুদ্ৰ হৃদয অসমৰ্থ সেযে ব্যৰ্থতাৰ এটি বিৰাট হেতু—

O love ! who bewailest
The frailty of all things here
Why choose you the frailest
For your cradle your home and your bier ? *Flight of Love*

দ্বিতীয়তে  সৌন্দৰ্য আৰু প্ৰেমৰ মহীয়ান ৰূপ উপলব্ধি কৰি শ্যেলীয়ে এই ৰূপ বাস্তৱত মূৰ্ত্তিমান কৰিব খুজিছিল  যি হয়তো অসীম আৰু অবাস্তৱ তাকেই সীমাৰ ভিতৰত বান্ধিবৰ যত্ন কৰিছিল। শ্যেলীৰ মানসীৰ আভাস ফুটি ওলোৱা কবিতা এপিছাইকিডিঅন্ সম্পৰ্কে তেওঁ নিজে তেওঁৰ বান্ধৱী মেৰিয়া গিছবৰ্ণলৈ এইদৰে লিখিছিল   মোৰ বিশ্বাস মানুহে কিবা নহয় কিবা এটাক ভাল পায়ে থাকে   কিন্তু যি হয়তো অনন্ত তাৰ প্ৰতিমূৰ্ত্তি মানৱী ৰূপ এটাত বিচাৰিবলৈ গলেহে ভুল হয়। তেজ মঙহৰ মানুহে এই ভুল নকৰাকৈ থাকিবও নোৱাৰে।

দুৰ্বাই এই ভুল নকৰাকৈ থকা নাই  কিযনো জীৱনৰ আদিতে তেওঁ যি ৰূপৰ জিলিকনি পালে—

তাৰ কাৰণেই মই          যত কাম কাজ এৰি
ঢালি দিলোঁ গোটেই জীৱন,
কত যুগ যুগান্তৰ          বিচাৰি ফুৰিছো সেই
যুগমীয়া মধুৰ সপোন।          — অৱসান

কিন্তু মধুৰ সপোন ধৰা নপৰে  আৰু এই সাধনাৰ সিদ্ধি নাই। জীৱনৰ ওপৰত কল্পনা সুদৃঢ়কৈ প্ৰতিষ্ঠা কৰি লব নোৱাৰিলে অকল কল্পনাৰ সহায়ত তাক মূৰ্ত্তিমান কৰিব পৰা নাযায়। পুৰণি গ্ৰীক সাধুৰ খনিকৰ পিগ্‌মেলিয়নে তেওঁৰ নিজৰ মনৰ দাপোণ চাই সজা সৌন্দৰ্যৰ প্ৰতিমূৰ্ত্তিক প্ৰাণ দিছিল— দেৱী ভিনাছৰ সহায়ত। বাস্তৱ জীৱনত জানো এইদৰে দেৱ দেৱীৰ সহায় মিলে ? দুৰ্বাৰ কথা  কবিতাত পোৱা বুঢ়া শিল্পীয়ে তেওঁ সজা মূৰ্ত্তিক জীয়াব নোৱাৰিলে  আনহাতে নিজেই লয় পালে।

শ্যেলীৰ প্ৰভাৱ দুৰ্বাৰ ওপৰত পৰিছে  কিন্তু প্ৰকৃতিৰ তাৰতম্যৰ কাৰণে শ্যেলীৰ মনত যেতিয়া উলাহ জাগে তেওঁৰ কবিতা তেতিয়া জৰণাৰ দৰে উৰ্দ্ধমুখী হৈ ওলায় বিষাদত সেইদৰে তেওঁৰ কবিতাই নৈৰাশ্যৰ অতলস্পৰ্শী সমুদ্ৰত বুৰ দিয়ে। আনহাতে দুৰ্বাৰ ক্ষেত্ৰত উলাহ দুষ্প্ৰাপ্য আৰু তেওঁ নৈৰাশ্যৰ তাৰত সঘনে ৰেপ দিলেও তাৰ সুৰ শ্যেলীৰ দৰে তীব্ৰ আৰু উতলা পানীৰ দৰে তগবগীয়া নহয়। হয়তো  শূন্য পৰিচয় কবিতাতহে এই মন্তব্যৰ অলপ ব্যতিক্ৰম দেখা যায়। আকৌ মনৰ উদাৰতা আৰু সবল সমাজ স স্কাৰী মনোবৃত্তিয়ে শ্যেলীৰ আবেগসমূহক দিছিল এটি অদ্ভুত শক্তি— যি শক্তিয়ে বাধা নামানিছিল  বিঘিনি নামানিছিল— মুক্তি আৰু প্ৰেমৰ জয় ঘোষ কৰিবৰ সময়ত যি আছিল ব হাগৰ পচোৱাৰ দৰেই দুৰ্দ্দমনীয় আৰু অস‌ংযত।

# যতীন্দ্ৰনাথ দুৱৰাৰ কবিতা

## যতীন্দ্ৰনাথ গোস্বামী

চন্দ্ৰকুমাৰ আগৰৱালা লক্ষ্মীনাথ বেজবৰুৱা আদিয়ে ইংৰাজী নৱন্যাস কবিসকলৰ আদৰ্শৰে অনুপ্ৰাণিত হৈ যি কাব্যৰ ৰীতি সূচনা কৰিলে তাৰ সাৰ্থক প্ৰকাশ হৈছে যতীন্দ্ৰনাথ দুৱৰাৰ কবিতাত। দুৱৰাক সাহিত্যৰথী লক্ষ্মীনাথ বেজবৰুৱাই অসমীয়া শ্যেলী বুলি অভিহিত কৰিছে। দুৱৰাই পাশ্চাত্য সাহিত্য অধ্যয়ন কৰি সেই কবিসকলৰ ভাবাদৰ্শৰ দ্বাৰা পুষ্ট হৈ অসমীয়া সাহিত্যত যি মিঠা সুৰীয়া কবিতা ৰচনা কৰিলে তাৰ দ্বাৰা তেও অসমীয়া কাব্য সাহিত্যত এখন সুকীয়া আসন লাভ কৰিব। অসম সাহিত্য সভাৰ চতুবিংশতি অধিবেশনৰ সভাপতিৰ আসনৰ পৰা কবি দুৱৰাই কৈছিল বাহিৰৰ জগতৰ চিন্তাক আমাৰ কবিতাত ঠাই দিয়াত আমাৰ কোনো আপত্তি নাই। কাৰণ সেইটো যদি পাপ হয় সেই পাপত ময়ো বৰ বেছিকৈ পাপী হ ব লাগিব। বনগীতৰ পৰা শ্যেলীলৈকে ওমৰ খায়ামৰ পৰা জাৰ্ম্মান কবি হাইনেলৈকে সকলোৰে ফুলনিত মই বিচৰণ কৰিছো। কিন্তু যদি ক ৰবাৰপৰা এটি তলসৰা ফুল আনিছো তাক মোৰ প্ৰাণেৰে ৰহণাই তুলিবৰ কাৰণে যত্ন কৰিছো। সেইকাৰণে বিদেশী কাব্য সাহিত্য অধ্যয়ন কৰি দুৱৰাই সেইবোৰ হাড়ে হিমজুৰে অসমীয়া কৰিবলৈ চেষ্টা কৰিছিল।

দুৱৰাক সাধাৰণতে গীতি কবি আখ্যা দিয়া হয়। গীতি কবিতাত দুৱৰাৰ ব্যক্তিগত কবি মানসৰ প্ৰতিফলন দেখা যায়। গীতি কবিতা মন্ময়। দুৱৰাই এইবিধ সময় নিৰপেক্ষ সঙ্গীতময়ী ৰসাত্মক ৰচনাত অন্তৰৰ অনুভূতি মধুৰ ভাষাৰে ব্যক্ত কৰিছে। কবিয়ে যেন নিজৰ সুৰত নিজৰ ছন্দত আপোন মনৰ কথা কৈছে। সেয়েহে 'আপোন সুৰ শীৰ্ষক কবিতাত আত্মকেন্দ্ৰিক কবিয়ে তেওৰ কাব্যিক মতবাদৰ আভাস দিছে।

অকলে আপোন মনে বহি নিৰলাত
ৰচো মই বিষাদৰ গান
সঙ্গীহীন বিহগীৰ আকুল সুৰত
আকাশত ভাহি উঠে তান।

তেও বিশ্বাস কৰে— হাহি আৰু চকুলোৰ কৰুণ মিলন
এয়ে হল মানৱ জীৱন। (ইন্দ্ৰধনু)

সেই কাৰণে তেও কৈছে,— যিমান দীঘল হক আগুৱা তথাপি
সুখৰ দুখৰ বোজা লই। (এই বাটে নাহিবা দুনাই)

আপোন সুৰ আৰু বনফুল কবিতাত কবিৰ ব্যক্তিগত আবেগ অনুভূতি প্ৰকাশ পাইছে। নাৱৰীয়া যায় ভটিয়াই কবিতাত কবিয়ে শৈশৱৰ মধুৰ সোঁৱৰণী স্মৰণ কৰোতে দিখৌ পাৰৰ চেনেহৰ ঘৰখনিৰ এটি সুন্দৰ বৰ্ণনা দিছে।

এতিয়াও পুৱাৰ কিৰণে
বাহনিৰ মাজে সুকুৱাই
জালি কটা ৰিহাৰ আচল
চোতালত পাৰি থৈ যায়।

সকলো মধুৰ আকৰ্ষণ এৰি নাৱৰীয়াই তল মূৰ কৰি উটি যায় সোঁতৰ মুখত আৰু নাও তাৰ চলিছে সোতত সুদূৰৰ পোহৰ থিয়াই। এই যাত্ৰাত কোনো বেজাৰ নাই অনুশোচনা নাই আছে কেৱল প্ৰশান্ত ভাব।

শূন্য পৰিচয় কবিতাৰ আৰম্ভণিৰ কথাই পাঠকৰ অন্তৰ স্পৰ্শ কৰে—

মোৰ এই হিয়াখনি জেতুকা পাতৰ দৰে
সেউজীয়া বননিৰ বৰণেৰে ঢকা
অন্তৰ জ্বলোৱা ছবি অতীতৰ স্মৃতি লই
বুকুৰ তেজেৰে আছে অন্তৰতে অকা।

কবিয়ে অন্তৰৰ ভাবৰ তীব্ৰতা প্ৰকাশ কৰিবৰ কাৰণে ব্যৱহাৰ কৰিছে জেতুকা পাতৰ উপমা। সংসাৰত সকলোৱে ভোগ কৰিছে, কিন্তু কবি মানৱ স্নেহৰ পৰা বঞ্চিত।

সকলোৱে পায় সকলোটি
কাৰো একো নেহেৰাই
মাথোঁ মোৰ সুৰ
জীৱনত নেবাজে দুনাই। (হেৰোৱা সুৰ)

মনত নিৰানন্দ ভাবে দেখা দিলে ( A joy has taken filight ) শ্যেলীয়ে আনৰ সুখ দেখি নিজৰ দুখ অনুভৱ কৰি কয়—

Smiling they live and call life pleasure
To me that cup has been dealt in another measure

দুৱৰা প্ৰেমৰ কবি। তেওৰ কবিতাত প্ৰেম আৰু সৌন্দৰ্য ফুলৰ বৰণ আৰু সৌৰভৰ দৰে ওত প্ৰোতভাবে জড়িত। তেও প্ৰেমৰ সপোন দেখে প্ৰেমৰ কবিতা লিখে। তেও প্ৰেমৰ সাগৰত উটি বুৰি ব্যৰ্থ মনোৰথ হৈছে। গতিকে মিলনৰ আকাঙ্ক্ষা অতৃপ্তিৰ ভাব প্ৰত্যাখ্যান ব্যথাজনিত নি সঙ্গ জীৱন গভীৰ মনোবেদনা অভিমান আদিয়ে ইন্দ্ৰধনুৰ সাতোটা ৰঙৰ দৰে অন্তৰৰ অনুভূতি কবিতাত প্ৰকাশ কৰিছে। শিলটিৰো সপোন ভাগিল কবিতাত প্ৰতীকৰ সহায়েৰে কবিয়ে যেন জীৱনৰ এটি অতীত অধ্যায়ৰ ইঙ্গিত দিছে। কবিয়ে জীৱন যুদ্ধত জৰ্জ্জৰিত হৈ কৈছে—

'দিঠকৰ দানৱৰ নিকৰুণ পৰশত
নেভাঙিবা কৰি চূৰমাৰ
সপোনৰ সৰগ আমাৰ। (তুমি মোৰ নাভাঙিবা ভুল)।

আত্মকেন্দ্ৰিক কবিৰ কল্পনাৰ সৰগ বাস্তৱৰ পৰশত নাইকিয়া হৈ যায়। ভাব বিভোৰ অৱস্থাত কবিয়ে আনন্দ উপভোগ কৰে।

দুৱৰাৰ কবিতাৰ ঘাই সুৰ হৈছে কৰুণ। এই বিষয়ত কবি শ্যেলীৰ সৈতে দুৱৰাৰ যে কিছু সাদৃশ্য আছে তাক ওপৰত উল্লেখ কৰা হৈছে। দুৱৰাৰ কৰুণ সুৰৰ মূলতে হৈছে ব্যৰ্থ আৰু নি সঙ্গ জীৱন। তেও কৈছে—

(ক) সুৰ মোৰ উলটি আহিল
জগতত হৃদয় নেপাই
অন্তৰতে বহি মোৰ নিতে
বিষাদৰ বাহীটি বজায়॥ (জীৱনৰ সুৰ)

(খ) নিজা বুলি নাই মোৰ এচমকা ঠাই
জগতত অকলশৰীয়া
পুৱাতেই মেলি নাও অকলে সোতত
লুইতত হলো নাৱৰীয়া। (এটি উৰি যোৱা ৰাজহাহঁলৈ)

আনৰ প্ৰেম প্ৰীতিত কবি পতিয়ন নাযায়। কিয়নো সেইবোৰ মৰীচিকা সদৃশ। তেও কৈছে—

কেতিয়াবা কোনো জনে আহি
অযাচিতে ঢালি দিয়ে হিয়াৰ সম্ভাৰ
খন্তেকীয়া লগ লই পথ উজ্জলায়
মুখত বিৰিঙে মোৰ হাহি।
আহি আহি থাকোতেই
কেনিবাদি হঠাতে লুকায়
মুখৰ হাহিটো মাৰ যায়।

এইদৰে জীৱনৰ মধুৰ মহিমা হেৰুৱাই তেও বেজাৰ অনুভৱ কৰে। সেই কাৰণে কবিয়ে ভাবে যে তেও জগতত অকলশৰীয়া।

এইখিনিতে এটা কথা উল্লেখ কৰিব লাগিব যে দুৱৰাৰ কাব্যৰ মূল সুৰ কৰুণ হলেও কবি নিৰাশবাদী নহয়। তেও নিৰাশবাদী হোৱা হলে একেটা সুৰৰে বিভিন্ন কবিতাত পুনৰাবৃত্তি হ লহেতেন। দুই এটা কবিতাত নিৰাশাৰ সাচ থাকিলেও সি স্থায়ী নহয়। এটি উৰি যোৱা ৰাজহাহঁলৈ দূৰণিৰ সুৰ অতীতক নাযাবা পাহৰি শূন্য পৰিচয় নাৱৰীয়া যায় ভটিয়াই সোণোৱালী দেশ আদি কবিতাত নৈৰাশ্যৰ সুৰ নাই। ওমৰ আৰু হাফিজৰ কাব্যামৃত পান কৰাৰ কাৰণে এই সুৰ তল পৰিবও পাৰে। দুৱৰাৰ কবিতাত যে কাৰুণ্য আছে নিৰাশবাদ নাই তাক প্ৰতিপন্ন কৰিবৰ কাৰণে তলত কেইটামান উদ্ধৃতি দিয়া হ ল—

(১) স সাৰৰ লীলা খেলা সামৰি সুতৰি থই
হাহিমুখে কৰিম প্ৰয়াণ
অতদিনে বই অহা প্ৰেমৰ কবিতা ধাৰা
সেই দিনা হ ব অৱসান। (অৱসান)

(২) জগতৰ চেনেহৰ সুৰে
ৰই ৰই মাতে ৰিঙিয়াই
নাও তাৰ চলিছে সোঁতত
সুদূৰৰ পোহৰ থিয়াই। (নাৱৰীয়া যায় ভটিয়াই)

দুৱৰাৰ কবিতাৰ বাটকৰুৱাই জীৱন উপভোগ কৰি আশা নিৰাশাৰ মাজেদি আন্ধাৰ বাটত সন্মুখৰ স্মৃতিৰ শ্মশানলৈ আগবাঢ়ে—

(১) তাৰ মাজেদিয়ে যায় বাটকুৰা মোৰ
সুখৰ দুখৰ গান শুনি
আশা নিৰাশাৰ ৰেখ বুকুৰ মাজত
আঁকি লই অকলে আপুনি
সুখৰ দুখৰ গান শুনি। (অতীতক নাযাবা পাহৰি)

(২) সকলো সামৰি লই বুকুৰ মাজত
বাটকুৰা যায় বহুদূৰ। (আপোনাৰ সুৰ)

(৩) আন্ধাৰে পোহৰে হাহি কান্দোনত
বাটকুৰা আগুৱায়। (বাটৰ শেহত)

দুৰৰাক প্ৰণয় কবি বা প্ৰেমিক কবি বুলি আখ্যা দিলেও কিছুমান কবিতাত পাৰ্থিব প্ৰেম আধ্যাত্মিক স্তৰলৈ উঠিছে আৰু অতীন্দ্ৰিয়বাদৰ স্পৰ্শই দুৱৰাৰ কবিতাক অনিৰ্ব্বচনীয় সৌন্দৰ্য প্ৰদান কৰিছে। কবিয়ে মুকলি মনেৰে সংসাৰৰ মায়া মোহ এৰি সোণোৱালী দেশৰ পিনে যাত্ৰা কৰিছে। ইয়াত আক্ষেপ নাই অনুশোচনা নাই অভিমান নাই — আছে কেৱল শান্তি আৰু তৃপ্তিৰ আভাস—

(১) সোণোৱালী উজ্বল পোহৰে
আঁতৰাব যত দুখ ক্লেশ। (সোণোৱালী দেশ)

(২) দূৰত জিলিকে সউ মধুৰ পোহৰ
সেয়ে দিব বাট উজলাই। (এটি উৰি যোবা ৰাজহাহঁলৈ)

জীৱনৰ ব্যৰ্থতাৰ কাৰণে বিষাদৰ ভাবে দুৱৰাৰ কবিতাত প্ৰাধান্য লাভ কৰিলেও ( দুখ শোক যাতনাৰে ভৰা ই জীৱন দুখৰ আধাৰ — তোমালৈ) ওমৰৰ প্ৰভাবৰ ফলত ব্যথিত মানৱৰ প্ৰতি সহানুভতি প্ৰকাশ পাইছে আৰু হাফিজৰ দৰ্শনে নিৰাশাৰ ভাব তল পেলাইছে। কোনো কোনো কবিতাত সুদূৰৰ মধুৰ আহ্বান কবিৰ কাণত পৰিছে। এই প্ৰসঙ্গত দুৱৰাৰ নাববীয়া কবিতাকেইটা বৈশিষ্ট্যপূৰ্ণ। অধ্যক্ষ হেম বৰুৱাই কৈছে দুৱৰাৰ নাৱৰীয়া আৰু পাহৰণি শ্ৰেণীৰ কবিতাসমূহ জীৱন সমুদ্ৰত ওপঙি থকা আত্মাৰ নৌকা যাত্ৰা। ঈশ জ্যোতিহীন শূন্য প্ৰেৰণাহীন মানৱ জীবন হৈছে উদ্দেশ্যহীন চক্ৰ। সেই কাৰণেই নাবিক বা গুৰিয়াল হৈছে মানৱ জীৱনৰ বিধাতা ভগবানৰ প্ৰতীক। এই কবিতাবোৰৰ মূল ভাব আৰু কল্পচিত্ৰসমূহ প্ৰতীকধৰ্ম্মী' (সাহিত্য আৰু সাহিত্য)। নাৱৰীয়া কবিতাৰ ওপৰত টেনিচনৰ প্ৰভাৱ স্পষ্ট আৰু এইবোৰত কবিৰ ব্যক্তিবাদী দৰ্শনে ভুমুকি মাৰিছে। টেনিচনৰ দৰে দুৱৰাৰ নাৱৰীয়া কবিতাত তৰাৰ উল্লেখ পোৱা যায়। নাৱৰীয়া (গ) কবিতাটো টেনিচনৰ ক্ৰচিং দি বাৰ (Crossing The Bar) কবিতাৰ মুকলি অনুবাদ। নাৱৰীয়া (খ) অতীতক নাযাবা পাহৰি সোণোৱালী দেশ আদি কবিতাত কবিয়ে ৰূপ ৰস গন্ধ স্পৰ্শময়ী অপৰূপা প্ৰকৃতিৰ সমাহিত সৌন্দৰ্য উপভোগ কৰি নিৰাশাৰ মাজত আত্ম তৃপ্তি লাভ কৰিছে। এখুজি দুখুজি কৰি উদাস পৰাণ দুদিনীয়া স সাৰৰ আলহী ঘৰ আন্ধাৰত কেনি কোনে জানে ক ত চলে জীৱনৰ ৰথ আদি শাৰীত ওমৰৰ প্ৰভাৱ পৰিলক্ষিত হয়।

দুৱৰাৰ 'মিলনৰ সুৰ' কাব্যখনি চুফী ৰহস্যবাদৰ ওপৰত ভিত্তি কৰি ৰচনা কৰা। ইয়াত জীৱাত্মাৰ সৈতে মিলনৰ তীব্ৰ হেপাহ প্ৰকাশ পাইছে। অসীমৰ স্ফুলিঙ্গ অনুভৱ কৰি কবিয়ে কৈছে

সোণৰ শিকলি নিলা আঁতৰাই
জীৱন মৰুত বোৱালা বান
সকলোটি কাঢ়ি দিলা সকলোটি
তোলালা হিয়াত মধুৰ তান। (মিলনৰ সুৰ)

কবিয়ে হাফিজৰ সুৰত কৈছে —

'মহাগায়কৰ বাঁহীৰ সুৰত
কবিৰ প্ৰাণত কপিলে সুৰ
মন্দাকিনীৰ স্নিগ্ধ ধাৰাই
জীৱন শ্ৰান্তি কৰিলে দূৰ। (মিলনৰ সুৰ)

দুৱৰা আত্ম কেন্দ্ৰিক কবি সেইকাৰণে কবিয়ে প্ৰাকৃতিক সৌন্দৰ্য বৰ্ণনাৰে মন নিদি নিজৰ মনৰ ভাব প্ৰকাশ কৰিছে। কিন্তু পৃথিৱীৰ চিৰন্তন ৰূপটো পাহৰা কবিৰ পক্ষে সম্ভৱ নহয়, কিযনো —

শুৱনী ধৰণী চেনেহৰ খনি
জীৱনৰ লীলা ভূমি
নিতে নিতে মোৰ লাহ বিলাহৰ
যোগোৱা সমল তুমি। (চকুলো)

সন্ধিয়াৰ বেলিটিৰ হেঙুলি বৰণ বিহগৰ মধুৰ সঙ্গীত মধুমক্ষিকাৰ গুঞ্জন লুইতৰ ৰূপালি চাপৰি তৰা বছা ৰাতি ক লা ডাৱৰৰ শাৰী ধুনীয়া জোনাক ৰাতি— এই সকলোবে দুৱৰাৰ কবিতাত অনিৰ্ব্বচনীয় সৌন্দৰ্যৰ সৃষ্টি কৰে। পখিলা ৰ দৰে কবি সৌন্দৰ্য সন্ধানী। তেও ব্যক্তিগত চিঠি এখনত (১৪।৪।৪৭) আমাৰে লিখিছিল। দুকুল ডকা পানীৰ বুকুত নানা তৰহৰ জাজী লৈ কোবাল সোতেৰে বৈ যোৱা বৰনৈ হবৰ মন জীৱনত কেতিয়াও আশা কৰা নাছিলো। মাথোন এটি সৰু পৰ্ব্বতীয়া জুৰিৰ দৰে সুৰুযৰ সোণালী কিৰণত নাচি নাচি গছ লতাৰ মাজেদি মানুহৰ চকুৰ আঁৰে আঁৰে বৈ যাবলৈহে ধাউতি। শিল্পী নামৰ কথা কবিতাত কবিৰ সাধনাৰ চিত্ৰকে যেন পোৱা যায়।

দুৱৰাৰ কবিতাৰ সৌন্দৰ্য হৈছে ইয়াৰ মিঠা ভাষা। কথা কবিতাৰ পৰা আৰম্ভ কৰি ওমৰ তীৰ্থলৈকে তেওৰ ভাষা সহজ সৰল আৰু অনাডম্বৰ। তেওৰ স্বভাৱ যিদৰে শিশুৰ দৰে সৰল অন্তৰ যিদৰে ফুলৰ পাপৰিতকৈও কোমল সেইদৰে তেওৰ ভাষাও কোমল সৰল আৰু অনাডম্বৰ অথচ মধুৰ। পুৱাৰ কিৰণ নামে জোনাযে সুষমা ঢালে সমীৰত পমি যায় কেতেকীৰ সুৰ দিনৰ শেহৰ হেঙুলীয়া ৰেখা পশ্চিমত পমি যায় নিযতিৰ নিদাৰুণ কঠোৰ হাতত ভাব মোৰ ভাষাহীন হ ল — এনে উক্তিসমূহৰ কল্পচিত্ৰ অতি মনোৰম। অনুভূতিপূৰ্ণ সহজ ভাষাই ছন্দৰ সাৱলীল গতিত অনুপম সৌন্দৰ্যৰ সৃষ্টি কৰে।

মুঠৰ ওপৰত কবি যতীন্দ্ৰনাথ দুৱৰাই অন্তৰৰ অনুভূতি সহজ সৰল ভাষাত প্ৰকাশ

কৰাৰ কাৰণে তেওঁৰ গীতি কবিতাসমূহ ছবিতকৈও মনোৰম আৰু হৃদয় স্পৰ্শী আৰু কোনো কোনো কবিতাত অনিৰ্ব্বচনীয় সৌন্দৰ্যৰ সৃষ্টি হৈছে। এই অনিৰ্ব্বচনীয় সৌন্দৰ্যই আনন্দ দিয়ে। এই আনন্দদানেই কাব্য তথা সাহিত্যৰ চৰম পৰিণতি। বিশ্বকবি ৰবীন্দ্ৰনাথ ঠাকুৰে কৈছে, এই আনন্দ দেওযা ছাড়া সাহিত্যৰ অন্য কোনো উদ্দেশ্য আছে বলে জানিনে।

যতীন্দ্ৰনাথ দুৱৰাক ভাঙনি সাহিত্যৰ ওজা বুলিব পাৰি। তেওঁৰ অনুবাদত মূলৰ কঠিন আৱৰণ হেৰাই গ লেও তাৰ প্ৰাণ নেহেৰায়। বিদেশী কবিতা অসমীয়ালৈ ভাঙনি কৰোতে দেশ অনুযায়ী সাজৰ অলপ সলনি হ্বই এই কথা দুৱৰাই স্বীকাৰ কৰিছে। দুৱৰাই অনুবাদ কৰা কবিতা কেইটা অনুপম হৈছে।

অষ্টাদশ শতিকাৰ ইংৰাজ কবি টমাচ গ্ৰেৰ (১৭১৬ ৭১ খ্ৰী ) ইলিজি ৰিটিন অন এ কন্ট্ৰি চাৰ্চ্চয়াৰ্ড নামৰ কবিতাটিত কৰুণ সুৰ ধ্বনিত হৈছে। এই কবিতাটোৰ ছা লৈ দুৱৰাই এখন গাঁৱৰ মৰিশালিৰ ওচৰত নামৰ কবিতাটো (বাঁহী তৃতীয় বছৰ ষষ্ঠ সংখ্যা) ৰচনা কৰিছে। কবিতাটো পঢ়িলে মৌলিক যেন লাগে। উদাহৰণ স্বৰূপে কেইটামান তুলনামূলক উদ্ধৃতি দিয়া হ ল—

(১) কাষৰ দ লৰ পৰা ডবা শঙ্খ বাজি
সন্ধিয়াৰ দিছেহি জাননী
ঘৰলৈ উভতিছে গৰখীয়াটিযে
পলুৱাই ভাগৰ আমনি।

The curfew tolls the knell of partıng day
The lowıng herd wınd slowly o er the lea
The ploughman homeward plods hıs weıry wa\
And leaves the world to darkness and to ıne

(২) ৰজা প্ৰজা ধনী দুখী য তে যেয়ে থাকা
শেষ দশা সবাৰে সমান
অনিত্য সংসাৰ এই নশ্বৰ জীৱন
শেষ ঠাই সুন্দৰ শ্মশান।

The boast of heraldry the pomp of power
And all that beauty all that wealth e er gave
Awaıts alıke the ınevıtable hour —
The paths of glory leads but to the grave

(৩) অশেষ ৰতন থাকে সাগৰ বুকুত
মানুহৰ চকুৰ আঁৰত
কতনো ধুনীয়া ফুল লেৰেলি শুকায়
নিৰজন বনৰ মাজত।

Full many a gem of purest ray serene
The dark unfathom d caves of ocean bear

Full many a flower is born to blush unseen
And waste its sweetness on the desert air

(৪) কত জনে সাহ পিতে গদাধৰ হই
মূৰ তুলি আছিল গাঁৱত
নীৰৱে বজাই বীণা কতবা শঙ্কৰে
শেষ শান্তি ললে শ্মশানত।

Some village Hampden that with dauntless breast
The little tyrant of his fields withstood
Some mute inglorious Milton here may rest
Some Cromwell guiltless of his country s blood

দুৱৰাৰ সপোনৰ সুৰ কবিতাটিও শ্যেলীৰ মিউটেবিলিটি (Mutability) শীৰ্ষক কবিতাৰ মুকলি ভাঙনি। কবিৰ প্ৰাণৰ অনুভূতিৰে যেন অনূদিত কবিতাটো ৰঞ্জিত হৈছে—

(১) আজি মোৰ হহা ফুল পাহি
কালিলৈ লেৰেলি শুকায
আজি যাক বুকুৰে সাবটো
কালিলৈ কেনিবা পলায।

The flower that smiles today
Tomorrow dies
All that we wish to stay
Tempts and then flies

নাৱৰীয়া (গ) কবিতাটো টেনিচনৰ ক্ৰচি দি বাৰ কবিতাটোৰ সুন্দৰ ভাঙনি

(১) মাৰ গল ৰঙা বেলি সৰু তৰাটিযে
দিযে মোক সাদৰৰ শেষ আৱাহন
ওলাম যেতিয়া মই সাগৰৰ পিনে
নুশুনো ঘাটত যেন কৰুণ ক্ৰন্দন।

Sunset and evening star
And one clear call for me !
And may there be no moaning of the bar
When I put out to sea

(২) দেশ কাল সময়ৰ সীমা হেৰুৱাই
সোতে যদি নিয়ে মোক বহু দূৰলই
ভয় নাই নাৱৰীয়া বহি কাষতেই
নাওখনি নিব মোৰ নিজ দেশলই।

For tho from out our bourne of Time and Place
The flood may bear me far
I hope to see my Pilot face to face
When I have crost the bar

পাৰস্যৰ খোৰাছান প্ৰদেশত জন্মগ্ৰহণ কৰা একাধাৰে কবি দাৰ্শনিক আৰু জ্যোৰ্তিবিদ ওমৰৰ ৰুবাইয়াতসমূহ দুৱৰাই সহজ সৰল ভাষাত অনুবাদ কৰিছে। ওমৰৰ বিষয়ে দুৱৰাই নিবেদনত কৈছে 'বৈজ্ঞানিকৰ বিশ্লেষণ প্ৰথা কবিৰ গভীৰ দৃষ্টি দাৰ্শনিক জ্ঞান— সকলো গোটাই লৈ সৃষ্টি তথ্যৰ গভীৰতম প্ৰদেশলৈ ওমৰে চাই দেখিলে তাৰ আদি আৰু অন্ত দুয়ো আন্ধাৰ গভীৰ আন্ধাৰ। মানৱ মনৰ অসীমৰ প্ৰতি ব্যৰ্থ অভিযান এয়ে ওমৰ আৰু ওমৰৰ অভিযানৰ ব্যৰ্থতাৰ কাৰুণ্যই তেওৰ মানৱ জাতিৰ প্ৰতি শ্ৰেষ্ঠ দান। প্ৰাচ্য ভাবুক ওমৰৰ মাজেদি দৈৱবলৰ মহীয়ান শক্তিৰ বিশ্বাসটি সময়ে সময়ে ফুটি ওলাইছে।

কিন্তু সকলোতকৈ শ্ৰেষ্ঠ পদাৰ্থ ওমৰৰ মাজেদি প্ৰকাশ পাইছে ওমৰৰ হৃদয়ৰ গভীৰতম প্ৰদেশৰ পৰা উঠা প্ৰাণস্পৰ্শী তীব্ৰ কৰুণ সুৰ। এই সুৰ শুনি মানুহ চমক খাই ৰয় ভাবে যেন ক ৰবাত শুনিছে আৰু বাহিৰৰ জঞ্জাল নিস্তব্ধ হলেই নিজৰ প্ৰাণতে এই সুৰ বাজি উঠা শুনে। এয়ে ওমৰৰ শ্ৰেষ্ঠত্ব এয়ে ওমৰৰ বিশ্বজনীন ভাব।' দুৱৰাৰ ওমৰতীৰ্থখন পঢ়িলে ভাঙনি যেন নালাগে কোনো কোনো ক্ষেত্ৰত মৌলিক গ্ৰন্থ যেন লাগে। উদাহৰণ স্বৰূপে দুটামান তুলনামূলক উদ্ধৃতি তলত দিয়া হ ল—

(১) সোণালী ৰথত আলোকি বিমান
মাৰিলে সুৰুযে সোণৰ কাড
পলাল আন্ধাৰ হৰিণীয়ে যেন
হয় নিমিষতে চকুৰ আঁৰ।
ৰাজ কাৰেঙক চুমিছে পোহৰে
উঠিছে মঙ্গল প্ৰভাতী গান
জীৱন্ত জগত উঠা উঠা হেৰা
এতিয়াও কিয় নিৰ্জীৱ প্ৰাণ।

Awake ! for Morning in the Bowl of Night
Has flung the Stone that puts the Stars to Fight
And Lo ! the Hunter of the East has caught
The Sultan s Turret in a Noose of Light

(২) ধৰা প্ৰিয়তম প্ৰাণৰ পিয়লা
জীৱন মদিৰা ভৰাই দিয়া
অতীত ভবিষ্য শোক দুখ ভয়
আজিৰ ভাবনা উটাই নিয়া।
আজিয়েই দিয়া কালিলৈ কিয়
কোনে জানে বাৰু কালি কি হ ব ?
হাজাৰ হাজাৰ বছৰ বিয়পা
হয়তো অতীতে সামৰি থ ব।

Ah my Beloved, fill the Cup that clears
Today of past Regrets and future Fears—
Tomorrow ?— why Tomorrow I may be
Myself with yesterday s Sev n Thousand years

(৩) ‘আহা তেন্তে হেৰা খায়ামৰ স তে
এৰা জ্ঞানীলৈ জ্ঞানৰ ঠাই
এটি কথা মোৰ ৰাখিবা মনত
পলে পলে সখা জীৱন যায়।
এই জগতত এয়ে মাথোঁ সচা
বাকী সকলোটি তেনেই ভুল
এবাৰ সৰিলে সৃষ্টিৰ বুকুত
নুফুলে দুনাই জীৱন ফুল।

Oh come with old Khayyam and leave the Wise
To talk one thing is certain that Life flies
One thing is certain and the Rest is Lies
The flower that once has blown for ever dies

(৪) প্ৰিযতম মোৰ দুযো যদি মিলি
বিধাতাৰ সতে মন্ত্ৰণা কৰি
পাৰিলোহেতেন ৰচিব এখনি
নতুন জগত কল্পনা ভৰি
নতুন জেউতি সাদৰে সাৰটি
কৰিলোহেতেন পুৰণা দূৰ
শান্তিৰ শীতল সমীৰে উলাহে
বজালেহেতেন মুক্তিৰ সুৰ।

Ah Love ! could thou and I with fate conspire
To grasp this sorry scheme of things entire
Would not we shatter it to bits – and then
Re mould it nearer to the Heart s Desire ?

এইদৰে অনেক উদ্ধৃতি দিব পাৰি। দুৱৰাই ওমৰৰ ৰুবাইয়াৎ অনুবাদ কৰাৰ পূৰ্বে অধ্যাপক খোদাবক্সৰ অধীনত ওমৰৰ দৰ্শন আদি অধ্যয়ন কৰিছিল। সেই কাৰণে তেওঁৰ অনুবাদে আমাৰ অন্তৰ স্পৰ্শ কৰে। মূঠৰ ওপৰত ওমৰ তীৰ্থৰ ভাষা সহজ সৰল অথচ ভাব মূলৰ অনুগামী আৰু প৲ক্তিসমূহৰ এটা স্বাভাৱিক গতি আছে।

অসমীযা সাহিত্যলৈ যতীন্দ্ৰনাথ দুৱৰাৰ উল্লেখযোগ্য বৰঙণি হৈছে তেওঁৰ কথা কবিতা। ডা বাণীকান্ত কাকতিৰ ভাষাতেই নোহোৱা নোপোজা কবিতাৰ পুথি। কথা কবিতা জন্ম হয ঊনৈশ শতিকাত ৰুচ সাহিত্যিক ইভান টুৰ্গেনিভৰ হাতত। কথা কবিতাৰ লক্ষ্য হৈছে ৰূপ বা দৃশ্য বস্তুত সজীৱতা আৰোপ কৰা। কথা কবিতা বা গদ্য কবিতাৰ প্ৰাথমিক উদ্দেশ্য হৈছে চিত্ৰ। এই বিধ গদ্যত ভাব আবেগৰ কাৰণে এক প্ৰকাৰ লযযুক্ত ঝঙ্কাৰ হয় আৰু ই সহৃদয় পাঠকৰ চিত্তক ভাবগ্ৰহণৰ অনুকূল কৰে। কথা কবিতাৰ কেইটামান বৈশিষ্ট্যলৈ আঙুলিয়াব পাৰি। যেনে (১) কথা কবিতা অনুভূতি প্ৰধান আৰু ভাবাবেগপূৰ্ণ (২) ইয়াত চিন্তা আৰু কল্পনাই প্ৰাধান্য লাভ কৰে

(৩) কম শব্দ প্ৰয়োগৰ দ্বাৰা অধিক ভাব আৰু চিত্ৰ স্পষ্ট কৰিবপৰা হ্ ব লাগে
(৪) ই বহু ক্ষেত্ৰতে প্ৰতীকাত্মক বা ৰূপকাত্মক আৰু ইয়াত ৰমণীয়তা থাকে আৰু
(৫) ইয়াৰ ভাষা ভাবপূৰ্ণ চিত্ৰাত্মক আৰু ধ্বনিমূলক।

ৰূপক বা প্ৰতীকৰ সহায়েৰে দুৱৰাই ঠায়ে ঠায়ে জীৱনৰ সৌন্দৰ্য আৰু ঘাত প্ৰতিঘাতৰ ইঙ্গিত দিছে। কথা কবিতা পঢ়িলে এনে ধাৰণা হয় যেন 'আপোন সুৰ আৰু বনফুল ত সন্নিবেশ কৰা দুই এটা কবিতা কথা কবিতাৰ ৰূপত প্ৰকাশ পাইছে। দুৱৰাৰ কথা কবিতা হ্ ল দুকুৰি গদ্য কবিতাৰ সমষ্টি। মানুহৰ উপৰি চৰাই চিৰিকতি মূল প্ৰকৃতি আদিক কেন্দ্ৰ কৰি কথা কবিতা ৰচনা কৰা হৈছে। দেৱী কথা কবিতাত কবিয়ে কল্পনা সুন্দৰীক যৌৱনৰ লাৱণ্যময়ী সুন্দৰী বুলি সাদৰেৰে অভ্যৰ্থনা কৰিছে। কিয়নো এই সুন্দৰীয়ে সৌন্দৰ্যৰ সুষমা ঢালি জীৱনৰ নৱ প্ৰভাত আৰম্ভ কৰিছে। এটি টিপচি চৰাই এহালি পাৰ পখিলা কেতেকী আদি কথা কবিতাত বিহগ জীৱন আৰু মানৱ জীৱনৰ ভিতৰত এটা সমন্বয় স্থাপন কৰা হৈছে। টিপচিটোৱে পোৱালিটো ৰক্ষা কৰা দেখি কবিয়ে মন্তব্য কৰিছে— এই প্ৰেমতেই জীৱন চলি আছে আৰু এই প্ৰেমতেই জীৱনৰ উন্নতি। ধুমুহাৰ পৰা ৰক্ষা পৰা পাৰহালিক দেখি কবিয়ে উক্তি কৰিছে, বাস্তৱিকতে সিহঁত কেনে সুখী— সিহঁতৰ সুখতে ময়ো সুখী— যদিও মই অকলশৰীয়া— চিৰকাল অকলশৰীয়া। এই অকলশৰীয়া ভাব কবিৰ কেইবাটাও কবিতাত প্ৰকাশ পাইছে। যেনে—

অকলই ওমলো জামলো
অকলই পাতিছো স সাৰ
অকলই শূন্য মন্দিৰত
যাচো মোৰ হৃদয় সম্ভাৰ। (জীৱন সুৰ)

গোলাপ ফুলৰ বুকুত জুৰণি লৈ চিৰকাললৈ চকু মুদা পখিলা টোৰ অন্তৰ্দাহী বেদনা বৰ মৰ্মস্পৰ্শী। কেতেকী কথা কবিতাটোও তাৎপৰ্যপূৰ্ণ। আনন্দ সপোন উৎসাহ আদি কবিতাৰ চিত্ৰও মনোৰম। সপোন ত নিয়তিৰ প্ৰভাৱৰ চিত্ৰ অঙ্কিত কৰা হৈছে। মোৰ শেষ পাঠ কথা কবিতাটো এলফা দাদেৰ (Alphouse Daudet) ছাঁ লৈ লেখা হলেও (বাহী অষ্টাদশ বছৰ অষ্টম স খ্যা) ইয়াক মৰ্মস্পৰ্শী ভাষাত ৰচনা কৰা হৈছে। মাতৃভাষা প্ৰসঙ্গত কোৱা হৈছে কোনো এটা আইনৰ তলতীয়া জাতিয়ে যেতিয়ালৈকে নিজৰ মাতৃভাষাক বুকুৰে আকোৱালি ধৰি থাকে তেতিয়ালৈকে শত্ৰুৱে বন্দীশালৰ দুৱাৰৰ সচাৰ কাঠিটি তেওলোকৰ হাতৰ পৰা নাপায়। শিল্পী কথা কবিতাত কবিৰ জীৱন যেন ৰূপায়িত হৈছে। আজীৱন সৌন্দৰ্যৰ নীৰৱ সাধনা কৰা শিল্পীয়ে বিশ্বৰ সৌন্দৰ্যক শিলৰ বুকুত সজীৱ কৰি ৰাখিবলৈ চেষ্টা কৰে। শিল্পীয়ে পাষাণ প্ৰতিমাৰ প্ৰাণ প্ৰতিষ্ঠা কৰিব নোৱাৰিলেও ধুমুহাৰ প্ৰকোপত লৰা দেখি তেওৰ অন্তৰত অনন্ত সৌন্দৰ্যৰ জোৱাৰ উঠিল আৰু হৃদয় ৰক্তৰে প্ৰতিমাৰ প্ৰাণ প্ৰতিষ্ঠা হ্ ল। 'সীমাযো দিয়েহি ধৰা শীৰ্ষক কথা কবিতাৰ বৰাগীৰ উক্তিটো ( মই এই টোকাৰী লৈ গীত গাও— বতাহৰ চেৱে চেৱে টৌ তুলি তুলি মোৰ গীত ওপৰলৈ উঠি অনন্তৰ অনন্ত সঙ্গীত তৰঙ্গত মিহলি হৈ মোৰ অন্তৰত বাজি উঠে) কবিৰ যেন প্ৰাণৰ কথা। বাটৰুৱা কথা কবিতাত কবিয়ে উপলব্ধি কৰিছে

একে সন্ধ্যাতেই বা একে পুৱাতেই জগত শেষ হৈ নেযায়— অৰুণোদয় জীৱনৰ এটি শুকতৰা মাথোন। সোণবৰণীয়া দেশ অনন্ত সুখ সৌন্দৰ্যৰ আধাৰ সপোনপুৰী ৰ সদৃশ হলেও ই মানুহৰ কাৰণে আদৰ্শ হৈয়ে থাকিব। পোহৰ কথা কবিতাত পোহৰ আৰু সৌন্দৰ্যৰ পূজাৰী কবিৰ আদৰ্শ অভিব্যক্ত হৈছে। এই কবিতাটোৰ বিষয়ে কবি দুৱৰাই এখন ব্যক্তিগত চিঠিত (২৫/১/৫৬) আমালৈ লিখিছিল কুসংস্কাৰ আৰু অন্ধ বিশ্বাসে মানুহকে কেনে আন্ধাৰত থয় আৰু নিজৰটোকে ভাল বুলি খামোচ মাৰি ধৰি থাকি গতিশীল জগতৰ উন্নতিৰ বাটত আগুৱাবলৈ নিশিকে এনে এটা ভাব লৈয়েই পোহৰটো লেখিছিলো। জ্ঞানৰ পোহৰ পৰিলে মানুহৰ চকু মুকলি হয় আৰু তেতিয়া নিজৰ অন্ধবিশ্বাসবোৰ আঁতৰি যায়। সময় পৰিবৰ্তনশীল আৰু এই পৰিবৰ্তনৰ লগে লগে মানুহৰো পৰিবৰ্তন আহি পাৰে ইত্যাদি। Light more light — 'আৰও আলো আৰও আলো মোৰ প্ৰাণে প্ৰভু ঢালো— সুৰে সুৰে বাঁশী পূৰে মোৰে আৰও আৰও আৰও দাও প্ৰাণ — নিজৰ লিখা সম্বন্ধে নিজে কবলৈ বৰ টান পাও— এই প্ৰবন্ধটো হাতে লিখা অৱস্থাত থাকোতে শেহত তাৰ লগতে এটা গান লগাই দিছিলো— পিচে কথা কবিতাত গুচাই দিলো।

কোনে আজি মাতে বাহী বাজে সুতানে
সুৰ লহৰী আকাশ ভৰি উঠে তালে তালে
কি গান কেনি ভাহি আহে সপোন মাজত কোনে হাহে
উলাহে মোৰ পৰাণ নাচে নাচে গানে গানে।
পোহৰ নামে ভুবন জুৰি মন মোৰ আজি নিযে হৰি
নতুন গীতি নতুন তানে বাজে প্ৰাণে প্ৰাণে।

( সেই গানটো পোহৰক সাবটা মানুহবোৰে ঘৰলৈ উলটি আহোতে বাটে বাটে গাই আহিছিল। ) কবিৰ ভাব জগতৰ পক্ষে আচহুৱা। পোহৰ কথা কবিতাত কবিযে কৈছে পোহৰ পৰি আপোনাৰ ৰাজ্য সুন্দৰ হৈ পৰিব। তেতিযাহে বুজিব মই বলিযা নহও। আন্ধাৰ দেশত পোহৰ পৰাৰ লগে লগে সৌন্দৰ্য আৰু আনন্দই দেখা দিলে।

কথা কবিতা যিদৰে ভাৱ সমৃদ্ধ সেইদৰে ইয়াৰ ভাষাৰো এটা গতি আছে। সহজ সৰল আৰু সুৱদী ভাষাই ইযাৰ সৌষ্ঠৱ বঢাইছে। যেনে— আবেলি ফুলনিৰ মাজে মাজে কোৱৰ আৰু কুৱৰীযে ৰং মনেৰে ফুৰিছে। পশ্চিমমুখীযা সুৰুযৰ সোণোৱালী আভাৰে ফুলনি জকমকাব লাগিছে। নানা বৰণীযা নানা তৰহৰ ফুল ফুলি ফুলি পুখুৰী শুৱাই পৰিছে। বতাহত নাচি থকা পানী সুৰুযৰ কিৰণত চিকমিকাব লাগিছে। ৰিবৰিবকৈ বতাহ বলিছে— ফুলৰ গোন্ধ চুৰ কৰি চাৰিওফালে বিলাই দিছে। দশোদিশ গোন্ধত আমোল মোল (সোণবৰণীয়া দেশ)। তেও কম কথাৰে মনোৰম চিত্ৰ অঙ্কন কৰিব পাৰে। যেনে— নিতে নিতে মুহূৰ্তে মুহূৰ্তে জগতৰ যত সৌন্দৰ্যৰ খেলা চলিছে সকলোৱেই তেওৰ মনৰ মাজত এটি আনন্দৰ ৰেখা বহুৱাই যায়। আন্ধাৰ পোহৰৰ কুক ভা খেলা। বতাহ ডাৱৰৰ খেমালি। বাৰিষাৰ ক লা ডাৱৰৰ বুকুত বিজুলীৰ চিক্‌মিক্ হাহি, পুৰ্ণিমাৰ ৰূপহ জোনাক— সকলোৱেই তেওৰ হৃদয়ত আনন্দৰ ঢৌ তোলে

(শিল্পী)। সন্ধিয়াৰ বৰ্ণনাও মনোৰম— বেলি মাৰ গ ল পশ্চিম আকাশ এতিয়াও হেঙ্গুলি ৰহণেৰে ৰাঙলী হৈ আছে তাৰ ৰাঙলী জেউতি বতাহত নাচি নাচি থকা ব্ৰহ্মপুত্ৰৰ পানীত পৰি তিৰবিৰাব লাগিছে। সমুখত পোহৰ পাছৰ ফালে আৰু লাহে লাহে আন্ধাৰ নামি আহিছে দিন আৰু ৰাতিৰ সন্মিলন — বিদায়ৰ শেষ কৰুণ দৃশ্য (এটি গীত)। কবিয়ে কল্পনা ৰাজ্যত বিচৰণ কৰিলেও জাগতিক সত্যও কোনো কোনো কবিতাত প্ৰকাশ পাইছে। যেনে— (১) দুদিনীয়া ধন সম্পত্তি দুদিনীয়া সুখ— সকলো পানীৰ মাজত উঠা বুৰবুৰণিৰ দৰে খন্তেকতে মাৰ যায়। যাক তুমি আজি বুকুৰ বান্ধ খুলি হিয়া মোকোলাই দিচা কাইলৈ তোমাৰ দুৰৱস্থাত তেৱেঁই তোমাৰ প্ৰধান শত্ৰু হ ব (ভিক্ষা) (২) উচ্চ আদৰ্শ ভৈয়ামত মুকলি পথাৰত সেউজীয়া ধাননিৰ মাজত— ল ৰাৰ ধেমালি আৰু চৰাইৰ গানত জহ জাৰ বাৰিষাৰ মাজেদি সুখে দুখে জীৱনৰ বাট বোলা মানুহৰ স ্সাৰত (মন্দিৰ)।

মুঠৰ ওপৰত কথা কবিতা অসমীয়া সাহিত্যত অতুলনীয় পুথি। ইয়াত কবিয়ে স্বকীয় আদৰ্শক সৌন্দৰ্যৰ সাজ পাৰ পিন্ধাইছে। কল্পনা আৰু আবেগেৰে বোলোৱা চিত্ৰ সম্ভাৰ যাদুকৰী ভাষাৰ স্পৰ্শত সমুজ্জ্বল হৈ উঠি কথা কবিতাক এক অলৌকিক সৌন্দৰ্য দান কৰিছে।

